# নিবন্ধমালা

## প্রথম খণ্ড

রবীন্দ্রনাথ ঠাকুর

সাহিত্য অকাদেমি
নতুন দিল্লী

## সূচী

# শিক্ষাৰ হেৰফেৰ

যিখিনি অতি আৱশ্যকীয় কেৱল তাৰেই মাজত আবদ্ধ হৈ থকাটো মানৱ জীৱনৰ ধৰ্ম্ম নহয়। কিছু পৰিমাণে আৱশ্যকতাৰ মাজত আবদ্ধ হৈ থাকিলেও আমি কিছু পৰিমাণে স্বাধীন। আমাৰ শৰীৰটো ছাৰে তিনি হাততকৈ বেছি নহয়। সেইবুলি ঠিক ছাৰে তিনি হাত পৰিমাণৰ ঘৰ সাজিলে আমাৰ কাম নচলে। স্বাধীনভাৱে ফুৰাচকা কৰিবলৈ আমাক অলপ ঠাইৰ প্ৰয়োজন। ইয়াৰ অন্যথা হ'লে আমাৰ স্বাস্থ্য আৰু আনন্দত ব্যাঘাত জন্মে। শিক্ষাৰ ক্ষেত্ৰতো একে কথাই খাটে। যিখিনি কেৱল শিক্ষা অৰ্থাৎ অতি আৱশ্যকীয় কেৱল তাৰেই মাজত শিক্ষাক আবদ্ধ ৰাখিলে সিহঁতৰ মন যথেষ্ট পৰিমাণে বাঢ়িব নোৱাৰে। অতি আৱশ্যকীয় শিক্ষাৰ লগত স্বাধীন পাঠৰ সংযোগ ঘটাব নোৱাৰিলে ল'ৰা ছোৱালীবোৰ ভাল হ'ব নোৱাৰে। বয়ঃপ্ৰাপ্ত হ'লেও বুদ্ধি বৃত্তিৰ ক্ষেত্ৰত সিঁহত বহু পৰিমাণে শিশু হৈয়েই থাকে।

কিন্তু দুৰ্ভাগ্যৰ বিষয় আমাৰ হাতত মুঠেই সময় নাই। যিমান সোনকালে পাৰি বিদেশী ভাষা শিকি পৰীক্ষা পাছ কৰি আমি কামত সোমাব লাগিব। গতিকে নিচেই সৰুৰে পৰাই কোনো ফালে চকু নিদি অতি দ্ৰুতগতিৰে পঢ়া মুখস্থ কৰি থোৱাৰ বাহিৰে আৰু একোৰে বাবে আমাৰ সময় নাই। সেই কাৰণেই ল'ৰা ছোৱালীৰ হাতত কিবা বাহিৰা কিতাপ দেখিলেই তৎক্ষণাত সেইখন কাঢ়ি আনিবলগীয়াত পৰে।

গতিকে বিধিৰ লিখনমতে বঙালী ল'ৰা-ছোৱালীৰ ভাগ্যত ব্যাকৰণ, অভিধান, ভূগোল বিবৰণৰ বাহিৰে অন্য একোৱেই অৱশিষ্ট নাথাকে। বঙালী ল'ৰা-ছোৱালীৰ নিচিনা এনে ভাগ্যহীন আৰু কোনো নাই। অন্য দেশৰ শিশুৱে যি বয়সত কুমলীয়া দাঁতেৰে কুঁহিয়াৰ খাই আনন্দ কৰে বঙালী ল'ৰা-ছোৱালীয়ে সেই সময়ত কেৱল স্কুলৰ বেঞ্চৰ ওপৰত চুৰিয়া কোচাই বহি শিক্ষকৰ বেত হজম কৰে। শিক্ষকৰ কটু গালিৰ বাহিৰে অন্য একোৱেই সিঁহতে নাপায়।

ইয়াৰ ফলস্বৰূপে সিঁহতৰ হজম কৰাৰ শক্তিটো সকলোফালৰ পৰাই কমি আহিবলৈ ধৰে, যথেষ্ট পৰিমাণৰ খেল-ধেমালি আৰু উপযুক্ত আহাৰৰ অভাৱত

বংগ সন্তানৰ শৰীৰটো অপূৰ্ণ অৱস্থাত থকাৰ দৰেই মানসিক পৰিপাক যন্ত্ৰটিয়েও পৰিণতি লাভ কৰিব নোৱাৰে। আমি যিমানেই বি. এ., এম. এ. পাছ কৰি ৰাশি ৰাশি কিতাপ গিলিব লাগিছোঁ আমাৰ বুদ্ধি-বৃত্তি কিন্তু সেই অনুপাতে বলিষ্ঠ আৰু পৰিপক্ক হৈ উঠা নাই। হাতৰ মুঠিৰে একোকে ধৰিব পৰা নাই, আঁতিগুৰি মাৰি একোকে গঢ়িব পৰা নাই, সিমান জোৰ দি একোকেই প্ৰতিষ্ঠা কৰিব পৰা নাই। আমাৰ কথাবাৰ্তা, মতামত আৰু আচাৰ-অনুষ্ঠান ঠিক সাবালকৰ নিচিনা নহয়, সেই কাৰণেই আমি অত্যুক্তি আড়ম্বৰ আৰু আস্ফালনৰদ্বাৰা মানসিক দৈন্য ঢাকিবলৈ বিচাৰোঁ।

ইয়াৰ প্ৰধান কাৰণ হ'ল শৈশৱ অৱস্থাৰে পৰা আমাৰ শিক্ষাৰ মাজত আনন্দৰ অভাৱ। কেৱল অতি আৱশ্যকীয় কথাবোৰ আমি মুখস্থ কৰি লৈছোঁ। ইয়াৰ দ্বাৰা কোনোমতে কাম চলাই যাব পৰিলেও বিকাশ লাভ কৰা সম্ভৱ নহয়। বতাহ খাই পেট ভৰাব নোৱাৰি. আহাৰ খালেহে পেট ভৰে। কিন্তু আহাৰ নিয়মিতভাৱে হজম কৰিবলৈ বতাহ খোৱাৰ প্ৰয়োজন। সেইদৰে এখন শিক্ষা-বিষয়ৰ কিতাপ হজম কৰিবলৈ হ'লে বহুতো পাঠ্যপুথিৰ প্ৰয়োজন। সদায় আনন্দমনে পঢ়োঁতে পঢ়োঁতে পঢ়াৰ শক্তি আপোনা আপুনি বৃদ্ধি পায়। গ্ৰহণ শক্তি, ধাৰণাশক্তি, চিন্তা শক্তিয়ে অতি সহজে আৰু স্বাভাৱিকভাৱে গতি লাভ কৰে।

কিন্তু বংগসন্তানে কেনেকৈ এই মানসিক শক্তি হ্ৰাস কৰা নিৰানন্দময় শিক্ষাৰ হাত সাৰিব পাৰিব তাক ভাবি উলিওৱা কঠিন। প্ৰথম কথা হ'ল ইংৰাজী ভাষাটো অতি বিজতৰীয়া ভাষা। পদবিন্যাস, শব্দবিন্যাস, সম্বন্ধে এই ভাষাৰ আমাৰ ভাষাৰ লগত অকণো মিল নাই। ইয়াৰ উপৰিও ভাষাবিন্যাস আৰু বিষয়প্ৰসংগও বিদেশী। আগগুৰি একোৰেই পৰিচিত নহয়। গতিকে ধাৰণা জন্মাৰ আগতেই মুখস্থ কৰিবলগীয়া হয়। ইয়াৰ ফলত আহাৰ নোচোবাই গিলি খোৱাৰ সমান অন্যায় হয়।

আকৌ তলৰ শ্ৰেণীবোৰত যিসকল শিক্ষকে পঢ়ায় তেওঁলোকৰ কোনো এণ্ট্ৰেন্স পাছ, কোনো এণ্ট্ৰেন্স ফেল; ইংৰাজী ভাষা, ভাব, আচাৰ ব্যৱহাৰ আৰু সাহিত্যৰ লগত তেওঁলোকৰ ভাল পৰিচয় নাই।

বেচেৰাহঁতক দোষো দিব নোৱাৰি। **Horse is a noble animal**-ৰঙালীলৈ অনুবাদ কৰিব গ'লে বঙালীও ঠিক নাথাকে, ইংৰাজীও গোলমলীয়া

হৈ পৰে। কথাটো কেনেকৈ প্ৰকাশ কৰা যায়? ঘোঁৰা এটা মহৎ জন্তু, ঘোঁৰা অতি উচ্চতৰৰ জানোৱাৰ, ঘোঁৰা জন্তুটো অতি ভাল—কথাষাৰ একোতেই মনঃপূত নহয়। এনেস্থলত গোজামিল দিয়াই সুবিধাজনক। আমাৰ প্ৰথম ইংৰাজী শিক্ষাত এনে ধৰণৰ গোজামিল যে কিমান চলে তাৰ সীমা সংখ্যা নাই। গতিকে কম বয়সতে আমি যি ইংৰাজী শিকোঁ সি অতি সামান্য আৰু ইমান ভুল যে তাৰপৰা কোনো ৰস উলিওৱা শিশু সকলৰ পক্ষে অসম্ভৱ—কোনেও সেইটো আশাও নকৰে। শিক্ষক ছাত্ৰ উভয়েই কয়—"ৰস বাহিৰ কৰাৰ সকাম নাই। টানিটুনি কোনোমতে এটা অৰ্থ বাহিৰ কৰিব পাৰিলেই এই যাত্ৰা ৰক্ষা পৰোঁ। পৰীক্ষাত পাছ কৰি অফিচৰ চাকৰি এটা ল'ব পাৰোঁ।"

তেতিয়াহ'লে ল'ৰাবোৰৰ ভাগ্যত কি বাকী থাকিল? কেৱল বঙালী পঢ়া হ'লেই ৰামায়ণ মহাভাৰত পঢ়িব পাৰিলেহেঁতেন; একো নিশিকাকৈ থাকিলেও খেল-ধেমালি কৰাৰ অৱসৰ থাকিলেহেঁতেন—গছত উঠি, পানীত জাপ দি ফুল ছিঙি, প্ৰকৃতিজননীৰ ওপৰত নানা দৌৰাত্ম্য কৰি শৰীৰৰ পুষ্টি, মনৰ উল্লাস, আৰু বাল্য প্ৰকৃতিৰ পৰিতৃপ্তি লাভ কৰিব পাৰিলেহেঁতেন। এতিয়া ইংৰাজী শিকিবলৈ গৈ শিকাও নহ'ল, ওমলাও নহ'ল। প্ৰকৃতিৰ সত্যৰাজ্যত প্ৰবেশ কৰাৰ অৱকাশো নাথাকিল—সাহিত্যৰ কল্পনাৰাজ্যত প্ৰবেশ কৰাৰ দুৱাৰো বন্ধ হৈ থাকিল।

জীৱনযাত্ৰা নিৰ্ব্বাহৰ পক্ষে চিন্তাশক্তি আৰু কল্পনাশক্তি যে দুটি অতি আৱশ্যকীয় শক্তি তাত সন্দেহ নাই। অৰ্থাৎ যদি মানুহৰ দৰে জীয়াই থাকিবলগীয়া হয় তেন্তে এই দুটা পদাৰ্থ জীৱনৰপৰা বাদ দিব নোৱাৰি। গতিকে শৈশৱকালৰে পৰা চিন্তা আৰু কল্পনাৰ চৰ্চা নকৰিলে প্ৰয়োজনৰ সময়ত যে তাক পোৱা নাযায় এই কথা ন'কলেও হ'ব।

কিন্তু আমাৰ বৰ্তমান শিক্ষাত সেইপথ একৰকম বন্ধ। বহুদিনলৈকে আমি একমাত্ৰ ভাষা শিকাতেই ব্যস্ত থাকিব লাগে। আগতেই কৈ আহিছোঁ যে ইংৰাজী ভাষাটো হ'ল ইমান বিদেশী আৰু আমাৰ শিক্ষকসকল ইমান কমশিক্ষিত যে ভাষাৰ লগে লগে ভাব আমাৰ মনত সহজতে প্ৰবেশ কৰিব নোৱাৰে। সেইবাবেই ইংৰাজী ভাবৰ লগত কিছু পৰিমাণে পৰিচিত হ'বলৈ আমি বহুদিন অপেক্ষা কৰিব লাগে আৰু সেই সময়ত আমাৰ চিন্তাশক্তিয়ে নিজৰ উপযুক্ত কোনো কাম বিচাৰি নাপাই নিতান্ত নিশ্চেষ্টভাবে থাকে।

পঢ়াৰ লগে লগে ভাবি নোচোৱাৰ এয়ে অৰ্থ হ'ল যে স্তূপটো ওখ কৰি গৈছোঁ কিন্তু লগে লগে তাক নিৰ্ম্মাণ কৰা নাই। সামগ্ৰী নিঃসন্দেহে প্ৰচুৰ পৰিমাণে জমা হৈছে; মানসিক অট্টালিকা নিৰ্ম্মাণৰ উপযুক্ত ইটা-বালি আমাৰ আয়ত্তৰ ভিতৰত নাছিল। কিন্তু সংগ্ৰহ কৰিবলৈ শিকিলেই যে নিৰ্ম্মাণ কৰিবলৈ শিকা হয় এই ধাৰণা অতি ভুল। সংগ্ৰহ আৰু নিৰ্ম্মাণ কাৰ্য্য যেতিয়া একেলগে অলপ অলপকৈ অগ্ৰসৰ হৈ থাকে তেতিয়াহে কামটো নিপুণ হয়।

গতিকে ল'ৰাক যদি মানুহ কৰিব লাগে তেন্তে সৰুৰেপৰা মানুহ কৰি গঢ়িবলৈ যত্ন কৰিব লাগিব। নহ'লে সি সদায় ল'ৰা হৈয়েই থাকিব—মানুহ নহ'ব। শৈশৱকালৰেপৰা কেৱল স্মৰণশক্তিৰ ওপৰত নিৰ্ভৰ নকৰি লগে লগে যথা পৰিমাণে চিন্তাশক্তি আৰু কল্পনাশক্তিৰ স্বাধীন পৰিচালনাৰ কাৰণে সুবিধা দিব লাগিব। পুৰাৰপৰা গধুলিলৈকে কেৱল নাঙলেৰে খেতিকৰা আৰু মৈৰে মাটিৰ চপৰা ভঙা মুখস্থ আৰু পৰীক্ষা আমাৰ এই মানৱজীৱন কৰ্ষণৰ পক্ষে, আমাৰ এই দুৰ্ল্লভক্ষেত্ৰত সোণ গজাবৰ পক্ষে যথেষ্ট নহয়। এই শুকান ধুলিৰ লগত অবিৰাম কৰ্ষণ, পীড়নৰ লগত ৰস থাকিব লাগিব। কাৰণ মাটি যিমানেই ৰসাল হয়, সিমানেই ধান ভাল হয়। ইয়াৰ উপৰিও এনে একোটা বিশেষ সময় আছে যেতিয়া ধান খেতিৰ কাৰণে বৰষুণ বিশেষভাৱে আৱশ্যকীয় হৈ পৰে। সেই সময়খিনি পাৰ হৈ গ'লে হাজাৰ বৰষুণ হ'লেও তাৰ পৰা সুফল পাব নোৱাৰি। মানসিক বিকাশৰো তেনে একোটা বিশেষ সময় আছে—যেতিয়া জীৱন্ত ভাব আৰু নবীন কল্পনাবোৰ জীৱনৰ পৰিণতি আৰু সৰসতা সাধনৰ পক্ষে অতি আৱশ্যকীয় হৈ পৰে। ঠিক সেই সময়তে যদি সাহিত্য আকাশৰ পৰা এজাক বৰষুণ পৰে তেন্তে "ধন্য ৰজা পুণ্য দেশ"। নববিকশিত হৃদয় মুকুলে যেতিয়া অন্ধকাৰ মাতৃভূমিৰ পৰা বিপুলা পৃথিবী আৰু অনন্ত আকাশৰ পিনে প্ৰথম মূৰ দাঙি চায়, জন্মৰ গুপ্ত অন্তঃপুৰৰ দুৱাৰদলিত থিয় দি বাহিৰবিশ্বৰ লগত প্ৰথম পৰিচয় হয়, যেতিয়া নবীন বিস্ময়, নবীন প্ৰীতি, নবীন কৌতুহলে চাৰিওফালে মূৰ দাঙি উঠে, তেতিয়া যদি ভাবৰ সমীৰণ আৰু আনন্দলোকৰপৰা আলোক আৰু আশীৰ্ব্বাদ বৰিষণ হয় তেতিয়াহে তাৰ জীৱনটো যথাসময়ত সৰস আৰু পৰিণত হৈ উঠিব পাৰে। কিন্তু সেই সময়ত যদি কেৱল শুকান ধুলি আৰু তপত বালি কেৱল নিৰস

ব্যাকৰণ, আৰু বিদেশী অভিধানে তাক আবৰি ৰাখে তেন্তে সেই সময় উকলি যোৱাৰ পাছত ধাৰাসাৰ বৰষুণ হ'লেও, ইউৰোপীয় সাহিত্যৰ নতুন নতুন জীৱন্ত সত্য, বিচিত্ৰ কল্পনা আৰু উন্নত ভাববোৰ লৈ সোঁৱে বাঁৱে ছটিয়ালেও আৰু সি কাম নিদিব। সাহিত্যৰ অন্তৰ্নিহিত জীৱন্ত শক্তিৱে আৰু তাৰ জীৱনত সহজভাৱে প্ৰবেশ কৰিব নোৱাৰে। আমাৰ নিৰস শিক্ষাৰ মাজেদি সেই মাহেন্দ্ৰক্ষণ পাৰ হৈ যায়। কিছুমান কথাৰ বোজা লৈ আমি শৈশৱৰপৰা কৈশোৰ আৰু কৈশোৰৰপৰা যৌৱন অৱস্থাত প্ৰবেশ কৰোঁ।

এইদৰে বিশ বাইশ বছৰ ধৰি আমি যিবোৰ ভাবৰ শিক্ষা পাওঁ সেই শিক্ষাৰ লগত আমাৰ জীৱনটোৰ ৰাসায়নিক মিশ্ৰণ নহয়। গতিকে আমাৰ মনটোৱে এটা অদ্ভুত চেহেৰা লয়। শিক্ষিত ভাববোৰৰ কিছুমান জোৰা তাপলি মৰা। সময়ৰ লগে লগে কিছুমান নাইকিয়া হয়। অসভ্যবোৰে গাত ৰং সানি বহুৰ্বা সাজি পৰম গৰ্ব অনুভব কৰে, স্বাস্থ্যৰ স্বাভাৱিক উজ্জ্বলতা আৰু লাবণ্য ঢাকি পেলায়, সেইদৰে আমিও গায়ে মুৰে বিলাতী বিদ্যাৰ ৰং সানি গৰ্ব্বেৰে ফুৰা-চকা কৰোঁ। কিন্তু আমাৰ প্ৰকৃত আন্তৰিক জীৱনৰ লগত ইয়াৰ সম্বন্ধ অতি ক্ষীণ। অসভ্য ৰজাবোৰে কিছুমান সস্তীয়া কাঁচ, পাথৰ ইত্যাদি শৰীৰৰ য'তে ত'তে পিন্ধি থাকে আৰু বিলাতী সাজসজ্জা অযথা স্থানত সজাই ৰাখে। সেই কাম যে কিমান অদ্ভুত আৰু হাস্যজনক তাক তেওঁলোকে বুজিব নোৱাৰে। সেইদৰেই আমিও কিছুমান সস্তীয়া চমক লগোৱা বিলাতী কথাৰ মহল মাৰি ফুৰোঁ। ডাঙৰ ডাঙৰ বিলাতী ভাবৰ কথা অযথা স্থানত অসংযতভাৱে প্ৰয়োগ কৰোঁ। এইদৰে নিজৰ অজ্ঞাতসাৰে যে এটা অপূৰ্ব্ব, হাস্যকৰ অভিনয় কৰোঁ তাক আমি ধৰিবই নোৱাৰোঁ। আনক হাঁহা দেখিলে ততালিকে ইউৰোপীয় ইতিহাসৰপৰা ডাঙৰ ডাঙৰ প্ৰমাণ দিওঁ।

সৰুৰে পৰা যদি ভাষা শিক্ষাৰ লগে লগে ভাবৰো শিক্ষা দিয়া হয় আৰু ভাবৰ লগে লগে জীৱনযাত্ৰা নিয়মিতভাৱে চলি থাকে, তেতিয়াহে আমাৰ জীৱনৰ মাজত সামঞ্জস্য স্থাপন হ'ব পাৰে। তেতিয়াহে সহজ আৰু স্বাভাৱিক মানুহৰ দৰে আমি সকলো বিষয়ৰে যথাযথ পৰিমাণ নিৰ্ণয় কৰিব পৰা হওঁ।

ভালদৰে ভাবি চালে আমি দেখা পাওঁ যে এই শিক্ষা ভৱিষ্যতৰ জীৱন নিৰ্ব্বাহৰ কাৰণে উপযোগী নহয়, যি ঘৰত আমি আমৰণ বাস কৰিম সেই ঘৰৰ উন্নত ছবি আমাৰ পাঠ্যপুথিত নাই। পাঠ্যপুথিৰ বৰ্ণনাৰ মাজত আমাৰ

দৈনন্দিন জীৱনৰ কাৰ্য্যকলাপৰ স্থান নাই ; আমাৰ এই আকাশ পৃথিবী, এই নিৰ্ম্মল প্ৰভাত আৰু সুন্দৰ সন্ধ্যা, পৰিপূৰ্ণ খেতিপথাৰ আৰু দেশৰ লখিমী নৈ, জুৰিৰ কোনো সংগীতৰ ধ্বনি তাত শুনা নাযায়। ইয়াৰ পৰাই বুজিব পাৰি শিক্ষাৰ লগত আমাৰ জীৱনৰ মিলন হ'বৰ স্বাভাৱিক কোনো সম্ভাৱনা নাই ; উভয়ৰে মাজত অলপ ব্যৱধান থাকিবই। আমাৰ জীৱনৰ অভাৱসমূহ আমাৰ শিক্ষাই কেতিয়াও পূৰাব নোৱাৰে। আমি যি শিক্ষাৰ মাজত আজন্ম কাল বাস কৰোঁ সেই শিক্ষাই আমাক মাত্ৰ কেৰাণীগিৰিৰ নাইবা কোনো ব্যৱসায়ৰ কাৰণে উপযুক্ত কৰি তোলে। সেইবাবেই আমি অকণো আচৰিত নহওঁ যেতিয়া দেখোঁ যে এজন মানুহে এপিনে ইউৰোপীয় দৰ্শন, বিজ্ঞান আৰু ন্যায়শাস্ত্ৰত সুপণ্ডিত আৰু আনপিনে কুসংস্কাৰ শোষণকাৰী, এপিনে তেওঁ স্বাধীনতাৰ উজ্জ্বল আদৰ্শ মুখেৰে প্ৰচাৰ কৰিছে আনপিনে অধীনতাৰ সহস্ৰ মকৰাজালত নিজকে আৰু আনকো প্ৰতিমুহূৰ্ত্তে আবদ্ধ কৰি পেলাইছে ; এপিনে বিচিত্ৰ ভাবপূৰ্ণ সাহিত্য একচেটিয়াকৈ উপভোগ কৰিছে আনপিনে জীৱনটোৰ ভাবৰ উচ্চ শিখৰত নিমগ্ন ৰখাতো ব্যৰ্থ হৈছে—কেৱল ধন উপাৰ্জ্জন, আৰু বৈষয়িক উন্নতি সাধনতেই তেওঁ ব্যস্ত হৈ পৰিছে। কাৰণ এনে মানুহৰ বিদ্যা আৰু ব্যৱহাৰৰ মাজত এটা অতি সত্য আৰু দুৰ্ভেদ্য ব্যৱধান আছে। বিদ্যা আৰু ব্যৱহাৰ উভয়ে কেতিয়াও সুসংলগ্নভাৱে মিলিব নোৱাৰে।

এইদৰে জীৱনৰ এক তৃতীয়াংশ সময় যি শিক্ষাৰ মাজতেই কটালোঁ সেই শিক্ষা যদি চিৰকাল আমাৰ জীৱনৰে সৈতে অসংলগ্ন হৈ থাকিল অথচ অন্য শিক্ষাৰ বাবেও আমাৰ অৱসৰ নাথাকিল তেন্তে কিহৰ বলত আমি জীৱনত যথাৰ্থ মূল্য লাভ কৰিবলৈ সক্ষম হ'ম ?

আমাৰ শিক্ষা জীৱনৰ মাজত সামঞ্জস্য সাধন কৰাই বৰ্ত্তমান সময়ত সৰ্ব্ব-প্ৰধান মনোযোগৰ বিষয় হৈ পৰিছে।

কিন্তু এই মিলন কোনে সাধন কৰিব পাৰে ? বঙলা ভাষা আৰু বঙলা সাহিত্যই। বঙ্কিমবাবুৰ 'বঙ্গদৰ্শন' প্ৰথম প্ৰভাতৰ দৰে যেতিয়া বঙ্গদেশত উদয় হৈছিল তেতিয়া দেশৰ সমগ্ৰ শিক্ষিত অন্তৰ্জ্জগত এটি অপূৰ্ব্ব আনন্দত জাগ্ৰত হৈ উঠিছিল, 'বঙ্গদৰ্শনে' জানো ইউৰোপৰ দৰ্শন, বিজ্ঞান, ইতিহাসত নোপোৱা কিবা নতুন তত্ত্ব, নতুন আবিষ্কাৰ প্ৰকাশ কৰিছিল ? নাই কৰা।

বংগদৰ্শনক অবলম্বন কৰি এটা প্ৰবল প্ৰতিভাই আমাৰ ইংৰাজী শিক্ষা আৰু অন্তঃকৰণৰ মাজত থকা ব্যৱধান ভাঙি দিছিল। বহুত দিনৰ পাছত প্ৰাণৰ লগত ভাবৰ এটি আনন্দ সম্মিলন ঘটিছিল। প্ৰবাসীজনক নিজগৃহলৈ আনি আমাৰ ঘৰ-দুৱাৰ উৎসৱ মুখৰিত কৰি তুলিছিল। ইমানদিনে কৃষ্ণই মথুৰাত ৰাজত্ব কৰিছিল। কুৰি পঁচিশ বছৰ সাধ্য সাধনা কৰিহে তেওঁৰ সাক্ষাত মিলিছিল। এতিয়া বংগদৰ্শনে দূত হৈ তেওঁক আমাৰ বৃন্দাবনলৈ আনি দিলে। বৰ্ত্তমান আমাৰ গৃহ, সমাজ, অন্তৰ সকলোতে এটা নতুন জ্যোতি উদ্ভাসিত হ'ল। আমি আমাৰ ঘৰৰ ছোৱালীক সূৰ্য্যমুখী পদুমকলিৰ দৰে দেখিলোঁ, চন্দ্ৰশেখৰ আৰু প্ৰতাপে বঙালী পুৰুষক এটা উচ্চতৰ ভাবজগতত প্ৰতিষ্ঠিত কৰিলে। আমাৰ দৈনন্দিন ক্ষুদ্ৰৰে জীৱনৰ ওপৰত এটি উজ্জ্বল ৰশ্মি বিকীৰ্ণ হ'ল।

যি কোনো ফালৰ পৰা যেনেভাৱেই চোৱা যায় আমাৰ ভাব, ভাষা আৰু জীৱনৰ মাজৰ সামঞ্জস্য দূৰ হৈ গৈছে। মানুহবোৰ ভিন ভিন আৰু নিষ্ফল হৈ পৰিছে। নিজৰ ভিতৰত ঐক্য স্থাপন কৰি বলিষ্ঠভাৱে থিয় দিব পৰা নাই, যেতিয়া যিটোৰ আৱশ্যক তাক হাত মেলি পোৱা নাই। এটা গল্প আছে; ক্ৰমে দৰিদ্ৰই গোটেই জাৰকালিটো অলপ অলপ কৈ পইচা সাঁচি যেতিয়া গৰমৰ বাবে পাতল কাপোৰ কিনি লয়, তেতিয়া আঘোণৰ মাজ আহি পৰে। তাৰ দৰিদ্ৰ অৱস্থা দেখি দেৱতাৰো দয়া উপজিল আৰু তাক বৰ দিব খুজিলে। তেতিয়া দৰিদ্ৰই ক'লে—"মই আৰু একো নিবিচাৰোঁ। মাত্ৰ মোৰ এই হেৰফেৰ গুচাই দিয়া। মই যে গোটেই জীৱন ভৰি গ্ৰীষ্মকালত শীতৰ কাপোৰ আৰু শীতকালত গৰমৰ কাপোৰ লাভ কৰোঁ, এইটো অলপ সংশোধন কৰি দিলেই মোৰ জীৱন সাৰ্থক হয়।"

আমাৰো এয়ে প্ৰাৰ্থনা। আমাৰ হেৰফেৰ গুচিলেই আমি চৰিতাৰ্থ হ'ম। শীতৰ লগত শীতবস্ত্ৰ আৰু গ্ৰীষ্মৰ লগত গ্ৰীষ্মবস্ত্ৰ একে লগ কৰিব পৰা নাই কাৰণেই সকলো থাকিও আমাৰ ইমান দৈন্য আছে। এতিয়া আমি বিধাতাৰ ওচৰত এই বৰ বিচাৰিছোঁ যেন আমাৰ ক্ষুধাৰ লগত অন্ন, শীতৰ লগত বস্ত্ৰ, ভাবৰ লগত ভাষা, শিক্ষাৰ লগত জীৱন এক কৰি দিয়া।

পানী মে মীন পিয়াসী।
শুনত শুনত লাগে হাসি॥

আমাৰ পানীও আছে, পিপাসাও আছে। তাকে দেখি আনে আমাক হাঁহিছে। আমাৰ দুচকু পানীৰে উপচি পৰিছে। আমি কিন্তু পানী খাব পৰা নাই।

১৮৯২

# শিক্ষাৰ মিলন

বিশ্বৰ বাহ্যিক দিশটো এটা প্ৰকাণ্ড মেছিনৰ দৰে। তাত এডাল চুলিৰ সমান নিয়মৰ ব্যতিক্ৰম হ'বৰ উপায় নাই। এই বিৰাট বস্তু বিশ্বই আমাক নানাভাৱে বাধা দিয়ে; এলাহ বা মূলখিনি কৰি যেয়ে তাৰ হাত সাৰিব বিচাৰিছে সেয়ে হাতসাৰিবতো পৰা নায়েই বৰং নিজেই ফাঁকি দিছে; আনহাতে যেয়ে বস্তুবিশ্বৰপৰা নীতি-নিয়ম শিকি লৈছে তেওঁ যে আন বস্তুৰ বাধাৰ পৰাহে ৰক্ষা পৰিছে এনে নহয়; তেওঁৰ নানা কামত বস্তুৱে সহায়হে কৰিছে। বহিৰ্বিশ্বৰ দুৰ্গম পথেদি লৰি যোৱাৰ বিদ্যা তেওঁ আয়ত্ত কৰিছে। সকলো ঠাইতেই সকলোতকৈ আগতে তেওঁ উপস্থিত হ'ব পাৰে। গতিকে বিশ্বভোজৰ আগভাগটো তেঁৱেই লাভ কৰে। আনহাতে লাহে ধীৰে বাট বুলি যিমানে সময় উকলি যোৱাৰ পাছত ভোজৰ ঠাই পায়গৈ তেওঁলোকে হয়তো দেখেগৈ যে একোৱেই বাধা নাই নাইবা সকলো ফাঁকি।

এনে অৱস্থাত পশ্চিমীয়া মানুহে যি বিদ্যাৰ বলত বিশ্ব জয় কৰিছে সেই বিদ্যাক গালি পাৰিলে আমাৰ কষ্ট নকমে, বৰং অপৰাধ বাঢ়িবহে। কাৰণ বিদ্যা যে সত্য।

এই বিশ্বব্ৰহ্মাণ্ডত কোনো নীতি নিয়মৰ ব্যতিক্ৰম হ'ব নোৱাৰে। এই বিশ্বাসটো বৈজ্ঞানিক বিশ্বাস। এই বিশ্বাসে জয় আনে। পশ্চিমীয়া মানুহে এই বিশ্বাসৰ ওপৰত ভিত্তি কৰিয়েই নিয়মক আকোঁৱালি ধৰিছে। গতিকে তেওঁলোকে বাহ্যিক জগতৰ কতমানে বিপদ পাৰ হৈ গৈছে এতিয়াও বিশ্বৰ ক্ষেত্ৰত যাদুক অস্বীকাৰ কৰিবলৈ ভয় কৰে কিন্তু ঠেকত পৰিলে ততালিকে যাদুৰ শৰণাপন্ন হয়। বহিৰ্বিশ্বত তেওঁলোকে সকলোফালৰ পৰাই আঘাত পাইছে। কিন্তু ইয়াৰ কৰ্তৃত্ব লোৱা নাই।

বিশ্বশক্তিতো এটা ত্ৰুটিবিহীন বিশ্বনিয়মৰেই ৰূপ তাক দোহাৰিবৰ প্ৰয়োজন নাই।

আমাৰ নিয়ন্ত্ৰিত বুদ্ধিয়ে এই নিয়ন্ত্ৰিত শক্তিক উপলব্ধি কৰিব পাৰে। বুদ্ধিৰ নিয়মৰ লগত এই বিশ্বনিয়মৰ সামঞ্জস্য আছে। এই নিয়মৰ ওপৰত অধিকাৰৰ শক্তি আমাৰ প্ৰত্যেকৰে ভিতৰত নিহিত হৈ আছে। এই কথা

উপলব্ধি কৰিয়েই আমি আত্মশক্তিৰ ওপৰত ভৰ দি থিয় দিব পাৰিছোঁ। বিশ্বৰ ক্ষেত্ৰত যি মানুহে আকস্মিকতাক বিশ্বাস কৰে তেওঁৰ নিজকেই বিশ্বাস কৰিবলৈ সাহস নাই। তেওঁ যেতিয়াই তেতিয়াই যাকে তাকে মানি লয় আৰু শৰণাগত হ'বলৈ আকুল হৈ পৰে। মানুহে যেতিয়া দেখে যে বিশ্বৰ ক্ষেত্ৰত নিজৰ বুদ্ধিয়ে কাম নিদিয়ে, তেতিয়া তেওঁ আন সন্ধান কৰিবলৈ ইচ্ছা নকৰে। কোনো প্ৰশ্ন নকৰি তেওঁলোকে বাহ্যিক বিশ্বৰ গৰাকীক বিচাৰি ফুৰে; সেইবাবেই তেওঁলোকে পুলিচৰ দাৰোগাৰ পৰা মেলেৰিয়াৰ মহ পৰ্য্যন্ত সকলোৰে হাতত ঠগ খায়। বুদ্ধিৰ ভীৰুতাই হৈছে শক্তিহীনতাৰ ধাই থলী।

পশ্চিমীয়া দেশত ৰাজনৈতিক স্বাতন্ত্ৰ্যৰ বিকাশ কেতিয়া আৰম্ভ হ'ল? অৰ্থাৎ ৰাষ্ট্ৰৰ নিয়ম ব্যক্তি বা সম্প্ৰদায় বিশেষৰ যে ধেমালিৰ বস্তু নহয় আৰু সেই নিয়মৰ লগত তেওঁলোকৰ প্ৰত্যেকৰে সম্মতিৰ সম্বন্ধ আছে এই কথা দেশৰ মানুহে কেতিয়াৰপৰা বুজিছে? যেতিয়াৰপৰা বিজ্ঞানৰ আলোচনাই তেওঁলোকৰ মন ভয়মুক্ত কৰিলে আৰু কেতিয়াৰপৰা তেওঁলোকে বুজিলে যে ব্যক্তিৰ কল্পনাই বিকৃত নকৰা নিয়মেই হ'ল সত্য নিয়ম আৰু এই নিয়ম মানুহৰ ইচ্ছাৰ দ্বাৰা অকণো লৰচৰ নহয়। মই এদিন এখন গাৱঁৰ উন্নতি কৰিবলৈ গৈছিলোঁ। গাৱঁৰ মানুহক সুধিলোঁ—"সেইদিনা তোমালোকৰ চুবুৰীত জুই লাগোঁতে এখনো চাল ৰক্ষা কৰিব নোৱাৰিলা কিয়?" তেওঁলোকে ক'লে—"কপাল!" মই কলোঁ "কপাল নহয়হে কুঁৱাৰ অভাৱ। চুবুৰীত কিয় এটাও কুৱাঁ খন্দা নাই?" তেওঁলোকে তৎক্ষণাত ক'লে—"ডাঙৰীয়া কৰ্ত্তাৰ আজ্ঞা হ'লেই হয়।" ঘৰৰ জুই লগাৰ গুৰিতে থাকে ভাগ্য, তেওঁলোকৰ পানী দিয়াৰ ভাৰ কোনো এজন কৰ্ত্তাৰ। গতিকে যি কোনো উপায়ে তেওঁলোকে এজন কৰ্ত্তা পালেই ৰক্ষা পৰে। সেইবাবেই তেওঁলোকৰ ভাগ্যত আনকোনো অভাৱ থাকিলেও কৰ্ত্তাৰ অভাৱ নাই।

বিশ্বৰাজ্যত দেৱতাই আমাক স্বাধীনতা দি বহি আছে। অৰ্থাৎ বিশ্বৰ নিয়মক তেওঁ সাধাৰণ নিয়মত পৰিণত কৰি দিছে। একমাত্ৰ আমাৰ মোহৰ বাহিৰে অন্য একোৱেই আমাক এই নিয়মৰ কৰ্ত্তৃত্বৰ পৰা বঞ্চিত কৰিব নোৱাৰে। সেই কাৰণেই আমাৰ উপনিষদে এই দেৱতা সম্বন্ধে কৈছে—"যাথাতথ্যতোহৰ্থান্ ব্যদধাৎ শাশ্বতীভ্যঃ সমাভ্যঃ" অৰ্থাৎ অৰ্থৰ বিধান তেওঁ

যি নিয়মত কৰিছে সেই নিয়ম অকণো যথেচ্ছাচাৰিতা নকৰাকৈ যথাযথভাৱেই কৰিছে। এই নিয়ম আজি একৰকম আৰু কালিলৈ একৰকম হ'ব নোৱাৰে। ই শাশ্বত কালৰ কাৰণে। ইয়াৰ মানে হ'ল অৰ্থৰাজ্যত তেওঁৰ বিধান চিৰকালৰ কাৰণে কট্‌কটীয়া কৰি দিছে। ইয়াক নকৰিলে মানুহ চিৰকাল তেওঁৰ ওপৰত নিৰ্ভৰ কৰি থাকিলেহেঁতেন। ইটো সিটো নানা ভাত টেকেলাক ভেটি দি নিজে দেউলীয়া হৈ পৰিলহেঁতেন। কিন্তু টেকেলাৰ ছদ্মবেশধাৰী মিছা বিভীষিকাৰ হাতৰপৰা যি দলিলে আমাক ৰক্ষা কৰিছে সেই দলিল হ'ল তেওঁৰ বিশ্বৰাজ্যত আমাৰ স্বৰাজৰ দলিল। তাৰেই আশ্বাসবাণী হৈছে—"যাথাতথ্যতোহৰ্থান্ ব্যদধাৎ শাশ্বতীভ্যঃ সমাভ্যঃ"। তেওঁৰ অনন্ত-কালৰ পৰা অনন্ত কাললৈ অৰ্থৰ যি বিধান কৰিছে সিয়েই যথাৰ্থ বিধান। তেওঁ চন্দ্ৰ, সূৰ্য্য, গ্ৰহ, নক্ষত্ৰত এই কথাষাৰি লিখি দিছে—"বস্তুৰাজ্যত মই নহ'লেও তোমালোক চলিব পাৰিবা। মই সেই ৰাজ্যৰ পৰা আঁতৰি থাকিম। এপিনে বিশ্বৰ নিয়ম আৰু আনপিনে থাকিব তোমাৰ বুদ্ধিৰ নিয়ম, এই দুয়োৰে মিলনেৰে তুমি ডাঙৰ হোৱা। তোমাৰ জয় হওক; এই ৰাজ্য তোমাৰেই হওক, এই ধন, এই অস্ত্ৰ তোমাৰেই।" যেয়ে এই বিধিদত্ত স্বৰাজ গ্ৰহণ কৰে তেওঁ অন্য স্বৰাজে পাব আৰু তাক ৰক্ষা কৰিবলৈ সমৰ্থ হ'ব।

কিন্তু নিজৰ বুদ্ধিৰ ক্ষেত্ৰত যি গৰাকীৰ মুখাপেক্ষী ৰাজনীতি ক্ষেত্ৰতো তেনেলোক গৰাকীৰ মুখাপেক্ষী নহৈ উপায় নাই। স্বয়ং বিধাতাই য'ত কৰ্ত্তৃত্ব দাবী নকৰে তেনে ক্ষেত্ৰতো তেওঁলোকে একোজন কৰ্ত্তা বিচাৰি লয়। বিধাতাৰ পৰা সম্মান পালেও এওঁলোকে আত্মঅৱমাননা কৰে। ৰজাৰ উপৰি ৰজাই এওঁলোকৰ স্বৰাজৰ কৰ্ত্তৃত্ব কৰে। শেষত নিজৰ সত্তাটোকে বচোৱা টান হৈ পৰে।

এই খিনিতে এটা কথা মনত পৰে। এই প্ৰশ্নটো বাৰে বাৰে জাগি উঠে—"সকলো মানি ললোঁ কিন্তু পশ্চিমত যি শক্তিৰ ৰূপ দেখি আহিলোঁ তাত জানো তৃপ্তি লাভ কৰিছে?" ওহোঁ, পোৱা নাই। তাত আনন্দৰ পৰিৱৰ্তে ভোগৰহে চেহেৰা দেখিলোঁ। আমেৰিকাৰ ঐশ্বৰ্য্যৰ দানৱপুৰীত সাতমাহ আছিলোঁ। 'দানৱ' শব্দটো বেয়া অৰ্থত ব্যৱহাৰ কৰা নাই। ইংৰাজীত হয়তো Titanic wealth বুলি ক'লেহেঁতেন। অৰ্থাৎ যি ঐশ্বৰ্য্যৰ শক্তি প্ৰবল আৰু আয়তন বিপুল। হোটেলৰ খিৰিকীৰে সদায় ত্ৰিশ-পয়ত্ৰিশ মহলাৰ

অট্টালিকাবোৰলৈ চাই ভাবিছিলোঁ এপিনে হ'ল লক্ষ্মী আৰু আনপিনে কুবেৰ। দুয়োৰে ভিতৰত বহুত তফাৎ। লক্ষ্মী হ'ল কল্যাণী, সেই গতিকেই কল্যাণৰ দ্বাৰা ঐশ্বৰ্য্য শ্ৰী লাভ কৰে; কুবেৰৰ ধৰ্ম্ম হ'ল সংগ্ৰহ। সেই সংগ্ৰহৰ দ্বাৰা ঐশ্বৰ্য্যই বাহুল্য লাভ কৰে। বাহুল্যৰ কোনো চৰম অৰ্থ নাই। দুইৰ দুই গুণে চাৰি। চাৰিৰ দুই গুণে আঠ, আঠ দুগুণে ষোল্ল। এইদৰে সংখ্যাবোৰ ভেঁকুলীৰ দৰে জপিয়াই জপিয়াই কেৱল দীঘল হৈ যায়। অবিৰাম এই লক্ষণৰ স্পৃহাই যাক গ্ৰাস কৰিছে তাৰ আক্ৰোশক্ৰমে বাঢ়ি যায়। তেজ গৰম হৈ পৰে। বাহাদুৰিয়ে তেনেলোকক মুৰ্খ কৰি পেলায়।

আটলাণ্টিকৰো সিপাৰৰ শিল, ইটাৰ হাবিত বহি প্ৰতিদিনেই মনটোৱে বিমৰিষ হৈ গৈছে—তালৰ খদমদমৰ অন্ত নাই, কিন্তু সুৰ ক'ত? আৰু লাগে আৰু লাগে এই বাণীত সৃষ্টিৰ সুৰ নাই। সেইবাবেই সেইদিনা অভ্ৰভেদী ঐশ্বৰ্য্যৰ কটাক্ষৰ আগত থিয় দি ধনমানহীন ভাৰতৰ এটি সন্তানে ধিক্কাৰেৰে সৈতে কৈছিল—"ততঃ কিম্"।

এই কথা সদায় কৈছোঁ আৰু আজিও কওঁ যে বৈৰাগ্যৰ নামত এই শূন্য ভিক্ষাপাত্ৰ সমৰ্থন নকৰোঁ। মই কওঁ যে অন্তৰত গীত নামৰ এই সত্যটো যদি ভৰপুৰ হৈ থাকে তেন্তে মোৰ সংযম ৰক্ষাৰ কাৰণে সুৰ আৰু তাল উভয়েই চেষ্টা কৰে—বাহিৰৰ বৈৰাগ্যই অন্তৰৰ পূৰ্ণতাৰ পৰিচয় দিয়ে। কোলাহলৰ উশৃংখলতাৰ মাজত সংযমৰ কোনো স্থান নাই। অন্তৰত প্ৰেম থাকিলে তাৰ সাধনাৰ কাৰণে ভোগ সংযত, আৰু সেয়া নিভাঁজ হ'ব লাগিব। এই সতীত্বৰ যি বৈৰাগ্য অৰ্থাৎ সংযম। সেয়ে হ'ল প্ৰকৃত বৈৰাগ্য। অন্নপূৰ্ণাৰ লগত বৰাগীৰ যি মিলন হয় সেয়ে হ'ল প্ৰকৃত মিলন। উপৰোক্ত কথাৰ পৰাই সকলোৱে বুজিব পাৰিব যে ৰেল, টেলিগ্ৰাফ, কল-কাৰখানা এইবোৰৰ প্ৰয়োজন মই কেতিয়াও অস্বীকাৰ নকৰোঁ। মই কওঁ এইবোৰৰ প্ৰয়োজন আছে কিন্তু সিঁহতৰ কোনো বাণী নাই। বিশ্বৰ কোনো সুৰকেই সিহঁতে সহাঁৰি নিদিয়ে, হৃদয়ৰ আহ্বান প্ৰত্যুত্তৰ নিদিয়ে। মানুহৰ অভাবৰ ক্ষেত্ৰৰেই উপকৰণৰ সৃষ্টি, পূৰ্ণতা তাতেই প্ৰকাশিত অমৃতৰ ৰূপ। অভাবৰ পিনে অৰ্থাৎ উপকৰণৰ মহলতেই মানুহৰ ঈৰ্ষা বিদ্বেষ ভৰি পৰে; ইয়াতেই বৰ্ত্তমানে প্ৰাচীৰ, পহৰা ইত্যাদি, ইয়াতেই তেওঁলোকে আনক খেদি নিজৰ স্বাৰ্থ পূৰাই লয়। গতিকে ইয়াতেই মানুহৰ সংগ্ৰাম আৰম্ভ হয়। য'ত অমৃত বৰ্ত্তমান, য'ত বস্তুৰ

পৰিবৰ্তে মানুহে আত্মাক প্ৰকাশ কৰে, অইন কিন্তু সকলো মাতি আনে, তাত ত্যাগ কৰিলেও ভোগৰ অন্ত নহয়, গতিকে তাতেই প্ৰকৃত শান্তি।

নিয়মক কামত খটাই আমি ফল পাওঁ। কিন্তু ফল পোৱাতকৈ যে মানুহৰ অন্য এটা লাভ আছে। চাহবাগানৰ মেনেজাৰে বনুৱাৰ ওপৰত যি নিয়ম চলায়, সেই নিয়ম যদি যথাযথ তেন্তে সি চাহৰ ব্যৱসায়ৰ পক্ষে কামত আহে। কিন্তু বন্ধু সম্বন্ধে মেনেজাৰৰ কোনো নিয়ম নাই, তেওঁৰ ক্ষেত্ৰত নিয়মৰ প্ৰশ্নই নুঠে। সেইখিনিতেই চাহৰ ব্যয়ৰ বাহিৰে আয় নাথাকে। বনুৱাৰ নিয়মতো আধিভৌতিক বিশ্বনিয়মৰ দলত, সেই বাবেই সেইটো চাহবাগানতো খাটে। কিন্তু যদি এনে ধাৰণা হয় যে সেই বন্ধুত্বৰ সত্যটো কোনো বিৰাট সত্যৰ অংগীভূত নহয়, তেন্তে সেই ধাৰণাই মানৱতাক শুহি পেলায়। মেশিন বা কলক আমি বন্ধু বুলি বৰণ কৰিব নোৱাৰোঁ, গতিকে কলৰ বাহিৰে যদি একে নাথাকে তেন্তে আমাৰ এই আত্মীয়তাক বিচাৰি ফুৰা আত্মাৰ কি উপায় হ'ব? পশ্চিমীয়া সমাজত যান্ত্ৰিকতাক উচ্চ আসন দিয়া বাবেই তাত মানব সম্বন্ধে শিথিল হৈ পৰিছে। কাৰণ স্ক্ৰুৰে বন্ধ কৰা, আঠাৰে জোৰা দিয়াৰ বন্ধনক ভাবনা আৰু চেষ্টাৰ মাজেদি প্ৰধান কৰি তুলিলে অন্তৰতম আত্মিক বন্ধনেৰে মানুহে পৰস্পৰে পৰস্পৰৰ প্ৰতি গভীৰভাৱে মিলি যোৱাৰ শক্তি হেৰুৱায়। আমাৰ মেশিনৰ নিয়মেৰে বান্ধ খোৱাৰপৰা আচৰিত সফলতা লাভ কৰা যায়। তাত পণ্যদ্ৰব্য ৰাশিকৃত হয়, বিশ্ববিয়পি মেলা বহে; ডাৱৰ ভেদি ঘৰ-দুৱাৰ গঢ়ি উঠে।

কাৰণ আগেয়েই কৈছোঁ বাহ্যিকবিশ্বৰ এই মেশিন বস্তুটো সত্য। সেই বাবেই যান্ত্ৰিকতাত যাৰ মন পকি উঠে তেৱেঁই লাভবান হয়। তেওঁলোকে যিমানেই লাভ কৰে সিমানেই লোভ বাঢ়ি যায়। লোভ যিমানেই বাঢ়ি যায় যিমানেই মানুহে মানুহক পীড়া দিবলৈ দ্বিধাবোধ নকৰে। আতিল সত্যক লোভে দুবলি কৰি তোলে। মানুহৰ বান্ধোনৰ ৰচিৰ বান্ধোন হৈ পৰে, কিন্তু ৰচিৰ বান্ধোনৰ ঐক্যক সহ্য কৰিব নোৱাৰি মানুহ বিদ্ৰোহী হৈ পৰে। এটা কথা যে পশ্চিম দেশত আজি সামাজিক বিদ্ৰোহে কৰাল মূৰ্ত্তি ধৰিছে। ভাৰতৰ আচাৰ নীতিৰ বন্ধনে য'ত মানুহে মানুহক এক কৰিব খুজিছে তাত সেই ঐক্যই সমাজক নিৰ্জীৱ কৰিছে। ইউৰোপত বাহ্যিক ব্যৱহাৰৰ বন্ধনেৰে য'ত মানুহক এক কৰিবলৈ চেষ্টা চলিছে তাত সেই ঐক্যই সমাজক শিথিল কৰি তুলিছে।

তেন্তে চৰিতাৰ্থ ক'ত ? তাৰ উত্তৰ এদিন ভাৰতবৰ্ষৰ ঋষিসকলে দিছিল। তেওঁলোকে কয়—চৰিতাৰ্থ পৰম ঐক্যৰ ভিতৰত। গছৰপৰা আপেল সৰে। এটা, দুটা, চাৰিটা। আপেল সৰাৰ অন্তবিহীন সংখ্যাগণনাৰ ভিতৰতে আপেল সৰাৰ সত্য দেখিবলৈ পোৱা যায়। এই কথা যেয়ে কয় তেওঁৰ মনটোৱে প্ৰত্যেকটো সংখ্যাৰ ওচৰলৈ আহি এই প্ৰশ্ন কৰে—"ততঃ কিম" ? তেওঁৰ গতিও নকমে আৰু এই প্ৰশ্নৰো সমিধান নাই। কিন্তু অসংখ্য আপেল সৰাটো যিদৰে এটা আকৰ্ষণ তত্ত্বত মিলিছেহি সেইদৰে বুদ্ধিয়ে সন্তুষ্ট হৈ কয়—"ইমানেই হ'ব"।

এই গ'ল আপেল সৰাৰ সত্য। মানুহৰ সত্যটো ক'ত আছে ? ছেনছাছ ৰিপোৰ্টত ? এক দুই তিনি চাৰি পাঁচৰ মাজত ? অন্তহীন সংখ্যাৰ মাজতেই মানুহৰ স্বৰূপ প্ৰকাশ পায় নেকি ?

নহয়, এই প্ৰকাশৰ তত্ত্বটো উপনিষদে এইদৰে কৈছে—

"যস্তু সৰ্ব্বানি ভূতানি আত্মন্যেবানুপশ্যতি
সৰ্বভূতেষু চাত্মনং ন ততো বিজুগুপ্সতে ॥"

যেয়ে সৰ্বভূতক আপোনভাৱে লয় আৰু আত্মাক সৰ্বভূতৰ মাজত দেখা পায় তেওঁ প্ৰচ্ছন্ন নাথাকে। নিজৰ ভিতৰত নিজকেই আবদ্ধ ৰাখি তেওঁ লুপ্ত হৈ থাকে। আনৰ মাজত যেয়ে নিজকেই উপলব্ধি কৰে তেঁৱেই প্ৰকাশিত হয়। মনুষ্যত্বৰ এই প্ৰকাশৰ আৰু প্ৰচ্ছন্নৰ এটা উজ্জ্বল দৃষ্টান্ত ইতিহাসত আছে। বুদ্ধদেৱে মৈত্ৰীবুদ্ধিৰ মাজেদি সকলো মানুহকে একে দেখিছিল। তেওঁৰ এই ঐক্য তত্ত্বই চীনক অমৃত দান কৰিছিল। যি বণিকে লোভৰ বশৱৰ্ত্তী হৈ চীনলৈ আহি এই ঐক্যতত্ত্বক মানি নল'লে তেওঁ অকাতৰে চীনক মৃত্যুদান কৰিছে। কামানেৰে আহি থাকি চীনক আফিং খুৱাইছে। কিহৰ মাজত মানুহ প্ৰকাশিত আৰু কিহৰ মাজত প্ৰচ্ছন্নৰ হৈ আছে তাক ইয়াতকৈয়ো স্পষ্টভাৱে ক'তো দেখা নাযায়।

জড়বিশ্বৰ অত্যাচাৰৰ প'ৰা আত্মাক মুক্ত কৰাটো আত্মিক সাধনাৰ এটা অংগ। পশ্চিম মহাদেশৰ লোকসকলে সেই দিশটোৰ সাধনাত মন নিয়োগ কৰিছে। এইটোৱেই হৈছে সাধনাৰ সকলোতকৈ তলৰ খাপ। কিন্তু এই ভেঁটি পকা কৰি ল'ব নোৱাৰিলে অধিকাংশ মানুহৰ অধিকাংশ পেটৰ দায়ত জড়বস্তুৰ গোলামী কৰাত ব্যস্ত থাকিব লাগিব। পশ্চিম দেশৰ মানুহবোৰে

চোলাৰ হাত কোঁচাই এনেদৰে কোৰ-খন্তিলৈ মাটি খন্দাত লাগি গৈছে যে তেওঁলোকে মূৰ তুলি চোৱাৰ অবকাশ নাই। এই পকা ভেঁটিৰ ওপৰত যেতিয়া দুমহলা গঢ়ি উঠিব তেতিয়াই পোহৰ আৰু বতাহৰ ভক্ত সকলৰ ঘৰটি বাধাহীন হৈ পৰিব। তত্ত্বজ্ঞানৰ ক্ষেত্ৰত আমাৰ জ্ঞানীসকলে কৈছে যে নজনাটোৱেই বন্ধন আৰু জনাটোৱেই হ'ল মুক্তি। বস্তুবিশ্বৰো এই একেই কথা। যেয়ে ইয়াৰ নিয়ম তত্ত্ব নাজানে তেৱেঁই আবদ্ধ হয়, যেয়ে জানে তেৱেঁই মুক্তি পায়। গতিকে বিষয়ৰাজ্যত আমি যাক বাহ্যবন্ধন বুলি ভাবোঁ সিও মায়াহে; বিজ্ঞানে এই মায়াৰ পৰা আমাক নিষ্কৃতি দিয়ে। পশ্চিমদেশে বহিঃ বিশ্বত মুক্তিৰ সাধনা কৰিছে। সেই সাধনাই ক্ষুধা, তৃষ্ণা, শীত, গ্ৰীষ্ম, দৈন্যৰ মূলত আঘাত কৰিছে। এয়ে হৈছে মানুহক মৃত্যুৰ প্ৰহাৰৰ পৰা ৰক্ষা কৰাৰ চেষ্টা। পূব মহাদেশে অন্তৰাত্মাৰ যি সাধনা কৰিছে সি হ'ল অমৃত লাভ কৰিবৰ উপায়। গতিকে পূব মহাদেশৰ চিত্ত যদি বিছিন্ন হয় তেন্তে উভয়েই ব্যৰ্থ হ'ব; সেইবাবেই উপনিষদে পূব-পশ্চিমৰ মিলনমন্ত্ৰ দি গৈছে—

বিদ্যাং চাবিদ্যাং চ যস্তদ্বেদোভয়ং সহ
অবিদ্যয়া মৃত্যুং তীৰ্ত্বা বিদ্যায়ামৃতমশ্নুতে।

য'ত কিঞ্চিৎ জগত্যাং জগত—ইয়াকেই বিজ্ঞানৰ প্ৰয়োজন; ঈশাবাস্যমিদং সৰ্বং —ইয়াত তত্ত্বজ্ঞানৰ প্ৰয়োজন। এই উভয়কে মিলোৱাৰ কথা ঋষিসকলে কৈ গৈছে। এই মিলনৰ অভাৱত পূবৰ দেশসমূহ দৈন্যপীড়িত নিৰ্জীৱ; আৰু এই মিলনৰ অভাৱত পশ্চিম অশান্তিৰ দ্বাৰা ক্ষুব্ধ আৰু অশান্ত।

এই ঐক্যতত্ত্ব সম্বন্ধে মোৰ কথা ভুল বুজাৰ আশংকা আছে। গতিকে যিটো কথা আভাসতে কৈছিলোঁ তাক আকৌ এবাৰ স্পষ্টভাৱে কোৱা ভাল। এক হোৱা আৰু একাকাৰ হোৱা দুটা বেলেগ বস্তু। যি স্বতন্ত্ৰ সিহে এক হ'ব পাৰে। পৃথিৱীত অন্য জাতিৰ স্বতন্ত্ৰতা হৰণ কৰা লোকসকলেই সকলো জাতিৰ ঐক্য লোপ কৰি দিয়ে। ইম্পিৰিয়েলিজম্ হৈছে অজগৰ সাপৰ ঐক্য-নীতি গিলি খোৱাকেই ই এক কৰা বুলি প্ৰচাৰ কৰে। আগতেই কৈছোঁ যে আধিভৌতিক যদি আধ্যাত্মিকক আত্মসাৎ কৰে তেন্তে ভাল সমন্বয় বুলিব নোৱাৰি; পৰস্পৰৰ নিজ নিজ ক্ষেত্ৰত উভয়েই স্বতন্ত্ৰ থকাকে প্ৰকৃত অৰ্থত সমন্বয় বুলি কোৱা হয়। সেইদৰেই মানুহ য'ত স্বাধীন তাত মানুহ স্বতন্ত্ৰতা স্বীকাৰ কৰিলেহে মানুহ য'ত এক তাত তাৰ প্ৰকৃত ঐক্য পোৱা যায়। প্ৰকৃত

স্বতন্ত্রতাৰ ওপৰত হে প্ৰকৃত ঐক্য প্ৰতিষ্ঠা হয়। যি সকল নবযুগৰ সাধক, ঐক্যৰ সাধনাৰ কাৰণেই তেওঁলোকে স্বতন্ত্ৰতাৰ সাধনা কৰিব লাগিব। তেওঁলোকে মনত ৰাখিব লাগিব যে এই সাধনাতেই অকল জাতিবিশেষতেই নহয় সমগ্ৰ মানবৰো মুক্তি।

যি আনক আপোনভাৱে লৈছে—'ন ততো বিজগপ্সতে' তেওঁলোকেই প্ৰকাশ পাইছে। মানুহৰ সমগ্ৰ ইতিহাসেই এই তত্ত্বৰ নিৰন্তৰ অভিব্যক্তি নহয় জানো? ইতিহাসৰ গুৰিতেই দেখা পাওঁ মানুহৰ দলবোৰে পৰ্বত সাগৰৰ একোখন বেৰৰ ভিতৰত একত্ৰিত হৈছে। মানুহ যেতিয়া এক গোট হয় তেতিয়া যদি মনোচিতেও এক হ'ব নোৱাৰে তেন্তে সত্যৰপৰা বঞ্চিত হয়। এক গোট হোৱা মানব দলৰ যিসকলে যদুবংশৰ মাতাল বীৰসকলৰ দৰে কেৱল মৰামৰি কৰিছে, কোনেও কাকো বিশ্বাস কৰা নাই পৰস্পৰে পৰস্পৰক বঞ্চিত কৰিবলৈ গৈছে তেওঁলোকে কেতিয়াবাই লোপ পাইছে। আৰু যিসকলে এক আত্মাক সকলোৰে ভিতৰত দেখা পাবৰ ইচ্ছা কৰিবলৈ তেওঁলোকেই মহাজাতিৰূপে প্ৰকাশ পাইছে। বিজ্ঞানৰ কৰুণাত আজি ইমান পথ ওলাইছে, ৰথ চলিছে যে ভূগোলৰ বাধাবোৰ এতিয়া আৰু বাধা হৈ থকা নাই। আজি কেৱল ব্যক্তিয়েই নহয় নানা জাতি পৰস্পৰৰ ওচৰ চাপি আহিছে লগে লগে মানুহ যথাসময়ত বিৰাট হৈ পৰিছে। বৈজ্ঞানিক শক্তিয়ে যাক এক মুঠ— কৰিছে তেওঁলোকক এক কৰিব কোনে? মানুহৰ যোগফল যদি সংযোগ হয় তেন্তে ভালেই নহ'লে সি দুৰ্যোগ। আজি সেই সহ-দুৰ্যোগ ঘটিছে। একমুঠ হোৱাৰ শক্তি ক্ৰমাৎ বাঢ়ি আহিল কিন্তু এক কৰাৰ শক্তি হ'লে পিছুৱাই ৰ'ল।

আজি বিভিন্ন জাতি একমুঠ হৈছে সঁচা কিন্তু মিলিব পৰা নাই। ইয়াৰেই বিষম বেদনাত সমগ্ৰ পৃথিবী পীড়িত। ইমান দুখতো দুখৰ প্ৰতিকাৰ কিয় নহয়? ইয়াৰ কাৰণ হ'ল সীমাৰ ভিতৰত যিমানে এক হ'বলৈ শিকিছিল সীমাৰ বাহিৰত তেওঁলোকে এক হ'বলৈ শিকা নাই।

মানুহে সাময়িক আৰু স্থানিক কাৰণত সীমাৰ ভিতৰত সত্য পাই বাবেই সত্যক এৰি সীমাৰ পূজা কৰে। দেৱতাতকৈ পাণ্ডৱকহে মানে। ৰজাক পাহৰিলেও দাৰোৱানক নাপাহৰে। পৃথিৱীত নেশ্বন গঢ়ি উঠিল সত্যৰ বলত কিন্তু নেশ্বনেলিজিম্ সত্য নহয়। অথচ সেই সীমা দেৱতাৰ পূজা অনুৰধামত চাৰিওফালৰ পৰা নৰবলিৰ যোগান ধৰিলে। যেতিয়ালৈকে বিদেশী বলি

পোৱা গৈছিল তেতিয়ালৈকে কোনো সমস্যা নাছিল। কিন্তু হঠাতেই ১৯১৪ চনত পৰস্পৰে পৰস্পৰক বলি দিবৰ কাৰণে স্বয়ং যদুমণি সকলৰ মাজত টনাটনি আৰম্ভ হ'ল। তেতিয়াৰ পৰাই তেওঁলোকৰ মনত সন্দেহ জাগিল—"ইয়াকেই ইন্টদেৱতা কয় নেকি? ই দেখোন ঘৰ পৰ একোকে বিচাৰ নকৰে।" যেতিয়া ই এদিন পূৰ্ব্বদেশৰ কোমল অংগ প্ৰত্যংগ বাছি বাছি কামোৰ মাৰি ধৰিছিল আৰু "ভিক্ষু যহো ইক্ষু খায় ধৰে ধৰে চিবায় সমস্ত"—তেতিয়া মহাপ্ৰসাদৰ ভোজ পূৰ্ণ হৈ উঠিছিল। লগে লগে মদমত্ততা সীমা চেৰাই গৈছিল। আজি সিহঁতৰ বহুতেই মূৰে কপালে হাত দি ভাবিছে, ইয়াৰ পূজা আমাৰ বংশত সহ্য নহ'ব। যুদ্ধ যেতিয়া পূৰাদমে চলিছিল তেতিয়া সকলোৱে ভাবিছিল যুদ্ধ শাম কাটিলেই অকল্যাণৰো শেষ হ'ব। যেতিয়া যুদ্ধ শেষ হ'ল তেতিয়াও সন্ধিৰ মুখা পিন্ধি যুদ্ধই পুনৰ দেখা দিলে। কিষ্কিন্ধ্যাকাণ্ডত বৰ প্ৰকাণ্ড নেজ দেখি গোটেই বিশ্বব্ৰহ্মাণ্ড কঁপি উঠিছিল আজি লংকাকাণ্ডৰ গুৰিতেই দেখা পাওঁ যে নেজৰ ওপৰত তৰপে তৰপে সন্ধিৰ স্নেহসিক্ত কাগজ মেৰোৱা আছে। যেতিয়া নেজত জুই লাগিল তেতিয়া আৰু কাৰো চাল, বেৰ বাকী নাথাকিব। পশ্চিমৰ মনীষীসকলে ভয় খাই কৈছে—দুৰ্ব্বুদ্ধিৰপৰা দুষ্টালিৰ উৎপত্তি, ইমান মাৰৰ পাছতো তাৰ তেজ অকণো কমা নাই। এয়ে হ'ল বিপদ, ঐক্যতত্ত্বৰ ওলোটা ফাল অৰ্থাৎ নিজৰ ফালেই ইয়াৰ টান বেছি। কিন্তু জাতিয়ে জাতিয়ে আজি এক হৈছে। এই কথা অস্বীকাৰ কৰাৰ শক্তি যিদৰে নাই, ইমান ডাঙৰ সত্যৰ ওপৰত যেতিয়া কোনো এটা প্ৰবল জাতিয়ে নিজৰ সাম্ৰাজ্য ৰথ চলাই ইয়াক চকাৰে পিহি ধূলি কৰি দিব নোৱাৰে, তেতিয়া ইয়াৰ লগত সত্য ব্যৱহাৰ নকৰি নোৱাৰি।

বৰ্ত্তমান যুগৰ সাধনাৰ লগত বৰ্ত্তমান যুগৰ শিক্ষাৰ সংগতি হোৱা উচিত। স্বজাতিৰ অহমিকাৰপৰা মুক্তিদান কৰা শিক্ষাই বৰ্ত্তমানৰ প্ৰধান শিক্ষা। কাৰণ কালিৰ ইতিহাসে সৰ্ব্বজাতিক সহযোগীতাৰ অধ্যায় আৰম্ভ কৰিব। যিবোৰ ৰিপু আৰ যিবোৰ চিন্তাৰ অভ্যাস আৰু পদ্ধতি ইয়াৰ প্ৰতিকূল সি ভৱিষ্যতে আমাক অযোগ্য কৰি তুলিব। স্বদেশৰ গৌৰব বুদ্ধি আমাৰ মনত আছে, কিন্তু আমি একান্ত আগ্ৰহেৰে ইচ্ছা কৰোঁ যাতে ই আমাক এটা কথা পাহৰিব নিদিয়ে। সেইটো হ'ল এদিন আমাৰ দেশৰ সাধকসকলে যি মন্ত্ৰ প্ৰচাৰ কৰিছিল সেই মন্ত্ৰ হ'ল ভেদবুদ্ধি দূৰকৰাৰ মন্ত্ৰ। শুনিবলৈ

পাইছোঁ সে সমুদ্ৰৰ সিপাৰৰ মানুহে আজি নিজেই এই প্ৰশ্ন কৰিবলৈ ধৰিছে—"আমাৰ কি শিক্ষা, কি চিন্তা, কি কৰ্ম্মৰ মাজত মোহ প্ৰচ্ছন্ন হৈ আছিল যাৰ কাৰণে আজি আমাৰ ইমান দুখ।" ইয়াৰ এই উত্তৰ আমাৰ দেশৰপৰা দেশান্তৰলৈ যাওক গৈ—"মানুহৰ একত্বক তোমালোকে সাধনাৰ পৰা দূৰত ৰাখিছিলা। সেয়ে মোহ আৰু তাৰ পৰা শোকৰ জন্ম।"

যস্মিন সৰ্ব্বাণি ভূতানি আত্মৈবাভূদ বিজানতঃ
তত্ৰকো মোহঃ কঃ শোক একত্বমনুপশ্যতঃ।

সাগৰৰ সিপাৰৰ মানুহৰ ব্যাকুলতা আমি শুনিবলৈ পাইছোঁ। তেওঁলোকে কৈছে—"শান্তি লাগে।" এই কথা তেওঁলোকে জানিব লাগিব যে য'ত শান্তি তাতেই মংগল, য'ত মংগল তাতেই ঐক্য। এই কাৰণেই আমাৰ পিতামহসকলে কৈ গৈছে—"শান্তং শিৱমদ্বৈতম্"। অদ্বৈতই শান্ত, কাৰণ অদ্বৈতই শিৱ। স্বদেশৰ গৌৰব বুদ্ধি মোৰ মনত আছে গতিকে এটা সম্ভাৱনাৰ কল্পনা কৰি নিজেই লাজ পাওঁ। সেই সম্ভাৱনা হ'ল—অতীত যুগৰ যি আবৰ্জ্জনা ভাৰ আঁতৰাই পেলাবৰ কাৰণে আজি আদেশ আহিছে আৰু পশ্চিম দেশত সেই আদেশ জাগি উঠিছে, কিজানি আমি সেই আবৰ্জ্জনাৰ স্তূপ নিজৰ দেশত স্থাপন কৰি যুগান্তৰৰ পুৰাতো পূজা বিধিৰ দ্বাৰা তাৰ পূজা অৰ্চনাৰ দিহা কৰোঁ। যি শান্ত আৰু শিৱ, যি সৰ্ব্বজাতিৰ মনৰ আশ্ৰয়; তাৰ ধ্যানমন্ত্ৰ জানো আমাৰ ঘৰত নাই? সেই ধ্যানমন্ত্ৰৰ সহযোগত নবযুগৰ প্ৰাণ প্ৰভাত ৰশ্মিয়ে জানো মানুহৰ মনলৈ সনাতন সত্যৰ উদবোধন আনি নিদিব?

এই কাৰণেই আমাৰ দেশৰ বিদ্যা নিকেতন পূৰ্ব্ব-পশ্চিমৰ মিলন নিকেতন কৰি তুলিব লাগিব। এয়ে আমাৰ অন্তৰৰ কামনা। বিষয়লাভৰ ক্ষেত্ৰত মানুহৰ বিৰোধৰ অন্ত নাই। ই সহজে সমাধান হ'ব নোখোজে। সত্য লাভৰ ক্ষেত্ৰত মিলনৰ বাধা নাই। যি গৃহস্থ মাত্ৰ নিজ পৰিয়ালক লৈ ব্যস্ত থাকে; আতিথ্য যি কৃপণালি কৰে তেওঁ দিনাত্মা। কেৱল গৃহস্থই নহয় প্ৰত্যেক দেশেই কেৱল নিজৰ ভোজন মালা লৈ থাকিলে নচলিব। প্ৰত্যেকৰে অতিথি ঘৰ থাকিব লাগিব। সেই অতিথি ঘৰত বিশ্বক অভ্যৰ্থনা কৰি প্ৰত্যেকে ধন্য হ'ব। শিক্ষাৰ ক্ষেত্ৰই হ'ল প্ৰধান অতিথি ঘৰ দুৰ্ভগীয়া ভাৰতবৰ্ষত বৰ্তমান শিক্ষাৰ কিমান চৰকাৰী ব্যৱস্থা আছে তাৰ পোন্ধৰ অনাই আনৰ ওচৰত বিদ্যা-ভিক্ষাৰ ব্যৱস্থা। ভিক্ষাই ঘৰ বৃত্তি, তেওঁৰ আতিথ্য নকৰা বুলি লাজ

কৰিবলৈ এৰে। সেই কাৰণেই বিশ্বৰ আতিথ্য গ্ৰহণ নকৰা কাৰণে ভাৰতীয় আধুনিক শিক্ষালয়বোৰৰ অকণো লজ্জাবোধ নাই। ভাৰতীয় বিদ্যালয়ে কয়— "মই ভিক্ষাৰী, মোৰ ওচৰত আতিথ্যৰ প্ৰত্যাশা মৰা নাই।" কিন্তু কোনে কৈছে নাই? পশ্চিম দেশে বাৰে বাৰে প্ৰশ্ন কৰিছে—"ভাৰতৰ বাণী ক'ত?" তাৰ পাছত যেতিয়া পশ্চিমে আধুনিক ভাৰতৰ দুৱাৰত কাণ পাতি ৰয় তেতিয়া কৈ উঠে—"এয়া যে মোৰেই বাণীৰ ক্ষীণ প্ৰতিধ্বনি অতি হাস্যকৰ হৈ পৰিছে।" সেইবাবেই যেতিয়া আধুনিক ভাৰতে মেক্সমুলাৰৰ পঢ়াশালিৰ পৰা ওলাই আহিয়েই আৰ্য্য সভ্যতাৰ দম্ভ কৰে তেতিয়াই তাত পশ্চিমৰ বাদ্যযন্ত্ৰত কড়ি মাধ্যম বহে; আৰু পশ্চিমৰ যেতিয়া ই প্ৰবল বিস্ফোৰণৰে সৈতে প্ৰত্যাখ্যয়ন কৰে তেতিয়াও তাৰ মাজত সেই পশ্চিমীয়া ৰাগৰ দ্বাৰা সপ্তকৰ নিষাদ তীব্ৰ হৈ বাজে।

মোৰ প্ৰাৰ্থনা এই—আজি ভাৰতবৰ্ষই গোটেই পূৰ্ব্বভূভাগৰ হৈ সত্য সাধনাৰ অতিথি ঘৰ প্ৰতিষ্ঠা কৰক। ভাৰতৰ সম্পদ নাই জানো, কিন্তু ইয়াৰ সাধনাৰ শক্তি আছে। সেই সম্পদৰ বলত ভাৰতে বিশ্বক নিমন্ত্ৰণ কৰিব আৰু তাৰ পৰিৱৰ্তে বিশ্বৰ সকলো ঠাইলৈকে ভাৰতে নিমন্ত্ৰণৰ অধিকাৰ পাব। চ'ৰাঘৰত নহয়, একেবাৰে ৰৰঘৰত পতা হ'ব ভাৰতৰ আসন। কিন্তু মই কওঁ, এই মান সন্মানৰ কথাও বাহ্যিক। ইয়াক উপেক্ষা কৰিব পাৰি। প্ৰকৃত কথা হ'ল সত্যক অন্তৰেৰে উপলব্ধি কৰিব লাগিব আৰু বাহিৰতো প্ৰকাশ কৰিব লাগিব। কিন্তু কোনো সন্মান কোনো সুবিধাৰ কাৰণে নহয়। মানুহৰ সেই প্ৰকাশ তত্ত্বক আমাৰ শিক্ষাৰ ভিতৰত প্ৰচাৰ কৰিব লাগিব, তেতিয়াহে আমি সকলোকে সন্মান কৰি নিজেও সন্মানিত হম আৰু নবযুগৰ উদ্বোধন কৰি জড়মুক্ত হ'ব পাৰিম। আমাৰ বিদ্যালয়ৰ সেই শিক্ষামন্ত্ৰ হ'ল—

"যস্তু সৰ্ব্বাণি ভূতানি আত্মন্যেবানুপশ্যতি
সৰ্ব্বভূতেষু চাত্মানং ন ততো বিজুগুপ্সতে।"

১৯২১

# বিশ্ববিদ্যালয়ৰ ৰূপ

অপৰিচিত আসনলৈ অনভ্যস্ত কামৰ বাবে কলিকতা বিশ্ববিদ্যালয়ে মোক মাতি আনিছে। তাৰ উত্তৰত আমি সাদৰ অভিনন্দন জনাওঁ।

এই উপলক্ষে নিজৰ ন্যূনতা প্ৰকাশ হয়তো শোভন ৰীতি। কিন্তু প্ৰথাৰ এই অলংকাৰসমূহ অন্ততঃ শোভন নহয় আৰু সি নিষ্ফলো। কৰ্তব্যক্ষেত্ৰত প্ৰবেশ কৰাৰ আগতেই ক্ষমা প্ৰাৰ্থনা কৰিলে সাধাৰণৰ মন অনুকূল হ'ব পাৰে। এই ব্যৰ্থ আশাৰ ছলনাৰে মনক ভুলাব নোখোজোঁ। ক্ষমা প্ৰাৰ্থনা কৰিলেই অযোগ্যতাৰ ত্ৰুটি সংশোধন নহয়, তাত কেৱল ত্ৰুটি স্বীকাৰ কৰাহে হয়। যিবোৰ অকৰুণ সিবোৰে তাক বিনয় বুলি মানি নলয়, আত্মগ্লানি বুলিহে মানি লয়।

যি কামলৈ মোক আমন্ত্ৰণ কৰা হৈছে সেই সম্পৰ্কে মোৰ সম্বল কি আছে সি কাৰো অগোচৰ নহয়। গতিকে ধৰি ল'ব পাৰি কামটো যে মোৰ কাৰণে উপযুক্ত সেই বিচাৰ ইতিমধ্যে কতৃ'পক্ষৰদ্বাৰা হৈয়ে গৈছে।

এই ব্যৱস্থাৰ মাজত কিছু নতুনত্ব আছে—তাৰপৰা অনুমান কৰা যায়, বিশ্ববিদ্যালয়ৰ মাজত সম্প্ৰতি কোনো এটা নতুন সংকল্পৰ সূচনা হৈছে। হয়তো তাৰ গুৰুত্ব মহৎ। এইবাবে সুস্পষ্টৰূপে তাক উপলব্ধি কৰিব পাৰি।

বহুদিনৰে পৰা কোনো এটা বিশেষ পৰিচয়েৰে এই সাধাৰণৰ দৃষ্টিৰ আগত দিন কটাব লাগিছোঁ। মই সাহিত্যিক; গতিকে সাহিত্যিক হিছাপেই মোক ইয়ালৈ মাতি অনা হৈছে। সেই কথা স্বীকাৰ কৰিবই লাগিব। সাহিত্যিকৰ পদবী মোৰ পক্ষে নিৰুদ্বেগৰ বিষয় নহয়, বহুদিনৰ কঠোৰ অভিজ্ঞতাৰ ফল, সেই কথা মই খাটাংভাৱে জানোঁ। সাহিত্যিকৰ সমাদৰ ৰুচিৰ ওপৰত নিৰ্ভৰ কৰে, যুক্তি প্ৰমাণৰ ওপৰত নহয়। এই ভেঁটি ক'ৰবাত কেঁচা, ক'ৰবাত পকা, ক'ৰবাত কুটিল; সকলোতে ই সমান ভাৰ নসহে। সেইবুলি কবিৰ কীৰ্তি কীৰ্তিস্তম্ভও নহয়, সেয়া কীৰ্তি তৰণীহে। আবৰ্তসংকুল বহুদীৰ্ঘ কালস্ৰোতৰ সকলো পৰীক্ষা সকলো সংকট উত্তীৰ্ণ হৈয়ো যদি তাৰ আগুৱাই যোৱা পথ বন্ধ নহয়, অন্ততঃ লংগৰ পেলাই থকাৰ ভদ্ৰ ঘাঁটি এটা যদি সি পায় তেনেহ'লেও সাহিত্যৰ ৰেজিষ্টাৰ বহীত কোনো এটা বৰ্গত তেওঁৰ নাম চিহ্নিত হ'ব পাৰে।

ইতিমধ্যে মানুহৰ মুখে মুখে নানা অনুকূল প্ৰতিকূল বতাহৰ আঘাত খাই খাই সি ঢৌ বগাই আগুৰাব লাগিব। মহাকালৰ বিচাৰ সভাত চূড়ান্ত শুনানিৰ লগ্ন ঘণ্টাই ঘণ্টাই নঘটে, বৈতৰণীৰ সিপাৰতহে তাৰ বিচাৰ সভা।

বিশ্ববিদ্যালয়ত বিদ্বানৰ আসন চিৰপ্ৰসিদ্ধ। সেই পাণ্ডিত্যৰ গৌৰৱ গভীৰ পদত অকস্মাৎ সাহিত্যিকক বহুৱা হ'ল। গতিকে এই ৰীতি বিপৰ্যয় অত্যন্ত বেছিকৈ চকুতপৰা হৈছে। এনেকুৱা বহুতীক্ষ্নদৃষ্টি সংকুল কুশাঙ্কুৰিত পথত সহজে ফুৰা-চকা কৰা মোতকৈয়ো বহুগুণে যোগ্য ব্যক্তিৰ পক্ষেও দুঃসংকুল। মই যদি পণ্ডিত হলোঁহেতেন তেনেহ'লে নানাজনৰ সম্মতি-অসম্মতিৰ দ্বন্দ্ব সত্ত্বেও পথৰ বাধা কঠোৰ নহ'লহেঁতেন। কিন্তু স্বভাৱ আৰু অভ্যাসগুণেই মোৰ চলন অব্যৱসায়ীৰ প্ৰথাতহে। বাহিৰৰপৰা অহা মই এজন আগন্তুক, এইবাবে প্ৰশ্ৰয় প্ৰত্যাশা কৰিবলৈ মোৰ ভাৰসা নহয়।

অথচ মোক নিৰ্বাচন কৰাৰ ক্ষেত্ৰত মোৰ সম্পৰ্কে এটা অভয়পত্ৰীপ্ৰচ্ছন্ন আছে, সেই আশ্বাসৰ আভাস আগতেই দিছোঁ। নিঃসন্দেহে মই ইয়ালৈ আহিছোঁ কোনো এটা ঋতু পৰিৱৰ্তনৰ সময়ত। পুৰণিৰ লগত মোৰ অসংগতি থাকিব পাৰে; কিন্তু নতুন বিধানৰ নবোদ্যমে হয়তো মোক তাৰ আনুচৰ্য্য গ্ৰহণ কৰাত অপ্ৰসন্নতা নেদেখুৱাব।

বিশ্ববিদ্যালয়ৰ কৰ্মক্ষেত্ৰত প্ৰথম পদাৰ্পণ কালত এই কথাটোৰ আলোচনা কৰি আনৰ ওচৰত হ'ক বা নহ'ক অন্ততঃ নিজৰ ওচৰত বিষয়টো স্পষ্ট কৰি তোলাৰ প্ৰয়োজন আছে। গতিকে, মোক জড়িত কৰি যিটো ব্ৰতৰ উপক্ৰম হ'ল তাৰ ভূমিকা ইয়াত স্থিৰ কৰি লোৱা যাওক।

বিশ্ববিদ্যালয় এটা বিশেষ সাধনাৰ ক্ষেত্ৰ। সাধাৰণভাৱে সেই সাধনাক বিদ্যাৰ সাধনা আখ্যা দিব পাৰি। কিন্তু সেই বুলি ক'লেই কথাষাৰ সুনিৰ্দিষ্ট নহয়গৈ; কিয়নো বিদ্যা শব্দৰ অৰ্থ ব্যাপক আৰু তাৰ সাধনা বহু বিচিত্ৰ।

এই দেশত আমাৰ বিশ্ববিদ্যালয়ৰ এটা বিশেষ আকাৰ-প্ৰকাৰ ক্ৰমশঃ পৈণত হৈ উঠিব লাগিছে। ভাৰতবৰ্ষৰ আধুনিক ইতিহাসতেই তাৰ মূল নিহিত। এই উপলক্ষে তাৰ বিস্তাৰিত বিচাৰ অসংগত নহ'ব। বাল্যকালৰে পৰা যিসকল এই বিদ্যালয়ৰ ওচৰ সংস্ৰৱত আছে সিসকলে নিজৰ অভ্যাস আৰু মমতাৰ মেৰঘৰ অতিক্ৰম কৰি ইয়াক বৃহৎ কালৰ পৰিপ্ৰেক্ষণিকাত দেখিবলৈ হয়তো কিছু বাধা পাব পাৰে, সামীপ্যৰ আৰু অভ্যাসৰ সম্বন্ধ নথকাত মোৰ

পক্ষে সেই ব্যক্তিগত বাধা নাই ; গতিকে মোৰ এই অসংসক্ত মনত ইয়াৰ স্বৰূপ কিভাৱে প্ৰতিভাত হৈছে সেইটো সকলোৰে বাবে স্বীকাৰৰ যোগ্য নহ'লেও বিচাৰৰ যোগ্য।

কোৱা বাহুল্য ইউৰোপীয় ভাষাত যাক ইউনিভাৰ্চিটি বোলে যাইকৈ তাৰ উদ্ভৱ ইউৰোপত। অৰ্থাৎ ইউনিভাৰ্চিটিৰ যি চেহেৰাৰ লগত আমাৰ আধুনিক পৰিচয় আৰু যাৰ লগত আধুনিক শিক্ষিত সমাজৰ ব্যৱহাৰ সেইটো শিপাই-মূৰে আৰু শাখা-প্ৰশাখাই বিলাতী। আমাৰ দেশৰ ভালেমান ফলৰ গছকেই আমি বিলাতী বিশেষণ দিওঁ ; কিন্তু দেশী গছৰ লগত সিহঁতৰ কুলগত প্ৰভেদ থাকিলেও প্ৰকৃতিগত ভেদ নাই। আজিলৈকে আমাৰ বিশ্ববিদ্যালয় সম্পৰ্কে সেই কথা সম্পূৰ্ণ বুলি কোৱা টান তাৰ নামকৰণ তাৰ ৰূপকৰণ, এই দেশৰ লগত সংগত নহয় ; এই দেশৰ পাৰিপাৰ্শ্বিকতাত তাৰ স্বভাৱীকৰণো হোৱা নাই।

অথচ এই ইউনিভাৰ্চিটিৰ প্ৰথম প্ৰতিৰূপ এদিন ভাৰতবৰ্ষতেই দেখা দিছিল। নালন্দা-বিক্ৰমশিলা-তক্ষশীলাৰ বিদ্যায়তন কেতিয়া প্ৰতিষ্ঠিত হৈছিল তাৰ নিশ্চিত কাল নিৰ্ণয় এতিয়াও হোৱা নাই ; কিন্তু ধৰি ল'ব পাৰি যে য়ুৰোপীয় ইউনিভাৰ্চিটিৰ আগতেই সিহঁতৰ আবিৰ্ভাৱ। সিহঁতৰ উদ্ভৱ ভাৰতীয় চিত্তৰ আন্তৰিক প্ৰেৰণাত, স্বভাৱৰ অনিবাৰ্য আবেগত। তাৰ পূৰ্ব্বৱৰ্তী কালত বিদ্যাৰ সাধনা আৰু শিক্ষা বিচিত্ৰ আকাৰে আৰু নানা প্ৰণালীত দেশৰ নানা ঠাইত প্ৰচাৰিত হৈছিল যে এই কথা সুনিশ্চিত। সমাজৰ সেই সৰ্বত্ৰ পৰিকীৰ্ণ সাধনাই পুঞ্জীভূত, কেন্দ্ৰীভূতৰূপে এসময়ত ঠায়ে ঠায়ে দেখা দিলে।

ইয়াৰ পৰাই অনুমান হয় ভাৰতবৰ্ষ বেদব্যাসৰ যুগ, মহাভাৰতৰ যুগ। দেশত যি বিদ্যা, যি মননধাৰা, যি ইতিহাসৰ কথা দূৰে দূৰে বিক্ষিপ্ত হৈ আছিল, আনকি দিগন্তত বিলীনপ্ৰায় হৈ আহিছে ; একালত তাক সংগ্ৰহ কৰা, তাক সংহত কৰাৰ অত্যন্ত আগ্ৰহ জাগিছিল সমস্ত দেশৰ মনত। নিজৰ চিৎপ্ৰকৰ্ষৰ যুগব্যাপ্ত ঐশ্বৰ্যক সুস্পষ্টৰূপে নিজৰ দৃষ্টিগোচৰ কৰিব নোৱাৰিলে সি ক্ৰমশঃ অনাদৰ বা অপৰিচয়ৰ বাবে জীৰ্ণ হৈ বিলুপ্ত হয়। কোনো একালত এই ভয়ত দেশ সচেতন হৈ উঠিছিল ; দেশৰ একান্ত ইচ্ছা আছিল নিজৰ সূত্ৰচ্ছিন্ন ৰত্নসমূহ উদ্ধাৰ কৰিবলৈ বা সংগ্ৰহ কৰিবলৈ আৰু তাক সূত্ৰবদ্ধ কৰি সমগ্ৰ

কৰিবলৈ আৰু তাক সৰ্বলোকৰ, সৰ্বকালৰ ব্যৱহাৰত উৎসৰ্গ কৰিবলৈ। দেশে নিজৰ বিৰাট চিন্ময়ী প্ৰকৃতিক প্ৰত্যক্ষৰূপে সমাজত স্থিৰপ্ৰতিষ্ঠ কৰিবলৈ উৎসুক হৈ পৰিল। যি আবদ্ধ আছিল বিশেষ বিশেষ পণ্ডিতৰ অধিকাৰত সিয়েই অনবিচ্ছিন্নৰূপে সৰ্বসাধাৰণৰ আগত গোচৰ কৰিবলৈ এই এক আশ্চৰ্য অধ্যৱসায়। ইয়াৰ মাজত আছিল এটা প্ৰবল চেষ্টা, অক্লান্ত সাধনা, এটা সমগ্ৰ দৃষ্টি। এই উদ্যোগৰ মহিমাক শক্তিমতী প্ৰতিভাই নিজৰ লক্ষ্যীভূত কৰিছিল, তাৰ স্পষ্ট প্ৰমাণ পোৱা যায় মহাভাৰত নামটোতেই। মহাভাৰতৰ সমুজ্জ্বল ৰূপ যিসকলে ধ্যানত দেখিবলৈ পাইছিল, মহাভাৰত নাম সেইসকলৰেই সৃষ্টি। এই ৰূপটো একেযোগে ভৌমগুলিক আৰু মানসৰূপ। ভাৰতবৰ্ষৰ মনটো দেখিছিল তেওঁলোকে মনৰদ্বাৰা, সেই বিশ্বদৃষ্টিৰ প্ৰবল আনন্দত তেওঁলোকে ভাৰতবৰ্ষত চিৰকালৰ শিক্ষাৰ প্ৰশস্ত ভেঁটি ৰচনা কৰিছিল। সেই শিক্ষা ধৰ্ম, কৰ্ম, ৰাজনীতি, সমাজনীতি সকলোতে তত্ত্বজ্ঞানৰ ফালৰ পৰা বহুব্যাপক। তাৰ পাছৰে পৰা ভাৰতবৰ্ষই নিজৰ নিষ্ঠুৰ ইতিহাসৰ হাতত আঘাতৰ পাছত আঘাত খাইছে, ইয়াৰ মৰ্মগ্ৰন্থি বাৰে বাৰে শিথিল হৈ পৰিছে, দৈন্য আৰু অপমানত দেশ জৰ্জৰিত; কিন্তু ইতিহাসবিস্মৃত সেই যুগৰ সেই কীৰ্তি ইমানদিনে লোক শিক্ষাৰ অবাধ প্ৰণালীক নানা ধাৰাত পূৰ্ণ আৰু সচল কৰি ৰখা হৈছে। গাঁৱে গাঁৱে ঘৰে ঘৰে তাৰ প্ৰভাৱ আজিও বৰ্তমান। সেই মূল প্ৰস্ৰৱণৰপৰা এই শিক্ষাৰ ধাৰা যদি সদাসৰ্বদায় প্ৰবাহিত নহয় তেনেহ'লে দুখ-দৰিদ্ৰতাৰ অসন্মানত দেশে বৰ্বৰতাৰ অন্ধকূপত মনুষ্যত্ব বিসৰ্জন দিলেহেঁতেন। সিদিনাখন ভাৰতবৰ্ষত যথাৰ্থ নিজা সজীৱ বিশ্ববিদ্যালয়ৰ সৃষ্টি। তাৰ মাজত জীৱনীশক্তিৰ গতি যে কিমান প্ৰবল তাক স্পষ্টৰূপে বুজিব পাৰি যেতিয়া দেখিবলৈ পাওঁ সমুদ্ৰপাৰত জাভাদ্বীপত সৰ্বসাধাৰণৰ সমস্ত জীৱন ব্যাপ্ত কৰি কোনো এটা কল্পলোকৰ সৃষ্টি সি কৰিছে; এই আৰ্যতৰ জাতিৰ চৰিত্ৰত, তাৰ কল্পনাত তাৰ ৰূপৰচনাত কেনেভাৱে সি সদাসৰ্বদা সক্ৰিয়।

জ্ঞানৰ একোটা দিশ আছে, সি বৈষয়িক। সি আছে জ্ঞানৰ বিষয় সংগ্ৰহ কৰাৰ লোভৰ কাৰণে, সি উত্তেজিত কৰে পাণ্ডিত্যৰ অভিমানক। এই কৃপণৰ ভাণ্ডাৰ অভিমুখে কোনো মহৎ প্ৰেৰণাই উৎসাহ নাপায়। ভাৰতত এই মহাভাৰতীয় বিশ্ববিদ্যালয় যুগৰ যি উল্লেখ কৰিলোঁ সি আছিল সেই যুগৰ তপস্যা; ভাণ্ডাৰপূৰণ তাৰ লক্ষ্য নাছিল। তাৰ উদ্দেশ্য আছিল সাৰ্বজনীন

চিত্তৰ উদ্দীপন, উদ্‌বোধন আৰু চৰিত্ৰ সৃষ্টি। পৰিপূৰ্ণ মনুষ্যত্বৰ যি আদৰ্শ, জ্ঞান কৰ্ম আৰু হৃদয়ভাৱেৰে ভাৰতৰ মন উদ্ভাষিত হৈছিল এই উদ্যোগে তাকেই সঞ্চাৰিত কৰিবলৈ বিচাৰিছিল সৰ্বসাধাৰণৰ জীৱনৰ মাজত।

নালন্দা-বিক্ৰমশীলাৰ বিদ্যায়তন সম্পৰ্কেও এই কথা প্ৰযোজ্য। সেই যুগত সেই বিদ্যাৰ মহৎমূল্য দেশীয় লোকে গভীৰভাৱে উপলব্ধি কৰিছিল; সমগ্ৰ সম্পূৰ্ণভাৱে কেন্দ্ৰীভূত কৰি সাৰ্বজনীন জ্ঞানসত্ৰ ৰচনা কৰাৰ ইচ্ছা যে স্বতঃস্ফূৰ্তভাৱেই ভাৰতবৰ্ষৰ মনত উদ্যত হৈছিল, সেই বিষয়ত সন্দেহ নাই। ভগবান বুদ্ধই এদিন যি ধৰ্ম প্ৰচাৰ কৰিছিল সেই ধৰ্মই নানা তত্ত্ব, নানা অনুশাসন, আৰু সাধনাৰ নানা প্ৰণালী লৈ সাধাৰণচিত্তৰ আন্তঃভৌম স্তৰত প্ৰবেশ কৰি ব্যাপ্ত হৈছিল। তেতিয়া দেশে প্ৰবলভাৱে কামনা কৰিছিল এই বহুশাখাযুক্ত পৰিব্যাপ্ত ধাৰাক কোনো কোনো সুনিৰ্দিষ্ট কেন্দ্ৰস্থলত উৎস-ৰূপে উৎসাৰিত কৰিবলৈ—সৰ্বসাধাৰণৰ স্নানাৰ্থে, পানাৰ্থে, কল্যাণাৰ্থে।

এই ইচ্ছা যে কিমানখিনি সচা আছিল, কিমান উদাৰ, কিমান বেগবান আছিল তাৰ প্ৰমাণ পোৱা যায় এই অনুষ্ঠানৰ জৰিয়তে আৰু ইয়াৰ অকৃপণ ঐশ্বৰ্যত। বিখ্যাত চীনা পৰিব্ৰাজক হিউৱেন চাঙে বিস্ময়োচ্ছ্বাসিত ভাষাত এই বিদ্যানিকেতনৰ বৰ্ণনা দি গৈছে। তেওঁৰ লেখনীচিত্ৰত দেখিবলৈ পাওঁ ইয়াৰ অলংকৰণ ৰেখায়িত শুকান ৰক্ত স্তম্ভশ্ৰেণী, ইয়াৰ অভ্ৰভেদী হৰ্ম্যশিখৰ, ধূপসুগন্ধি মন্দিৰ, ছায়ানিবিড় আম্ৰবন, নীলপদ্ম-প্ৰফুল্ল গভীৰ সৰোবৰ। তিনিটা প্ৰকাণ্ড ঘৰত আছিল তাৰ গ্ৰন্থাগাৰ; সিহঁতৰ নাম ৰত্নসাগৰ, ৰত্নোদধি, ৰত্নৰঞ্জক। ৰত্নোদধি নতলীয়া অট্টালিকা, তাত প্ৰজ্ঞাপাৰমিতাসূত্ৰ আৰু অন্যান্য শাস্ত্ৰগ্ৰন্থ সংৰক্ষিত হৈছিল। ভালেমান পৰৱৰ্তী ৰজাই এই সংঘৰ বিস্তাৰ সাধন কৰিছিল; চাৰিওফালে ওখ ওখ যজ্ঞস্থান গঢ়ি উঠিছিল, তাৰ মাজে মাজে শিক্ষাভৱন, তৰ্কসভাগৃহ, প্ৰত্যেকটো সৰোবৰৰ চাৰিওফালে বেদী আৰু মন্দিৰ; ঠায়ে ঠায়ে শিক্ষক আৰু প্ৰচাৰকসকলৰ কাৰণে চাৰিতলীয়া বাসস্থান। ইয়াৰ গৃহ নিৰ্মাণত কেনেকুৱা সযত্ন সতৰ্কতা সেই বিষয়ে ডঃ স্পুনাৰে কৈ গৈছে, আধুনিক কালত যি ধৰণৰ ইটা আৰু গাঠনি প্ৰচলিত ইয়াৰ গৃহনিৰ্মাণৰ উপকৰণ আৰু যোজনা পদ্ধতি তাতকৈ বহুগুণে শ্ৰেয়। ইৎসিঙে কৈছে, এই বিদ্যায়তনৰ প্ৰয়োজন নিৰ্বাহৰ কৰণে দুশৰো অধিক গাঁৱ উছৰ্গা কৰা হৈছিল;

কেবাশ ছাত্ৰ আৰু অধ্যাপকৰ জীৱিকাৰ উপযুক্ত ভোজ্য প্ৰতি দিনে প্ৰচুৰ পৰিমাণে গাঁৱৰ অধিবাসীসকলে নিয়মিতভাৱে যোগান ধৰিছিল।

এই বিদ্যায়তনসমূহৰ ভিতৰত কেৱল বিদ্যাসঞ্চয়েই নহয়, বিদ্যাৰ গৌৰৱো আছিল প্ৰতিষ্ঠিত। যিসকল আচাৰ্য অধ্যাপক আছিল হিউৱেন চাঙৰ মতে, সিসকলৰ যশ বহুদূৰব্যাপ্ত; সিসকলৰ চৰিত্ৰ পবিত্ৰ, অনিন্দনীয়। তেওঁলোকে সঙ্ঘধৰ্মৰ অনুশাসন অকৃত্ৰিম শ্ৰদ্ধাসহকাৰে পালন কৰিছিল। অৰ্থাৎ তেওঁলোকৰ ওপৰত যি বিদ্যাপ্ৰচাৰৰ ভাৰ আছিল, সমস্ত দেশ আৰু দূৰদেশৰ ছাত্ৰসকলে তাক সম্মান কৰিছিল; সেই সন্মান উজ্জ্বলভাৱে ৰখাৰ দায়িত্ব আছিল তেওঁলোকৰ ওপৰত—কেৱল মেধাৰদ্বাৰা নহয়, বহুশ্ৰুতৰদ্বাৰা নহয়. চৰিত্ৰৰ দ্বাৰা, কঠোৰ তপস্যাৰদ্বাৰা। এইটো সম্ভৱ হ'ব পাৰিছিল, কিয়নো সমস্ত দেশে এই সাত্ত্বিক আদৰ্শকে প্ৰত্যাশা কৰিছিল তেওঁলোকৰ ওচৰত। আচাৰ্যবৃন্দই জানিছিল যে দূৰ দূৰ দেশৰ মাজত জ্ঞান বিতৰণৰ মহৎ ভাৰ তেওঁলোকৰ ওপৰত। সমুদ্ৰ-পৰ্বত পাৰ হৈ, কঠিন দুখ স্বীকাৰ কৰি বিদেশৰ ছাত্ৰবিলাক আহিছিল তেওঁলোকৰ ওচৰলৈ জ্ঞান তৃষ্ণাত। এইদৰে বিদ্যাৰ ওপৰত সৰ্বজনীন শ্ৰদ্ধা থাকিলে যিসকলে বিদ্যা বিতৰণ কৰে নিজৰ যোগ্যতা সম্পৰ্কে শৈথিল্য তেওঁলোকৰ পক্ষে সহজ নহয়। সমস্ত দেশৰ কলা প্ৰতিভায়ো নিজৰ শ্ৰদ্ধাৰ অৰ্ঘ্য ইয়াতেই পূৰ্ণ শক্তিৰেই নিবেদন কৰিছিল। সেই উপলক্ষে দেশে আপোন শিল্প ৰচনাৰ উৎকৰ্ষ এই বিদ্যামন্দিৰৰ ভেঁটিয়ে ভেঁটিয়ে প্ৰতিষ্ঠা কৰিছে, ঘোষণা কৰিছে। ভাৰতৰ কলা বিদ্যাই ভাৰতৰ বিশ্ববিদ্যাকেই প্ৰণাম কৰিছে।

এই প্ৰসংগত এষাৰ কথা মনত ৰখা দৰ্কাৰ। সেইকালৰ ৰজাসকলৰ প্ৰাসাদ-ভৱন বা ভোগৰ স্থানে কোনো বিশেষ সমাৰোহত ইতিহাসৰ স্মৃতিক অধিকাৰ কৰাৰ কোনো প্ৰমাণ নাই; এই চেষ্টা যে নিন্দনীয় সেই কথা ক'ব খোজা নাই; কিয়নো সাধাৰণতে দেশে নিজৰ ঐশ্বৰ্যগৌৰৱ প্ৰকাশ কৰাৰ উপলক্ষ্য ৰচনা কৰে আপোন ৰজাক কেন্দ্ৰ কৰি। সমস্ত প্ৰজাৰ আত্মসন্মান তাতেই, কলা নিপুণতাত শোভা প্ৰাচুৰ্যত সমুজ্জ্বল হৈ উঠে। যি কাৰণতে হ'ক অতীত ভাৰতবৰ্ষৰ সেই চেষ্টা আমাৰ আজি নাই। হয়তো ৰাজ সিংহাসনৰ ধ্ৰুবত্ব নাছিল বুলিয়েই তাত ক্ৰমাগতভাৱে ধ্বংসধূমকেতুৰ সম্মাৰ্জনীয়ে কাম কৰিছে। কিন্তু নালন্দা-বিক্ৰমশিলা আদি ঠাইত স্মৃতি ৰক্ষাচেষ্টাৰ বিৰাম

নাছিল। তাৰ প্ৰতি দেশৰ ভক্তি, দেশৰ বেদনা যে কিমান প্ৰবল আছিল ইয়ো তাৰ এটা প্ৰমাণ।

নিজৰ সৰ্বশ্ৰেষ্ঠ বিদ্যাৰ প্ৰতি সৰ্বলোকৰ যি উদাৰ শ্ৰদ্ধা প্ৰভুত্বত্যাগ-স্বীকাৰত অকুণ্ঠিত সেই অকৃত্ৰিম শ্ৰদ্ধাই আছিল স্বদেশীয় বিশ্ববিদ্যালয়ৰ যথাৰ্থ প্ৰাণ-উৎস।

এই কথা সহজে অনুমান কৰিব পাৰি যে, জ্ঞান সাধনাৰ এই সকলো বিৰাট যজ্ঞভূমিতে মানুহৰ মনৰ লগত মনৰ কেনে ধৰণৰ অতি বৃহৎ আৰু নিবিড় সংঘৰ্ষ চলিছিল আৰু তাত ধীশক্তিৰ বহ্নিশিখা কেনেভাৱে সদায় প্ৰজ্বলিত হৈ আছিল তাৰ প্ৰমাণ পোৱা যায়। ছপা পাঠ্যপুথিৰ পৰা নোট দিয়া হোৱা নাছিল, অন্তৰৰপৰা অন্তৰত অবিশ্ৰাম উদ্যম সঞ্চাৰ কৰাই আছিল উদ্দেশ্য। বিদ্যা-বুদ্ধি, আৰু জ্ঞানত দেশৰ যিসকল সুধীশ্ৰেষ্ঠ তেওঁলোক দূৰ-দূৰান্তৰৰ পৰা ইয়াত মিলিত হৈছিল। ছাত্ৰসকলো তীক্ষ্ণবুদ্ধিবান, শ্ৰদ্ধাবান, সুযোগ্য; দ্বাৰপণ্ডিতৰ ওচৰত কঠিন পৰীক্ষা দিহে প্ৰবেশাধিকাৰ পাইছিল। হিউৱেন্ চাঙে লিখিছে, এই পৰীক্ষাত দহজনৰ ভিতৰত অন্ততঃ সাত-আঠজন বৰ্জিত হৈছিল। অৰ্থাৎ সেইকালৰ মেট্ৰিকুলেছনৰ যি ছেকনি আছিল তাত ডাঙৰ ডাঙৰ ফাঁক নাছিল। তাৰ কাৰণ, সমস্ত পৃথিবীৰ হকে আদৰ্শক বিশুদ্ধ আৰু উন্নত ৰখাৰ দায়িত্ব তেওঁলোকৰ আছিল জাগ্ৰত। অযথা প্ৰশ্ৰয়ৰদ্বাৰা বিদ্যাৰ অধঃপতনত দেশৰ পক্ষে মানসিক আত্মঘাত ঘটে। নানা প্ৰকৃতিৰ মন ইয়াত একে ঠাইতে সমবেত হৈছিল; সিবিলাক একে জাতীয় নাছিল, একে দেশীয়ও নাছিল। এক লক্ষ্য দৃঢ় ৰাখি এক জীৱিকা ব্যৱস্থাত সিবিলাকে পৰস্পৰৰ অত্যন্ত ঘনিষ্ঠ ঐক্য লাভ কৰিছিল। বিদ্যাৰ সম্মিলন ক্ষেত্ৰত এই ঐক্যৰ মূল্য যে কিমান তাকো মনত ৰখা দৰ্কাৰ। তেতিয়া পৃথিবীৰ আৰু নানা ঠাইত ডাঙৰ ডাঙৰ সভ্যতাৰ উদ্ভৱ হৈছিল; কিন্তু, জ্ঞানৰ তপস্যা উপলক্ষে মানৱমনৰ ইমান বিশাল সমবায় মানৱমনৰ আৰু ক'তো শুনা নাযায়। ইয়াৰ মূল কাৰণ, বিশ্বজনীন মনুষ্যত্বৰ প্ৰতি সুগভীৰ শ্ৰদ্ধা, বিদ্যাৰ প্ৰতি গৌৰৱবোধ, চিত্তসম্পদ যিসকলে নিজে পাইছিল বা সৃষ্টি কৰিছিল সেই পোৱাৰ আৰু সৃষ্টিৰ পৰম আনন্দতে সেই সম্পদ দেশ-বিদেশৰ সকলোকে দান কৰাৰ একাগ্ৰ দায়িত্বজ্ঞান জন্মিছিল। আজি নিজৰ প্ৰতি, মানুহৰ প্ৰতি, নিজৰ সাধনাৰ প্ৰতি আলস্য-বিজড়িত অশ্ৰদ্ধাৰ দিনত আমাৰ চিন্তা কৰাৰ সময় আহিছে। মানৱ ইতিহাসত

সৰ্বাগ্রে ভাৰতবৰ্ষতেই জ্ঞানৰ বিশ্বদান যজ্ঞ উদাৰ দাক্ষিণ্যৰ লগত প্ৰবৰ্তিত হৈছিল। বংগদেশৰ পক্ষৰপৰা আৰু এবাৰ কথা আমাৰ মনত ৰাখিবলগীয়া আছে, নালন্দাত হিউৱেন চাঙৰ যিগৰাকী গুৰু আছিল তেওঁ আছিল জনৈক বঙালী, তেওঁৰ নাম শীলভদ্ৰ। তেওঁ বংগদেশৰে কোনো এঠাইৰ ৰজা আছিল, ৰাজ্য ত্যাগ কৰি গুছি গৈছিল। এই সংঘত যিসকলে শিক্ষা দান কৰিছিল সিসকলৰ ভিতৰত একমাত্ৰ কেৱল তেৱেঁই সমস্ত শাস্ত্ৰ, সমস্ত সূত্ৰ ব্যাখ্যা কৰিব পাৰিছিল।

সেই কালত বৌদ্ধভাৰতত সংঘ আছিল নানা ঠাইত। সেইবিলাক সংযত সাধক, শাস্ত্ৰজ্ঞ তত্ত্বজ্ঞানী আৰু শিষ্যসকল সমবেত হৈ জ্ঞানৰ আলোক জ্বলাই ৰাখিছিল আৰু বিদ্যাৰ পুষ্টিসাধন কৰিছিল। নালন্দা-বিক্ৰমশিলা সিবিলাকৰেই বিশ্বৰূপ, সিবিলাকৰেই স্বাভাৱিক পৰিণতি।

উপনিষদৰ কালতো ভাৰতবৰ্ষত এনেকুৱা বিদ্যাকেন্দ্ৰৰ সৃষ্টি হৈছিল, তাৰ কিছু কিছু প্ৰমাণ পোৱা যায়। শতপথ ব্ৰাহ্মণৰ অন্তৰ্গত বৃহদাৰণ্যক উপনিষদত আছে, আৰুণিৰ পুত্ৰ শ্বেতকেতু পাঞ্চালদেশৰ 'পৰিষদ'ত জৈবালি প্ৰবাহণৰ ওচৰলৈ আহিছিল। আলোচনা কৰিলে দেখা যায় যে সেই পৰিষদ সেই দেশৰ ডাঙৰ ডাঙৰ জ্ঞানীসকলৰ সমবায়। এই পৰিষদ জয় কৰিব পাৰিলে বিশেষ প্ৰতিষ্ঠা লাভ কৰিব পাৰিছিল। অনুমান কৰিব পাৰি যে, সমস্ত পাঞ্চাল দেশৰ ভিতৰত উচ্চতম শিক্ষাৰ উদ্দেশ্যে সম্মিলিতভাৱে এটা প্ৰতিষ্ঠান আছিল, বিদ্যাৰ পৰীক্ষা দিয়াৰ কাৰণে তালৈ আন ঠাইৰপৰাও লোক আহিছিল। উপনিষদ যুগৰ বিদ্যা যে স্বভাৱতেই ঠায়ে ঠায়ে শিক্ষা আলোচনা তৰ্ক-বিতৰ্ক আৰু জ্ঞান সংগ্ৰহৰ বাবে আপোন আশ্ৰয়ৰূপে পৰিষদ ৰচনা কৰিছিল, তাক নিশ্চিতৰূপে অনুমান কৰিব পাৰি।

ইউৰোপৰ ইতিহাসতো তাকেই দেখা যায়। তাত খৃষ্টধৰ্মৰ আৰম্ভ কালত পুৰণি ধৰ্মৰ লগত নতুন ধৰ্মৰ দ্বন্দ্ব আৰু নিষ্ঠুৰ উৎপীড়নৰ দ্বাৰা নৱদীক্ষিতসকলৰ ভক্তিৰ পৰীক্ষা চলিছিল। অৱশেষত লাহে লাহে যেতিয়া এই ধৰ্ম সাধাৰণৰূপে স্বীকৃত হ'ল তেতিয়া স্বভাৱতেই পূজাৰ ধাৰাৰ কাষে কাষে তত্ত্বৰ ধাৰা প্ৰবাহিত হ'ল। বান্ধ যদি বান্ধি দিয়া নাযায় তেনেহ'লে ব্যক্তি বিশেষৰ বিশেষ প্ৰকৃতিৰ প্ৰৰোচনাত ভক্তিৰ বিষয়ে বিচিত্ৰ ৰূপ আৰু বিকৃত ৰূপ লয়। তেতিয়া তৰ্কৰ অৱলম্বনত বিচাৰৰ আৱশ্যক হৈ পৰে।

বিশ্বাসে তেতিয়া বুদ্ধিৰ সহায়ত, জ্ঞানৰ সহায়ত নিজৰ স্থায়ী আৰু বিশুদ্ধ ভিত্তিৰ সন্ধান কৰে। তেতিয়া তাৰ প্ৰশ্ন উঠে: কস্মৈ দেৱায় হৱিষা বিধেম। ভক্তি তেতিয়া কেৱলমাত্ৰ পূজাৰ বিষয় নহৈ বিদ্যাৰ বিষয় হৈ পৰে। এনেকুৱা অৱস্থাত ইউৰোপৰ নানা ঠাইত আচাৰ্য আৰু ছাত্ৰসকলৰ সংঘ সৃষ্টি হৈছিল। তাৰ মাজৰপৰাই নিৰ্বাচনৰ দৰ্কাৰ হ'ল। ক'ত শিক্ষা শ্ৰদ্ধেয়, ক'ত সি প্ৰমাণযুক্ত, তাক স্থিৰ কৰাৰ ভাৰ নিলে ৰোমৰ প্ৰধান ধৰ্ম সংঘই, তাৰ লগতে সংযোগ ঘটিল ৰজাৰ শাসন আৰু উৎসাহ।

সকলোৱে জানে, সেই কালৰ আলোচ্য বিদ্যাত প্ৰধান স্থান আছিল তৰ্ক-শাস্ত্ৰৰ। সেই যুগৰ পণ্ডিতসকলে জানিছিল, ডায়েলেক্‌টিক সকলো বিজ্ঞানৰেই মূলবিজ্ঞান। ইয়াৰ কাৰণ স্পষ্টকৈ বুজা যায়। শাস্ত্ৰৰ উপদেশৰাজি বাক্যৰদ্বাৰা গ্ৰথিত। সেইবিলাক আপ্তবাক্যৰ অবিসম্বাদিত অৰ্থৰ উপলব্ধিৰ কাৰণে শাব্দিক তৰ্কৰ প্ৰয়োজন। ইউৰোপৰ মধ্যযুগত সেই তৰ্কৰ যুক্তিজাল যে কিমান সূক্ষ্ম আৰু জটিল হৈ উঠিছিল তাক সকলোৱেই জানে। শাস্ত্ৰজ্ঞানৰ বিশুদ্ধতাৰ বাবে এই ন্যায়শাস্ত্ৰ। সমাজ ৰক্ষাৰ কাৰণে আৰু দুটা বিদ্যাৰ আৱশ্যক, আইন আৰু চিকিৎসা। সেইকালৰ ইউৰোপীয় বিশ্ববিদ্যালয়ে এই কেইটা বিদ্যাকেই প্ৰধানতঃ গ্ৰহণ কৰিছিল। নালন্দাত বিশেষভাৱে শিক্ষাৰ বিষয় আছিল হেতুবিদ্যা, চিকিৎসাবিদ্যা, শব্দবিদ্যা। তাৰ লগতে আছিল তন্ত্ৰ।

ইতিমধ্যে য়ুৰোপত মানুহৰ অন্তৰ আৰু বাহিৰৰ পৰিৱৰ্তনৰ লগে লগে তাৰ ইউনিভাৰ্চিটিত দুটা ডাঙৰ মূলগত পৰিৱৰ্তন ঘটিছিল। ধৰ্মশাস্ত্ৰৰ ওপৰত যি ঐকান্তিক নিৰ্ভৰতা আছিল সি ক্ৰমশঃ শিথিল হৈ আহিছিল। এদিন তাত মানুহৰ জ্ঞানৰ ক্ষেত্ৰৰ প্ৰায় সমস্তখিনি ধৰ্মশাস্ত্ৰৰ সম্পূৰ্ণ অন্তৰ্গত নহ'ক, অন্ততঃ শাসনগত আছিল। যুদ্ধ কৰোঁতে অৱশেষত সেই অধিকাৰৰ কৰ্তৃত্বভাৰ তাৰ হাতৰপৰা সুলকি পৰিল। বিজ্ঞানৰ লগত য'ত শাস্ত্ৰবাক্যৰ বিৰোধ তাত শাস্ত্ৰ আজি পৰাভূত, বিজ্ঞান আজি আপোন স্বতন্ত্ৰ বেদীত একেশ্বৰৰূপে প্ৰতিষ্ঠিত। ভূগোল, ইতিহাস প্ৰভৃতি মানুহৰ অন্যান্য শিক্ষণীয় বিষয় বৈজ্ঞানিক যুক্তিপদ্ধতিৰ অনুগত হৈ ধৰ্মশাস্ত্ৰৰ বন্ধনৰপৰা মুক্তি পাইছে। বিশ্বৰ সমস্ত জ্ঞাতব্য আৰু মন্তব্যৰ বিষয় সম্বন্ধে মানুহৰ প্ৰশ্নৰ প্ৰৱণতা আজি বৈজ্ঞানিক। আপ্তবাক্যৰ মোহ তাৰ আঁতৰি গৈছে।

ইয়াৰ লগতে আৰু এটা ডাঙৰ পৰিৱৰ্তন ঘটিছে ভাষালৈ। এদিন লেটিন

ভাষাই আছিল সমস্ত ইউৰোপৰ শিক্ষাৰ ভাষা, বিদ্যাৰ আধাৰ। তাৰ সুবিধা এয়ে আছিল যে সকলো দেশৰ ছাত্ৰই এক পৰিৱৰ্তনহীন সাধাৰণ ভাষাৰ যোগে শিক্ষা লাভ কৰিব পাৰিছিল। কিন্তু তাৰ প্ৰধান ক্ষতি আছিল এয়ে যে বিদ্যাৰ আলোকে পাণ্ডিত্যৰ ভেঁটিৰ সীমা পাৰ হৈ বেছি দূৰলৈ যাব নোৱাৰিছিল। যেতিয়াৰপৰা ইউৰোপৰ প্ৰতিটো জাতিয়েই নিজৰ নিজৰ ভাষাক শিক্ষাৰ বাহনৰূপে স্বীকাৰ কৰিলে তেতিয়াৰপৰা শিক্ষা বিয়পি পৰিল সৰ্বসাধাৰণৰ মাজত। তেতিয়া বিশ্ববিদ্যালয় সমস্ত দেশৰ চিত্তৰ লগত অন্তৰংগৰূপে যুক্ত হৈ পৰিল। শুনিবলৈ কথাষাৰ স্বতঃবিৰুদ্ধত, কিন্তু সেই ভাষা স্বাতন্ত্ৰ্যৰ সময়ৰে পৰা সমস্ত ইউৰোপত বিদ্যাৰ যথাৰ্থ সমবায়সাধন হৈছে। এই স্বাতন্ত্ৰ্যই ইউৰোপৰ চিৎপ্ৰকৰ্ষক খণ্ডিত নকৰি অন্তৰূপে সম্মিলিত কৰিছে। ইউৰোপত এই স্বদেশী ভাষাত বিদ্যাৰ মুক্তিৰ লগে লগে তাৰ জ্ঞানৰ ঐশ্বৰ্য বাঢ়ি উঠিল, পৰিব্যাপ্ত হ'ল সমস্ত প্ৰজাৰ মাজত, যুক্ত হ'ল প্ৰতিবেশী আৰু দূৰবাসীসকলৰ জ্ঞান সাধনাৰ লগত, স্বতন্ত্ৰ ক্ষেত্ৰৰ সমুদায় শস্য সংগৃহীত হ'ল ইউৰোপৰ সাধাৰণ ভাণ্ডাৰত; এতিয়া ইউনিভাৰ্চিটি তাত যিদৰে উদাৰভাৱে সকলো দেশৰ, সেইদৰে একান্তভাৱে নিজৰ দেশৰো। এইটোৱেই হ'ল মানুহৰ প্ৰকৃতিৰ অনুগত। কাৰণ, মানুহে যদি সঁচাকৈয়ে নিজকে উপলব্ধি নকৰে তেনেহ'লে নিজকে উছৰ্গাও কৰিব নোৱাৰে। বিশ্বজনীনতাৰ দাক্ষিণ্য বাস্তব হ'ব নোৱাৰে, যদি ব্যক্তিস্বাতন্ত্ৰ্যৰ উৎকৰ্ষ বাস্তৱ নহয়। এচিয়াৰ মধ্যযুগত তিব্বত চীন মংগোলিয়াই বৌদ্ধধৰ্মকেই গ্ৰহণ কৰিছিল, কিন্তু গ্ৰহণ কৰিছিল নিজৰ ভাষাতেই। এইবাবেই সিবোৰ দেশত সেই ধৰ্ম সকলোৱে অন্তৰৰ সামগ্ৰী হ'ব পাৰিছে। এনেভাৱেই একোটা সমগ্ৰ জাতিক মানুহ কৰিছে আৰু তাক মোহান্ধকাৰৰপৰা উদ্ধাৰ কৰিছে।

ইউনিভাৰ্চিটিৰ উৎপত্তি সম্বন্ধে বিস্তাৰিত বৰ্ণনাৰ প্ৰয়োজন নাই। আমাৰ বক্তব্যৰ মূল কথাষাৰ এয়ে যে, বিশেষ দেশে, বিশেষ জাতিয়ে যি বিদ্যাৰ সম্পৰ্কে বিশেষ প্ৰীতি গৌৰৱ আৰু দায়িত্ব অনুভৱ কৰিছে তাকেই ৰক্ষা কৰিবলৈ আৰু প্ৰচাৰ কৰিবলৈকে বিশ্ববিদ্যালয়ৰ প্ৰথম সৃষ্টি। যি ইচ্ছা সকলো সৃষ্টিৰ মূলত, সমস্ত দেশৰ সেই ইচ্ছা শক্তিৰপৰাই তাৰ উদ্ভৱ। এই ইচ্ছাৰ মূলত থাকে শক্তিৰ ঐশ্বৰ্য। সেই ঐশ্বৰ্যই দাক্ষিণ্যৰদ্বাৰা নিজকে প্ৰকাশ কৰিবলৈ বিচাৰে, তাক নিবাৰণ কৰা নাযায়।

সকলো সভ্য দেশে নিজৰ বিশ্ববিদ্যালয়ৰ ক্ষেত্ৰত জ্ঞানৰ অবাৰিত আতিথ্য কৰে। যাৰ সম্পদত উদ্বৃত্ত আছে সিয়ে মাতে অতিথিক। গৃহস্থই নিজৰ অতিথিশালাত বিশ্বক স্বীকাৰ কৰে। নালন্দাত ভাৰতে নিজৰ জ্ঞানৰ অন্নসত্ৰ খুলিছিল, স্বদেশ-বিদেশৰ সকলো অভ্যাগতৰ কাৰণে। ভাৰতে সিদিনাখন উপলব্ধি কৰিছিল যে এনেকুৱা সম্পদ ভাৰতৰ পৰ্যাপ্ত পৰিমাণে আছে, সকলো মানুহক দিব পাৰিলেহে তাৰ চৰম সাৰ্থকতা বুলি ভাবিছিল। পাশ্চাত্য মহাদেশৰ অধিকাংশ দেশতেই বিদ্যাৰ এই অতিথিশালা বৰ্তমান। তাত স্বদেশী বিদেশীৰ প্ৰভেদ নাই। তাত জ্ঞানৰ বিশ্বক্ষেত্ৰত সকলো মানুহেই পৰস্পৰ আপোন। সমাজৰ অন্যান্য প্ৰায় সকলো অংশতেই ভেদৰ প্ৰাচীৰ দিনে দিনে দুৰ্লংঘ্য হৈ উঠিছে, কেৱল মানুহৰ আমন্ত্ৰণ থাকিল জ্ঞানৰ এই মহাতীৰ্থত। কিয়নো ইয়াত দৈন্য স্বীকাৰ, ইয়াত কৃপণতা, ভদ্ৰ জাতিৰ পক্ষে সকলোতকৈয়ো আত্মলাঘৱৰ কাৰণ। সৌভাগ্যবান দেশৰ প্ৰাংগণ বিশ্বৰ বাবে উন্মুক্ত।

আমাৰ দেশত ইউনিভাৰ্চিটিৰ সূত্ৰপাত হ'ল বাহিৰৰ দানৰপৰা। সেই দানত দাক্ষিণ্য বেছি নাই তাৰ ৰাজানুচিত কৃপণতাৰপৰা আজিলৈকে দুখকেই পাই আহিছোঁ, ইংৰাজৰ দেশত ৰাজদ্বাৰত যি অতিথিশালা খোলা আছে লণ্ডন ইউনিভাৰ্চিটিত, এই দেশৰ দৰিদ্ৰ অঞ্চলত তাৰেই এটা ক্ষুদ্ৰ শাখা স্থাপিত হ'ল। ভাৰতীয় বিদ্যা বুলি কোনো এটা পদাৰ্থ যে আছে তাক এই বিদ্যালয়ত গুৰিতেই অস্বীকাৰ কৰা হ'ল। ইয়াৰ স্বভাৱটো পৃথিৱীৰ সকলো ইউনিভাৰ্চিটিৰ একেবাৰে বিপৰীত। ইয়াৰ দানৰ বিভাগ অৱৰুদ্ধ, কেৱল গ্ৰহণৰ বিভাগে ক্ষুধিত-কবল উদ্ঘাটিত কৰি আছে। তাত গ্ৰহণৰ কামো ঠিকমতে হোৱা নাই। কিয়নো য'ত দিয়া-নিয়াৰ চলাচল নাই তাত পোৱাটোও অসম্পূৰ্ণ থাকে।

আধুনিক কালত জীৱনযাত্ৰা সকলোফালেই জটিল। নতুন নতুন সমস্যাৰ আলোড়নত মানুহৰ মন সদায় উৎক্ষুব্ধ। সদায় তাৰ নানা প্ৰশ্নৰ নানা উত্তৰ, তাৰ নানা বেদনাৰ নানা প্ৰকাশ সমাজত তৰংগিত, সাহিত্যত বিচিত্ৰ ভংগিত আৱৰ্তিত। বিশ্ববিদ্যালয়ত নানা যুগৰ ধ্ৰুৱ আদৰ্শসমূহ যিদৰে মনৰ আগত বিধৃত, সঞ্চিত, সেইদৰে প্ৰচলিত সাহিত্যত প্ৰকাশ পাইছে প্ৰবহমান চিত্তৰ লীলাচাঞ্চল্য। পাশ্চাত্য বিশ্ববিদ্যালয়ত বাহিৰৰ এই চিত্তমথনৰ লগত সংযোগ-সূত্ৰ বিচ্ছিন্ন নহয়। মানুহৰ শিক্ষাৰ এই দুই ধাৰা তাত গংগা-যমুনাৰ দৰে

লগ লাগে। কিয়নো য'ত সমস্ত দেশৰ এক চিত্তই তাৰ বিদ্যাক নিৰৱচ্ছিন্ন-ভাৱে সৃষ্টি কৰিছে, পৃথিবীৰ সৃষ্টিকাৰ্য যিদৰে জলে স্থলে উভয়তে সক্ৰিয়।

এই খবৰ বোধহয় সকলোৱেই জানে যে বৰ্তমান কালৰ লগত খোজ মিলোৱাৰ কাৰণেই ইংলণ্ডৰ ইউনিভাৰ্ছিটিসমূহত সম্প্ৰতি বিশেষভাৱে আধুনিক শিক্ষাবিস্তাৰৰ প্ৰচেষ্টা চলিছে। যোৱা য়ুৰোপীয় যুদ্ধৰ পাছত অক্সফোৰ্ডত দৰ্শন, ৰাষ্ট্ৰতত্ত্ব, অৰ্থনীতিৰ আধুনিক ধাৰাৰ চৰ্চা স্বীকাৰ কৰা হৈছে। দেশৰ চাৰিওফালে কি ঘটিছে, সমাজ কোন পথে চলিছে, সেইটো যিবোৰে ভালদৰে জানিবলৈ বিচাৰে সিবোৰক সহায় কৰিবলৈকে ইউনিভাৰ্ছিটিৰ এই উদ্যোগ। মানচেষ্টাৰ ইউনিভাৰ্ছিটিয়ে আধুনিক অৰ্থতত্ত্ব আৰু আধুনিক ইতিহাসৰ প্ৰতি বিশেষভাৱে মনযোগ দিছে। বৰ্তমান কালৰ চিন্তা-দ্বন্দ্ব আৰু কৰ্ম সংঘাতৰ দিনত এনেকুৱা শিক্ষাৰ ফলত ছাত্ৰ ছাত্ৰীয়ে উপযুক্ত-ভাৱে নিজৰ কৰ্তব্য আৰু জীৱনযাত্ৰাৰ বাবে সাজু হ'ব পাৰিছে।

আমাৰ দেশত বিদেশৰপৰা পোৱা বিশ্ববিদ্যালয়ৰ লগত দেশৰ মনৰ এনেকুৱা মিলন গঢ়ি উঠিব পৰা নাই। তদুপৰি ইউৰোপীয় বিদ্যাও ইয়াত বদ্ধপানীৰ নিচিনা, তাৰ গতিশীল ৰূপ আমি দেখিবলৈ নাপাওঁ। যিবোৰ প্ৰবীণ মত আসন্ন পৰিৱৰ্তনৰ মুখত, আমাৰ আগত সিবোৰ ধ্ৰুৱসিদ্ধান্তৰূপে স্থিৰ হৈ থাকে। সনাতনত্বমুগ্ধ আমাৰ মনে সিবোৰক ফুলচন্দনেৰে পূজা কৰি থাকে। ইউৰোপীয় বিদ্যাক আমি স্থবিৰভাৱে পাওঁ আৰু তাৰপৰা বাক্যচয়ন কৰি আবৃত্তি কৰাকেই আধুনিক ৰীতিৰ বৈদগ্ধ্য বুলি জানো, এই কাৰণে সেই সম্পৰ্কে নতুন চিন্তাৰ সাহস আমাৰ নাই। দেশৰ জনসাধাৰণৰ সমস্ত দুৰূহ প্ৰশ্ন, গুৰুত্বৰ প্ৰয়োজন, কঠোৰ বেদনা আমাৰ বিশ্ববিদ্যালয়ৰপৰা বিচ্ছিন্ন। ইয়াত দূৰৰ বিদ্যাকেই আমি আয়ত্ত কৰোঁ জড় পদাৰ্থৰ দৰে; বিশ্লেষণৰদ্বাৰা, সমগ্ৰ উপলব্ধিৰদ্বাৰা নহয়। আমি টুকুৰা-টুকুৰাকৈ বাক্য মুখস্ত কৰোঁ আৰু সেই টুকুৰা কৰা মুখস্ত বিদ্যাৰ পৰীক্ষা দি নিস্কৃতি লাভ কৰোঁ। টেক্সট্‌বুক সংলগ্ন আমাৰ মন পৰাশ্ৰিত প্ৰাণীৰদৰে নিজৰ খাদ্য নিজে সংগ্ৰহ কৰিবৰ কাৰণে, নিজে উদ্ভাৱন কৰাৰ শক্তি হেৰুৱাই পেলাইছোঁ।

ইংৰাজী ভাষা আমাৰ প্ৰয়োজনৰ ভাষা, এইবাবে সমস্ত শিক্ষাৰ কেন্দ্ৰস্থলত এই বিদেশী ভাষাৰ প্ৰতি আমাৰ লোভ; সেয়া প্ৰেমিকৰ প্ৰীতি নহয়, কৃপণৰ আসক্তি। আমি ইংৰাজী সাহিত্য পঢ়োঁ, প্ৰধান লক্ষ্য ইংৰাজী ভাষা আয়ত্ত

কৰা। অৰ্থাৎ ফুলৰ কীটৰ দৰে আমাৰ মন, মৌ-মাখিৰ দৰে নহয় ; মুষ্টি-ভিক্ষাত যি দান সংগ্ৰহ কৰোঁ, ফৰ্দ কৰি পৰীক্ষা দিওঁ তাৰ। সেই পৰীক্ষা পৰিমাণৰ হিচাপ দিয়া ; সেই পৰিমাণগত পৰীক্ষাৰ তাগিদাত শিক্ষা কৰা হয় ওজনদৰত। বিদ্যাক চিত্তৰ সম্পদৰূপে গ্ৰহণ কৰা অনাৱশ্যক, যদি তাক বাহ্যবস্তুৰূপে বহন কৰা হয়। এনেকুৱা বিদ্যাৰ দানত গৌৰৱ নাই ; গ্ৰহণতো আনন্দ নাই। এনেকুৱা দৈন্যৰ দিনতো কেতিয়াবা কেতিয়াবা এনেধৰণৰ শিক্ষকো পোৱা যায় শিক্ষাদান যাৰ স্বভাৱ। তেওঁ নিজ গুণেই জ্ঞান দান কৰে নিজৰ অন্তৰৰপৰাই শিক্ষাক অন্তৰৰ সামগ্ৰী কৰে, তেওঁৰ অনুপ্ৰেৰণাত ছাত্ৰৰ মনত মননশক্তি উদ্ৰেক হয়। বিশ্ববিদ্যালয়ৰ বাহিৰত বিশ্বত আপোন বিদ্যাক ফলবান কৰি কৃতী ছাত্ৰ সকলে তাৰ সত্যতাৰ প্ৰমাণ দিয়ে।

যি বিশ্ববিদ্যালয় সত্য, সি এই এনেকুৱা শিক্ষককে আকৰ্ষণ কৰে ; শিক্ষাৰ সহায়ত তাৰ মনোলোকত সৃষ্টিকাৰ্য চলে, সকলো সভ্যতাৰ মূলতে এই সৃষ্টি। কিন্তু আমাৰ বিশ্ববিদ্যালয়ত এনেকুৱা যথাৰ্থ শিক্ষক নহ'লেও চলে, হয়তো ভালদৰেই চলে। কিয়নো ইয়াৰ পৰীক্ষা পদ্ধতিত যি ফলৰ প্ৰতি দৃষ্টি সি আহৰণ কৰা ফল, স্বাভাবিক ফলন হোৱা ফল নহয়। দৈন্যৰ নিষ্ঠুৰ তাগিদাত এনেকুৱা ধৰণৰ শিক্ষাৰ প্ৰতি দেশৰ লোভ আছে, কিন্তু ভক্তি নাই। সেয়ে শিক্ষক আৰু ছাত্ৰসকলৰ উদ্যমক পূৰামাত্ৰাই সতৰ্ক কৰি ৰখাৰ প্ৰয়োজন নহয়। কিয়নো দেশৰ প্ৰত্যাশা উচ্চ নহয়, বজাৰ-দৰৰ হিচাপত যি পৰীক্ষাৰ মাৰ্কা যি পাব খোজে তাৰ মূল্য সত্যৰ ওচৰত অতি সামান্য। এইবাবে দুমূৰ্ল্য বিদ্যাক সম্পূৰ্ণ কৰিবলৈ যি শ্ৰদ্ধাৰ প্ৰয়োজন তাক ৰক্ষা কৰা ইমান কঠিন ; সেয়ে শৈথিল্য তাৰ মজ্জাত প্ৰবেশ কৰিছে।

অভাৱৰপৰা বিশ্ববিদ্যালয় প্ৰতিষ্ঠাৰ দৃষ্টান্ত আনত আছে, যেনে-জাপানত। জাপানে যেতিয়া স্পষ্টভাৱে বুজিলে যে আধুনিক ইউৰোপ আজি যি বিদ্যাৰ প্ৰভাৱত বিশ্ববিজয়ী তাক আয়ত্ত কৰিব নোৱাৰিলে সকলো ফালেই পৰাভৱ সুনিশ্চিত, তেতিয়া জাপানে প্ৰাণপণ আকাঙ্ক্ষাৰ গুণে নিজৰ সদ্যপ্ৰতিষ্ঠিত বিশ্ববিদ্যালয়ত সেই য়ুৰোপীয় বিদ্যাৰ পীঠস্থান ৰচনা কৰিলে। বিদ্যাসাধনাত আধুনিক মানৱসমাজত তাৰ লেশমাত্ৰ অগৌৰৱ নঘটক এয়ে তাৰ একান্ত কামনা। গতিকে সমস্ত জাতিৰ শিক্ষাদানকাৰ্যত সিদ্ধিৰ আদৰ্শক তুচ্ছ কৰি নিজকে বঞ্চিত কৰাৰ কথা তাৰ মনলৈকো আহিব নোৱাৰে। আমাৰ

দেশত বিদ্যাত সফলতাৰ কৃত্রিম আদর্শ বহু পৰিমাণে আনৰ হাতত। বিদেশী মনিবসকলে কমেও কিমানখিনি হ'লে তেওঁলোকৰ আশু প্রয়োজনৰ হিচাপত সন্তুষ্ট হয় তাৰ এটা ওজন বুজি ল'ব পাৰিছিল। প্রথমৰে পৰা এই কাৰণেই ঘাঁইকৈ বিদ্যাৰ আন্তৰিক আদর্শৰ প্রতি নিষ্ঠা আমাৰ হ্রাস হৈ আহিছে।

জাপানত বিদ্যাক সত্য কৰি তোলাৰ যি ইচ্ছা তাৰ প্রমাণ পোৱা যায় স্বদেশীভাষাক আপোন শিক্ষাৰ ভাষাৰূপে গ্রহণ কৰাত পলম নকৰা কথাত। সর্বসাধাৰণৰ ভাষাৰ জৰিয়তে বিশ্ববিদ্যালয়ক সর্বসাধাৰণৰ কৰি তোলা হ'ল; শিক্ষিত আৰু অশিক্ষিতৰ মাজত চিত্তপ্রসাৰৰ পথ অবাধে প্রশস্ত হৈ পৰিল। সেয়ে আজি সমস্ত দেশত বুদ্ধিৰ জ্যোতি অবাৰিতভাৱে দেদীপ্যমান।

আমাৰ দেশত মাতৃভাষাত একালত যেতিয়া শিক্ষাৰ আসন প্রতিষ্ঠাৰ প্রথম প্রস্তাৱ উঠে তেতিয়া অধিকাংশ ইংৰাজীজনা বিদ্বানলোক আতঙ্কিত হৈ উঠিছিল। সমগ্র দেশৰ সামান্য যিকেইজন লোকে ইংৰাজী ভাষাটো কোনোমতে ব্যৱহাৰ কৰাৰ সুযোগ পাইছে সিবোৰৰ পিছত উক্ত ভাষাৰ অধিকাৰ লেশমান কমিব পাৰে এয়ে আছিল ভয়। হায়, দৰিদ্রৰ আকাঙ্ক্ষাও দৰিদ্র!

এই কথা স্বীকাৰ কৰিব লাগিব, জাপান স্বাধীন দেশ; তাৰ মানুহে বিদ্যাৰ যি মূল্য স্থিৰ কৰিছে সেই মূল্য পূৰামাত্রাই স্বীকাৰ কৰিবলৈ কৃপণতা দেখুওৱা নাই। আৰু, আমি হতভাগাৰ দলে পুলিচ আৰু ফৌজ-বিভাগৰ প্রচুৰ ভোজনৰ ভুক্তশেষ ৰাজস্বৰ উচ্ছিষ্টকণা বুটলি তাৰেই দামত বিদ্যাৰ ধৰণ কোনোমতে ৰক্ষা কৰিছোঁ, অসাৰ মাল-মছলাৰদ্বাৰা। আমাৰ কথাৰ বিন্ধা ঢাকিব লগীয়া হওঁ ফটা কাপোৰৰ তালি লগাই। তাত গৌৰৱ নাই; কেৱল কিছু পৰিমাণে লজ্জা নিবাৰণ ঘটে, লোকক দেখুৱা মান ৰক্ষা হয়, জীর্ণতা সত্ত্বেও আবৰণটো থাকে।

এইটো সঁচা কথা যদিও আক্ষেপ কৰি যেতিয়া কোনো ফল নাই, তেনেস্থলত ইয়াৰ দোহাই দি নিজৰ চেষ্টাক খর্ব কৰিলে নচলিব; তুফান উঠিছে বাবেই গুৰিবঠা আৰু টানকৈ ধৰিব লাগিব। যি বিদ্যাক ইমান দিনে আমি বিদেশৰ নীলামত সস্তাত কিণা ভঙা বেঞ্চিত বহুৱাই ৰাখিছোঁ তাক স্বদেশৰ চিত্তবেদীত সমাদৰে বহুৱাব লাগিব। বিশ্ববিদ্যালয়কে যেতিয়া যথার্থভাৱে স্বদেশৰ সম্পদ কৰি তুলিব পৰা যাব তেতিয়াহে সমগ্র দেশৰ অন্তৰৰ এই দাবী তাৰ

টেকনিকৰ পৰিচয় আৰু চৰ্চাই সাহিত্য শিক্ষাৰ প্ৰধান উদ্দেশ্য, এই কথাটোকেই তেওঁৰ ক্লাছৰপৰা জানিছিলোঁ।

বয়স যদি পৰ্যবসিতপ্ৰায় নহ'লহেঁতেন আৰু যদি মোৰ কৰ্তব্য হ'লহেঁতেন ক্লাছত সাহিত্য শিক্ষকতা কৰা তেনেহ'লে এই আদৰ্শ অনুসাৰেই কাম কৰিবলৈ চেষ্টা কৰিলোঁহেঁতেন। সম্ভৱতঃ মোৰ পক্ষে তাৰ পৰিণাম শোকাবহ হ'লহেঁতেন। কৰ্তৃপক্ষ আৰু ছাত্ৰসকলে কোনোৰেই সুদীৰ্ঘ কাল মোক সহ্য কৰিব নোৱাৰিলেহেঁতেন। সেই সম্ভৱপৰ সংকট পাৰ হৈ আহিছোঁ।

আজি মোৰ শেষ বয়সত মোৰপৰা কোনো ৰীতিসম্মত কৰ্মপদ্ধতিৰ প্ৰত্যাশা কৰা ধৰ্মবিৰুদ্ধ, তাত অনিষ্টহে আছে। মোৰ ক্লান্ত জীৱনৰ সন্ধিয়াপৰত মোক বাংলা অধ্যাপকৰ সুলভ সংস্কৰণ ৰূপে চলাবলৈ গলে তাৰপৰা কামৰো ক্ষতি হ'ব, মোৰ বাবেও সি স্বাস্থ্যকৰ নহ'ব। মই এই কথা জানো যে আজি কলিকতা বিশ্ববিদ্যালয়ক বঙ্গবাণী বীণাপাণিৰ মন্দিৰদ্বাৰত বৰণ কৰাৰ ভাৰ মোৰ ওপৰত। সেই কথা মনত ৰাখিযেই মই তাক অভিনন্দিত কৰিছোঁ। এই কামনা কৰোঁ যে, যেতিয়া ধোঁৱামলিন নিশীথপ্ৰদীপৰ নিৰ্বাপনৰ সময় আহিল তেতিয়া বঙ্গদেশৰ চিত্তাকাশত নৱসূৰ্যোদয়ৰ প্ৰত্যুষক যথাৰ্থ স্বদেশীয় বিশ্ববিদ্যালয়ে যেন ভৈৰৱৰাগে ঘোষণা কৰে, আৰু বাংলাৰ প্ৰতিভাক নতুন নতুন সৃষ্টিৰ পথেৰে অক্ষয় কীৰ্তিলোকত উত্তীৰ্ণ কৰে।

# শিক্ষাৰ বিকিৰণ

খোৱা বস্তুৰে ভৰাঁল ঠাহ খাই পৰিলে নাইবা ৰান্ধনি ঘৰত চৰুৰ তলত জাল দিলেই তাক ভোজ বুলিব নোৱাৰি। ৰভাত কিমান পাত দিয়া হৈছে, কিমান মানুহক ভোজলৈ নিমন্ত্ৰণ জনোৱা হৈছে, সেই হিচাপেহে ভোজ ডাঙৰ নে সৰু ঠিক কৰা হয়। আমি মনে মনে উচ্চাৰণ কৰি সন্তোষ পোৱা "এডুকেচন" শব্দটোত ভঁৰাল ঘৰৰ চেহেৰা আছে। বাহিৰলৈ চাই দেখোঁ ৰভাৰ তল শূন্য। শিক্ষাৰ পোহৰৰ বাবে স্কুল-কলেজত ওখকৈ ডাঙৰ ভোটা জলোৱা হৈছে, কিন্তু তাৰ পোহৰ যদি চাৰি বেৰৰ ভিতৰতে বন্দী হৈ থাকে, তেনেহ'লে ক'ব লাগিব আমাৰ কপাল বেয়া। গোটেই পটৰ ভূমিকাতহে ছবিৰ ৰূপ প্ৰকাশ হয়। সেইদৰে শিক্ষাৰ প্ৰকাশ হ'বলৈকো দেশজোৰা ভূমিকাৰ প্ৰয়োজন। এনে ব্যাপক ভূমিকাৰ লগত সম্পৰ্ক নথকা শিক্ষা তেনেই অস্পষ্ট আৰু অসম্পূৰ্ণ। কেৱল অভ্যাস হোৱা বাবেই এনে শিক্ষাৰ দৈন্যৰ বেদনা আমাৰ মনৰ পৰা নাইকিয়া হৈছে। 'এডুকেচন' বিষয়ত যেতিয়া আন দেশৰ সৈতে নিজৰ দেশৰ তুলনা কৰোঁ তেতিয়া দেখা অংশটোহে আমি লক্ষ্য কৰোঁ। অদৃশ্য অংশৰ হিচাপ নলওঁ। মিলাই চাওঁ তাতো 'ইউনিভৰ্চিটি' আছে। আমাৰ দেশতো তাৰ প্ৰতিৰূপ দুটা এটা 'ইউনিভৰ্চিটি' হৈছে। আমি এই কথা পাহৰি যাঁও যে এনে কোনো ভাগ্যৱান দেশ নাই য'ত নিয়মীয়া শিক্ষালয়ৰ বাহিৰেও ধৰাবন্ধা নিয়ম নোহোৱা শিক্ষাই সমগ্ৰ দেশ জোৰা দিগন্ত বিস্তৃত বিশাল পৰিধি ৰচনা কৰা নাই।

এসময়ত আমাৰ দেশতো আছিল। মধ্যযুগত ইউৰোপৰ দেশতো আমাৰ দৰেই শাস্ত্ৰীয় শিক্ষাই প্ৰধান আছিল। এই শিক্ষাৰ বিশেষ চৰ্চ্চা টোল আৰু চতুষ্পাঠীত হৈছিল ; কিন্তু এই শিক্ষাৰ ভূমিকা আছিল গোটেই দেশ জুৰি। বিশিষ্ট জ্ঞানেৰে সৈতে সাধাৰণ জ্ঞানৰ সদায় আদান-প্ৰদান আছিল। মৰুদ্যানেৰে সৈতে মৰুভূমিৰ যি বিপৰীত সম্বন্ধ, পণ্ডিত মণ্ডলীৰে সৈতে সাধাৰণ লোকৰ তেনে সম্বন্ধ নাছিল। দেশত এনে অৱহেলিত অংশ নাছিল, য'লৈ ৰামায়ণ, মহাভাৰত, পুৰাণ-কথা, ধৰ্ম্মব্যাখ্যা নিতৌ নানা বাটেদি গৈ বিয়পি পৰা নাছিল। আনকি দৰ্শন শাস্ত্ৰত আলোচনা কৰা জটিল তত্ত্ব জ্ঞানসমূহো

সৰ্বসাধাৰণৰ চিত্ত ভূমি জীপ দিবলৈ সিচাঁ হৈছিল। যথেষ্ট পৰিমাণে পানী মিহলি হৈ পনীয়া হলেহে গছে যেনেকৈ শাখা প্ৰশাখাৰে খাদ্য গ্ৰহণ কৰিব পাৰে, তেনেকৈ সেই কালত কঠিন বিদ্যাক ৰসেৰে কোমল কৰি সকলো মানুহৰ অন্তৰত সঞ্চাৰ কৰা হৈছিল। যি সময়ত আমাৰ দেশত পূৰ্ত্ত-কৰ্ম্ম ধৰ্ম্মৰ অংগ আছিল, সেই সময়ত গাৱেঁ গাৱেঁ মানুহে নিজে নিজেই পুখুৰী খন্দাৰ ব্যৱস্থা কৰিছিল। সকলোৱে লগলাগি নিজেই নিজৰ পানীৰ যোগান কৰিছিল। ৰাজ পৰিষদৰ কোনো ব্যয়-কুণ্ঠ দপ্তৰত বা কোনো আমোলাৰ ওচৰত পানীৰ বাবে মূৰ খুন্দিয়াব লগা নহৈছিল। সেই একেদৰেই সমাজে নিজেই দেশৰ বিদ্যা, দেশময় বিতৰণ কৰিছিল। যদি নকৰিলেহেঁতেন, তেনেহ'লে সমগ্ৰদেশ আজি বৰ্বৰতাৰ ভয়ংকৰ কবলত পৰি থাকিলহেঁতেন। বিদ্যা তেতিয়া বিদ্বানৰ সম্পত্তি নাছিল, সি আছিল সমাজৰ সম্পদ।

য'ত খবৰ কাগজৰো প্ৰৱেশ নাই, তেনে এখন আওহতীয়া গাঁৱলৈ মোক এদিন সেই গাঁৱৰ মানুহে নিমন্ত্ৰণ কৰিছিল। গাঁওখনৰ প্ৰায় সকলোবিলাক মানুহ মুছলমান। মোৰ অভ্যৰ্থনাৰ উপলক্ষে যাত্ৰা গান চলিছিল। চন্দ্ৰতাপৰ তলত কেৰাচিন তেলৰ চাকি জ্বলিছে, মাটিত লৰা-বুঢ়া সকলো একথিৰে বহি আছে। যাত্ৰা গানৰ মূল বিষয় হ'ল, গুৰু-শিষ্যৰ ভিতৰত তত্ত্বালোচনা; দেহ-তত্ত্ব, সৃষ্টিতত্ত্ব, মুক্তিতত্ত্ব মাজে মাজে তাৰ লগে লগে নাচ-গান আৰু কৌতুকৰ দ্ৰুত মুখৰিত ঝংকাৰ। এই যাত্ৰা-গানৰ এটা অংশ আজিও মোৰ মনত আছে। সেই অংশ এনেকুৱা: তীৰ্থযাত্ৰী এজন বৃন্দাবনত প্ৰবেশ কৰিব খুজিছে, দুৱৰীয়ে বাট ভেটি কলে, "তুমি চোৰ, তোমাক ভিতৰলৈ যাবলৈ দিয়া নহ'ব।" যাত্ৰীজনে আচৰিত হৈ উত্তৰ দিলে "ই আকৌ কি কথা। চুৰ কৰি অনা বস্তু মোৰ লগত ক'ত দেখিলা?" দুৱৰীয়ে কলে, "এয়া তোমাৰ কাপোৰৰ তলত লুকাই থোৱা আছে। এই যে তোমাৰ নিজত্ব ইয়াৰ পুৰাপুৰি ষোলআনাই আমাৰ ৰজাৰ প্ৰাপ্য। তুমি ফাঁকি দি নিজৰ লগত ৰাখি থৈছা।" এইদৰে কোৱাৰ লগে লগে ঢাক ঢোল বাজি উঠিল। নটুৱাই মূৰত পিন্ধা চুলি জোকাৰি জোকাৰি নাচিবলৈ ধৰিলে। যেন এই খিনিয়েই পাঠৰ প্ৰধান অংশ। অধ্যাপক মহোদয়ে কথাফাঁকিৰ তলত ৰঙা পেঞ্চিলৰ দুটা ডাঙৰ আঁচ মাৰি দিছে। ৰাতি বেছি হবলৈ ধৰিলে। দুপৰ ৰাতি পাৰ হৈ এক বাজিল। তথাপি শ্ৰোতাসকলে স্থিৰ হৈ শুনিব লাগিছে। সকলো কথা স্পষ্টভাবে

বুজক বা নুবুজক সকলো মানুহে এনে এটা সোৱাদ পাইছে, যিটোৱে দৈনন্দিন জীৱনৰ নীৰস তুচ্ছতা ভেদ কৰি চিৰন্তনৰ ফালে বাট মুকলি কৰি দিছে।

এনেকৈয়ে কিমান দিন আমাৰ দেশত এনে ব্যৱস্থা চলিব লাগিছে। বিচিত্ৰ ৰসৰ মাজেদি মানুহে বাৰে বাৰে শুনিব লাগিছে ধ্ৰুব আৰু প্ৰহ্লাদৰ কথা; সীতাৰ বনবাস, কৰ্ণৰ কবচ দান, হৰিশ্চন্দ্ৰৰ সৰ্বস্ব ত্যাগ। তেতিয়া মানুহৰ দুখ বেছি আছিল; অবিচাৰ আছিল, পদে পদে জীৱন যাত্ৰাৰ অনিশ্চয়তা আছিল। কিন্তু তাৰ লগে লগে শিক্ষাৰ এটা ধাৰা আছিল, যি ভাগ্যৰ বিমুখতাৰ মাজতো মানুহক আন্তৰিক সম্পদৰ মুকলি পথ দেখুৱাইছিল। অৱস্থাৰ হীনতাই মানুহৰ যি শ্ৰেষ্ঠ সম্পদক হেয় কৰিব নোৱাৰে, সেই সম্পদৰ পৰিচয় উজ্জ্বল হৈ আছিল। আমেৰিকাৰ কথাছবিয়ে আৰু যিহকে কৰক, এই কামটো হ'লে কৰিব নোৱাৰে।

অলপ দিন হ'ল, অন্য সকলো দেশত আৱশ্যকীয় শিক্ষাৰ প্ৰবৰ্ত্তন হৈছে। আমাৰ দেশৰ যি জনশিক্ষা তাক আৱশ্যক নুবুলি স্বৈচ্ছিক বোলা উচিত। সেই শিক্ষা বহুকলীয়া। সেই শিক্ষা প্ৰচলনৰ বাবে কোনো আইন নাছিল। শৰীৰৰ সকলো অঙ্গ প্ৰত্যঙ্গ তেজ চলাচল হোৱাৰ দৰেই সেই শিক্ষাও আপোনা আপুনি চলিছিল।

তাৰ পিছত সময়ৰ পৰিৱৰ্ত্তন হ'ল। ইফালে শিক্ষিত সমাজে যেতিয়া ৰাজদ্বাৰলৈ মুখ কৰি কেতিয়াবা কৰুণ কণ্ঠেৰে, কেতিয়াবা কৃত্ৰিম আক্ৰোশেৰে মন্ত্ৰীসভাত প্ৰৱেশাধিকাৰ আবেদন নিবেদন জনাবলৈ লাগিল, তেতিয়া তেওঁলোকৰ পিছত পৰি থকা গাঁৱৰ মানুহে পুখুৰীৰ বোকাৰ মাজৰ পৰা খোৱা পানী আনিব লগা হ'ল আৰু আনহাতে নগৰৰ ঘৰে ঘৰে কলৰ পানী ধাৰ নিছিগা হৈ ব'বলৈ ধৰিলে। আমি আচৰিত হৈ নিজে নিজে ক'বলৈ ধৰিলোঁ —ইয়াকে বোলে উন্নতি। দেশৰ যি বিৰাট ৰূপ, সেইটো আমাৰ চকুৰ আগৰ পৰা অদৃশ্য হ'ল। দেশৰ সকলোতে বিয়পি থকা প্ৰাণ আৰু জেউতি সৰু সৰু কেন্দ্ৰৰ ভিতৰত সংকুচিত হৈ পৰিল।

আজি কালি আমি যাক "এডুকেচন" বোলো তাৰ আৰম্ভ হয় নগৰত। তাৰ পিছে পিছে ব্যৱসায় আৰু চাকৰি লগৰীয়া ৰূপে যাব লাগিছে। এই শিক্ষা প্ৰণালী ৰেলগাড়ীৰ ডবাৰ বিজুলী চাকিৰ নিচিনা। ৰেলগাড়ীৰ খোটালিটো উজ্জ্বল, কিন্তু ৰেলগাড়ী যোৱা যোজন যোজন পথ অন্ধকাৰত বুৰ গৈ

থাকে। কাৰখানাৰ গাড়ীখনেই যেন সত্য, তাৰ বাহিৰে প্ৰাণৰ বেদনাৰে পৰিপূৰ্ণ গোটেই দেশখনেই যেন অবান্তৰ।

নগৰবাসী এদল মানুহে শিক্ষা পালে, মান পালে, অৰ্থ সম্পদ পালে ; তেওঁলোকেই হ'ল 'এনলাইটেনড্' আলোকিত। সেই পোহৰৰ পিছ ফালে থকা গোটেই দেশখনতে সৰ্বগ্ৰাস গ্ৰহণ। স্কুলৰ বেঞ্চত বহি যিবিলাক ল'ৰাই ইংৰাজী পাঠ মুখস্থ কৰিবলৈ লাগিল, তেওঁলোকে সেই শিক্ষাৰ পোহৰত জলক-তবক লগা চকুৰে দেশ বুলিলে দেখা হ'ল শিক্ষিত সমাজ, ম'ৰা বুলিলে বুজা হ'ল মৰাৰ চালি আৰু হাতী বুলিলে বুজা হ'ল হাতীৰ দাঁতিযোৰ। সেই দিনৰ পৰাই জলকষ্ট বোলা হক, পথকষ্টই বোলা হক, ৰোগেই বোলা হক বা অজ্ঞানকেই বোলা হক—সকলো গোট খাবলৈ ধৰিলে বাদ্য যন্ত্ৰৰ শব্দেৰে মুখৰিত ৰংগমঞ্চৰ নেপথ্য স্বৰূপ গাওঁবিলাকত। নগৰী হল সুজলা সুফলা আৰু পাংখাৰ বতাহেৰে শীতলা, তাতে প্ৰতিষ্ঠিত হ'ল অযোগ্য নিকেতন, শিক্ষানুষ্ঠানৰ প্ৰাসাদসমূহ। এই কথা মনত ৰাখিব লাগিব যে ইমুৰৰপৰা সিমুৰলৈকে দেশৰ বুকুত বিচ্ছেদৰ ইমান ডাঙৰ অস্ত্ৰ আগতে কোনো কালে কোনোৱে চলোৱা নাই। এই আধুনিকতাৰ লক্ষণ বুলি নিন্দা কৰিলেও নহ'ব। কিয়নো কোনো সভ্যদেশৰে অৱস্থা এনে নহয়। সপ্তমীৰ চন্দ্ৰৰদৰে আধুনিকতা সেইবোৰ দেশত আধা পোহৰ আধা অন্ধকাৰত খণ্ডিত হোৱা নাই। পাশ্চাত্য বিদ্যাৰে সৈতে জাপানৰ সম্পৰ্ক ভাৰতত্তকৈও কম দিনৰ, কিন্তু তাত পাশ্চাত্য বিদ্যা জোৰাতাপলি মৰা ফটা কঠা নহয়। জাপানত পাশ্চাত্য বিদ্যাৰ প্ৰভাৱত সমগ্ৰ দেশৰ মনত চিন্তা কৰাৰ শক্তি ধাৰ নিছিগাকৈ বিয়পি পৰিছে। এই চিন্তা একেটা সাঁচতে ঢলা বস্তু নহয়। আধুনিক কালৰ লক্ষণ অনুসাৰেই এই চিন্তাত বৈচিত্ৰ্য আছে অথচ ঐক্যও আছে—এই ঐক্য যুক্তিৰ ঐক্য।

কোনো কোনোৱে তথ্য পাতিৰে দেখুৱাইছে যে আগৰ কালত আমাৰ দেশত গাঁৱলীয়া পঢ়াশালিত প্ৰাথমিক শিক্ষাৰ যি উদ্যোগ আছিল, বৃটিছ শাসনত ক্ৰমে সি কমি গৈছে। কিন্তু তাতোকৈ সৰ্বনাশ হৈছে জনশিক্ষা পদ্ধতিৰ সহজ বাটবিলাক বন্ধ হোৱাৰ বাবে। শুনা যায়, এসময়ত গোটেইখন বংগ দেশতে আচৰিত নিপুণতাৰে বহুত খাল খন্দা হৈছিল। নিৰ্বুদ্ধিতাৰ বাবে বৰ্তমান সময়ত অনাদৰ অৱহেলাত সেই খালবোৰ বন্ধ হৈ গৈছে বাবেই সেইবোৰৰ পাৰত আজি ইমান চিতা জ্বলিব লাগিছে। তেনেকৈ এই দেশৰ শিক্ষাৰ

খালবিলাকো বন্ধ হৈ গল আৰু লগে লগে অন্তৰৰ বাহিৰৰ সকলো দীনতা সবল হৈ উঠিবলৈ ধৰিলে। শিক্ষাৰ এটা ডাঙৰ সমস্যাৰ সমাধান হৈছিল আমাৰ দেশত। শাসনৰ শিক্ষা আনন্দৰ শিক্ষা হৈ দেশৰ অন্তৰত সোমাই পৰিছিল আৰু সি গোটেইখন সমাজৰ প্ৰাণক্ৰিয়াৰে সৈতে মিলি গৈছিল। সমগ্ৰ দেশতে আজি সেই প্ৰাণৰ খাদ্যৰ অভাৱ। আগৰ গোট খোৱা গেদেৰি বাকী আছে বুলিয়েই এতিয়াও দেশৰ ভীষণ মূৰ্ত্তি দেখিবলৈ পোৱা নাই।

মধ্য এচিয়াৰ মৰুভূমিত যিবিলাক পৰ্যটকে প্ৰাচীন যুগৰ কীৰ্ত্তি সন্ধান কৰিছে, তেওঁলোকে দেখিবলৈ পাইছে তাত প্ৰাচীন কালৰ কিমান সমৃদ্ধিশালী জনপদ বালিৰ তলত পোট খাই বিলুপ্ত হৈ গৈছে। এসময়ত সেইবোৰ ঠাইত পানী আছিল আৰু নৈৰ চিনো তাত দেখা যায়। কোনোবা সময়ত তাৰ ৰস শুকাই গল, এখোজ এখোজ কৈ মৰুভূমি আগবাঢ়ি আহিল, শুকান জিভা মেলি মৰুৱে জনপদৰ প্ৰাণ চেলেকি নিলে, লোকালয়ৰ শেষ স্বাক্ষৰ মিলি গ'ল অসীম পাণ্ডুৰতাৰ মাজত। অসংখ্য গাঁৱেৰে গঠিত আমাৰ এই দেশৰ মনোভূমিতো আজি ৰসৰ নিজৰা শুকাই গৈছে। যি ৰস বহুত দিনৰপৰা তলৰ স্তৰত বিয়পি আছে, সেই ৰসো দিনে দিনে শুকান বতাহ আৰু গৰম উশাহত ভাপ হৈ উৰি যাব; অৱশেষত মাৰাত্মক মৰু আগবাঢ়ি তৃষ্ণাৰ অজগৰ সাপৰ দৰে পাকে পাকে গ্ৰাস কৰি পেলাব আমাৰ গাওঁপ্ৰধান এই দেশখনক। মৰুৰ এই আক্ৰমণটো আমাৰ চকুত পৰা নাই; কিয়নো বিশেষ শিক্ষাৰ প্ৰভাৱতে দেশ চিনি পোৱা চকু আমি হেৰুৱাইছোঁ। খিড়িকীয়েদি ওলাই অহা পোহৰৰ দৰেই আমাৰো সমস্ত দৃষ্টিৰ লক্ষ্য কেন্দ্ৰীভূত হৈছে শিক্ষিত সমাজখনৰ ওপৰতে। মই এসময়ত বহুত দিন বঙ্গদেশৰ গাঁৱৰ লগত ঘনিষ্ঠ সম্পৰ্ক ৰাখিছিলোঁ। গাওঁবিলাকত গৰম কালি এটা দুখৰ দৃশ্য চকুত পৰে। নৈৰ পানী শুকাই গৈছে; পাৰৰ মাটি চিৰালফটা দিছে, পুখুৰীৰ তলিৰ বোকা ওলাই পৰিছে, তপত বালি ৰ'দত তিৰবিৰাই উঠিছে; গাৱঁৰ তিৰোতাবোৰে বহুত দূৰৰপৰা নৈৰপানী কলহত ভৰাই আনিছে—সেই পানীত বঙ্গদেশৰ চকুলো মিহলি হৈ আছে। গাঁৱত জুই লাগিলে জুই নুমুৱাৰ উপায় নাথাকে; কলেৰাই দেখা দিলে প্ৰতিষেধ কৰা দুঃসাধ্য হৈ পৰে।

ই হ'ল এটা ৰূপ। দুখৰ অন্য এটা বেদনাও মোৰ মনত বাজি আছিল। সন্ধ্যা লাগি আহিছে; গোটেই দিনটোৰ কাম শেষ কৰি খেতিয়ক ঘৰলৈ

উভতিছে। একালে বহল পথাৰৰ ওপৰত মৌন অন্ধকাৰ, আনফালে বাঁহৰ ঢাৰীৰ মাজে মাজে একো একোখন গাঁও ; যেন ৰাতিৰ প্ৰবল সোঁতৰ মাজত ঘনঘোৰ অন্ধকাৰেৰে ঢাক খাই থকা একোটা দ্বীপৰ দৰে গাঁওবোৰ সাৰ পাই আছে। সেই ফালে শুনা যায় খোলৰ শব্দ, আৰু তাৰ লগতে চিঞৰি চিঞৰি দোহাৰি গোৱা একোফাঁকি কীৰ্ত্তনৰ সুৰ। শুনি ধাৰণা হয় ইয়াতো চিত্ত জলাশয়ৰ পানী তলি পাইছেহি। উত্তাপ বাঢ়িছে, কিন্তু শীতল কৰাৰ উপায় অতি সামান্য। বছৰৰ পিছত বছৰ ধৰি যি দৈন্য অৱস্থাৰ মাজত দিন পাৰ হৈ যায়, তাত কেনেকৈ মানুহ জীয়াই থাকিব পাৰে? যদি কোনেও অনুভৱ নকৰে যে হাড়ভঙা পৰিশ্ৰমৰ ওপৰতো মানুহৰ মন বোলা এটা বস্তু আছে, —য'ত সকলো অপমান দূৰ হয়, য'ত দুৰ্ভাগ্যৰ দাসত্বৰ হাত সাৰি উশাহ ল'বৰ অৱসৰ পোৱা যায়। মনক এনেকুৱা তৃপ্তি দিবৰ কাৰণে এদিন গোটেই সমাজে বিপুল আয়োজন কৰিছিল। তাৰ কাৰণ এয়ে যে সমাজে এই বিৰাট জন-সাধাৰণক আপোন বুলি মানি লৈছিল। সমাজে বুজিছিল তেওঁলোক নামি গলে, গোটেই দেশ নামি যায়। আজি মনৰ উপবাস গুচাবৰ কাৰণে কোনেও তেওঁলোকক অলপো সহায় কৰা নাই। তেওঁলোকৰ কোনো আত্মীয় নাই। তেওঁলোকে নিজে নিজেই তলিত পৰি থকা তাহানি দিনৰ অলপ গেদেৰি লৈয়ে সান্ত্বনা পাবলৈ চেষ্টা কৰে। আৰু কিছুদিনৰ পিছত এইফেৰাও শেষ হৈ যাব। দিনটোৰ পৰিশ্ৰমেৰে ৰিক্ত হৈ পৰা গাঁৱৰ আনন্দহীন ঘৰত আৰু চাকি নজ্বলিব। তাৰপৰা গানৰ সুৰো আৰু আকাশৰ বুকুলৈ নুঠিব। বাহঁনিৰ মাজত জিলিয়ে জিঁ জিঁ কৰিব ; এৰাবাৰীৰ মাজৰপৰা ৰাতিৰ পৰে পৰে শিয়ালে হোৱা দিব আৰু সেই সময়ত নগৰৰ শিক্ষাভিমানীৰ দলে বিজুলী বত্তিৰ পোহৰত চিনেমা চাবলৈ উখল-মাখল লগাব।

একালে আমাৰ দেশত সনাতন শিক্ষাৰ প্ৰচাৰ বন্ধ হোৱাত জনসাধাৰণৰ মাজত জ্ঞানৰ অনাবৃষ্টি চিৰকলীয়া হৈ পৰিল, আনহাতে আধুনিক কালত আৱিৰ্ভাৱ হোৱা নতুন বিদ্যাৰ প্ৰৱাহো দেশৰ সকলোৰে অভিমুখে নোহোৱা হ'ল। শিলেৰে বন্ধোৱা কুণ্ডৰ দৰে সি থাকিল ঠায়ে ঠায়ে বন্ধ হৈ। তীৰ্থৰ পাণ্ডাক দৰ্শনী দি দূৰৰপৰা আহি গণ্ডূষ ভৰাব লাগে—নানা বিধি-নিষেধেৰে তাৰ নিয়ম বন্ধা। মন্দাকিনী শিৱৰ জটিল জটাজুটৰ মাজত বিশেষভাৱে সোমাই থাকে ; তথাপি মহাদেৱৰ ললাটৰপৰা মন্দাকিনীয়ে নিজৰ ধাৰা বোৱাই দিয়ে।

সেই ধাৰা মৰ্ত্ত্যৰ মানুহৰ দুৱাৰ মুখেদি ঘাটে ঘাটে সাধাৰণভাৱে বৈ যায় আৰু বিতৰণ কৰে সকলোকে নিজৰ প্ৰসাদ। কিন্তু আমাৰ দেশলৈ অহা প্ৰৱসুৱা বিদ্যা তেনে নহয়। এই বিদ্যাৰ বিশিষ্ট ৰূপ আছে, সাধাৰণ ৰূপ নাই। সেই কাৰণেই ইংৰাজী ভাষা শিকি যিসকলে বিশিষ্টতা লাভ কৰিছে, সৰ্বসাধাৰণৰ সৈতে তেওঁলোকৰ মনৰ মিল নহয়। আমাৰ দেশত সকলোতকৈ ডাঙৰ জাতিভেদ সোমাই আছে ইয়াতেই, পৰস্পৰৰ মাজত অস্পৃশ্যতা।

ইংৰাজী ভাষাৰ ওৰণী লৈ থকা বিদ্যা স্বাভাৱিকতে আমাৰ মনৰ লগৰী হৈ ফুৰিব নোৱাৰে। সেয়েহে আমি বহুতেই যি পৰিমাণে শিক্ষা পাওঁ, সিমানখিনি বিদ্যা নাপাওঁ। চাৰিওফালৰ পৰিৱেশৰপৰা এই বিদ্যা বিচ্ছিন্ন। আমাৰ ঘৰ আৰু স্কুলৰ মাজত ট্ৰাম গাড়ীৰ যাতায়াত আছে; কিন্তু মনৰ যাতায়াত নাই। স্কুলৰ বাহিৰত আমাৰ বিৰাট দেশখন। সেই দেশত স্কুলৰ প্ৰতিবাদেই আছে বেছিকৈ; সহযোগিতা নাই বুলিবই পাৰি। এই বিচ্ছেদৰ বাবেই আমাৰ ভাষা আৰু চিন্তা সৰহ ভাগ ক্ষেত্ৰতে স্কুলৰ ছাত্ৰৰ দৰে হৈ পৰিছে। আমাৰ ওপৰৰ পৰা অৰ্থপুথিৰ শাসন নাতৰিল। আমাৰ বিচাৰ বুদ্ধিত নাই সাহ; আছে মাথোঁ প্ৰমাণ মিলাই সাৱধানে আগবঢ়াৰ এক প্ৰচেষ্টা। শিক্ষাৰে সৈতে দেশৰ মনৰ মিলন ঘটোৱাৰ আয়োজন আজিও নহ'ল। কন্যা জানিবা মাকৰ বৰঘৰৰ চুকতে সোমাই আছে, শহুৰেকৰ ঘৰ নদীৰ সিপাৰে বালিচৰটোৰ মূৰত। ঘাট পাৰ হোৱা নাওখন গ'ল কলৈ ?

ইপাৰ সিপাৰ হোৱা এখন সৰু নাও দেখুৱাই দিয়া হয়—তাকে বোলা হয় সাহিত্য। এই কথা অৱশ্যে মানিব লাগিব যে আধুনিক বংগ সাহিত্য বৰ্ত্তমান যুগৰ অন্ন-বস্ত্ৰেৰে প্ৰতিপালিত। এই সাহিত্যই আমাৰ মনত এই কালৰ সাঁচ বহুৱাইছে; কিন্তু এই সাহিত্যই সিপাৰৰপৰা খাদ্য সামগ্ৰী সম্পূৰ্ণ ৰূপে অনা নাই। যি বিদ্যাই বৰ্ত্তমান যুগৰ চিত্তশক্তিক বিচিত্ৰ আকাৰে প্ৰকাশ কৰিছে, আৰু বিশ্বৰহস্যৰ নতুন নতুন দুৱাৰ মুকলি কৰিছে, বংগ সাহিত্যৰ ক্ষেত্ৰত তাৰ যাতায়াত নাই বুলিলেই হয়। যি মনে চিন্তা কৰে, যি মনে বিচাৰ কৰে, যি মনে বুদ্ধিৰে সৈতে ব্যৱহাৰৰ যোগ সাধন কৰে, সেই মন পৰি আছে কোনোবা পূৰ্ব যুগত।

আৰু যি মনে ৰস সম্ভোগ কৰে সেই মনে আধুনিক ভোজৰ নিমন্ত্ৰণ স্থলীলৈ অহা-যোৱা আৰম্ভ কৰিছে। যি ফালে চলিছে মদৰ পৰিৱেশন আৰু

উগ্র গন্ধত বতাহো মতলীয়া হৈ উঠিছে, সেইফাললৈকে স্বভাৱতে তাৰ আগ্ৰহ বাঢ়িছে।

গল্প, কবিতা নাটকেৰে বঙ্গ সাহিত্যৰ পোন্ধৰ অনা ভৰি আছে। অৰ্থাৎ ভোজন আয়োজন, শক্তিৰ আয়োজন নহয়। পাশ্চাত্য দেশৰ চিত্তৰ উৎকৰ্ষ বিচিত্ৰ চিত্তশক্তিৰ প্ৰবল সমবায়ত। তাত মনুষ্যত্ব দেহ মন প্ৰাণ সকলোতে বিয়পি আছে। গতিকে তাত যদি ত্ৰুটি আছে, তাৰ পূৰ্ত্তিও আছে। বৰ গছৰ কোনোবাটো ডাল হয়তো ধুমুহাবতাহত কেতিয়াবা ভাগিল; কোনো ঠাইত বা গা-গছ জোপাত পোকে ধৰিছে; কোনো বছৰ হয়তো গছ জোপাই বৰষুণকে পোৱা নাই; কিন্তু এইবোৰ হোৱা সত্ত্বেও বৰ গছে নিজৰ স্বাস্থ্য, নিজৰ বলিষ্ঠতা অটুট ৰাখিছে। তেনেকৈ পাশ্চত্য দেশৰ মন সেইদেশৰ বিদ্যা শিক্ষা, সাহিত্য সকলো লগ লাগি ক্ৰিয়াৱান কৰি ৰাখিছে। এই সকলোবোৰৰ উৎকৰ্ষই পাশ্চাত্য দেশৰ কৰ্মশক্তিৰ অক্লান্ত উৎকৰ্ষ সাধন কৰিছে।

আমাৰ সাহিত্যত ৰসৰে প্ৰাধান্য বেছি। সেই কাৰণেই যেতিয়া কোনো অসংযম, কোনো চিত্ত বিকাৰ অনুকৰণৰ খাৰৈয়েদি বাগৰি এই সাহিত্যত সোমায় তেতিয়া সিয়েই প্ৰধান হৈ পৰে। কল্পনাক ৰুগ্ন বিলাসিতাৰ ফালে হলাই দিয়ে। প্ৰবল প্ৰাণশক্তি জাগ্ৰত হৈ নাথাকিলে দেহৰ সৰু সৰু বিকাৰ বোৰেই একো একোটা বিহফোঁহা হৈ ৰঙা হৈ উঠে। আমাৰ দেশতো সেই আশংকা আছে। সেই কথাত কোনোবাই দায় ধৰিলে আমি পাশ্চাত্য সমাজৰ উদাহৰণ দিওঁ আৰু কওঁ এয়েতো সভ্যতাৰ আধুনিকতম পৰিণতি। কিন্তু ইয়াৰ লগতে আধুনিক সভ্যতাৰ যে চিন্তাপূৰ্ণ, গতিশীল প্ৰবল আৰু বিৰাট সামগ্ৰিক ৰূপ এটা আছে, সেই কথা তল পেলাই থওঁ।

এসময়ত যেতিয়া গাঁৱত আছিলোঁ তেতিয়া সাধু সন্ন্যাসীৰ বেশধাৰী কোনো লোক মোৰ ওচৰলৈ আহিছিল। তেওঁলোকে সাধনাৰ নামত কৰা উচ্ছৃংখল ইন্দ্ৰিয় চৰ্চাৰ বাতৰি মোক জনাইছে। তেওঁলোকৰ আচৰণত ধৰ্মৰ প্ৰশ্ৰয় আছে, তেওঁলোকৰপৰাই জানিব পাৰিছোঁ। ধৰ্মৰ এই প্ৰশ্ৰয় সুৰংগ পথেদি গোপনে শিষ্য-প্ৰশিষ্য যোগেদি নগৰলৈকে বিস্তৃত হৈ আছে। ধৰ্মৰ নামত পৌৰুষনাশী এনে লালসাৰ লোলুপতা বিয়পি পৰাৰ প্ৰধান কাৰণ এই যে আমাৰ সাহিত্যত, আমাৰ সমাজত—সেইবিলাক উপাসনাৰ অভাৱ—

যিবিলাকে গভীৰ চিন্তা আৰু বুদ্ধিৰ সাধনাৰ আশ্ৰয় কৰি মানৱ মনৰ ঔৎসুক্য সদায় জগাই ৰাখিব পাৰে। এইবাবে অন্ততঃ সাহিত্যিকসকলক দোষ দিব নোৱাৰি। আমাৰ সাহিত্য সাৰ-গৰ্ভ নহয় বুলি নিন্দা কৰা সহজ, কিন্তু কি কৰিলে সাহিত্য সাৰগৰ্ভ হ'ব, তাৰ উপায় নিৰ্ণয় কৰা সহজ নহয়। ৰুচিৰ বিষয়ত কোনো ধৰা-বন্ধা নিয়ম নাই বাবেই মানুহে কালৈকো ভ্ৰূক্ষেপ নকৰাকৈ চলে। অশিক্ষিত ৰুচিৰ লোকেও ৰসৰ সামগ্ৰীৰ পৰা কোনো এক প্ৰকাৰ আস্বাদন পায়। তেনেলোকে যদি ভাবে তেওঁৰ ৰসবোধেই ৰসবোধৰ চৰম আদৰ্শ, তেনেহলে সেই বিষয়ত তৰ্ক কৰিবলৈ গলে হয়তো ফৌজদাৰী আদালতলৈকে যাব লগা হ'ব পাৰে। কবিতা, নাটক আৰু গল্পৰ বজাৰলৈ যোৱা প্ৰশংসাকাৰীৰ ৰাজপথ যি সকলে পোৱা নাই, তেওঁলোকে অন্ততঃ গাঁৱলীয়া পথৰুৱা বাটেদিয়েই তালৈ যাব পাৰে ; সেই বাটেদি যাবলৈ কতো মাচুল দিব নালাগে। কিন্তু মনন বিদ্যাৰ ওচৰলৈ যাবলৈ সতৰ্ক পহৰা থকা সিংহদ্বাৰ পাৰ হৈ যাব লাগে ; তালৈ পথৰুৱা বাট নাই। যি দেশৰ প্ৰতি লক্ষ্মী আৰু সৰস্বতী দুয়ো প্ৰসন্ন, সেই দেশৰ লোকে মনন বিদ্যাৰ ফালে নিতৌ পকা আলি বান্ধিব লাগিছে। ঘৰে বাহিৰে, ওচৰে আতঁৰে সকলোতে পণ্যৰ আদান-প্ৰদান চলিব লাগিছে। আমাৰ দেশতো পলম কৰিলে কাম নিসিজিব।

বংগদেশৰ আকাশ চাৰিও ফালৰ পৰা আজি দুৰ্দিনৰ কলা মেঘে ঢাকি পেলাইছে। এসময়ত ৰাজদৰবাৰত বাঙালীৰ যথেষ্ট প্ৰতিপত্তি আছিল। ভাৰতৰ অন্যান্য প্ৰদেশত বাঙালীয়ে কৰ্মত খ্যাতি লাভ কৰিছিল, শিক্ষা প্ৰসাৰ বিষয়ত অগ্ৰণী হৈছিল। সেই সময়ত সেই সেই দেশৰ জনসাধাৰণপৰা বঙালীয়ে শ্ৰদ্ধা লাভ কৰিছিল, অকুণ্ঠিত কৃতজ্ঞতাও পাইছিল। আজি ৰাজ-পুৰুষ বঙালীৰ প্ৰতি আতিথ্য সংকুচিত হৈছে ; দুৱাৰ বন্ধ হৈছে ইফালে বংগদেশৰ আৰ্থিক দুৰ্গতিও চৰমসীমা পাইছেগৈ, অৱস্থাৰ দৈন্য আৰু অশিক্ষাৰ আত্মগ্লানিত বঙালী যেন একেবাৰে গৈ তলত নপৰে। যেন বঙালীৰ মনে সকলো দুৰ্ভাগ্যৰ ওপৰত মূৰ দাঙি থাকিব পাৰে এই বিষয়ে আমাৰ সকলো চেষ্টা সজাগ কৰি ৰাখিব লাগিব। মানুহৰ মন যেতিয়া ক্ষুদ্ৰ হৈ যায়, তেতিয়া সেই মনে সেই ক্ষুদ্ৰতাৰ নখৰ আচোঁৰতে সকলো উদ্যোগ ক্ষুণ্ণ কৰে। বংগদেশত এনে ধ্বংসাত্মক ঈৰ্ষা, নিন্দা, দলাদলি আৰু গ্লানিকৰ উত্তেজনাতো সদায় আছেই, তাৰ উপৰি অন্তৰৰ পোহৰ যিমানেই ম্লান হৈ আহিব, সিমানেই নিজৰ ওপৰত

অশ্ৰদ্ধাৰ বাবে অন্য সকলোকে সৰু কৰাৰ অহেতুক প্ৰয়াস আৰু বিষাক্ত হৈ উঠিব। আজি 'হিন্দু মুছলমানৰ ভিতৰত থকা যি লজ্জাকৰ খেপিয়া-খেপিয়ে দেশক আত্মহত্যাৰ বাটলৈ টানি নিছে, তাৰ মূলতো আছে গোটেই দেশ জুৰি থকা কুবুদ্ধি। অলক্ষ্মীয়ে সেই কু-বুদ্ধিৰ সহায় লৈ আমাৰ ভাগ্যৰ ঘৰ ঘৰ ভাঙিবলৈ চোৰাংচোৰা লগাইছে। আপোনজনক আমাৰ শত্ৰু কৰি তুলিছে, বিধাতাক কৰিছে আমাৰ প্ৰতি বিৰূপ। শেষত নিজৰ সৰ্বনাশ কৰাৰ জেদ ইমান পাইছেগৈ যে বঙালী হৈয়ো বঙালী ভাষাৰ মাজত বিভেদ সৃষ্টি কৰাৰ চেষ্টা তেওঁলোকৰ পক্ষে আজি সম্ভৱপৰ হৈছে। সকলো প্ৰকাৰ মতভেদ থকা সত্ত্বেও শিক্ষা আৰু সাহিত্য উদাৰ ক্ষেত্ৰত যি ঠাই এখন ৰাষ্ট্ৰৰ সকলো মানুহৰ মিলন ক্ষেত্ৰ, তাতো কাঁইট পুতিবলৈ লাজ-সংকোচ কৰা নাই, দুখে আগুৰি ধৰা বাবে মনত কোনো ধিক্কাৰ নাই, কিন্তু গোটেই দেশ জুৰি থকা অশিক্ষা-গ্ৰস্ত হেয়তাই আমাৰ মূৰ দোঁৱাই পেলাইছে, সকলো উদ্যম ব্যৰ্থ কৰি দিছে। ৰাষ্ট্ৰ শাসনৰ অধিকাৰৰ বিষয়ে ৰাষ্ট্ৰীয় হাটত যিমানেই চিঞৰ বাখৰ কৰা নহওক লাগে, ঘূৰণীয়া মেজ মেলৰ পাক চক্ৰৰ মাজত প্ৰতিকাৰৰ চৰম উপায় কেতিয়াও নোলায়। নাৱৰ তলিৰ য'ত খিলি ঢিলা হৈ গৈছে, তাত সোনকালে হাত দিব লাগিব।

সকলোৰে মূলতে আৱশ্যক শিক্ষিত মনৰ স্কুল-কলেজৰ বাহিৰত শিক্ষা বিয়পাই দিয়াৰ উপায় হ'ল সাহিত্য। কিন্তু সেই সাহিত্যক সৰ্বাংগীন ৰূপে শিক্ষাৰ আধাৰ কৰিব লাগিব। চাব লাগিব যে সাহিত্য গ্ৰহণৰ পথ সকলোতে সুগম হৈছেনে নাই। ইয়াৰ বাবে কোন বন্ধুক মাতিম? বন্ধু যে আজি কালি নাইকিয়া হ'ল; সেই কাৰণে বংগদেশৰ বিশ্ববিদ্যালয়লৈকে আবেদন জনাইছোঁ।

মস্তিষ্কৰ লগত শৰীৰৰ সকলো অংগ-প্ৰত্যংগৰ স্নায়ুৰ যোগ আছে। বিশ্ব-বিদ্যালয়ে মস্তিষ্কৰ স্থান গ্ৰহণ কৰি দেশৰ সকলো অংশলৈকে স্নায়ুতন্ত্ৰী পঠিয়াব লাগিব। কিন্তু প্ৰশ্ন হৈছে কেনেকৈ এই কাম কৰিব পাৰি? তাৰ ভিতৰত মই ক'ব খোজোঁ যে পৰীক্ষাৰ এখন "বেৰা জাল" গোটেইখন দেশতে পতা হওক। এনেকুৱা সহজ আৰু ব্যাপকভাৱে তাৰ ব্যৱস্থা কৰিব লাগিব যে যাতে স্কুল-কলেজৰ বাহিৰৰ পৰাও দেশৰ সকলোৰে পৰীক্ষাৰ পাঠ্য পুথি বিলাক আয়ত্ত কৰাৰ আগ্ৰহ আপোনা আপুনি ওপজে। ঘৰৰ ভিতৰত সোমাই থকা মহিলাসকল আৰু নানা কাৰণত বিদ্যালয়ত ভৰ্তি হ'ব নোৱৰা

পূৰুষসকলে আজিৰ সময়ত নিজৰ অশিক্ষাৰ লাজ যে দূৰ কৰিছে, এই বিষয়টো জানিবৰ বাবে বিশ্ববিদ্যালয়ে জিলাই জিলাই পৰীক্ষা কেন্দ্র স্থাপন কৰিব পাৰে। বহুত বিষয় একেলগ কৰি বিশ্ববিদ্যালয়ৰ ডিগ্ৰী দিয়া হয়, এই ক্ষেত্ৰত উপাধি দিবলৈ বহুলতাৰ প্ৰয়োজন নাই। প্ৰায় সকলো মানুহৰে কোনো এটা বিষয়ৰ প্ৰতি আগ্ৰহ থাকে। সেই বিষয়তে নিজৰ বিশেষ অধিকাৰৰ পৰিচয় দিব পাৰিলে তেও' সমাজত বিশেষ স্থান লাভৰ অধিকাৰ পায়। সেই অধিকাৰ ফেৰাৰপৰা তেও'ক বঞ্চিত কৰাৰ কোনো কাৰণ দেখা নাযায়।

বিশ্ববিদ্যালয়ে যদি নিজৰ পীঠস্থানৰ বাহিৰেও ব্যাপক উপায়েৰে নিজৰ প্ৰাণ প্ৰতিষ্ঠা কৰে, তেতিয়াহে বঙলা ভাষাত শিক্ষা বিষয়ক আৱশ্যকীয় গ্ৰন্থ ৰচনা সম্ভৱপৰ হ'ব; নহলে কোনো কালেই বংগ সাহিত্যত বিষয়ৰ দৈন্য নুগুচে। যিখিনি শিক্ষণীয় বিষয় জানিলে আত্মসম্মান ৰক্ষা হয় তাৰ বাবে যদি অগত্যা ইংৰাজী ভাষাৰ ওচৰতে হাত পাতিব লগা হয়, তেন্তে সেই অকিঞ্চনতাৰ দ্বাৰা চিৰদিন মাতৃভাষাক অপমানিত কৰি ৰখা হ'ব। অকল বঙলা ভাষা জনা বংগালীসকল শিক্ষিত সমাজত চিৰদিন অন্ত্যজ শ্ৰেণীভুক্ত হৈয়ে থাকিবনে? এনেকুৱা এটা সময় আছিল যি সময়ত ইংৰাজী স্কুলৰ প্ৰথম শ্ৰেণীত পঢ়া ছাত্ৰ-বিলাকেও "বঙলা ভাষা নাজানো" বুলি কবলৈ গৌৰববোধেই কৰিছিল আৰু দেশৰ লোকেও তেওঁলোকক সসম্ভ্ৰমে আসন আগবঢ়াই দিছিল। আজি কালি সেই দিন নাই সচাঁ, কিন্তু বাঙালী ল'ৰাই তলমূৰ কৰিব লাগে কেৱল বঙলা ভাষা জানে বুলি ক'ব লগা হ'লে। এফালে আমি ৰাষ্ট্ৰীয় স্বৰাজ লাভৰ বাবে প্ৰাণান্তিক দুখ-কষ্ট কৰিছোঁ, আনহাতে শিক্ষাৰ ক্ষেত্ৰত স্বৰাজ লাভৰ উৎসাহ আমাৰ জাগি উঠা নাই বুলি কলেও কমকৈহে কোৱা হয়। আজিও দেশত এনেকুৱা মানুহ আছে, যিসকলে এই প্ৰস্তাৱৰ বিৰোধিতা কৰিবলৈ প্ৰস্তুত। সেইসকলে ভাবে যে শিক্ষাক আনি বঙলা ভাষাৰ আসনত বহুৱালে শিক্ষাৰ মূল্য কমি যাব।

বিলাত যাত্ৰাৰ প্ৰথম অৱস্থাত ইংৰাজী নিচা যেতিয়া উৎকট হৈ পৰিছিল তেতিয়া তেনেলোকৰ তিৰোতাৰ কাৰণে শাৰী পিন্ধাটো মৰ্যাদা হানিকৰ আছিল। শিক্ষা সৰস্বতীক শাৰী পিন্ধালে মানহানি হব বুলি আজিও বহুত বঙালীয়ে ভাবে। অথচ এইটো সকলোৰে জনা কথা যে শাৰী পিন্ধা দেৱীয়ে

আমাৰ ঘৰৰ ভিতৰত ওলোৱা-সোমোৱা কৰিবলৈ সহজ পায়। কিন্তু ভৰিত খুৱা থকা বুট জোতা পিন্ধিলে খোজে খোজে বাধা পোৱাৰহে আশংকা।

যেতিয়া মোৰ বয়স অলপ কম হৈ আছিল আৰু যথেষ্ট শক্তি আছিল, তেতিয়া মাজে সময়ে ইংৰাজী সাহিত্যৰ মুখে মুখে বঙলা ভাঙনি কৰি বন্ধু-বৰ্গক শুনাইছিলো। মোৰ সকলো শ্ৰোতাই ইংৰাজী জানে। তথাপি তেওঁ-লোকে স্বীকাৰ কৰে যে ইংৰাজী সাহিত্যৰ বাণীয়ে বঙলা ভাষাৰ যোগেদি তেওঁলোকৰ অন্তৰত মহান আলোড়ন সৃষ্টি কৰিছে। প্ৰকৃততে ইংৰাজী ভাষা আধুনিক শিক্ষাৰ বাহন হোৱা বাবেই সেই শিক্ষাৰ আধাখিনি আমাৰ অন্তৰত প্ৰবেশ কৰাৰ বাটতে লোপ পায়।

খোৱা টেবুলত পছিমীয়া আহাৰৰ জটিল পদ্ধতিৰে সৈতে যাৰ ভাল পৰিচয় নাই; এনেকুৱা বঙালী ল'ৰা বিলাতলৈ যাওঁতে বাটত পি, এণ্ড, ও কোম্পানীৰ ডিনাৰ খোটালিত যেতিয়া খাবলৈ বহে, তেতিয়া খোৱা বস্তু আৰু জিভাৰ মাজত কাটা ছুৰীৰ দৈত্যই বাধা সৃষ্টি কৰে বুলিযেই খোৱা বস্তুৰে উভৈনদী হৈ থকা সত্ত্বেও তেওঁলোকৰ পেটৰ ভোক পেটতে থাকি যায়। আমাৰ শিক্ষাৰ ভোজৰো সেই একে দশা। সকলোবোৰেই আছে, কিন্তু মাজ বাটতে বহতো অপচয় হৈ যায়।

এয়া কলেজীয়া শিক্ষাৰ কথা; আজি মোৰ আলোচ্য বিষয় এইটো নহয়। মোৰ বিষয় হ'ল সৰ্বসাধাৰণৰ শিক্ষা। শিক্ষা পানীৰ কল চলোৱাৰ কথা নহয়, যি ঠাইলৈ পানীৰ কলৰ নলী যোৱা নাই, তাত খোৱা পানীৰ ব্যৱস্থা কৰা। মাতৃভাষাৰ যোগেদি কৰা সেই ব্যৱস্থা যদি গৰুৰ খোজটোতকৈ ডাঙৰ নহয়, তেনেহ'লে বিদ্যাহীন এই দেশত মৰুবাসী মনৰ উপায় কি হ'ব?

মোৰ তৃষাতুৰা মাতৃভূমিৰ হৈ বংগদেশৰ বিশ্ববিদ্যালয়ৰ ওচৰত বংগ-ভাষাৰ বাবে চাতকৰ উৎকণ্ঠ হৃদয়লৈ বেদনাৰে নিবেদন জনাইছো। তোমাৰ অভ্ৰভেদী শিখৰ চূড়াৰ চাৰিওফালে পুঞ্জ পুঞ্জ শ্যামল মেঘে বাৰিধাৰা বৰ্ষণ কৰক, ফলে-ফুলে শস্যে সুন্দৰ হৈ উঠক। মাতৃভাষাৰ অপমান দূৰ হওক। যুগ-শিক্ষাৰ দুপাৰ উপচি বোৱা জল ৰাশিয়ে বঙালী চিত্তৰ মৰা নৈৰ শুকান তলিয়েদি বৈ বানপানী তোলক; দুয়োকূল পূৰ্ণ চেতনাত জাগি উঠক; ঘাটে ঘাটে আনন্দৰ ধ্বনি উঠক।

# তপোবন

আধুনিক সভ্যতালক্ষ্মী যি পদুমৰ ওপৰত বাস কৰে সেইটো ইটা-কাঠেৰে তৈয়াৰ কৰা, সেয়া নগৰ। উন্নতিৰ সূৰ্য্য যিমানেই মাজ আকাশলৈ উঠি আহিছে সিমানেই তাৰ পাহিবোৰ এটা এটাকৈ মেল খাই ক্ৰমে চাৰিওপিনে বিয়পি পৰিছে। চূণ-চুৰকিৰ জয়যাত্ৰাক পৃথিৱীয়ে কোনো পিনেই আগচি ধৰিব পৰা নাই।

এই নগৰতেই মানুহে বিদ্যা শিকিছে, বিদ্যা প্ৰয়োগ কৰিছে, ধন জমা কৰিছে, ধন খৰচ কৰিছে, নিজক বিভিন্ন ফালৰপৰা শক্তি আৰু সম্পদেৰে পৰিপূৰ্ণ কৰি তুলিছে। এই সভ্যতাত যিকণ সবাতকৈ শ্ৰেষ্ঠ বস্তু আছে সেয়া নগৰৰ উপকৰণ।

বাস্তৱতে ইয়াতকৈ আন প্ৰকাৰৰ কল্পনা কৰা কঠিন। য'ত বহু মানুহৰ মিলন, তাতেই বিবিধ বুদ্ধিৰ সংযোগ; এই সংযোগত অন্তৰ জাগ্ৰত হৈ উঠে আৰু চাৰিওপিনৰ পৰা আঘাত পাই প্ৰত্যেকৰ শক্তিয়ে নিজ নিজ ব্যৱস্থা গ্ৰহণ কৰে। এইদৰে অন্তৰ-সমুদ্ৰৰ মন্থৰ হ'বলৈ ধৰিলে মানুহৰ অপ্ৰকাশিত হৈ থকা শ্ৰেষ্ঠ বস্তুসমূহ নিজেই ওপঙি উঠিবলৈ ধৰে।

তাৰ পিছত মানুহৰ শক্তি যেতিয়া জাগি উঠে তেতিয়া সি অনায়াসে এনে এখন ঠাই বিচাৰে য'ত নিজকে প্ৰকাশিতভাৱে দেখুৱাবলৈ নিয়োগ কৰিব পাৰে। সেই ঠাই ক'ত? য'ত বহু মানুহৰ বহুবিধ অধ্যৱসায় বিভিন্ন সৃষ্টি-কাৰ্য্যত সৰ্ব্বদায় সচেষ্ট হৈ আছে, সেই ঠায়ে হৈছে নগৰ।

আদিতে মানুহে যেতিয়া বহুলোক সংগ্ৰহ কৰি এঠাইত নগৰ তৈয়াৰ কৰি বসতি কৰিবলৈ লয় তেতিয়া সেইটো সভ্যতাৰ আকৰ্ষণত নহয়। সৰহ ভাগতেই শত্ৰু পক্ষৰ আক্ৰমণৰপৰা নিজক ৰক্ষা কৰিবলৈ কোনো সুৰক্ষিত সুবিধাৰ ঠাইত মানুহে একেলগ হৈ থকাৰ প্ৰয়োজন অনুভৱ কৰে। কিন্তু যি কাৰণেই হওক, বহুতে একেলগ হৈ থকাৰ কোনো কাৰণ উপস্থিত হ'লেই সেই ঠাইত বিভিন্ন মানুহৰ প্ৰয়োজন আৰু বুদ্ধিয়ে এটা শাৰীৰিক আকাৰ ধাৰণ কৰে আৰু সেই ঠাইতেই সভ্যতাৰ ক্ৰমবিকাশ নিজেই ঘটিবলৈ আৰম্ভ কৰে।

কিন্তু ভাৰতবৰ্ষত এয়া এটা আচৰিত ঘটনা দেখা গৈছে, ইয়াৰ সভ্যতাৰ

মূল প্রবাহ নগৰত নহয়, বনতহে। ভাৰতবৰ্ষৰ সৰ্ব্ব প্ৰথম আশ্চৰ্য্য য'ত বিকাশ হোৱা দেখিবলৈ পোৱা যায় সেই ঠাইত মানুহেৰে সৈতে মানুহৰ অত্যন্ত ওচৰ সম্বন্ধ ঘটিলেও তাত সমূল আহাৰ্য্য প্ৰস্তুত হৈ উঠা নাই। সেই ঠাইত গছ-পল্লৱ, নদী-সৰোবৰে মানুহেৰে সৈতে মিলি থাকিবলৈ যথেষ্ট সুযোগ পাইছিল। সেই ঠাইত মানুহো আছিল, শূন্য ঠায়ো আছিল, ঠেলা-হেঁচা নাছিল। অথচ এই উন্মুক্ত ঠায়ে ভাৰতবৰ্ষৰ অন্তৰক চৈতন্যহীন কৰা নাই বৰঞ্চ ভাৰতৰ চেতনাকহে অধিক উজ্জ্বল কৰি দিছিল। জগতৰ আন কোনো ঠাইতে এনেকুৱা ঘটনা ঘটা দেখা নাযায়।

আমি দেখিছো অৱস্থা বিশেষে যিবোৰ মানুহ বনৰ মাজত আবদ্ধ হৈ পৰে সিহঁত বনৰীয়া হৈ উঠে। সম্ভৱতঃ সিহঁত বাঘৰ দৰে হিংসুক হয়, নাইবা হৰিণৰ দৰে অজলা হয়।

কিন্তু প্ৰাচীন ভাৰতবৰ্ষত দেখিবলৈ পোৱা যায়, অৰণ্যৰ নিৰ্জ্জনতাই মানুহৰ বুদ্ধিক অভিভূত কৰা নাই বৰঞ্চ ভাৰতক এনে এটি শক্তি দান কৰিছিল যে, সেই অৰণ্য-বাস-প্ৰবাহিত সভ্যতাৰ সোঁতে সমস্ত ভাৰতবৰ্ষক অভিষিক্ত কৰি দিছে আৰু আজিলৈকে তাৰ গতি ৰোধ হৈ যোৱা নাই।

এইদৰে অৰণ্যবাসীসকলৰ সাধনাৰপৰা ভাৰতবৰ্ষই সভ্যতাৰ যি প্ৰেৰণা (energy) লাভ কৰিছিল সেয়া বোধ হয় বাহিৰৰ সংঘৰ্ষৰপৰা ঘটা নাই, বিভিন্ন প্ৰয়োজনৰ প্ৰতিযোগিতাৰ পৰাও উদ্ভৱ হোৱা নাই। সেই কাৰণে সেই শক্তিটো ঘাইকৈ বহিৰমুখী হোৱা নাই। সিয়ে ধ্যানৰ যোগত বিশ্বৰ গভীৰতাৰ মাজত প্ৰৱেশ কৰিছে, নিখিলেৰে সৈতে আত্মাৰ সংযোগ স্থাপন কৰিছে। সেই কাৰণে ভাৰতবৰ্ষই ঐশ্বৰ্য্যৰ সামগ্ৰীৰে প্ৰধানকৈ নিজ সভ্যতাৰ পৰিচয় দিয়া নাই। এই সভ্যতাৰ যি সকল কৰ্ণধাৰ, তেওঁলোক নিৰ্জ্জনবাসী, তেওঁলোক পৰিমিত বেশধাৰী তপস্বী।

সমুদ্ৰতীৰে যি জাতিক পালন কৰিছে তেওঁলোকেই বাণিজ্য সম্পদ পাইছে, মৰুভূমিয়ে যি সকলক সাধাৰণভাবে স্তন্যদান কৰি ক্ষুধাৰ্ত কৰি ৰাখিছে তেওঁলোকেই দিগ্বিজয়ী হৈছে। এইদৰে এটা এটা বিশেষ সুযোগত মানুহৰ শক্তিয়ে এটা এটা বিশেষ অবলম্বন পাইছে।

সমতল আৰ্য্যাবৰ্ত্তৰ অৰণ্যভূমিয়েও ভাৰতবৰ্ষক এটা বিশেষ সুযোগ দিছিল। সিয়ে ভাৰতবৰ্ষৰ বুদ্ধিক জগতৰ নিগূঢ় তত্ত্ব উদ্ঘাটন কৰিবলৈ

প্ৰেৰণা যোগাইছিল। সেই মহাসমুদ্ৰ তীৰৰ বহু সুদূৰ দ্বীপ-দ্বীপান্তৰৰ পৰা ভাৰতবৰ্ষই যি সমুদায় সম্পদ সংকলন কৰি আনিছিল, সকলো মানুহে দিনে দিনে তাৰ প্ৰয়োজন স্বীকাৰ কৰিবই লাগিব। যি ওষধি-বনস্পতিৰ মাজত প্ৰকৃতিৰ প্ৰাণৰ কাৰ্য্যাৱলী দিনে ৰাতিয়ে আৰু ঋতুৰে ঋতুৰে প্ৰত্যক্ষ হৈ উঠে আৰু প্ৰাণৰ লীলা বিবিধ ভংগিত ধ্বনিত আৰু ৰূপবৈচিত্ৰতাত সদায় নতুন নতুন ভাৱে প্ৰকাশিত হয়, তাৰ মাজতেই ধ্যাননিবিষ্ট চিত্তেৰে যিসকল আছিল তেওঁলোকেই চাৰিওপিনে এটা আনন্দময় ৰহস্যক সুস্পষ্টভাৱে উপলব্ধি কৰিছিল। সেই কাৰণেই তেওঁলোকে ইমান সহজে ক'ব পাৰিছিল, যদিদং কিঞ্চ সৰ্ব্বং প্ৰাণ এজতি নিঃসৃতং, এই যি কোনো সকলোৱেই পৰম প্ৰাণৰ পৰা ওলাই আহি প্ৰাণৰ ভিতৰতেই স্পন্দিত হৈ আছে। তেওঁলোক নিজে নিৰ্ম্মাণ কৰা ইটা-কাঠ লোহাৰ কঠিন পিঞ্জৰাৰ মাজত নাছিল; যি ঠাইত তেওঁলোক বাস কৰিছিল সেই ঠাইত বিশ্বব্যাপক বৃহৎ জীৱনেৰে সৈতে তেওঁ-লোকৰ জীৱনৰ অবাধ সংযোগ আছিল। এই বনে তেওঁলোকক ছাঁ দিছে, ফলমূল দিছে, কুশ-সমিধ যোগাইছে, তেওঁলোকৰ প্ৰতিদিনৰ সকলো কামৰ অৱসৰ আৰু প্ৰয়োজনেৰে সৈতে এই অৰণ্যৰ আদান-প্ৰদানৰ জীৱনব্যাপী সম্বন্ধ আছিল। এই উপায়েৰেই তেওঁলোকে নিজৰ জীৱনক চাৰিওফালৰ এটা বৃহৎ জীৱনেৰে সৈতে সংযুক্ত কৰি জানিব পাৰিছিল। তেওঁলোকে চাৰি দিশক শূন্য বুলি, নিৰ্জীৱ বুলি, পৃথক বুলি নাজানিছিল। বিশ্বপ্ৰকৃতিৰ ভিতৰৰ পৰা পোহৰ, বতাহ, অন্ন জল আদি যি সমুদায় দান তেওঁলোকে গ্ৰহণ কৰিছিল। সেই দানসমূহ যে মাটিৰ নহয়, গছৰ নহয়, শূন্য আকাশৰ নহয়, এটা চেতনাময় অনন্ত আনন্দৰ মাজেৰেই যে মূল প্ৰৱাহ, এইটো তেওঁলোকে এটা সহজ অনুভৱৰ মাজেৰেই বুজিব পাৰিছিল। সেই কাৰণেই তেওঁলোকে নিশ্বাস, পোহৰ, অন্ন জল সকলোকে শ্ৰদ্ধাৰে সৈতে ভক্তিৰে সৈতে গ্ৰহণ কৰিছিল। এই কাৰণেই নিখিল চৰাচৰক, নিজৰ প্ৰাণৰ দ্বাৰা, চেতনাৰ দ্বাৰা, হৃদয়ৰ দ্বাৰা, অনুভৱৰ দ্বাৰা, নিজৰ আত্মাৰে সৈতে আত্মীয়ৰূপে একে কৰি পোৱাই ভাৰতবৰ্ষৰ পোৱা।

ইয়াৰ পৰাই বুজা যায় অৰণ্যয়ে ভাৰতবৰ্ষৰ চিত্তক কিভাৱে নিজৰ গোপনীয় ছাঁৰ তলত, সুগুপ্ত প্ৰাণৰ মাজত পালন কৰি আছে। ভাৰতবৰ্ষত যি দুটি ডাঙৰ ডাঙৰ প্ৰাচীন যুগ অতীত হৈ 'গৈছে, বৈদিক যুগ আৰু বৌদ্ধ

যুগ, সেই দুয়ো যুগকে অৰণ্যয়ে ধাত্ৰীৰূপে ধাৰণ কৰিছে। অকল বৈদিক ঋষিসকলেই নহয়, ভগবান বুদ্ধয়ো কিমান আম্ৰবন, কিমান বেণুবনত তেওঁৰ উপদেশ বিলাই দিছে। ৰাজপ্ৰাসাদত সেইবোৰৰ কাৰণে ঠাঁয়ে অঁটা নাই; বনেই বুকুত সেইবোৰক আঁকোৱালি লৈছে।

ক্ৰমে ভাৰতবৰ্ষত ৰাজ্য, সাম্ৰাজ্য, নগৰ-নগৰী স্থাপিত হৈছে, দেশ-বিদেশেৰে সৈতে ইয়াৰ বেহাবেপাৰৰ আদান-প্ৰদান চলিছে, অন্নলোলুপ কৃষি ক্ষেত্ৰই লাহে লাহে ছায়া আচ্ছাদিত অৰণ্যসমূহক দূৰৰপৰা দূৰলৈ আঁতৰ কৰি নিছে। কিন্তু সেই প্ৰতাপশালী ঐশ্বৰ্য্যপূৰ্ণ যৌবন গৰ্বিত ভাৰতবৰ্ষই অৰণ্যৰ ওচৰত নিজৰ ঋণ স্বীকাৰ কৰিবলৈ কোনো দিনে লাজ অনুভৱ কৰা নাই। ভাৰতবৰ্ষই সকলো অভিলাষতকৈ তপস্যাক অধিক সম্মান দিছে আৰু ৰজা-মহাৰজাসকলেও বনবাসী প্ৰাচীন তপস্বী সকলকেই নিজৰ পূৰ্বপুৰুষ বুলি জানি গৌৰৱ অনুভৱ কৰিছে। ভাৰতবৰ্ষৰ পুৰাণৰ কাহিনীত যিবোৰ মহৎ আশ্চৰ্য্য, পৱিত্ৰ, যিবোৰ শ্ৰেষ্ঠ আৰু পূজ্য সমস্তই সেই প্ৰাচীন তপোবন স্মৃতিৰে সৈতে বিজড়িত। ভাৰতবৰ্ষই ডাঙৰ ডাঙৰ ৰজাৰ ৰাজত্বৰ কথা মনত ৰাখিবলৈ চেষ্টা কৰা নাই, কিন্তু বহু বিপ্লৱৰ মাজেদিও ই অৰণ্যৰ সামগ্ৰীকেই ইয়াৰ প্ৰাণৰ সামগ্ৰী কৰি আজিলৈকে বহন কৰি আহিছে। মানুহৰ ইতিহাসত এইটোৱেই হৈছে ভাৰতবৰ্ষৰ বিশেষত্ব।

ভাৰতবৰ্ষত বিক্ৰমাদিত্য যেতিয়া ৰজা, উজ্জয়িনী যেতিয়া মহানগৰী, কালিদাস যেতিয়া কবি, তেতিয়া এই দেশত তপোবনৰ যুগ অতীত হৈ গৈছে। তেতিয়া আমি মানুহৰ মহা সমাবেশৰ মাজভাগত আহি উপস্থিত হৈছোঁ। তেতিয়া চীনা, হূন, শক পাৰসিক, গ্ৰীক, ৰোমানসকলে আমাক চাৰিওপিনে জুমুৰি দি ধৰিছে। তেতিয়া জনকৰ দৰে ৰজাই এপিনে নিজৰ হাতত নাঙল লৈ চহ কৰিছে, আনপিনে দেশ-দেশান্তৰৰ পৰা অহা জ্ঞানপিপাসুসকলক ব্ৰহ্মজ্ঞান শিক্ষা দিছে, এই দৃশ্য চাবলৈকো আৰু সময় লাগিল। কিন্তু সেই দিনৰ ঐশ্বৰ্য্যমদ গৰ্বিত যুগতো তেতিয়াৰ শ্ৰেষ্ঠ কবিয়ে কিভাৱে তপোবনৰ কথা প্ৰকাশ কৰিছিল তালৈ লক্ষ্য কৰিলেই বুজা যায় যে, তপোবন যেতিয়া আমাৰ দৃষ্টিৰ বহিৰ্ভূত হৈছে তেতিয়াও ই কিমানখিনি আমাৰ অন্তৰ আগুৰি আছে।

কালিদাস যে বিশেষভাৱে ভাৰতবৰ্ষৰ কবি, সেই কথা তেওঁৰ তপোবন-

চিত্ৰৰপৰাই প্ৰমাণিত হয়। তপোবনৰ ধ্যানক এনে পৰিপূৰ্ণ আনন্দেৰে সৈতে আন কোনে মূৰ্তিমান কৰিব পাৰিছে !

ৰঘুবংশ কাব্যৰ যৱনিকা যি মুহূৰ্ত্তেতে উদ্‌ঘাটিত হ'ল তেতিয়া প্ৰথমতেই তপোবনৰ শান্ত-সুন্দৰ-পবিত্ৰ দৃশ্যটি আমাৰ চকুৰ আগত উজ্জ্বল হৈ উঠিল। তপস্বীসকলে বনান্তৰৰ পৰা সেই তপোবনলৈ কুশ-সমিৎ-ফল আহৰণ কৰিবলৈ আহিছে আৰু কোনো অদৃশ্য অগ্নি যেন তেওঁলোকৰ সম্বৰ্দ্ধনাৰ কাৰণে আগবাঢ়ি লৰি আহিছে। সেই ঠাইত হৰিণসমূহ ঋষি-পত্নীসকলৰ সন্তানৰ নিচিনা; সিহঁতে নীবাৰ ধানৰ অংশ গ্ৰহণ কৰে আৰু কুটিৰৰ প্ৰৱেশ পথ বন্ধ কৰি নিঃসন্দেহে বিশ্ৰাম কৰে। মুনিকন্যাসকলে গছৰ গুৰিত পানী দিছে আৰু যেতিয়াই গছৰ গুৰিৰ মাটিৰ ঘেৰ জলেৰে উপচি পৰিছে তেতিয়াহে তেওঁ-লোক আঁতৰ হৈছে। চৰাইবোৰে গছৰ গুৰিৰ মাটিৰ ঘেৰৰ পানী খাবলৈ আহে—এয়ে তেওঁলোকৰ মনৰ ভাব। ৰঁদ পৰি আহিছে, কুটিৰৰ প্ৰাংগণত নীবাৰ ধানৰ স্তূপ, হৰিণবোৰে তাতে শুই চৰ্ব্বিত-চৰ্ব্বন কৰিছে। আহুতিৰ সুগন্ধ ধূম বতাহৰ লগত মিলি আশ্ৰম অভিমুখী অতিথিবৃন্দৰ সৰ্ব্বশৰীৰ পবিত্ৰ কৰি তুলিছে।

তৰুলতা, পশু-পক্ষী সকলোৰে সৈতে মানুহৰ মিলনৰ পূৰ্ণতা, এয়ে হৈছে ইয়াৰ ভিতৰৰ অভিপ্ৰায়।

সমস্ত অভিজ্ঞান শকুন্তলা নাটকত ভোগলালসা-নিষ্ঠুৰ ৰাজপ্ৰাসাদক তিৰস্কৃত কৰি যি এখন তপোবন বিৰাজ কৰিছে তাৰো মূল সুৰটো হৈছে চেতন অচেতন সকলোৰে সৈতে মানুহৰ আত্মীয় সম্বন্ধৰ পৱিত্ৰ মাধুৰ্য্য।

কাদম্বৰীত তপোবনৰ বৰ্ণনা প্ৰসংগত কবিয়ে লিখিছে—তাত লতাসমূহে বতাহত মূৰ দোঁৱাই নমস্কাৰ জনাইছে, গছবোৰে ফুল ছটিয়াই পূজা কৰিছে, কুটিৰৰ প্ৰাংগণত শ্যামাকধান শুকাবলৈ মেলি দিয়া আছে, আমলখী, লবলী, কদলী, বগৰী আদি ফল তাত সংগ্ৰহ কৰা হৈছে, ব্ৰাহ্মণসকলৰ অধ্যয়নত বনভূমি মুখৰিত, বহুভাষী ভাটো চৰায়ে সদা-সৰ্ব্বদায় শুনি অভ্যস্ত হোৱা আহুতিমন্ত্ৰ উচ্চাৰণ কৰিছে, বনৰীয়া কুকুৰা চৰায়ে বৈশ্বদেৱৰ উদ্দেশ্যে দিয়া বলি-উপহাৰ আহাৰ কৰিছে, ওচৰৰ সৰোবৰৰপৰা ৰাজহংসৰ পোৱালিবোৰ আহি নীবাৰ উপহাৰ গ্ৰহণ কৰি যাবলৈ ধৰিছে, হৰিণীবিলাকে জিভাৰ আগেৰে মুনিকুমাৰসকলৰ শৰীৰ লেহন কৰিছে।

ইয়াৰ ভিতৰৰ কথাটো হৈছে সেই একে। তৰুলতা জীৱ-জন্তুৰে সৈতে মানুহৰ বিচ্ছেদ আঁতৰ কৰি তপোবন প্ৰকাশিত হৈছে। এই পুৰণি কথাটোৱে আমাৰ দেশত গতানুগতিকভাৱে চলি আহিছে।

অকল তপোবনৰ চিত্ৰতে যে এই ভাবটো প্ৰকাশ পাইছে এনে নহয়। আমাৰ দেশৰ সকলোবোৰ প্ৰসিদ্ধ কাব্যৰ মাজতে মানুহেৰে সৈতে বিশ্ব-প্ৰকৃতিৰ মিলন পৰিস্ফুট। যিবোৰ ঘটনা মানুহৰ চৰিত্ৰক আশ্ৰয় কৰি প্ৰকাশ হয় সেইবোৰেই বোধহয় ঘাইকৈ নাটকৰ উপাদান, এই হেতু আন দেশৰ সাহিত্যত বিশ্বপ্ৰকৃতিক নাটকত কেৱলমাত্ৰ অস্পষ্টভাৱে ৰক্ষণ কৰা দেখিবলৈ পোৱা যায়, তাৰ ভিতৰত প্ৰকৃতিক অধিক স্থান দিয়াৰ অৱকাশ নাথাকে। আমাৰ দেশৰ যিবোৰ প্ৰাচীন নাটকাৱলীয়ে আজিলৈকে খ্যাতিলাভ কৰি আহিছে তাত দেখিবলৈ পোৱা যায় যে প্ৰকৃতিও নাটকৰ মাজত নিজ অংশৰ পৰা বঞ্চিত হোৱা নাই। এই দৃশ্যমান জগৎ প্ৰকৃতিয়ে মানুহক আবৃত কৰি আছে আৰু ই মানুহৰ সকলো চিন্তা সকলো কামেৰে সৈতে জড়িত। মানুহৰ বাসস্থান কেৱল যদি অকল মানুহেৰেই ভৰপূৰ হয়, ইয়াৰ সুৰুঙাই সুৰুঙাই প্ৰকৃতিয়ে যদি কেনোমতে প্ৰৱেশৰ অধিকাৰ নাপায় তেনেহ'লে আমাৰ চিন্তা আৰু কৰ্ম্ম ক্ৰমশঃ কলুষিত হয় আৰু জড়াগ্ৰস্তহৈ নিজৰ অগাধ আৱৰ্জ্জনাৰ মাজত আত্মহত্যা কৰি প্ৰাণ ত্যাগ কৰে। এই পৰিদৃশ্যমান প্ৰকৃতিয়ে আমাৰ মাজত সদা সৰ্ব্দায় কাজ কৰি আছে, অথচ দেখাত সি যেন নীৰৱে ৰৈহে আছে, আমি যেন নিজেই আটাইবোৰ ডাঙৰ ডাঙৰ কামৰ মানুহ আৰু সেই বেচেৰা যেন নিতান্ত নিঃকীন—এটি শোভা মাথোন, এই প্ৰকৃতিৰে সৈতেই আমাৰ দেশৰ কবিসকল সুন্দৰভাৱে পৰিচিত। এই প্ৰকৃতিয়েই মানুহৰ সকলো সুখ-দুখৰ মাজত অনন্তৰ যি সুৰটো মিলাই ৰাখিছে, সেই সুৰটোকে আমাৰ দেশৰ প্ৰাচীন কবিসকলে সকলো সময়তে তেওঁলোকৰ কাব্যৰ ভিতৰত ধ্বনিত কৰি ৰাখিছে।

ঋতুসংহাৰ কালিদাসৰ অপৰিণত বয়সৰ লিখা, তাত কোনো সন্দেহ নাই। ইয়াৰ মাজত যুবক-যুবতীৰ যি মিলন সংগীত আছে তাত সংগীতৰ সপ্তম সুৰ বাসনাৰ তলৰ সপ্তকত আৰম্ভ হৈছে, শকুন্তলা কুমাৰসম্ভৱৰ দৰে তপস্যাৰ উচ্চতম সপ্তকত গৈ সংযোজিত হোৱা নাই।

কিন্তু কবিয়ে নৱ যৌৱনৰ এই বাসনাক প্ৰকৃতিৰ বিচিত্ৰ আৰু বিৰাট

সুৰেৰে সৈতে মিলাই লৈ গৈ মুক্ত আকাশৰ মাজ ভাগত তাক ঝংকৃত কৰি তুলিছে। ধাৰণ যন্ত্ৰ-মুখৰিত গ্ৰীষ্মকালৰ দিনৰ শেষত চন্দ্ৰকিৰণে ইয়াৰ মাজত নিজৰ সুৰটো যোজনা কৰিছে, বৰ্ষাকালৰ নতুন জলেৰে আৰ্দ্ৰ তাপহীন বননিত বায়ু প্ৰবাহিত কদম্বশাখা ইয়াৰ ছন্দত আন্দোলিত ; ঈষৎ-পক্ক শালি ধানেৰে শোভিত শাৰদলক্ষ্মীয়ে তাৰ হংসস্বৰ সদৃশ নূপুৰ ধ্বনিক ইয়াৰ তালে তালে মন্দ্ৰিত কৰিছে আৰু বসন্তৰ দক্ষিণবায়ু সঞ্চালিত প্ৰফুল্ল আম্ৰ-শাখাৰ শ্ৰুতিমধুৰ অস্পষ্ট শব্দ ইয়াৰেই তানে তানে বিস্তীৰ্ণ।

বিৰাট প্ৰকৃতিৰ মাজভাগত য'ত যাৰ স্বাভাৱিক স্থান তাতে তাক স্থাপন কৰি চালে তাৰ অধিক প্ৰখৰতা নাথাকে, তাৰ পৰা বিচ্ছেদ কৰি আনি কেৱল মাত্ৰ মানুহৰ গণ্ডীৰ ভিতৰত সংকীৰ্ণ কৰি চালেহে তাক ব্যাধিৰ দৰে অত্যন্ত উত্তপ্ত আৰু ৰক্ত আভাসুক্ত যেন দেখি।

শেক্সপীয়াৰৰ দুই এখন খণ্ডকাব্য আছে, নৰনাৰীৰ আসক্তিয়ে সেই কাব্যৰ বৰ্ণনীয় বিষয়। কিন্তু সেইবোৰ কাব্যৰ আসক্তিয়েই একমাত্ৰ উপজীব্য, তাৰ চাৰিওপিনে আন একোৰে ঠাই নাই ; আকাশ নাই, বতাহ নাই, প্ৰকৃতিৰ যি গীতগন্ধ-বৰ্ণ বিচিত্ৰ বৃহৎ আৱৰণেৰে বিশ্বৰ সকলো লজ্জা ৰক্ষা কৰি আছে তাৰো কোনো সম্পৰ্ক নাই। সেই কাৰণে সেইবোৰ কাব্যত প্ৰবৃত্তিৰ উন্মাদনা অত্যন্ত অসহনীয়ৰূপে প্ৰকাশ পাইছে।

কুমাৰসম্ভৱৰ তৃতীয়সৰ্গত যি ঠাইত মদনৰ হঠাৎ আবিৰ্ভাৱত যৌৱনৰ চঞ্চলতাৰ উত্তেজনা বৰ্ণনা কৰা হৈছে সেই ঠাইতো কালিদাসে এটা সংকীৰ্ণ সীমাৰ মাজত উন্মত্ততাকেই যথা সৰ্বস্ব কৰি দেখুৱাবলৈ অভিলাষ কৰা নাই। আতচী-কাচৰ ভিতৰেদি এটা বিন্দু পৰিমিত সূৰ্য্যৰশ্মিৰ সংযোগ হ'লে তাত জুই জ্বলি উঠে, কিন্তু সেই সূৰ্য্যৰশ্মি যেতিয়া আকাশৰ চৌপাশে স্বাভাৱিক-ভাৱে বিকীৰ্ণ হৈ পৰে তেতিয়া সিয়ে তাপ দিয়ে সঁচা কিন্তু নোপোৰে। কালিদাসে হৰ-পাৰ্বতীৰ মিলনৰ চঞ্চলতাক বসন্ত প্ৰকৃতিৰ সৰ্বব্যাপক যৌৱনলীলাৰ মাজছোৱাত প্ৰবিষ্ট কৰি, সেই চঞ্চলতাৰ সম্মান-ৰক্ষা কৰিছে।

কালিদাসে ফুলধনুৰ গুণৰ শব্দক বিশ্বসংগীতৰ সুৰেৰে সৈতে বিচ্ছেদ আৰু শ্ৰুতিকটু কৰি বজোৱা নাই। যি পটভূমিকাৰ ওপৰত তেওঁ তাৰ ছবিটো আঁকিছে সেইটো তৰুলতা পশুপক্ষীক লৈ সমস্ত আকাশ জুৰি অতি বিচিত্ৰ বৰ্ণেৰে বিস্তাৰিত।

কেৱল তৃতীয় সৰ্গই নহয়, সমস্ত কুমাৰসম্ভৱ কাব্যখনিয়ে এটা বিশ্ব-ব্যাপক পটভূমিকাৰ ওপৰত অংকিত। এই কাব্যৰ ভিতৰৰ কথাটো এটা গভীৰ আৰু চিৰন্তন কথা। যি পাপদৈত্য পৰাক্ৰমীহে হঠাৎ স্বৰ্গলোকক ক'ৰবাৰপৰা আহি উচ্ছন্ন কৰি দিবলৈ বিচাৰে তাক পৰাজয় কৰিব পৰা বীৰত্ব জন্মগ্ৰহণ কৰিব পাৰে কি উপায়ে ?

এই সমস্যাটোৱেই মানুহৰ চিৰদিনৰ সমস্যা। প্ৰত্যেক মানুহৰ জীৱনৰ সমস্যাও এই নিচিনাই, আকৌ এই সমস্যায়ে সমস্ত জাতিৰ ভিতৰেদি নতুন নতুন ৰূপত নিজকে অভিব্যক্ত কৰে।

কালিদাসৰ সময়তো এটা সমস্যাই ভাৰতবৰ্ষত অত্যন্ত তীব্ৰভাৱে দেখা দিছিল, সেয়া কবিৰ কাব্য পাঠ কৰিলেই দৃঢ়ভাৱে বুজা যায়। প্ৰাচীনকালত হিন্দু সমাজৰ জীৱন যাত্ৰাত যি এটা সফলতা আৰু সংযম আছিল, তেতিয়া সেইটো ভগ্নপ্ৰায় হৈ আহিছিল। তেতিয়া ৰজাসকল ৰাজধৰ্ম বিস্মৃত হৈ আত্মসুখপৰায়ণভোগী হৈ উঠিছিল। আনপিনে শকসমূহৰ পুনঃ পুনঃ আক্ৰমণৰ ফলত ভাৰতবৰ্ষ তেতিয়া দুৰ্দশাগ্ৰস্ত হৈছিল। তেতিয়া বাহিৰৰ পিনৰ পৰা দৃষ্টিপাত কৰিলে দেখা যায় ভোগ বিলাসৰ আয়োজনত, কাব্য-সংগীত শিল্পকলাৰ আলোচনাত ভাৰতবৰ্ষই সভ্যতাৰ উৎকৰ্ষ লাভ কৰিছিল। কালিদাসৰ কাব্যকলাৰ মাজতো তেতিয়াৰ সেই উপকৰণ-বহুল সম্ভোগৰ সুৰ যে বাজি উঠা নাই এনে নহয়। বস্তুতঃ তেওঁৰ কাব্যৰ বহিৰংশ তেতিয়াৰ দিনৰ আলোচিত কাৰুকাৰ্য্যৰে শোভিত হৈছিল। এইদৰে এপিনে তেতিয়াৰ সময়েৰে সৈতে সেই যুগৰ কবিৰ আমি সংযোগ দেখিবলৈ পাওঁ।

কিন্তু এই প্ৰমোদ-ভৱনৰ সোণ খটোৱা অন্তঃপুৰৰ মাজভাগত বহি বৈৰাগ্য বিকল অন্তঃকৰণেৰে কাব্যলক্ষ্মী নিযুক্ত আছিল কিহৰ ধ্যানত ? তেওঁৰ হৃদয়তো ইয়াৰ ভিতৰত নাছিল। তেও' এই আচৰিত শিল্প মনোহৰ মাণিক্য-দৃঢ় কাৰাগাৰৰপৰা কেৱল মুক্তিৰেই কামনা কৰিছিল।

কালিদাসৰ কাব্যত বাহিৰৰে সৈতে ভিতৰৰ, অৱস্থাৰে সৈতে আকাঙ্ক্ষাৰ এটা দ্বন্দ্ব আছে। ভাৰতবৰ্ষত তপস্যাৰ যি যুগ, সি তেতিয়া অতীত হৈ গৈছিল, ঐশ্বৰ্য্যশালী ৰাজসিংহাসনৰ ওচৰতে বহি কবিয়ে সেই নিৰ্মল সুদূৰ কালৰ পিনে বেদনাৰে দৃষ্টিপাত কৰিছিল।

ৰঘুবংশ কাব্যত যে তেঁও ভাৰতবৰ্ষৰ প্ৰাচীন সূৰ্য্যবংশীয় ৰজাসকলৰ

চৰিত্ৰ বৰ্ণনা কৰিবলৈ প্ৰবৃত্ত হৈছিল তাৰ মাজতেই কবিৰ সেই বেদনাটো নিগূঢ় হৈ হৈ আছে। তাৰ প্ৰমাণ চাওক।

আমাৰ দেশৰ কাব্যত পৰিণামক অমংগলকৰ হিছাপে দেখুওৱা যথাযথ ৰীতি নহয়। বাস্তৱিকতে যি ৰামচন্দ্ৰৰ জীৱনত ৰঘুবংশই সৰ্বশ্ৰেষ্ঠ শিখৰত অধিৰোহণ কৰিলে সেইখিনিতে কাব্য শেষ কৰাহেঁতেন কবিৰ ভূমিকাৰ কাব্যসমূহ সাৰ্থক হ'লহেঁতেন।

তেওঁ ভূমিকাত কৈছে—যিসকল জন্মকালৰ পৰাই শুদ্ধ, যিসকলে ফল নোপোৱালৈকে কৰ্ম্ম কৰে, সমুদ্ৰ পৰ্য্যন্ত যিসকলৰ ৰাজ্য আৰু স্বৰ্গপৰ্য্যন্ত যিসকলৰ ৰথৰ পথ, যথাবিধি যিসকলে অগ্নিত আহুতি দিয়ে, যিসকলে প্ৰাৰ্থী-সকলৰ অভিৰুচি অনুসাৰে অভাৱ পূৰণ কৰে, অপৰাধ অনুযায়ী যিসকলে দণ্ডবিধান কৰে আৰু যথাসময়ত যিসকল জাগ্ৰত হয়; যিসকলে ত্যাগৰ কাৰণে ধন সঞ্চয় কৰে, সত্যৰ কাৰণে যিসকল অল্পভাষী, যিসকলে যশস্যাৰ কাৰণে জয়ৰ অভিলাষ কৰে, আৰু সন্তান লাভৰ কাৰণে যিসকলে পত্নীগ্ৰহণ কৰে, শিশুকালত যিসকলে বিদ্যা লাভ কৰে, যৌৱনত যিসকলে বিষয় সম্ভোগ কৰে, বুঢ়াকালত যিসকলে মুনিৰ আচৰণ লয় আৰু যোগ অভ্যাসৰ দ্বাৰা যিসকলে দেহত্যাগ কৰে—মই বাক্য বিভৱত দৰিদ্ৰ হ'লেও সেই ৰঘুবংশীয় ৰজাসকলৰ বংশ কীৰ্ত্তন কৰিম, কিয়নো তেঁওলোকৰ গুণসমূহে মোৰ কাণত প্ৰৱেশ কৰি মোক চঞ্চল কৰি তুলিছে।

কিন্তু গুণ কীৰ্ত্তনতেই এই কাব্য শেষ নহয়। কবিক যে কিহে চঞ্চল কৰি তুলিছে সেইটো ৰঘুবংশৰ পৰিণাম দেখিলেই বুজা যায়।

ৰঘুবংশই যাৰ নামৰ কাৰণে গৌৰৱ লাভ কৰিছে তেঁওৰ জন্মকাহিনী কেনে? তাৰ আৰম্ভ ক'ত?

তপোবনত দিলীপ দম্পতিৰ তপস্যাৰ ফলতেই এনে এজন ৰজা জন্মিছে। কালিদাসে তেঁওৰ ৰাজপ্ৰভুসকলৰ ওচৰত এই কথাটো বিভিন্ন কাব্যত বিবিধ কৌশলেৰে প্ৰকাশ কৰিছে যে, কঠিন তপস্যাৰ ভিতৰেদি আগ নাবাঢ়িলে যি কোনো শ্ৰেষ্ঠ ফললাভৰ কোনো সম্ভাৱনা নাই। যি ৰঘুৱে উত্তৰ, দক্ষিণ, পূৱ, পশ্চিমৰ সকলো ৰজাকে বীৰ তেজেৰে পৰাজয় কৰি পৃথিৱীত একছত্ৰ ৰাজত্ব বিস্তাৰ কৰিছিল, সেই ৰঘু তেঁওৰ মাক-পিতাকৰ তপঃসাধনাৰ ধন। আকৌ যি ভৰতে পৰাক্ৰমেৰে চক্ৰবৰ্তী সম্ৰাট হৈ ভাৰতবৰ্ষক নিজৰ নামেৰে

ধন্য কৰিছে, তেওঁৰ জন্ম ঘটনাত বাধাহীন প্ৰবৃত্তিৰ যি কলংক পৰিছিল কবিয়ে তাকো তপস্যাৰ অগ্নিত দগ্ধ আৰু দুখৰ অশ্ৰুজলেৰে সম্পূৰ্ণভাৱে ধৌত নকৰাকৈ এৰা নাই।

ৰঘুবংশৰ আৰম্ভ, ৰাজোচিত ঐশ্বৰ্য্য গৌৰৱৰ বৰ্ণনাৰে নহয়। সুদক্ষিণাক বাওঁফালে লৈ ৰজা দিলীপ তপোবনত প্ৰৱেশ কৰিলে।

যি ৰজাৰ আনৰ শাসনহীন পৃথিৱীৰ চাৰি সাগৰেই বেষ্টন সেই ৰজা দৃঢ় অনুৰাগ আৰু কঠোৰ সংযমেৰে সৈতে তপোবনৰ ধেনুৰ শুশ্ৰূষাত নিযুক্ত হ'ল।

সংযম, তপস্যা আৰু তপোবনেৰে ৰঘুবংশৰ আৰম্ভ আৰু মদোল্লাস, ইন্দ্ৰিয়মত্ততা আৰু প্ৰমোদভৱনৰ মাজত তাৰ পৰিসমাপ্তি। কিন্তু যি অগ্নিয়ে মানুহৰ গৃহ দগ্ধ কৰি সৰ্বনাস কৰে সিওঁটো কম উজ্জ্বল নহয়। এগৰাকী পত্নীৰে সৈতে দিলীপৰ তপোবনৰ বাস ধীৰ, শান্ত আৰু বৰ্ণবিৰল প্ৰকাশভংগীৰে অংকিত আৰু বহু নায়িকা লৈ অগ্নিবৰ্ণৰ আত্মনিধনৰ কাৰণ অসংকুচিত বাহুল্যৰ মাজেৰে যেন জ্বলন্ত ৰেখাৰে বৰ্ণিত।

প্ৰাতঃকাল যেনে শান্ত, পিংগল জটাধাৰী ঋষিকুমাৰৰ দৰে যেনে পবিত্ৰ, প্ৰাতঃকালে যিদৰে মুকুতাৰ দৰে ঈষৎ হালধীয়া বৰণৰ বিমল কিৰণেৰে শিশিৰ স্নিগ্ধ পৃথিৱীৰ ওপৰত ধীৰে ধীৰে অবৰোহণ কৰে আৰু নতুন জীৱনৰ অভ্যুদয় বাৰ্ত্তাৰে জগতক উদ্বোধিত কৰি তোলে, কবিৰ কাব্যতো তপস্যাৰ দ্বাৰা সুসমাহিত ৰাজমাহাত্ম্য সেইদৰে স্নিগ্ধতেজ আৰু সংযত বাণীৰেই মহোদয়শালী ৰঘুবংশৰ সূচনা কৰিছে। আকৌ বিবিধ বৰণেৰে চিত্ৰিত মেঘশ্ৰেণীৰ মাজত অপৰাহ্ণই প্ৰৱেশ কৰি যিদৰে মুহূৰ্ত্তৰ কাৰণে নিজৰ অন্তুত ৰশ্মিজালেৰে পশ্চিম আকাশক উজ্জ্বল কৰি তোলে আৰু চাওঁতে চাওঁতে ভীষণ ক্ষয় আহি তাৰ সকলো মহিমা অপহৰণ কৰিবলৈ ধৰে, অৱশেষত নিচেই কম সময়ৰ ভিতৰতে বাক্যহীন কৰ্মহীন অচেতন অন্ধকাৰৰ মাজত সকলো বিলীন হৈ যায় সেইদৰে কবিয়েও কাব্যৰ শেষ সৰ্গত নানাতৰংৰ ভোগ আয়োজনৰ ভীষণ সমাৰোহৰ মাজতেই ৰঘুবংশ জ্যোতিষ্কৰ নিৰ্বাপণ বৰ্ণনা কৰিছে।

কাব্যৰ এই আৰম্ভ আৰু শেষৰ মাজত কবিৰ এটা অন্তৰৰ কথা লুকাই আছে। তেওঁ নীৰৱ দীঘল হুমুনিয়াহেৰে সৈতে কৈছে—কি আছিল, কি

হ'ল। সেই যুগত অভ্যুদয় যেতিয়া সম্মুখত আছিল তেতিয়া তপস্যাই আছিল সবাতকৈ শ্ৰেষ্ঠ সম্পদ আৰু আজিকালি সম্মুখত যেতিয়া বিনাশ দেখা গৈছে তেতিয়া বিনাশৰ উপকৰণসমূহৰ সীমা নাই আৰু ভোগৰ অতৃপ্ত অগ্নিয়ে সহস্ৰ শিখাৰে জ্বলি উঠি চাৰিওপিনে চকুৰ দৃষ্টি বিভ্ৰান্ত কৰি তুলিছে।

কালিদাসৰ অধিকাংশ কাব্যৰ মাজত এই দ্বন্দ্বটো সুস্পষ্টভাৱে দেখা যায় এই দ্বন্দ্বৰ সমাধান ক'ত, কুমাৰসম্ভৱত তাকেই দেখুওৱা হৈছে। কবিয়ে এই কাব্যত কৈছে, ত্যাগেৰে সৈতে ঐশ্বৰ্য্যৰ, তপস্যাৰে সৈতে প্ৰেমৰ সম্মিলনতেই শৌৰ্য্যৰ উৎপত্তি, সেই শৌৰ্য্যেৰেই মানুহে সকলো প্ৰকাৰ পৰাজয়ৰপৰা পৰিত্ৰাণ পায়।

অৰ্থাৎ ত্যাগ আৰু ভোগৰ সামঞ্জস্যতেই পূৰ্ণ শক্তি। ত্যাগী শিৱ যেতিয়া অকলে সমাধি-মগ্ন, তেতিয়াও স্বৰ্গৰাজ্য সহায়হীন, আকৌ সতী যেতিয়া নিজৰ পিতাকৰ ঘৰত সম্পদৰ মাজত অকলশৰীয়াভাৱে আবদ্ধ তেতিয়াও দৈত্যসকলৰ উৎপীড়ন অতিশয় বলশালী।

স্পৃহা প্ৰবল হৈ উঠিলেই ত্যাগ আৰু ভোগৰ সামঞ্জস্য ভগ্ন হয়।

কোনো এটি সংকীৰ্ণক্ষেত্ৰত যেতিয়া আমি অহংকাৰ নাইবা কামনাক ঘনীভূত কৰোঁ তেতিয়া আমি সমগ্ৰৰ ক্ষতি কৰি অংশকেই শ্ৰেষ্ঠ কৰি তুলিবলৈ চেষ্টা কৰোঁ। ইয়াৰ পৰাই অমংগল ঘটে। অংশৰ প্ৰতি আসক্তি হেতুকেই সমগ্ৰৰ বিৰুদ্ধে বিদ্ৰোহ—এয়ে হৈছে পাপ।

এই কাৰণেই ত্যাগৰ আৱশ্যক। এই ত্যাগ নিজক নিস্ব কৰাৰ কাৰণে নহয়, নিজক পূৰ্ণ কৰাৰ কাৰণেহে। ত্যাগ মানে সমগ্ৰৰ কাৰণে আংশিকৰ ত্যাগ, নিত্যৰ কাৰণে ক্ষণিকৰ ত্যাগ, প্ৰেমৰ কাৰণে অহংকাৰৰ ত্যাগ, আনন্দৰ কাৰণে সুখৰ ত্যাগ।

এই কাৰণেই উপনিষদত কৈছে—"ত্যক্তেন ভুঞ্জিথাঃ" ত্যাগৰ দ্বাৰা ভোগ কৰিব লাগে, আসক্তিৰ দ্বাৰা নহয়।

প্ৰথমতে পাৰ্ব্বতীয়ে মদনৰ সহায়েৰে শিৱক আকাংখা কৰিছিল, সেই চেষ্টা ব্যৰ্থ হ'ল ; শেষত ত্যাগৰ সহায়েৰে, তপস্যাৰ দ্বাৰাইহে তেওঁক লাভ কৰিলে।

কাম কেৱল অংশৰ প্ৰতিহে আসক্ত, সমগ্ৰৰ প্ৰতি অন্ধ। কিন্তু সকলো অংশৰ, সকলো কালৰ কামনা ত্যাগ নহ'লে শিৱেৰে সৈতে মিলন হ'ব নোৱাৰে।

"তেন ত্যক্তেন ভুঞ্জীথাঃ" ত্যাগৰ দ্বাৰাই ভোগ কৰিব লাগে—এইটো উপনিষদৰ অনুশাসন, এইটোৱেই কুমাৰসম্ভৱ কাব্যৰ মৰ্ম্মকথা আৰু এইটোৱেই আমাৰ তপোবনৰ সাধনা ; লাভ কৰিবলৈ ত্যাগ কৰিব লাগে।

Sacrifice আৰু resignation, আত্মত্যাগ আৰু দুখস্বীকাৰ। এই দুটি বস্তুৰ মাহাত্ম্য আমি কোনো কোনো ধৰ্ম্মশাস্ত্ৰত বিশেষভাৱে বৰ্ণোৱা দেখোঁ। জগতৰ সৃষ্টি কাৰ্য্যত উত্তাপ যিদৰে এটা প্ৰধান বস্তু, মানুহৰ জীৱন গঠনতো দুখ সেইদৰে এটা অতি ডাঙৰ ৰাসায়নিক শক্তি ; ইয়াৰ দ্বাৰা অন্তৰৰ দুৰ্ভেদ্য কঠিনতা গলি যায় আৰু হৃদয়ৰ অসাধ্য বান্ধ উচ্ছন্ন হয়। গতিকে সংসাৰত যিজনে দুখক দুখৰূপেই নম্ৰভাৱে স্বীকাৰ কৰি নিব পাৰে তেঁৱেই যথাৰ্থ তপস্বী।

কিন্তু কোনোৱে যেন মনলৈ নানে যে এই দুখ স্বীকাৰকেই উপনিষদত লক্ষ্য কৰা হৈছে। ত্যাগক দুখৰূপে স্বীকাৰ কৰি লোৱা নহয়, ত্যাগক ভোগৰূপে বৰণ কৰি লোৱাই উপনিষদৰ অনুশাসন। উপনিষদত যি ত্যাগৰ কথা কোৱা হৈছে সেই ত্যাগেই পূৰ্ণতাৰ গ্ৰহণ, সেই ত্যাগেই গভীৰতৰ আনন্দ। সেই ত্যাগেই নিখিলেৰে সৈতে যোগ, ভূমাৰে সৈতে মিলন। গতিকে ভাৰতবৰ্ষৰ যি আদৰ্শ-তপোবন, সেই তপোবন শৰীৰৰ বিৰুদ্ধে আত্মাৰ, সংসাৰৰ বিৰুদ্ধে সন্যাসৰ এটা সদায় হতাহতি যুদ্ধ কৰিবলৈ মল্লক্ষেত্ৰ নহয়। 'যৎ কিঞ্চ জগত্যাং জগৎ'—অৰ্থাৎ যি কোনোৰ সমস্তৰে সৈতে ত্যাগৰ দ্বাৰা বাধাহীন মিলন। এইটোৱেই হৈছে তপোবনৰ সাধনা। এই কাৰণেই তৰুলতা পশুপক্ষীৰে সৈতে ভাৰতবৰ্ষৰ আত্মীয় সম্বন্ধৰ যোগ এনে ঘনিষ্ঠ যে, আন দেশৰ মানুহৰ কাৰণে সেইটো আচৰিত বুলি প্ৰতিভাত হয়।

এই কাৰণে আমাৰ দেশৰ কবিত্বত প্ৰকৃতিপ্ৰেমৰ যি পৰিচয় পোৱা যায়, আনদেশৰ কাব্যৰ তুলনাত তাৰ যেন এটা বৈশিষ্ট্য আছে। এয়া আমাৰ প্ৰকৃতিৰ ওপৰত প্ৰভুত্ব কৰা নহয়, প্ৰকৃতিক ভোগ কৰাও নহয়, ই প্ৰকৃতিৰে সৈতে সংযোগ সম্বন্ধ।

অথচ এই সম্বন্ধ অৰণ্যবাসীৰ বৰ্ব্বৰতা নহয়। তপোবন আফ্ৰিকাৰ অৰণ্য হোৱা হ'লে ক'ব পৰা গ'লহেঁতেন যে প্ৰকৃতিৰে সৈতে মিলি থকা এটা তামসিকতা মাত্ৰ। কিন্তু যি ঠাই মানুহৰ অন্তৰ সাধনাৰ দ্বাৰা জাগ্ৰত সেই ঠাইৰ মিলন কেৱলমাত্ৰ অভ্যাসৰ মোহগ্ৰস্ততাৰ কাৰণে হ'ব নোৱাৰে। সংস্কাৰৰ

প্ৰতিবন্ধক নাশ হ'লে, যি মিলন স্বাভাৱিকভাৱে গঢ়ি উঠে, সেয়ে হৈছে তপোবনৰ মিলন।

আমাৰ কবিসকলে প্ৰত্যেকেই কৈছে তপোবন শান্তৰসৰ স্থান। তপোবনৰ যি এটা বিশেষ ৰস আছে সেয়া হৈছে শান্তৰস। শান্তৰস হৈছে পৰিপূৰ্ণতাৰ ৰস। সাতোটা বৰ্ণৰশ্মি মিলিত হলেহে যিদৰে শুভ্ৰবৰ্ণৰ উৎপত্তি হয় সেইদৰে চিত্তৰ গতি নানা ভাগত বিভক্ত নোহোৱাকৈ যেতিয়া অবিচ্ছিন্নভাৱে নিখিলেৰে সৈতে নিজৰ সামঞ্জস্য একেবাৰে সম্পূৰ্ণ কৰি তুলিব পাৰে তেতিয়াই শান্তৰসৰ উদ্ভৱ হয়।

তপোবনত সেই শান্তৰস। ইয়াত সূৰ্য্য, অগ্নি, বায়ু, জল, স্থল, আকাশ, তৰুলতা, মৃগ, পক্ষী সকলোৰে সৈতে চৈতন্যৰ এটা পৰিপূৰ্ণ যোগ। ইয়াৰ চাৰিওফালৰ কাৰো সৈতে মানুহৰ বিচ্ছেদ নাই আৰু বিৰোধ নাই।

ভাৰতবৰ্ষৰ তপোবনত এই যে এটা শান্তৰসৰ সংগীত গঁথা হৈছিল, এই সংগীতৰ আদৰ্শতেই আমাৰ দেশত বহু মিশ্ৰ ৰাগ-ৰাগিণীৰ সৃষ্টি হৈছে। সেই কাৰণেই আমাৰ দেশৰ কাব্যসমূহত মানুহৰ কাৰ্য্যকলাপৰ ভিতৰত প্ৰকৃতিক এনে উচ্চ স্থান দিয়া হৈছে। সম্পূৰ্ণতাৰ কাৰণে আমাৰ যি এটা স্বাভাৱিক আকাঙ্ক্ষা আছে এয়া কেৱল সেই আকাঙ্ক্ষা পূৰণৰ উদ্দেশ্যেহে।

অভিজ্ঞান শকুন্তলা নাটকত যি দুখন তপোবন আছে সেই দুয়োখনেই শকুন্তলাৰ সুখদুখক এটা বিশালতাৰ মাজেদি সম্পূৰ্ণ কৰি তুলিছে। তাৰে এখন তপোবন পৃথিৱীত আৰু আনখন স্বৰ্গলোকৰ সীমাত। এখন তপোবনত আম্ৰবৃক্ষেৰে সৈতে নৱমল্লিকাৰ মিলন উৎসৱত নৱযৌৱনা ঋষিকন্যাসমূহ পুলকিত হৈ উঠিছে, মাতৃহীন মৃগশিশুক তেঁওলোকে মুঠিয়ে মুঠিয়ে নীৱাৰ ধান খুৱাই পালন কৰিছে, কুশ মূলত লাগি তাৰ মুখ ক্ষত হ'লে ইংগুদীৰ তেল দি তেওঁলোকে তাক শুশ্ৰূষা কৰিছে। এই তপোবনখনে দুষ্যন্ত-শকুন্তলাৰ প্ৰেমক সৰলতা, সৌন্দৰ্য্য আৰু স্বাভাৱিকতা দান কৰি তাক বিশ্বসুৰেৰে সৈতে মিলাই লৈ গৈছে।

আৰু সন্ধ্যাকালৰ মেঘবৰণীয়া কিন্নৰ পৰ্ব্বত হেমকূট, তাত সুৰাসুৰ গুৰু মৰীচিয়ে তেঁওৰ পত্নীৰে সৈতে মিলি তপস্যা কৰি আছে, যি হেমকূটে লতাজাল বেষ্টিত পক্ষীৰ কোটৰেৰে শোভিত অৰণ্য-জটা-মণ্ডল বহন কৰি যোগাসনত বহি থকা অলৰ শিৱৰ দৰে সূৰ্য্যৰ পিনে চাই ধ্যান মগ্ন হৈ আছে,

ঈশ্বৰৰ যশকীৰ্তন কৰাৰ কাৰণেই, ঈশ্বৰে নিজে দূৰত থাকি তেওঁৰ ৰচিত বিশ্বৰ পৰা প্ৰাৰ্থণা গ্ৰহণ কৰিছে।

আংশিক পৰিমাণে মানুহেৰে সৈতেও প্ৰকৃতিৰ এই সম্বন্ধ প্ৰকাশ পাইছে, অৰ্থাৎ প্ৰকৃতি মানুহৰ শ্ৰেষ্ঠতা প্ৰচাৰৰ কাৰণে।

ভাৰতবৰ্ষয়ো যে মানুহৰ শ্ৰেষ্ঠতা অস্বীকাৰ কৰে এনে নহয়। কিন্তু প্ৰভুত্ব কৰাকেই, ভোগ কৰাকেই সেই শ্ৰেষ্ঠতাৰ প্ৰধান লক্ষণ বুলি স্বীকাৰ নকৰে। মানুহৰ শ্ৰেষ্ঠতাৰ সৰ্বপ্ৰধান পৰিচয়েই হৈছে এই যে মানুহ সকলোৰে সৈতে মিলিব পাৰে। সেই মিলন মূঢ়তাৰ মিলন নহয়, সেই মিলন অন্তৰৰ মিলন, গতিকে আনন্দৰ মিলন। এই আনন্দৰ কথাই আমাৰ কাব্যত কীৰ্তিত হৈছে।

'উত্তৰ চৰিত'ত ৰাম আৰু সীতাৰ যি প্ৰেম সেই প্ৰেমে চাৰিওপিনৰ জল-স্থল আকশৰ মাজত আনন্দৰ প্ৰাচুৰ্য্য প্ৰবাহেৰে প্ৰবেশ কৰিছে। সেই কাৰণে দ্বিতীয়বাৰ গোদাবৰীৰ গিৰিনদ দেখি ৰামে কৈ উঠিছিল—'যত্ৰ দ্ৰুমা অপি মৃগা অপি বন্ধবো মে।' সেই দেখি সীতা বিচ্ছেদৰ সময়ত তেওঁ তেওঁলোকে আগেয়ে বাস কৰা ঠাই দেখি আক্ষেপ কৰিছিল যে মৈথিলীয়ে তেওঁৰ কৰকমল বিকীৰ্ণ জল,নীবাৰ আৰ তৃণ দি যিবোৰ গছ,পখী আৰু হৰিণক পালন কৰিছিল সেইবোৰক দেখিবলৈ পোৱাত মোৰ হৃদয় তুষাৰ গলাৰ দৰে গলি গৈছে।

মেঘদূতত নিজৰ দুখৰ জোৰাৰেৰ স্বতন্ত্ৰ হৈ যক্ষৰ বিৰহে অকলে এচুকত বহি বিলাপ কৰা নাই। নতুন বাৰিষাত উৎফুল্ল পৃথিৱীৰ সমস্ত পৰ্বত নদী-অৰণ্য নগৰীৰ মাজত তেওঁৰ অন্তৰক বিৰহ-দুখেই বিয়পাই দিছে। কবিয়ে মানুহৰ হৃদয়ৰ বেদনাক সংকীৰ্ণ কৰি দেখুওৱা নাই, তেওঁ তাক বিৰাটৰ মাজত বিস্তীৰ্ণ কৰি তুলিছে; এই কাৰণেই প্ৰভুশাপগ্ৰস্ত এজন যক্ষৰ দুখৰ বাৰ্তাক চিৰদিনৰ কাৰণে বৰ্ষাঋতুৰ মৰ্মস্থান অধিকাৰ কৰি প্ৰণয়ীহৃদয়ৰ কল্পনাক বিশ্বসংগীতৰ ধ্ৰুপদত এনেভাৱে গাঁথিব পাৰিছে।

এইটোৱেই হৈছে ভাৰতবৰ্ষৰ বিশেষত্ব। তপস্যাৰ ক্ষেত্ৰতো ইয়াকেই দেখা যায়, যি ঠাইতেই তাৰ হৃদয়বৃত্তিৰ লীলা সেই ঠাইতো ইয়াকেই দেখিবলৈ পোৱা যায়।

মানুহে এই দুই প্ৰকাৰেই নিজৰ মহত্ত্ব উপলব্ধি কৰে—এটা স্বতন্ত্ৰতাৰ মাজত আৰু আনটো মিলনৰ মাজেৰে। এটা ভোগৰ দ্বাৰা আৰ আনটো

যোগৰ দ্বাৰা। ভাৰতবৰ্ষই স্বভাৱতেই শেষৰটো পথ অবলম্বন কৰিছে। এই কাৰণেই যি ঠাইত প্ৰকৃতিৰ মাজত কোনো বিশেষ সৌন্দৰ্য বা মহিমাৰ আবিৰ্ভাৱ হোৱা দেখিবলৈ পোৱা যায় সেই ঠাইতেই ভাৰতবৰ্ষৰ তীৰ্থস্থান। যি ঠাইত স্বভাৱতেই বিশ্বপ্ৰকৃতিৰে সৈতে মানুহৰ অন্তৰৰ মিলন ঘটে সেই ঠাইকেই ভাৰতবৰ্ষই পৱিত্ৰ তীৰ্থ বুলি জ্ঞান কৰিছে। ইয়াত কৃষি উৎপন্ন নহয় নাইবা মানুহৰ বসতিও নাই, ইয়াত বেহা-বেপাৰৰ সামগ্ৰীৰ আয়োজন নাই, ইয়াত ৰজাৰ ৰাজধানীও নাই, অন্ততঃ সেই বিলাক ইয়াত প্ৰধান নহয়। ইয়াত মানুহে নিখিল প্ৰকৃতিৰে সৈতে নিজৰ সম্বন্ধ উপলব্ধি কৰি আত্মাক সৰ্বব্যাপী আৰু মহান বুলি জানে। ইয়াত মানুহে প্ৰকৃতিক নিজৰ প্ৰয়োজন সাধনৰ ক্ষেত্ৰ বুলি নাজানে, মানুহে তাক আত্মাৰ উপলব্ধি সাধনৰ ক্ষেত্ৰ বুলিয়েই অনুভৱ কৰে, এই কাৰণেই সেই ঠাই পুণ্যক্ষেত্ৰ।

ভাৰতবৰ্ষৰ হিমালয় পৱিত্ৰ, ভাৰতবৰ্ষৰ বিন্ধ্যাচল পৱিত্ৰ, ভাৰতবৰ্ষৰ যি নদীসমূহে জনসাধাৰণৰ বাসস্থানক অবিশ্ৰান্ত প্ৰৱাহেৰে স্তন্য দান কৰি আহিছে সেই সমূহেই পুণ্যতোয়া। হৰিদ্বাৰ পৱিত্ৰ, হৃষীকেশ পৱিত্ৰ, কেদাৰনাথ বদৰিকাশ্ৰম পৱিত্ৰ, কৈলাস পৱিত্ৰ, মানস সৰোবৰ পৱিত্ৰ, গংগাৰে সৈতে যমুনাৰ সংগম পৱিত্ৰ, সমুদ্ৰৰ গৰ্ভত গংগাৰ অবসান পৱিত্ৰ। যি বিশাল প্ৰকৃতিৰ দ্বাৰা মানুহ পৰিবেষ্টিত, যাৰ পোহৰ আহি তেওঁৰ দৃষ্টিক সাৰ্থক কৰিছে, যাৰ উত্তাপে তেওঁৰ সৰ্ব্বশৰীৰত প্ৰাণক স্পন্দিত কৰি তুলিছে, যাৰ জলেৰে তেওঁৰ স্নান, যাৰ অন্নেৰে তেওঁৰ প্ৰাণ, যাৰ অভ্ৰভেদী ৰহস্য নিকেতনৰ বহু দুৱাৰেদি বহুদূত ওলাই আহি শব্দ-গন্ধ-বৰ্ণ আৰু ভাবেৰে মানুহৰ চৈতন্যক নিত্য নিয়ত জাগ্ৰত কৰি ৰাখিছে, ভাৰতবৰ্ষই সেই প্ৰকৃতিৰ মাজত নিজৰ ভক্তি আচৰণক সকলোতে ওতঃপ্ৰোতভাৱে বিস্তাৰ কৰি দিছে। ভাৰতবৰ্ষই জগতক পূজাৰ দ্বাৰা গ্ৰহণ কৰিছে, উপভোগৰ দ্বাৰা তাক খৰ্ব্ব কৰা নাই, ঔদাসীন্যৰ দ্বাৰা তাক নিজৰ কৰ্মক্ষেত্ৰৰ পৰা বাহিৰলৈ নি নিলগাই থোৱা নাই ; ভাৰতবৰ্ষই এই বিশ্বপ্ৰকৃতিৰে সৈতে পৱিত্ৰ সম্বন্ধৰেই নিজক মহান কৰি, যথাৰ্থৰূপে জানিছে, ভাৰতবৰ্ষৰ তীৰ্থস্থান সমূহে এই কথাকেই ঘোষণা কৰিছে।

বিদ্যালাভ কৰা অকল বিদ্যালয়ৰ ওপৰতে নিৰ্ভৰ নকৰে। প্ৰধানকৈ ছাত্ৰৰ ওপৰতে নিৰ্ভৰ কৰে। বহু ছাত্ৰ বিদ্যালয়লৈ যায়, আইন কি উপাধিও

পায়, অথচ বিদ্যালাভ নকৰে। সেইদৰে বহুতেই তীৰ্থলৈ যায় কিন্তু তীৰ্থৰ যথাৰ্থ ফল সকলোৱে লাভ কৰিব নোৱাৰে। যি সকলে চাবলগীয়া বস্তু নাচায়, পাবলগীয়া বস্তু গ্ৰহণ নকৰে, তেওঁলোকৰ বিদ্যা শেষলৈকে পুথিগত আৰু ধৰ্ম বাহ্যিক আচাৰতেই আবদ্ধ থাকে। আৱশ্যে তেওঁলোক তীৰ্থলৈ যায়, কিন্তু যোৱাকেই তেওঁলোকে পুণ্য বুলি ভাবে, পোৱাক নহয়। তেওঁলোকে বিশেষ জল বা বিশেষ মাটিৰ কোনো বস্তুগত গুণ আছে বুলিয়েই কল্পনা কৰে, ইয়াতেই মানুহ লক্ষ্যভ্ৰষ্ট হয়, যি অন্তৰৰ সামগ্ৰী তাক বস্তুৰ মাজত বিলাই নষ্ট কৰে। আমাৰ দেশত সাধনেৰে চিকুন কৰা অন্তৰৰ শক্তি যিমানেই মলিন হৈছে, সিমানেই এই অৰ্থহীন বাহ্যিকতা বৃদ্ধি পাইছে, এই কথা স্বীকাৰ কৰিবই লাগিব। কিন্তু আমাৰ এই দুৰ্গতিৰ দিনৰ জড়ত্বকেই কোনো প্ৰকাৰে মই ভাৰতবৰ্ষৰ চিৰন্তন অভিপ্ৰায় বুলি গ্ৰহণ কৰিব নোৱাৰোঁ।

কোনো এখন বিশেষ নদীৰ জলত স্নান কৰিলে নিজৰ অথবা পূৰ্ব্বপুৰুষৰ পাৰলৌকিক সদ্‌গতি ঘটাৰ সম্ভাৱনা আছে—এই বিশ্বাস মই অমূলক বুলি মানি লবলৈ ৰাজী নহওঁ আৰু এই বিশ্বাসক মই উৎকৃষ্ট বস্তু বুলি শ্ৰদ্ধা নকৰোঁ। কিন্তু জলত প্ৰৱেশ কৰি স্নান কৰাৰ সময়ত নদীৰ জলক যিজনে যথাৰ্থ ভক্তিৰ দ্বাৰা সৰ্ব্বশৰীৰ আৰু সৰ্ব্বান্তঃকৰণেৰে গ্ৰহণ কৰিব পাৰে মই তেওঁকেই ভক্তিৰ পাত্ৰ বুলি জ্ঞান কৰোঁ। কাৰণ নদীৰ জলক সামান্য তৰল পদাৰ্থ বুলি সাধাৰণ মানুহৰ যি এটা স্থূল সংস্কাৰ, এটা তামসিক অৱজ্ঞা আছে, সাত্ত্বিকতাৰ দ্বাৰা অৰ্থাৎ চৈতন্যময়তাৰ দ্বাৰা সেই জড় সংস্কাৰক সেইজনে অতিক্ৰম কৰিছে—এই কাৰণে নদীৰ জলেৰে সৈতে কেৱলমাত্ৰ তেওঁৰ শাৰীৰিক ব্যৱহাৰৰ বাহ্য সংস্ৰৱেই ঘটা নাই, তাৰে সৈতে তেওঁৰ অন্তৰৰ সংযোগ সাধন হৈছে। এই নদীৰ ভিতৰেদিয়েই পৰম চৈতন্যই তেওঁৰ চেতনাক এক প্ৰকাৰে স্পৰ্শ কৰিছে। সেই স্পৰ্শৰ দ্বাৰা, স্নানৰ জলে কেৱল তেওঁৰ শৰীৰৰ মলিনতাকেই নহয়, তেওঁৰ চিত্তৰ মোহ প্ৰলেপকো ধৌত কৰি দিছে।

অগ্নি, জল, মাটি, অন্ন প্ৰভৃতি সামগ্ৰীৰ অনন্ত ৰহস্য পিছত অভ্যাসৰ দ্বাৰা আমাৰ ওচৰত একেবাৰে মলিন হৈ পৰে, এই কাৰণেই প্ৰত্যেক দিনে নানা কাৰ্য্যত, বিবিধ অনুষ্ঠানৰ মাজেৰে সেইবোৰৰ পৱিত্ৰতা স্মৰণ কৰিবলৈ আমাৰ বিধান আছে।

যি মানুহে সচেতনভাবে সেই কথা স্মৰণ কৰিব পাৰে, সেই বোৰেৰে সৈতে সহযোগৰ মাজেৰে আমাৰ ভূমাৰে সৈতে সংযোগ ঘটে, এই কথা যি সকলৰ বোধ শক্তিয়ে স্বীকাৰ কৰিব পাৰে, তেওঁলোকে মহৎ সিদ্ধি লাভ কৰিছে। স্নানৰ জলক, আহাৰৰ অন্নক শ্ৰদ্ধা কৰাৰ যি শিক্ষা সি অজ্ঞতাৰ শিক্ষা নহয়, তাৰ জড়ত্বক আদৰ কৰা নহয়, কাৰণ এই সকলোবোৰ অভ্যাসৰ সামগ্ৰীক হেয়জ্ঞান কৰাই হৈছে জড়তা, তাৰ মাজতো অন্তৰৰ উদ্বোধন কেৱল চৈতন্যৰ বিশেষ বিকাশৰ ফলতেই সম্ভৱপৰ। অৱশ্যে, যি মানুহ মূৰ্খ, সত্যক গ্ৰহণ কৰিবলৈ যাৰ প্ৰকৃতিতে স্থূল বাধা আছে, সকলো সাধনাকেই সি বিকৃত কৰে আৰু সি লক্ষ্যক কেৱল ভুল ঠাইতেই স্থাপন কৰে, এই কথা কোৱাই বাহুল্য।

বহু কোটি লোকে, প্ৰায় এটা সমগ্ৰ জাতিয়ে, মাছ মাংস আহাৰ একেবাৰে পৰিত্যাগ কৰিছে—পৃথিবীৰ ক'তো ইয়াৰ তুলনা পোৱা নাযায়। মানুহৰ মাজত এনেকুৱা জাতি দেখা নাযায় যি জাতিয়ে মাংস আহাৰ নকৰে।

ভাৰতবৰ্ষই মাংস আহাৰ যে পৰিত্যাগ কৰিছে সেইটো কঠোৰ ব্ৰত সাধনাৰ কাৰণে নহয়, নিজৰ শৰীৰক কষ্ট দি, কোনো শাস্ত্ৰই নিৰ্দ্দেশ কৰা পুণ্য লাভৰ কাৰণেও নহয়। তাৰ একমাত্ৰ উদ্দেশ্য জীৱৰ প্ৰতি হিংসা ত্যাগ কৰা।

এই হিংসা ত্যাগ নকৰিলে জীৱৰে সৈতে জীৱৰ যোগ-সামঞ্জস্য নষ্ট হয়। আমি যদি প্ৰাণীক খাই পেলাবৰ, পেট পুৰণ কৰিবৰ বস্তু হিচাপেই দেখোঁ তেন্তে আমি তাক কদাপি যথাৰ্থ ৰূপত দেখিবলৈ পোৱা নাই। তথাপি প্ৰাণ বস্তুটোক ইমানেই হেয় ভাৱে দেখা অভ্যাস হৈ যায় যে অকল আহাৰৰ কাৰণেই নহয়, কেৱল প্ৰাণী হত্যা কৰাই আমাৰ এটা অংগ হৈ পৰে। আৰু নিদাৰুণ অহৈতুকী হিংসাক মানুহে জল-স্থল-আকাশ-গুহা-গহ্বৰ দেশ-বিদেশত ব্যাপ্ত কৰি তুলিছে।

ভাৰতবৰ্ষই এই যোগ-ভ্ৰষ্টতা, এই বোধ শক্তিৰ অসাৰতাৰ পৰা মানুহক ৰক্ষা কৰিবলৈ চেষ্টা কৰিছে।

বৰ্ব্বৰতাৰপৰা মানুহৰ জ্ঞান দূৰলৈ অগ্ৰসৰ হৈছে, তাৰ প্ৰধান লক্ষণ যোধ হয় মানুহে বিজ্ঞানৰ সহায়ত, জগতৰ সকলোতে নিয়মক দেখিবলৈ পাইছে। যেতিয়ালৈকে দেখিবলৈ পোৱা নাছিল তেতিয়ালৈকে তেওঁৰ জ্ঞানৰ সম্পূৰ্ণ সাৰ্থকতা হোৱা নাছিল। বিশ্বচৰাচৰত তেতিয়ালৈকে তেওঁ বিচ্ছিন্ন হৈ বাস কৰিছিল—তেওঁ দেখিবলৈ পাইছিল—জ্ঞানৰ নিয়ম কেৱল তেওঁৰ নিজৰ

মাজতেই আবদ্ধ আছে কিন্তু এই মহাবিশ্ব সৃষ্টিৰ মাজত নাই। এই হেতু তেওঁৰ জ্ঞান আছে বুলিয়েই তেওঁ যেন জগতত একেখন ঘৰেতে আছিল। কিন্তু আজি তেওঁৰ জ্ঞান অণুৰপৰা অণুতম আৰু বৃহতৰ পৰা বৃহত্তম সকলোৰে সৈতেই নিজৰ সংযোগ স্থাপন কৰিবলৈ প্ৰবৃত্ত হৈছে। এয়ে হল বিজ্ঞানৰ সাধনা।

ভাৰতবৰ্ষই যি সাধনা গ্ৰহণ কৰিছে সি হৈছে বিশ্বব্ৰহ্মাণ্ডৰে সৈতে অন্তৰৰ যোগ, আত্মাৰ যোগ, অৰ্থাৎ সম্পূৰ্ণ যোগ। কেৱল জ্ঞানৰ যোগ নহয়, বোধৰ যোগ। গীতাত কৈছে—

ইন্দ্ৰিয়াণি পৰাণ্যাহুৰিন্দ্ৰিয়েভ্যঃ পৰং মনঃ।
মনসস্তু পৰাবুদ্ধিৰ্যোবুদ্ধেঃ পৰতস্তু সঃ॥

ইন্দ্ৰিয়বিলাককে শ্ৰেষ্ঠ পদাৰ্থ বুলি কোৱা হয়; কিন্তু ইন্দ্ৰিয়তকৈ মন শ্ৰেষ্ঠ, আকৌ মনতকৈ বুদ্ধি শ্ৰেষ্ঠ আৰু বুদ্ধিতকৈও যি শ্ৰেষ্ঠ সেইটোৱেই তেওঁ।

ইন্দ্ৰিয়সমূহ কিয় শ্ৰেষ্ঠ, যি হেতু ইন্দ্ৰিয়ৰ দ্বাৰা বিশ্বৰে সৈতে আমাৰ যোগ সাধন হব, কিন্তু সেই যোগ আংশিক। ইন্দ্ৰিয়তকৈ মন শ্ৰেষ্ঠ, কাৰণ মনৰ দ্বাৰা যি জ্ঞানময় যোগ ঘটে সি অধিক ব্যাপক। কিন্তু জ্ঞানৰ যোগেৰেও সম্পূৰ্ণ বিচ্ছেদ দূৰ নহয়। মনতকৈ বুদ্ধি শ্ৰেষ্ঠ, কাৰণ অনুভৱৰ দ্বাৰা যি চৈতন্যময় যোগ হয়, সি একেবাৰে পৰিপূৰ্ণ। সেই যোগৰ দ্বাৰা সমস্ত জগতৰ ভিতৰত যিজন সবাতোকৈ শ্ৰেষ্ঠ তেওঁকেই আমি উপলব্ধি কৰো।

ভাৰতবৰ্ষৰ সাধনাই হৈছে—এই সবাতোকৈ শ্ৰেষ্ঠজনক সকলোৰে মাজত অনুভূতিৰে অনুভৱ কৰা।

গতিকে যদি আমি ভাবোঁ যে ভাৰতৰ এই সাধনাতেই দীক্ষিত কৰা ভাৰতবাসীৰ শিক্ষাৰ প্ৰধান লক্ষ্য হোৱা উচিত; তেন্তে এইটো মনত স্থিৰ কৰি ৰাখিব লাগিব যে কেৱল ইন্দ্ৰিয়ৰ শিক্ষাকেই নহয়, কেৱল জ্ঞানৰ শিক্ষাকেই নহয়, অনুভৱৰ শিক্ষাকেই আমাৰ বিদ্যালয়ত প্ৰধান স্থান দিব লাগিব। অৰ্থাৎ কেৱল কাৰখানাৰ পাৰদৰ্শিতাৰ শিক্ষাই নহয়, স্কুল-কলেজৰ পৰীক্ষাত পাছ কৰাই নহয়, মিলিত হোৱা তপস্যাৰ দ্বাৰা পবিত্ৰ হোৱা।

আমাৰ স্কুল কলেজতো তপস্যা আছে, কিন্তু সেই তপস্যা মনৰ তপস্যা, জ্ঞানৰ তপস্যা। অনুভৱৰ তপস্যা নহয়।

জ্ঞানৰ তপস্যাত মনক বাধামুক্ত কৰিব লাগে। যিবোৰ পূৰ্বসংস্কাৰে

আমাৰ মনৰ ধাৰণাক একাবেঁকা কৰি ৰাখে সেই বোধক লাহে লাহে পৰিষ্কাৰ কৰি ল'ব লাগে। যি ওচৰত আছে বুলি ডাঙৰ আৰু দূৰত আছে বুলি সৰু, যি বাহিৰত আছে বুলিয়ে দৃষ্ট আৰু ভিতৰত আছে বুলিয়েই গুপ্ত, যাক বিভাগ কৰি চালে নিৰৰ্থক, সংযুক্ত কৰি চালেহে সাৰ্থক সেই বোধক সিহঁতৰ যাথাৰ্থ্য ৰক্ষা কৰি চাবলৈ শিক্ষা দিব লাগে।

অনুভৱৰ তপস্যাৰ বাধা হৈছে ৰিপুৰ বাধা। অভিলাষ অসংযত হৈ উঠিলে অন্তৰৰ সমতা নাথাকে, গতিকে জ্ঞান বিকৃত হৈ যায়। কামনাৰ বস্তুক আমি শ্ৰেয় বুলি বিবেচনা কৰোঁ, সেই বস্তুটো যথাৰ্থতে শ্ৰেয় বুলি নহয়, আমাৰ কামনা আছে বুলিহে; লোভৰ বস্তুক আমি ডাঙৰ দেখোঁ, সেই বস্তুটো সঁচাকৈয়ো ডাঙৰ বুলি নহয়, আমাৰ লোভ আছে বুলিহে।

এই কাৰণে ব্ৰহ্মচাৰ্য্যৰ সংযমৰ দ্বাৰা জ্ঞান শক্তিক বাধামুক্ত কৰিবলৈ শিক্ষা দিয়াৰ প্ৰয়োজন। ভোগবিলাসৰ আকৰ্ষণৰ পৰা অভ্যাসক মুক্তি দিব লাগে, যিবিলাক সাময়িক উত্তেজনাই মানুহৰ অন্তৰক ক্ষুব্ধ আৰু বিচাৰ বুদ্ধিক সামঞ্জস্যহীন কৰি তোলে তাৰ আঘাতৰ পৰা বুদ্ধিক সৰুৰাই সৰলভাবে বৃদ্ধি পাবলৈ দিব লাগে।

যি ঠাইত সাধনা প্ৰবহমান তাত জীৱনযাত্ৰা সৰল আৰু নিৰ্ম্মল, য'ত সামাজিক সংস্কাৰৰ সংকীৰ্ণতা নাই, যি ঠাইত ব্যক্তিগত আৰু জাতিগত বিৰোধ-জ্ঞানক শাসন কৰিবলৈ চেষ্টা আছে, সেই ঠাইতেই ভাৰতবৰ্ষই বিশেষ-ভাৱে যাক বিদ্যা বুলি অভিহিত কৰিছে তাক লাভ কৰাৰ ঠাই বুলি কৈছে।

মই জানো বহুতেই ক'ব যে, এই কথাটো ভাৱশীলতাৰ উচ্ছ্বাস, হিতাহিত জ্ঞানহীনৰ দুৰাশামাত্ৰ। কিন্তু সেইটো মই কোনোমতেই স্বীকাৰ কৰিব নোৱাৰোঁ। যি সত্য সি যদি অসাধ্য হয়, তেনে সি সত্যই নহয়। আৱশ্যে সৰাতকৈ যি শ্ৰেয়ঃ সিয়ে যে সকলোতকৈ সহজ সেইটো নহয়, সেই কাৰণেই তাৰ সাধনাৰ প্ৰয়োজন।

প্ৰকৃততে প্ৰথম কঠিন হৈছে সত্যক শ্ৰদ্ধা কৰা। টকাৰ প্ৰয়োজন আছে এই ধাৰণা যেতিয়া দৃঢ়ভাৱে মনত জাগে তেতিয়া আমি পুনৰ এই আপত্তি নকৰোঁ যে টকা উপাৰ্জ্জন কৰা কঠিন। সেইদৰে ভাৰতবৰ্ষই যেতিয়া বিদ্যাকেই নিশ্চিতভাৱে শ্ৰদ্ধা কৰিছিল, তেতিয়া সেই বিদ্যালাভৰ সাধনাক অসাধ্য বুলি হাঁহি উৰুৱাই দিয়া নাই। তেতিয়া তপস্যা নিজেই সত্য হৈ উঠিছিল।

গতিকে প্ৰথমতে দেশৰ মানুহৰ যদি দেশৰ সেই সত্যৰ প্ৰতি শ্ৰদ্ধা জন্মে তেনেহ'লে দুৰ্গম বাধাৰ মাজেদিও তাৰ পথ নিজেই প্ৰস্তুত হৈ উঠিব।

বৰ্তমান সময়ত ইয়াতেই এই ধৰণৰ তপস্যাৰ ঠাই। এই ধৰণৰ বিদ্যালয় যে বহুবিলাক হ'ব মই এই প্ৰকাৰৰো আশা কৰা নাই। কিন্তু বৰ্তমানে আমি যেতিয়া বিশেষভাৱে জাতীয় বিদ্যালয় প্ৰতিষ্ঠা কৰিবৰ কাৰণে সজাগ হৈ উঠিছো, তেতিয়া ভাৰতবৰ্ষৰ বিদ্যালয় যি ধৰণৰ হোৱা উচিত অন্ততঃ তাৰ এটি মাত্ৰ আদৰ্শকে দেশৰ বহু অস্থিৰতা, বহু বিৰুদ্ধভাৱৰ আলোড়নৰ ওপৰত প্ৰতিষ্ঠিত কৰাৰ প্ৰয়োজন হৈছে। ইউৰোপত নেশ্বনেল বিদ্যাশিক্ষা বুলিলে যি বুজা যায় আমিও যদি তাকে বুজোঁ তেন্তে সেইটো প্ৰকৃততে বুজাৰ ভুল হ'ব। আমাৰ দেশৰ কিছুমান বিশেষ সংস্কাৰ, আমাৰ জাতিৰ কিছুমান লোকাচাৰ, এইবোৰৰ দ্বাৰা সীমাবদ্ধ কৰি আমাৰ স্বজাতীয়তাৰ অভিমানক অতি উচ্চ কৰি তুলিবৰ উপায়কে মই কোনোমতে নেশ্বনেল শিক্ষা বুলি ধাৰণা কৰিব নোৱাৰোঁ। জাতীয়তাকে আমি পৰম বস্তু বুলি পূজা নকৰোঁ। আমাৰ জাতীয়তা হৈছে—ভূমৈৱ সুখং, নাল্পে সুখমস্তি, ভূমাত্বে বিজিজ্ঞাসিতব্যঃ—এইটোৱেই হৈছে আমাৰ জাতীয়তাৰ মন্ত্ৰ।

প্ৰাচীন ভাৰতৰ তপোবনত মহাসাধনাৰ যি মহীৰুহ এদিন মূৰ দাঙি উঠিছিল আৰু সকলো পিনে তাৰ শাখা-প্ৰশাখা বিস্তাৰ কৰি সমাজৰ অনেক দিশক সি অধিকাৰ কৰি লৈছিল সেয়ে আছিল আমাৰ নেশ্বনেল সাধনা। সেই সাধনা যোগ-সাধনা। যোগ-সাধনা কোনো উগ্ৰ শাৰীৰিক মানসিক ব্যায়াম চৰ্চা নহয়। যোগ-সাধনা মানে, সমস্ত জীৱনক এনে ভাৱে চালিত কৰা যিভাবে স্বতন্ত্ৰতাৰ মাজেৰে পৰাক্ৰমী হৈ উঠা আমাৰ লক্ষ্য হৈ নপৰে। মিলনৰ দ্বাৰা পৰিপূৰ্ণ হৈ উঠাকেই আমি চৰম পৰিণাম বুলি স্বীকাৰ কৰি পাৰোঁ, ঐশ্বৰ্যকে সঞ্চয় কৰাতেই নহয়, আত্মাক সঁচাকৈৰে উপলব্ধি কৰাকেই আমি সফলতা বুলি স্বীকাৰ কৰিব পাৰোঁ।

অতি প্ৰাচীন কালত এদিন অৰণ্যপূৰ্ণ ভাৰতবৰ্ষত আমাৰ আৰ্য্য পিতামহ সকল প্ৰৱেশ কৰিছিল। আধুনিক ইতিহাসৰ মতে ইউৰোপীয় দলেও ঠিক সেই দৰেই নতুনকৈ আবিষ্কাৰ কৰা মহাদ্বীপৰ মহা অৰণ্যৰ পথ উদ্‌ঘাটন কৰিছিল। তেওঁলোকৰ ভিতৰত সাহসীসকলে আগৰণুৱা হৈ অপৰিচিত ভূভাগবোৰক অনুবৰ্তীসকলৰ কাৰণে অনুকূল কৰি থৈ গৈছিল। আমাৰ

দেশতো অগস্ত্য আদি ঋষিসকল অগ্ৰগামী আছিল। তেওঁলোকে অপৰিচিত দুৰ্গমতাৰ বাধাক অতিক্ৰম কৰি গভীৰ অৰণ্যক বাসৰ উপযোগী কৰি তুলিছিল। তেতিয়াও যেনেভাবে প্ৰাচীন অধিবাসী সকলেৰে সৈতে প্ৰাণপণ যুদ্ধ হৈছিল এতিয়াও তেনেকুৱাই হৈছে। কিন্তু যদিও এই দুই ইতিহাসৰ ধাৰা ঠিক একে অৱস্থাৰ মাজেৰেই অতিবাহিত হৈছে তথাপি উভয়ে আহি একেখন সাগৰতে উপস্থিত হোৱা নাই।

আমেৰিকাৰ অৰণ্যত যি তপস্যা হৈছে তাৰ প্ৰভাৱত অৰণ্যৰ মাজৰ পৰা প্ৰকাণ্ড প্ৰকাণ্ড নগৰী ইন্দ্ৰজালৰ দৰে আবিৰ্ভাৱ হৈছিল। সেইদৰে ভাৰতবৰ্ষতো যে নগৰৰ সৃষ্টি হোৱা নাই এনে নহয়, কিন্তু ভাৰতবৰ্ষই তাৰে সৈতে অৰণ্যকো অংগীকাৰ কৰি লৈছে। ভাৰতবৰ্ষৰ দ্বাৰা অৰণ্য বিলোপ হোৱা নাই, ভাৰত-বৰ্ষৰ দ্বাৰা সাৰ্থক হৈছে। যি বৰ্ব্বৰৰ নিবাস আছিল সিয়ে ঋষিৰ তপোবনত পৰিণত হৈছে।

আমেৰিকাত যি অৰণ্য অৱশিষ্ট আছে আজি সি আমেৰিকাৰ প্ৰয়োজনৰ সামগ্ৰী, ক'ৰবাত বা সি ভোগৰ বস্তুও হৈছে কিন্তু যোগৰ আশ্ৰম হোৱা নাই। এই অৰণ্যসমূহ পৰম পুৰুষৰ উপলব্ধিৰ দ্বাৰা পুণ্যস্থান হৈ উঠা নাই। এই অৰণ্য-প্ৰকৃতিৰ মানুহৰ শ্ৰেষ্ঠতৰ অন্তৰতৰ প্ৰকৃতিৰে সৈতে পবিত্ৰ মিলন স্থাপিত হোৱা নাই। নতুন আমেৰিকাই অৰণ্যক নিজৰ মহৎ বস্তু একোকে দিয়া নাই, অৰণ্যয়ো তাক নিজৰ শ্ৰেষ্ঠ পৰিচয়ৰ পৰা বঞ্চিত কৰি ৰাখিছে। নতুন আমেৰিকাই যিদৰে তাৰ আদিম অধিবাসীসকলক প্ৰায় লুপ্ত কৰি পেলাইছে, নিজৰে সৈতে যুক্ত হ'বলৈ দিয়া নাই সেইদৰে অৰণ্যবোৰকো নিজৰ সভ্যতাৰ বহিৰত পেলাই ৰাখিছে, তাৰে সৈতে সংযুক্ত কৰি লোৱা নাই। নগৰ-নগৰীয়েই আমেৰিকাৰ সভ্যতাৰ প্ৰকৃষ্ট নিদৰ্শন— এই নগৰ-স্থাপনৰ দ্বাৰা মানুহে নিজৰ স্বতন্ত্ৰতাৰ প্ৰতাপক অভ্ৰভেদী কৰি প্ৰচাৰ কৰিছে। আৰু তপোবনেই আছিল ভাৰতবৰ্ষৰ সভ্যতাৰ চৰম নিদৰ্শন ; মানুহে এই বনৰ মাজতে নিখিল প্ৰকৃতিৰ লগত আত্মাৰ মিলনকেই সমাহিত ভাৱে উপলব্ধি কৰিছে।

কোনোৱে যেন নাভাবে ভাৰতবৰ্ষৰ এই সাধনাকেই মই একমাত্ৰ সাধনা বুলি প্ৰচাৰ কৰিবলৈ ইচ্ছা কৰিছো। বৰঞ্চ, বিশেষকৈ মই এই কথাকেই জনাবলৈ বিচাৰোঁ যে মানুহৰ মাজত বৈচিত্ৰ্যৰ সীমা নাই। তাল গছৰ দৰে

একেটি মাত্র সৰলৰেখাৰে সি আকাশৰ পিনে উঠা নাই। সি বটগছৰ নিচিনা অসংখ্য ঠাল ঠেঙুলিৰে নিজক চাৰিওপিনে বিস্তীৰ্ণ কৰি দিছে। তাৰ যি শাখাটো যিপিনে সহজে যাব পাৰে তাক সেই পিনে সম্পূৰ্ণ ভাৱে যাবলৈ দিলে তেতিয়াহে সমূল গছজোপাই পৰিপূৰ্ণতা লাভ কৰে, আৰু শেষত সকলোবোৰ শাখাৰেই তাত মঙ্গল হয়।

মানুহৰ ইতিহাস জীৱধৰ্মী। সি নিগূঢ় প্ৰাণশক্তিৰ বলতে বাঢ়ি উঠে। সি লো পিতলৰ দৰে সাঁচত দি তৈয়াৰ কৰা বস্তু নহয়। বজাৰত কোনো বিশেষ সময়ত কোনো বিশেষ সভ্যতাৰ মূল্য অত্যন্ত বাঢ়ি গৈছে বুলি, সমস্ত মানব সমাজক একেখন কাৰখানাতে সাঁচত ঢালি ফেশ্বনৰ বশবৰ্ত্তী হোৱা মূৰ্খ ক্ৰেতাসকলক সন্তুষ্ট কৰাৰ দুৰাশা একেবাৰেই মিছা। সৰু ভৰি সৌন্দৰ্য্য নাইবা আভিজাত্যৰ লক্ষণ, ইয়াকে ভাবি অস্বাভাবিক উপায়ে তাক সংকুচিত কৰি চীনদেশৰ ছোৱালীবোৰে সৰু ভৰি পোৱা নাই, বিকৃত ভৰিকেই পাইছে। ভাৰতবৰ্ষয়ো হঠাৎ বলপূৰ্ব্বক নিজক ইউৰোপীয় আদৰ্শৰ অনুগত কৰিবলৈ গ'লে ইউৰোপ ন'হব, বিকৃত ভাৰতবৰ্ষই মাথোন হ'ব।

এই কথা দৃঢ়ভাৱে মনত ৰাখিব লাগিব যে এটা জাতিৰে সৈতে আন এটা জাতিৰ অনুকৰণ-অনুসৰণৰ সম্বন্ধ হ'ব নোৱাৰে, আদান-প্ৰদানৰ সম্বন্ধই সম্ভৱপৰ। মোৰ যি বস্তুটোৰ অভাৱ নাই, তোমাৰো যদি ঠিক সেই বস্তুটোৱেই থাকে তেনেহ'লে তোমাৰে সৈতে মোৰ আৰু সাল-সলনি হ'ব নোৱাৰে; তেনে স্থলত তোমাক সমকক্ষভাৱে মোৰ বিশেষ প্ৰয়োজন নহয়। ভাৰতবৰ্ষ যদি প্ৰকৃত ভাৰতবৰ্ষ হৈ উঠিব নোৱাৰে তেনেহ'লে আনৰ বজাৰত মজুৰ খটাৰ বাহিৰে পৃথিৱীত তাৰ আন কোনো প্ৰয়োজন নাথাকিব। তেনেকুৱা হ'লে তাৰ নিজৰ প্ৰতি নিজৰেই সম্মানবোধ আঁতৰি যাব আৰু নিজতে নিজৰ আনন্দত নাথাকিব।

সেই কাৰণে আজি আমি নিৰিবিষ্টমনে বিচাৰ কৰিব লাগিব যে যি সত্য ভাৰতবৰ্ষই নিজে নিজে নিশ্চিত ভাৱে লাভ কৰিব পাৰে সেই সত্যটো কি! সেই সত্য প্ৰধানকৈ বাণিজ্যবৃত্তি নহয়, স্বাৰাজ্য নহয়, স্বাদেশিকতা নহয়, সেই সত্য বিশ্বজাগতিকতা! সেই সত্য ভাৰতবৰ্ষৰ তপোবনত সাধিত হৈছে, উপনিষদত উচ্চাৰিত হৈছে, গীতাত ব্যাখ্যাত হৈছে। বুদ্ধদেৱে পৃথিৱীৰ সকলো মানুহৰ নিত্যব্যৱহাৰত সেই সত্যক সফল কৰি তুলিবলৈ তপস্যা

কৰিছিল আৰু কালক্ৰমত কবিৰ, নানক প্ৰভৃতি ভাৰতবৰ্ষৰ পৰৱৰ্ত্তী মহাপুৰুষসকলে নানাবিধ দুৰ্গতি আৰু বিকৃতিৰ মাজেৰে সেই সত্যকেই প্ৰচাৰ কৰি গৈছে। ভাৰতবৰ্ষৰ সত্য হৈছে—জ্ঞান মাৰ্গত অদ্বৈত বিজ্ঞান, ভাববিষয়ত বিশ্বমৈত্ৰী আৰু কৰ্ম্মপথত যোগসাধন।

ভাৰতবৰ্ষৰ অন্তৰৰ ভিতৰত যি উদাৰ তপস্যা গভীৰভাবে সঞ্চিত হৈ আছে সেই তপস্যাই আজি হিন্দু, মুছলমান, বৌদ্ধ আৰু ইংৰাজক নিজৰ মাজত একে কৰি ল'বলৈ অপেক্ষা কৰি আছে; সেইটো দাস ভাবেৰে নহয়, জড়তাৰ মাজেৰে নহয়, সাত্ত্বিকভাবে সাধকৰ দৰে। যিমান দিনলৈকে সেইটো নঘটিব সিমান দিনলৈ আমি দুখ ভোগ কৰিব লাগিব, অপমান সহ্য কৰিব লাগিব, সিমান দিন আমি নানা ফালৰ পৰা ব্যৰ্থমনোৰথ হ'ব লাগিব। এদিন এই ভাৰতবৰ্ষত ব্ৰহ্মচৰ্য্য, ব্ৰহ্মজ্ঞান, সকলো জীৱৰ প্ৰতি দয়া, সকলো প্ৰাণীতে আত্মোপলব্ধি কেৱল কাব্য-কথা, কেৱল, মতবাদৰূপেই নাছিল; প্ৰত্যেকৰ জীৱনত ইয়াক সত্য কৰি তুলিবলৈ অনুশাসন আছিল; আজি যদি আমি সেই অনুশাসনক পাহৰি নগৈ আমাৰ সকলো শিক্ষা-দীক্ষাক সেই অনুশাসনৰ অনুগত কৰি তোলোঁ, তেনেহ'লে আমাৰ আত্মাই বিৰতিৰ মাজত স্বাধীনতা লাভ কৰিব আৰু কোনো সাময়িক বাহিৰৰ অৱস্থাই আমাৰ সেই স্বাধীনতাক লোপ কৰিব নোৱাৰিব।

প্ৰবলতাৰ মাজত সম্পূৰ্ণতাৰ আদৰ্শ নাই। প্ৰবলতাই সমগ্ৰতাৰ সামঞ্জস্যক ধ্বংস কৰি নিজক স্বতন্ত্ৰ কৰি দেখুৱায় বুলি তাক ডাঙৰ বুলি ভবা হয় কিন্তু বাস্তৱতে সি ক্ষুদ্ৰ। ভাৰতবৰ্ষই এই প্ৰবলতাক বিচৰা নাই, সি পৰি-পূৰ্ণতাকেই বিচাৰিছিল। নিখিলেৰে সৈতে সংযোগতেই এই পৰিপূৰ্ণতা; এই সংযোগে বিনম্ৰ হৈ অহঙ্কাৰক আঁতৰ কৰে। এই বিনম্ৰতা এটা আধ্যাত্মিক শক্তি, ইয়াক দুৰ্বল স্বভাবেৰে লাভ কৰিব নোৱাৰি। বায়ুৰ যি নিত্য প্ৰৱাহ, শান্ততাৰ দ্বাৰা, তাৰ শক্তি প্ৰবল বতাহতকৈও অধিক। এই কাৰণেই প্ৰবল বতাহ চিৰকাল তিষ্ঠিব নোৱাৰে; এই হেতু প্ৰবল বায়ুয়ে কেৱল সঙ্কীৰ্ণ স্থানকে, অলপ সময়ৰ কাৰণে ক্ষুব্ধ কৰে অথচ শান্ত বায়ু প্ৰবাহ সদায় সমস্ত পৃথিৱীকে ব্যাপি থাকে। যথাৰ্থতে যি নম্ৰতা সি সাত্ত্বিকতাৰ তেজেৰে উজ্জ্বল, ত্যাগ আৰু সংযমৰ কঠোৰ শক্তিৰে দৃঢ় প্ৰতিষ্ঠিত—সেই নম্ৰতাই সমস্তৰে সৈতে বাধাহীন ভাৱে সংযুক্ত হৈ সত্যভাবে, স্থিৰভাবে সমস্তকে লাভ

দুয়োটাৰ ওলোটাতানত বিশ্বৰ সকলো বস্তুৱেই নম্র হৈ, ঘূৰণীয়া হৈ, সুসম্পন্ন হ'ব পাৰিছে। চিধা লাইনৰ সমাপ্তিহীনতা, চিধা লাইনৰ অতি তীব্র তীক্ষ্ণ কৃশতা বিশ্বপ্রকৃতিৰ নহয়; গোল আকাৰৰ সুন্দৰ, পৰিপুষ্ট পৰিসমাপ্তিয়েই বিশ্বৰ স্বভাৱগত। এই এক শক্তিৰ একাগ্র চিধা ৰেখাত সৃষ্টি নহয়—সি কেৱল ভেদ কৰিব পাৰে, কিন্তু একোকেই ধৰিব নোৱাৰে. বিচৰণ কৰিব নোৱাৰে, সি একেবাৰে ৰিক্ত, সি প্রলয়ৰেই ৰেখা; ৰুদ্রৰ প্রলয় পিনাকৰ দৰে তাত কেৱল একেটাই সুৰ, তাত সংগীত নাই; এই কাৰণে শক্তি একক হৈ উঠিলেই সি বিনাশৰ কাৰণ হৈ পৰে। দুই শক্তিৰ যোগতেই বিশ্বৰ সকলোবোৰ ছন্দ। আমাৰ এই জগতকাব্য মিত্রাক্ষৰ,—পদে পদে তাৰ হুবহু মিল।

বিশ্বপ্রকৃতিৰ মাজত এই ছন্দটি সিমান স্পষ্ট আৰু বাধাহীন, মানবপ্রকৃতিৰ মাজত সিমান নহয়। তাতো এই সংকোচন আৰু প্রসাৰণৰ তত্ত্বটো আছে—কিন্তু তাৰ সামঞ্জস্যটোক আমি সহজে ৰাখিব নোৱাৰোঁ। বিশ্বৰ গানৰ তালটো সহজ, মানুহৰ গানৰ তাল বহু সাধনাৰ সামগ্রী। আমি অনেক সময়ত দ্বন্দ্বৰ এমূৰলৈ আহি এনেকৈ আকৃষ্ট হৈ পৰোঁ যে আনটো মূৰলৈ ঘূৰি যাবলৈ পলম হয় তেতিয়া তাল কাটি যায়। প্রাণপণে সেই ত্রুটি আঁতৰাবলৈ ঘামি-জামি পৰিবলগীয়া হয়। এফালে আপোন, এফালে পৰ, এফালে অর্জ্জন, এফালে বর্জ্জন, এফালে সংযম আনফালে স্বাধীনতা আৰু এফালে আচাৰ আনফালে বিচাৰে মানুহক টানিব লাগিছে। এই দুইটা তানৰ তাল বচাই সমতালে আহিবলৈ শিকাটোৱেই মনুষ্যত্বৰ শিক্ষা; এই তাল-অভ্যাসৰ ইতিহাসেই মানুহৰ ইতিহাস। ভাৰতবৰ্ষত সেই তালৰ সাধনাৰ ছবিটিক স্পষ্টকৈ দেখাৰ সুযোগ আছে।

গ্রীচ, ৰোম, বেবিলন প্রভৃতি সমগ্র পুৰণি মহাসভ্যতাৰ গুৰিতেই এটা জাতি-সংঘাত আছে। এই জাতি-সংঘাতৰ বেগত মানুহ আনৰ যোগেদিয়েই নিজে সম্পূর্ণভাৱে সজাগ হৈ উঠে। এনেকুৱা সংঘাততেই মানুহে ৰূঢ়িকৰ পৰা যৌগিক বিকাশ লাভ কৰে আৰু তাকেই বোলে সভ্যতা।

আঁৰকাপোৰ উঠাৰ লগে লগে ভাৰতবৰ্ষৰ ইতিহাসৰ প্রথমাঙ্কতেই আমি আৰ্য্যঅনাৰ্য্যৰ প্রচণ্ড জাতি-সংঘাত দেখা পাওঁ। এই সংঘাতৰ প্রথম প্রবল বেগত অনাৰ্য্যৰ প্রতি আৰ্য্যৰ যি বিদ্বেষ জাগিছিল, সেই হেঁচাতেই আৰ্য্য-খিলাকে নিজৰ ভিতৰতে নিজে সংহত হ'ব পাৰিছিল।

এনেকুৱাকৈ সংহত হ'বৰ অপেক্ষা যুক্তিও আছিল। কাৰণ ভাৰতবৰ্ষত আৰ্য্যবিলাকে ভিন্ ভিন্ সময়ত দলে দলে প্ৰৱেশ কৰিছিল। তেওঁলোকৰ সকলোৰেই গোত্ৰ, দেৱতা আৰু মন্ত্ৰ যে একেই আছিল এনে নহয়। বাহিৰৰ পৰা যদি এটা প্ৰবল আঘাতে তেওঁলোকক বাধা নিদিলেহেঁতেন তেন্তে এই আৰ্য্য উপনিবেশ চাওঁতে চাওঁতেই নানা শাখা-প্ৰশাখাত সম্পূৰ্ণ বিভক্ত হৈ বিক্ষিপ্ত হৈ গ'লহেঁতেন। তেওঁলোকে নিজকে এক বুলি জানিব নোৱাৰিছিল। নিজৰ সামান্য বাহ্যিক ভেদাভেদবোৰকে ডাঙৰকৈ দেখিছিল। আনৰ লগত যুদ্ধ কৰিবলৈ গৈয়েই আৰ্য্যসকলে নিজকে আপোন বুলি উপলব্ধি কৰিছিল।

বিশ্বৰ সকলো পদাৰ্থৰ দৰে সংঘাত পদাৰ্থৰো দুটা মুৰ আছে—তাৰ এটা মুৰত বিচ্ছেদ, আৰু আনটো মুৰত মিলন। গতিকে এই সংঘাতৰ প্ৰথম অৱস্থাত নিজ জ্ঞাতিৰ ভেদ ৰক্ষাৰ ফালে আৰ্য্যসকলৰ যি আত্মসংকোচন ঘটিছিল—তাতেই ইতিহাস চিৰকাল বৈ থাকিব নোৱাৰে। বিশ্বছন্দ-তত্ত্বৰ নিয়মত আত্মপ্ৰসাৰণৰ পথত মিলনৰ ফালে ইতিহাস এদিনাখন ঘূৰি আহিবলগীয়া হৈছিল।

অনাৰ্য্যবিলাকৰ লগত বিৰোধৰ দিনত আৰ্য্য সমাজত যিসকল বীৰ আছিল, তেওঁলোক কোন নাজানো। তেওঁলোকৰ জীৱনকাহিনী ভাৰতবৰ্ষৰ ইতিহাসত ক'তো তেনেকৈ বৰ্ণনা কৰা হোৱা নাই। হয়তো জনমেজয়ৰ সৰ্পযজ্ঞৰ কথাৰ মাজত এক প্ৰচণ্ড প্ৰাচীন যুদ্ধ-ইতিহাস লুকাই আছে। পুৰুষানুক্ৰমে চলি অহা শত্ৰুতাৰ প্ৰতিহিংসা সাধনৰ অৰ্থে সৰ্প উপাসক অনাৰ্য্য নাগজাতিক একেবাৰে ধ্বংস কৰিবৰ কাৰণে জনমেজয়ে ভীষণ চেষ্টা কৰিছিল—এই প্ৰাচীন কথাত সেইটো ব্যক্ত হৈছে সচাঁ, তথাপিও এইজন ৰজাই ইতিহাসততো কোনো বিশেষ গৌৰৱ লাভ কৰা নাই।

কিন্তু অনাৰ্য্যবিলাকৰ সৈতে আৰ্য্যবিলাকৰ মিলন ঘটোৱাৰ চেষ্টাত যিজনে সফলতা লাভ কৰিছিল তেওঁ আজিলৈকে আমাৰ দেশত অৱতাৰ বুলিয়েই পূজা পাই আহিছে।

আৰ্য্য-অনাৰ্য্যৰ যোগবন্ধন তেতিয়াৰ দিনৰ যে এক মহান চেষ্টাৰ অংগ, ৰামায়ণ কাহিনীত সেই চেষ্টাৰ নেতাৰূপে আমি তিনিজন ক্ষত্ৰিয়ৰ নাম দেখিবলৈ পাওঁ—জনক, বিশ্বামিত্ৰ আৰু ৰামচন্দ্ৰ। এই তিনিজনৰ মাজত

সেই সমস্ত ক্ৰিয়াকাণ্ডক ক্ৰমশঃ তেওঁলোকে কেৱল জটিল আৰু বিস্তাৰিত কৰি তুলিছিল, তেতিয়া ক্ষত্ৰিয়সকলে সকলো প্ৰকাৰৰ প্ৰাকৃতিক আৰু মানুষিক বাধাৰ লগত সংগ্ৰাম কৰি কৰি জয়োল্লাসে অগ্ৰসৰ হৈছিল। এই বাবেই তেতিয়া আৰ্য্যসকলৰ ভিতৰত প্ৰধান মিলনৰ ক্ষেত্ৰ আছিল ক্ষত্ৰিয় সমাজ। শত্ৰুৰ সৈতে যুদ্ধত যিসকলে এক হৈ প্ৰাণ দিয়ে, তেওঁলোকৰ দৰে এনেকুৱা মিলন আৰু কাৰো হ'ব নোৱাৰে। মৃত্যুৰ সন্মুখত যি সকল একত্ৰ হয় তেওঁলোকে পৰস্পৰৰ অনৈক্যক ডাঙৰকৈ দেখিব নোৱাৰে। আনপক্ষে সুক্ষ্মাতিসুক্ষ্মভাবে মন্ত্ৰ, দেৱতা আৰু যজ্ঞকাৰ্য্যৰ স্বাতন্ত্ৰ্য ৰক্ষাৰ ব্যৱসায় ক্ষত্ৰিয়ৰ নহয়। তেওঁলোক মানৱৰ অসমতল আৰু দুৰ্গম জীৱনক্ষেত্ৰত নতুন নতুন ঘাত-প্ৰতিঘাতৰ মাজৰেই মানুহ, এই কাৰণে প্ৰথামূলক বাহ্যানুষ্ঠানগত ভেদৰ বোধটো ক্ষত্ৰিয়ৰ মনত সিমান সুদৃঢ় হৈ উঠিব নোৱাৰে। গতিকে আত্মৰক্ষা আৰু উপনিবেশ বিস্তাৰৰ উপলক্ষ্যে সমগ্ৰ আৰ্য্যসকলৰ মাজৰ ঐক্য সূত্ৰডাল আছিল ক্ষত্ৰিয়সকলৰ হাতত। এইদৰে এদিন ক্ষত্ৰিয়সকলেই সমস্ত অনৈক্যৰ ভিতৰত এটাই যে সত্যপদাৰ্থ, তাক অনুভৱ কৰিছিল। এইকাৰণে ব্ৰহ্মবিদ্যা বিশেষভাবে ক্ষত্ৰিয়ৰ বিদ্যা হৈ উঠি ঋক্, যজুঃ, সাম প্ৰভৃতিক অপৰা বিদ্যা বুলি ঘোষণা কৰিছিল আৰু ব্ৰাহ্মণৰদ্বাৰা সযত্নে ৰক্ষিত হোম, যাগ-যজ্ঞ প্ৰভৃতি কৰ্মকাণ্ডক নিস্ফল বুলি পৰিত্যাগ কৰিবলৈ বিচাৰিছিল। ইয়াৰপৰা স্পষ্টভাৱে দেখা যায় যে এদিন পুৰণিৰ লগত নতুনৰ বিৰোধ ঘটিছিল।

সমাজত যেতিয়া এটা ডাঙৰ ভাবে সংক্ৰামকৰূপে দেখা দিয়ে তেতিয়া সি একান্তভাবে কোনো সীমাৰেখা নেমানে। আৰ্য্যজাতিৰ নিজৰ মাজত এটা ঐক্যবোধ যিমানেই পৰিস্ফুট হৈ উঠিল সিমানেই সমাজৰ সকলোতে এই অনুভূতি সঞ্চাৰিত হ'বলৈ ধৰিলে যে দেৱতাসকল নামেৰে বহুত, কিন্তু মূলতেই এজন ; গতিকে বিশেষ দেৱতাৰ বিশেষ স্তৱ আৰু বিশেষ বিধিৰে সন্তুষ্ট কৰি বিশেষ ফল পোৱা যায়, এই ধাৰণা সমাজৰ সকলোতে লোপ হৈ দলভেদে উপাসনাভেদ স্বভাৱতেই লোপ পাবৰ চেষ্টা কৰিলে। তথাপি এইটো সত্য যে বিশেষভাৱে ক্ষত্ৰিয়ৰ মাজতেই ব্ৰহ্মবিদ্যাই অনুকূল আশ্ৰয় লাভ কৰিছিল আৰু সেইকাৰণেই ব্ৰহ্মবিদ্যাই ৰাজবিদ্যা নাম গ্ৰহণ কৰিছে।

ব্ৰাহ্মণ আৰু ক্ষত্ৰিয়ৰ মাজত এই প্ৰভেদটো সামান্য নহয়। ই একেবাৰে

বাহিৰৰ ফালৰ আৰু ভিতৰৰ ফালৰ ভেদ। বাহিৰৰ ফালে যেতিয়া আমি দৃষ্টি ৰাখোঁ তেতিয়াই আমি কেৱল বহুতক আৰু বিচিত্ৰক দেখিবলৈ পাওঁ, ভিতৰৰ ফালে যেতিয়া চাওঁ তেতিয়াই একজনক দেখা পোৱা যায়। যিহেতু আমি বাহ্যশক্তিকেই দেৱতা বুলি জানিছো সেইবাবে মন্ত্ৰতন্ত্ৰ আৰু নানা বাহ্য প্ৰক্ৰিয়াৰ দ্বাৰা তেওঁলোকক বাহিৰৰ পৰা বিশেষভাৱে নিজৰ পক্ষভুক্ত কৰিবৰ চেষ্টা কৰিছোঁ। এই কাৰণে বাহিৰৰ বহু শক্তিয়েই যিহেতু দেৱতা সেই বাবে বাহিৰৰ নানা অনুষ্ঠানেই আমাৰ ধৰ্ম্মকাৰ্য্য আৰু এই অনুষ্ঠানৰ প্ৰভেদ আৰু তাৰেই গূঢ়শক্তি অনুসাৰে ফলৰ তাৰতম্যৰ কল্পনা।

এনেদৰে সমাজত যি আদৰ্শৰ ভেদ হৈ গ'ল, সেই আদৰ্শভেদৰ মূৰ্ত্তিধাৰণ স্বৰূপে আমি দুজন দেৱতাক দেখিবলৈ পাওঁ, প্ৰাচীন বৈদিক মন্ত্ৰতন্ত্ৰ ক্ৰিয়াকাণ্ডৰ দেৱতা ব্ৰহ্মা আৰু নতুন দলৰ দেৱতা বিষ্ণু। ব্ৰহ্মাৰ চাৰিখন মুখ চাৰিখন বেদ—সিহঁত চিৰকালৰ নিচিনাকৈ ধ্যানৰত স্থিৰ;—আৰু বিষ্ণুৰ চাৰিখন ক্ৰিয়াশীল হাতে কেৱল নতুন নতুন ক্ষেত্ৰত মংগলক ঘোষিত কৰিছে, ঐক্যচক্ৰক প্ৰতিষ্ঠিত কৰিছে, শাসনক প্ৰচাৰিত কৰিছে আৰু সৌন্দৰ্য্যক বিকাশিত কৰি তুলিছে।

দেৱতাসকল যেতিয়া বাহিৰত থাকে, যেতিয়া মানুহৰ আত্মাৰ লগত তেওঁলোকৰ আত্মীয়তাৰ সম্বন্ধ অনুভূত নহয় তেতিয়া তেওঁলোকৰ লগত আমাৰ কেৱল কামনাৰ সম্বন্ধ আৰু ভয়ৰ সম্বন্ধ। তেতিয়া তেওঁলোকক স্তুৱত বশ কৰি আমি সোণ বিচাৰোঁ, গৰু বিচাৰোঁ, আয়ুস বিচাৰোঁ, শত্ৰুপৰাভৱ বিচাৰো; যাগযজ্ঞ অনুষ্ঠানৰ ত্ৰুটি অসম্পূৰ্ণতাত তেওঁলোক অপ্ৰসন্ন হ'লে আমাৰ অনিষ্ট কৰিব এই আশংকাই আমাক তেতিয়া অভিভূত কৰি ৰাখে। এই কামনা আৰু ভয়ৰ পূজা বাহ্য পূজা, ই পৰৰ পূজা। দেৱতা যেতিয়া অন্তৰৰ ধন হৈ উঠে তেতিয়াই অন্তৰৰ পূজা আৰম্ভ হয়—সেই পূজাই ভক্তিৰ পূজা।

ভাৰতবৰ্ষৰ ব্ৰহ্মবিদ্যাৰ মাজত আমি দুটা ধাৰা দেখিবলৈ পাওঁ" নিৰ্গুণ ব্ৰহ্ম আৰ সগুণ ব্ৰহ্ম, অভেদ আৰু ভেদাভেদ। এই ব্ৰহ্মবিদ্যা কেতিয়াবা একজনৰ পিনে সম্পূৰ্ণ আকৃষ্ট হৈছে, কেতিয়াবা দুজনক মানি সেই দুজনৰ মাজতেই একজনক দেখিছে। দুজনক নেমানিলে পূজা নহয়, আকৌ দুইজনৰ মাজত একজনক নেমানিলে ভক্তি নহয়। দ্বৈতবাদী ইহুদিসকলৰ দূৰৱৰ্ত্তী

দেৱতা ভয়ৰ দেৱতা, শাসনৰ দেৱতা, নিয়মৰ দেৱতা। সেই দেৱতাই নতুন টেস্টামেন্টত যেতিয়া মানুহৰ লগত একেহৈ মিলি আত্মীয়তা স্বীকাৰ কৰিলে তেতিয়াই সেই প্রেমৰ দেৱতা ভক্তিৰ দেৱতা হ'ল। বৈদিক দেৱতা যেতিয়া মানুহৰপৰা পৃথক তেতিয়া তেওঁৰ পূজা চলিব পাৰে কিন্তু পৰমাত্মা আৰু জীৱাত্মা যিহেতু আনন্দৰ অচিন্ত্য ৰহস্যলীলাত এক হৈও দুই, দুই হৈও এক, সেইবাবে এই অন্তৰতম দেৱতাক ভক্তি কৰা হয়। এই কাৰণে ব্ৰহ্মবিদ্যাৰ আনুষংগিক ৰূপেই ভাৰতবৰ্ষত প্রেম-ভক্তিৰ ধৰ্ম্ম আৰম্ভ হয়। এই ভক্তি-ধৰ্ম্মৰ দেৱতাই বিষ্ণু

বিপ্লৱৰ অৱসান ঘটাত বৈষ্ণৱ ধৰ্ম্মক ব্ৰাহ্মণসকলে নিজৰ কৰি লৈছিল কিন্তু গুৰিতেযে সেইটো কৰা নাই তাৰ কিছু কিছু প্রমাণ এতিয়াও অৱশিষ্ট আছে। বিষ্ণুৰ বক্ষত ব্ৰাহ্মণ ভৃগুৱে পদাঘাত কৰিছিল—এই কাহিনীৰ মাজত এটা বিৰোধৰ ইতিহাস সংহত হৈ আছে। এই ভৃগু যজ্ঞকৰ্ত্তা আৰু যজ্ঞফলভাগীসকলৰ আদৰ্শৰূপে বেদত কথিত হৈ আছে। ভাৰতবৰ্ষত, পূজাৰ আসনত ব্ৰহ্মাৰ স্থানক সংকীৰ্ণ কৰি বিষ্ণুৱে যেতিয়া সেই ঠাই অধিকাৰ কৰিলে, বহুপল্লবিত যাগ-যজ্ঞ ক্রিয়াকাণ্ডৰ যুগক পিছ পেলাই ভক্তিধৰ্ম্মৰ যুগ যেতিয়া ভাৰতবৰ্ষত আবিভূৰ্ত হ'ল, তেতিয়া সেই সন্ধিক্ষণত এটা বৰ ডাঙৰ ধুমুহা আহিছিল। আহিবৰেই কথা। এই বিচিত্র ক্রিয়া-কাণ্ডৰ অধিকাৰ যিসকলৰ হাতত, আৰু সেই অধিকাৰ লৈ যিসকলে সমাজত এটি বিশেষ আদৰ পাইছিল, তেওঁলোকে সহজে তাৰ বেৰা ভাঙিবলৈ নিদিলে।

এই ভক্তিৰ বৈষ্ণৱ ধৰ্ম্মযে বিশেষভাৱে ক্ষত্রিয়ৰ দ্বাৰা প্রৱৰ্ত্তিত ধৰ্ম্ম, তাৰ এটা প্রমাণ স্বৰূপে এদিন ক্ষত্রিয় শ্ৰীকৃষ্ণক আমি এই ধৰ্ম্মৰ গুৰুৰূপে দেখিবলৈ পাওঁ আৰু তেওঁৰ উপদেশৰ ভিতৰত বৈদিক মন্ত্র আৰু আচাৰৰ বিৰুদ্ধে আঘাতৰো পৰিচয় পোৱা যায়। তাৰ দ্বিতীয় প্রমাণ এই—প্রাচীন ভাৰতৰ পুৰাণত যি দুজন মানবক বিষ্ণুৰ অৱতাৰ বুলি স্বীকাৰ কৰা হৈছে তেওঁলোক দুয়োজনেই ক্ষত্রিয়—এজন শ্ৰীকৃষ্ণ আৰু আনজন শ্ৰীৰামচন্দ্ৰ। ইয়াৰ পৰা স্পষ্টকৈ বুজা যায় যে ক্ষত্রিয়দলৰ এই ভক্তিধৰ্ম্মই শ্ৰীকৃষ্ণৰ উপদেশৰ নিচিনাকৈ ৰামচন্দ্ৰৰ জীৱনৰ দ্বাৰাইও বিশেষভাৱে প্রচাৰ লাভ কৰিছিল।

বৃত্তিগত ভেদৰপৰা আৰম্ভ কৰি ব্ৰাহ্মণ, ক্ষত্রিয়ৰ মাজত এই চিন্তগত ভেদ

এনেকুৱা এটা সীমাত আহি পৰিল, য'ত বিচ্ছেদৰ বিদাৰণ-ৰেখাইদি সামাজিক বিপ্লৱৰ অগ্নি-উচ্ছ্বাস উদ্‌গিৰিত হ'বলৈ আৰম্ভ কৰিলে। বশিষ্ঠ-বিশ্বামিত্ৰৰ কাহিনীৰ মাজত এই বিপ্লৱৰ ইতিহাস নিবদ্ধ হৈ আছে।

এই বিপ্লৱৰ ইতিহাসত ব্ৰাহ্মণপক্ষই বশিষ্ঠ নামটো আৰু ক্ষত্ৰিয়পক্ষই বিশ্বামিত্ৰৰ নামটো আশ্ৰয় কৰিছে। আগতেই কৈছোঁ, ব্ৰাহ্মণ আৰু ক্ষত্ৰিয় মাত্ৰই যে পৰস্পৰৰ বিৰুদ্ধ দলত যোগ দিছিল সি নহয়। এনেকুৱা অনেক ৰজা আছিল, যিসকল ব্ৰাহ্মণসকলৰ সপক্ষে আছিল। কথিত আছে—ব্ৰাহ্মণৰ বিদ্যা বিশ্বামিত্ৰৰ দ্বাৰা পীড়িত হৈ ৰোদন কৰিছিল। হৰিশ্চন্দ্ৰই সিহঁতক ৰক্ষা কৰিবলৈ উদ্যত হৈছিল। অৱশেষত ৰাজ্য, সম্পদ সকলো হেৰুৱাই বিশ্বামিত্ৰৰ ওচৰত তেঁও সম্পূৰ্ণ হাৰ মানিবলগীয়া হৈছিল।

এনেকুৱা দৃষ্টান্ত আৰু আছে। প্ৰাচীন কালৰ এই মহা বিপ্লৱৰ আৰু এজন প্ৰধান নেতা শ্ৰীকৃষ্ণই কৰ্ম্মকাণ্ডৰ নিৰৰ্থকতাৰ পৰা সমাজক মুক্তি দিবলৈ ওলাইছিল, তেঁও এদিন পাণ্ডৱৰ সহায়ত জৰাসন্ধক বধ কৰিছিল। সেই জৰাসন্ধ ৰজা সেই সময়ৰ ক্ষত্ৰিয়দলৰ শত্ৰুপক্ষ আছিল। তেওঁ বহুত ক্ষত্ৰিয় ৰজাক বন্দী আৰু পীড়ন কৰিছিল। ভীমাৰ্জ্জুনকলৈ শ্ৰীকৃষ্ণই যেতিয়া তেঁওৰ নগৰত প্ৰৱেশ কৰে তেতিয়া তেওঁলোকে ব্ৰাহ্মণৰ ছদ্মবেশ ধৰিবলগীয়া হৈছিল। এই ব্ৰাহ্মণ পক্ষপাতী, ক্ষত্ৰিয় বিদ্বেষী ৰজাক শ্ৰীকৃষ্ণই পাণ্ডৱৰ দ্বাৰাইযে বধ কৰাইছিল এইটো এটা কেৱল অসম্বন্ধ ঘটনা নহয়। শ্ৰীকৃষ্ণকলৈ তেতিয়া দুটা দল হৈছিল, সেই দুই দলক সমাজৰ মাজত এক কৰিবৰ চেষ্টাত যুধিষ্ঠিৰে যেতিয়া ৰাজসূয় যজ্ঞ কৰিছিল, তেতিয়া শিশুপালে বিৰুদ্ধদলৰ মুখপাত্ৰ হৈ শ্ৰীকৃষ্ণক অপমান কৰিছিল। এই যজ্ঞত সমস্ত ব্ৰাহ্মণ আৰু ক্ষত্ৰিয়, সমস্ত আচাৰ্য্য আৰু ৰজাৰ মাজত শ্ৰীকৃষ্ণকেই সৰ্ব্ব প্ৰধান বুলি অৰ্ঘ্য দিয়া হৈছিল। এই যজ্ঞত তেওঁ ব্ৰাহ্মণৰ পদপ্ৰক্ষালনৰ কাৰণে নিযুক্ত আছিল পৰবৰ্ত্তী কালৰ সেই অত্যুক্তিৰ প্ৰয়াসতেই পুৰণিকালৰ ব্ৰাহ্মণ-ক্ষত্ৰিয় বিৰোধৰ ইতিহাস স্পষ্ট দেখা যায়। কুৰুক্ষেত্ৰ যুদ্ধৰ গুৰিতে এই সামাজিক বিবাদ। তাৰ এফালে শ্ৰীকৃষ্ণৰ পক্ষ, আনফালে শ্ৰীকৃষ্ণৰ বিপক্ষ। বিৰুদ্ধ পক্ষত সেনাপতিসকলৰ মাজত অগ্ৰগণ্য আছিল ব্ৰাহ্মণ দ্ৰোণ; কৃপ আৰু অশ্বত্থামাও নিচেই সামান্য নাছিল।

গতিকে দেখা গৈছে, গুৰিতেই ভাৰতবৰ্ষৰ দুই মূল বিষয় আছিল, সেই

প্ৰাচীন সমাজবিপ্লৱ অৰ্থাৎ সমাজৰ ভিতৰুৱা পুৰণি আৰু নতুনৰ বিৰোধ। ৰামায়ণৰ কালত ৰামচন্দ্ৰই নতুন দলৰ পক্ষ লৈছিল, সেই কথা স্পষ্ট দেখা যায়। বশিষ্ঠৰ সনাতন ধৰ্ম্মই আছিল ৰামৰ কুলধৰ্ম্ম, বশিষ্ঠবংশই আছিল তেওঁলোকৰ চিৰপুৰাতন পুৰোহিত বংশ। তথাপি কম বয়সতেই ৰামচন্দ্ৰই সেই বশিষ্ঠৰ বিৰুদ্ধ পক্ষ বিশ্বামিত্ৰৰ অনুসৰণ কৰিছিল। প্ৰকৃততে বিশ্বামিত্ৰই ৰামক তেওঁৰ পৈত্ৰিক অধিকাৰৰ পৰা আঁতৰাই আনিছিল। ৰামে যি পন্থা লৈছিল তাত দশৰথৰ সন্মতি নাছিল। কিন্তু বিশ্বামিত্ৰৰ প্ৰবল প্ৰভাৱৰ ওচৰত তেওঁৰ আপত্তি টিকিব নোৱাৰিলে। পৰবৰ্ত্তী কালত এই কাব্যই যেতিয়া জাতীয় সমাজত বৃহৎ ইতিহাসৰ স্মৃতিক কোনো এক ৰাজবংশৰ পাৰিবাৰিক ঘৰুৱা কথা কৰি পেলাইছিল, তেতিয়াই দুৰ্ব্বলচিত্ত বৃদ্ধৰজাৰ অদ্ভুত স্ত্ৰৈণতাকেই ৰামৰ বনবাসৰ কাৰণ বুলি ৰটি ফুৰিছিল।

ৰামচন্দ্ৰইযে নব্যপন্থা গ্ৰহণ কৰিছিল ইতিহাসত তাৰ আৰু এটা প্ৰমাণ আছে। এদিন যি ব্ৰাহ্মণ ভৃগুৱে বিষ্ণুৰ বক্ষত পদাঘাত কৰিছিল; তেওঁৰেই বংশোদ্ভৱ পৰশুৰামৰ ব্ৰত আছিল ক্ষত্ৰিয় বিনাশ। ৰামচন্দ্ৰই ক্ষত্ৰিয়ৰ এই দুৰ্ধৰ্ষ শত্ৰুক নিৰস্ত্ৰ কৰিছিল। এই নিষ্ঠুৰ ব্ৰাহ্মণবোৰক বধ নকৰি তেওঁ তেওঁকযে বশ কৰিছিল তাতেই অনুমান কৰা যায়—ঐক্যসাধনব্ৰত গ্ৰহণ কৰি ৰামচন্দ্ৰই তাৰ প্ৰথম পৰ্ব্বতেই কিছু পৰিমাণে ৱীৰ্য্যবলৰদ্বাৰা, কিছুপৰিমাণে ক্ষমাগুণৰ দ্বাৰা ব্ৰাহ্মণ-ক্ষত্ৰিয়ৰ বিৰোধ ভঞ্জন কৰিছিল। ৰামৰ জীৱনৰ সকলো কাৰ্য্যতেই এই উদাৰ ৱীৰ্য্যবান্ সহিষ্ণুতাৰ পৰিচয় পোৱা যায়।

বিশ্বামিত্ৰই ৰামচন্দ্ৰক জনকৰ ঘৰলৈ লৈ গৈছিল আৰু এই বিশ্বামিত্ৰৰ নেতৃত্বতেই ৰামচন্দ্ৰই জনকৰ ভূকৰ্ষণজাত কন্যাক ধৰ্ম্মপত্নীৰূপে গ্ৰহণ কৰিছিল। এই সমস্ত ইতিহাসক ঘটনামূলক বুলি ধৰি লবৰ কোনো প্ৰয়োজন নাই, মই ইয়াক ভাবমূলক বুলিহে ভাবোঁ। ইয়াৰ মাজত হয়তো তথ্য বিচাৰিলে ঠগ খাব কিন্তু সত্য বিচাৰিলে পোৱা যাব।

মূলকথা এই—জনক ক্ষত্ৰিয়ৰজাৰ আদৰ্শ আছিল। ব্ৰহ্মবিদ্যাই তেওঁক আশ্ৰয় কৰি বিকাশ লাভ কৰিছিল। এই বিদ্যা কেৱলমাত্ৰ তেওঁৰ জ্ঞানৰ বিষয় নাছিল; এই বিদ্যাই তেওঁৰ সমস্ত জীৱনত ৰূপ গ্ৰহণ কৰিছিল। তেওঁ তেওঁৰ ৰাজ্য সংসাৰৰ বিচিত্ৰ কৰ্মৰ কেন্দ্ৰস্থলত এই ব্ৰহ্মজ্ঞানক অবিচলিত কৰি ৰক্ষা কৰিছিল ইতিহাসত এইকথা কীৰ্ত্তিত হৈছে। উৎকৃষ্টতম জ্ঞানৰ

লগত, ভক্তিৰ লগত দৈনন্দিন জীৱনৰ সৰু-বৰ সকলো কাৰ্য্যৰ আচৰিত যোগ-সাধন এয়েই ভাৰতবৰ্ষৰ ক্ষত্রিয়সকলৰ সৰ্ব্বোচ্চ কীৰ্ত্তি। আমাৰ দেশত যিসকল ক্ষত্রিয়ৰ ভিতৰত আগৰণুৱা আছিল তেওঁলোকে ত্যাগকেই ভোগৰ পৰিণাম কৰি কৰ্ম্মক মুক্তিলাভৰ শ্রেষ্ঠ উপাই বুলি প্রচাৰ কৰিছিল।

এই জনকে এফালে ব্রহ্মজ্ঞানৰ অনুশীলন, আৰু আনফালে নিজ হাতে হাল বাইছিল। ইয়াৰ পৰাই জানিব পাৰি কৃষিবিস্তাৰৰ দ্বাৰা আৰ্যসভ্যতা বিস্তাৰ কৰাটো ক্ষত্রিয়সকলৰ ব্রতৰ মাজৰে এটা আছিল। এসময়ত পশু-পালন আৰ্য্যবিলাকৰ বিশেষ উপজীৱিকা আছিল। এই গো-ধেনুৱেই অৰণ্যা-শ্রমবাসী ব্রাহ্মণবিলাকৰ প্রধান সম্পদ বুলি গণ্য হৈছিল। বনভূমিত গোচাৰণ সহজ; তপোবনত যিসকল শিষ্যৰূপে উপনীত হৈছিল, গুৰুৰ গোপালনত নিযুক্ত থকাই তেওঁলোকৰ প্রধান কাম আছিল।

অৱশেষত এদিন ৰণজয়ী ক্ষত্রিয়বিলাকে আৰ্য্যাবৰ্তৰ পৰা অৰণ্যৰবাধা অপসাৰিত কৰি পশুসম্পদৰ ঠাইত কৃষিসম্পদক প্রবল কৰি তুলিলে। আমে-ৰিকাত ইউৰোপীয় ঔপনিবেশিকসকলে যেতিয়া অৰণ্যৰ উচ্ছেদ কৰি কৃষি-বিস্তাৰৰ ক্ষেত্র প্রশস্ত কৰিছিল, তেতিয়া যেনেকৈ মৃগয়াজীৱি অৰণ্যবাসী-সকলে পদে পদে তেওঁলোকক বাধা দিছিল—ভাৰতবৰ্ষতো সেইদৰে অৰণ্য-বাসীৰ সৈতে কৃষকসকলৰ বিৰোধত কৃষিকৰ্ম্ম কেৱল বিঘিনীসংকুল হৈ উঠিছিল। যিসকলে অৰণ্যৰ মাজত খেতিৰ পথাৰ মুকলি কৰিবলৈ যাব, তেওঁলোকৰ কাম সহজ নাছিল। জনক মিথিলাৰ ৰজা আছিল—ইয়াৰ পৰাই জনা যায় যে আৰ্য্যাবৰ্ত্তৰ পূব প্রান্ত পৰ্য্যন্ত আৰ্য্য উপনিবেশ নিজৰ সীমাত লাগিছিলহি। তেতিয়া দুৰ্গম বিন্ধ্যাচলৰ দক্ষিণভাগত অৰণ্য অক্ষত আছিল আৰু দ্রাবিড় সভ্যতা সেই কালেই প্রবল হৈ আৰ্যসকলৰ প্রতিদ্বন্দ্বী হৈ উঠি-ছিল। ৰাবণে বীৰপৰাক্রমেৰে ইন্দ্র প্রভৃতি বেদৰ দেৱতাক পৰাস্ত কৰি আৰ্য্য-সকলৰ যাগযজ্ঞৰ বিঘিনী ঘটাই নিজৰ দেৱতা শিৱক জয়ী কৰিছিল। যুদ্ধ জয়ত স্বকীয়দলৰ দেৱতাৰ প্রভাৱ প্রকাশ পায়—পৃথিৱীত সকলো সমাজৰেই বিশেষ অৱস্থাত এই বিশ্বাস দৃঢ় থাকে; কোনো পক্ষৰ পৰাভৱত সেই পক্ষৰ দেৱতাৰেই পৰাভৱ গণ্য হয়। ৰাবণে আৰ্য্য দেৱতাসকলক পৰাস্ত কৰিছিল—এই যে লোক-শ্রুতি আমাৰ দেশত প্রচলিত আছে, ইয়াৰ অৰ্থ এয়ে যে তেওঁৰ ৰাজত্বকালত তেওঁ বৈদিক দেৱতাৰ উপাসকসকলক বাৰম্বাৰ পৰাভূত কৰিছিল।

এনে অৱস্থাত সেই শিৱৰ হৰধনু ভাঙিব কোনে-এদিন এই এটা প্ৰশ্ন আৰ্যসমাজত উঠিছিল। শিবোপাসকসকলৰ প্ৰভাৱ নিৰস্ত কৰি যি দক্ষিণ-খণ্ডত আৰ্যসকলৰ কৃষিবিদ্যা আৰু ব্ৰহ্মবিদ্যাক বহন কৰি লৈ যাব পাৰিব, তেৱেঁই যথাৰ্থভাৱে ক্ষত্ৰিয়ৰ আদৰ্শ জনকৰজাৰ অমানুষিক মানসকন্যাৰ সৈতে পৰিণীত হয়। বিশ্বামিত্ৰই ৰামচন্দ্ৰক সেই হৰধনু ভংগ কৰিবৰ দুঃসাধ্য পৰীক্ষালৈ লৈ গৈছিল। ৰামে যেতিয়া বনলৈ গৈ কোনো কোনো প্ৰবল দুৰ্ধৰ্ষ শৈৱবীৰক নিহত কৰিলে, তেতিয়াই তেওঁ হৰধনু ভংগৰ পৰীক্ষাত উত্তীৰ্ণ হৈছিল আৰু তেতিয়াই তেওঁ সীতাক অৰ্থাৎ হলচালন ৰেখাক বহন কৰি লবৰ অধিকাৰী হ'ব পাৰিছিল। তেতিয়াৰ কালৰ অনেক বীৰ ৰজাই এই সীতাক গ্ৰহণ কৰিবৰ বাবে উদ্যত হৈছিল কিন্তু তেওঁলোকে হৰধনু ভাংগিব নোৱাৰিলে, এইবাবে ৰাজৰ্ষি জনকৰ কন্যা লাভ কৰাৰ গৌৰৱৰ পৰা তেওঁ-লোক বঞ্চিত হৈ ঘূৰি গৈছিল। কিন্তু এই দুঃসাধ্য ব্ৰতৰ অধিকাৰী কোন হ'ব, এই সন্ধানৰ পৰা ক্ষত্ৰিয় তপস্বীসকল বিৰত নহ'ল। এদিন বিশ্বামিত্ৰৰ সেই সন্ধান ৰামচন্দ্ৰৰ যোগেদি আহি সাৰ্থক হ'ল।

বিশ্বামিত্ৰৰ লগত যেতিয়া ৰামচন্দ্ৰ বাহিৰ হ'ল তেতিয়া তৰুণ বয়সতেই তেওঁ জীৱনৰ তিনিটা ডাঙৰ ডাঙৰ পৰীক্ষাত উত্তীৰ্ণ হৈছিল। প্ৰথমে তেওঁ শৈৱ ৰাক্ষসবিলাকক পৰাস্ত কৰি হৰধনু ভংগ কৰিছিল; দ্বিতীয়তে, যি ভূমি হলচালনৰ অযোগ্যৰূপে অহল্যা হৈ পাষাণ হৈ পৰি আছিল আৰু সেই কাৰণে দক্ষিণাপথৰ প্ৰথম অগ্ৰগামীসকলৰ ভিতৰৰ অন্যতম ঋষি গৌতমে যি ভূমিক এদিন গ্ৰহণ কৰিও অৱশেষত অভিশপ্ত বুলি পৰিত্যাগ কৰি যাওতে দীৰ্ঘকাল যি ব্যৰ্থ হৈ পৰিছিল, ৰামচন্দ্ৰই সেই কঠিন পাথৰকো সজীৱ কৰি তুলি নিজৰ কৃষিনৈপুণ্যৰ পৰিচয় দিছিল; তৃতীয়তে, ক্ষত্ৰিয়সকলৰ বিৰুদ্ধে ব্ৰাহ্মণ-সকলৰ যি বিদ্বেষ প্ৰবল হৈ উঠিছিল তাকো এই ক্ষত্ৰিয় ঋষি বিশ্বামিত্ৰৰ শিষ্যই নিজ বাহু বলেৰে পৰাস্ত কৰিছিল।

অকস্মাৎ যুৱৰাজ অভিষেকত বাধা পৰি ৰামচন্দ্ৰৰ যি নিৰ্ব্বাসন ঘটিল তাৰ ভিতৰত সম্ভৱতঃ তেতিয়াৰ কালৰ দুই প্ৰবল পক্ষৰ বিৰোধ সূচিত হৈছে। ৰামৰ বিৰুদ্ধে যি এটা দল আছিল, সি নিঃসন্দেহে অত্যন্ত প্ৰবল আৰু স্বভাৱতেই অন্তঃপুৰৰ মহিষীসকলৰ প্ৰতি তাৰ বিশেষ প্ৰভাৱ আছিল। বৃদ্ধ দশৰথে ইয়াক উপেক্ষা কৰিব নোৱাৰে-এই কাৰণে একান্ত অনিচ্ছাসত্ত্বেও তেওঁৰ

প্ৰিয়তম বীৰ পুত্ৰকো তেওঁ নিৰ্ব্বাসনলৈ পঠিয়াবলৈ বাধ্য হৈছিল। সেই নিৰ্ব্বাসনত ৰামৰ বীৰত্বৰ সহায় ল'লে লক্ষ্মণে, আৰু তেওঁৰ জীৱন-সংগিনী হ'ল সীতা অৰ্থাৎ তেওঁৰ সেই ব্ৰত। এই সীতাকেই তেওঁ নানা বাধা আৰু নানা শত্ৰুৰ আক্ৰমণৰ পৰা বচাই এখন বনৰ পৰা আন এখন বনত ঋষিসকলৰ আশ্ৰম আৰু ৰাক্ষসবিলাকৰ বাসস্থানৰ মাজেদি অগ্ৰসৰ কৰি লৈ যাবলৈ ধৰিলে।

আৰ্য্য-অনাৰ্য্যৰ বিৰোধক বিদ্বেষৰ দ্বাৰা জাগ্ৰতৰাখি যুদ্ধৰ দ্বাৰা, নিধনৰ দ্বাৰা আৰু সমাধানৰ প্ৰয়াস অন্তহীন দুশ্চেষ্টা। প্ৰেমৰ দ্বাৰা, মিলনৰ দ্বাৰা ভিতৰ ফালৰ পৰা ইয়াৰ মীমাংসা হলেই ইমান বৃহৎ কামো সহজ হৈ যায়। কিন্তু ভিতৰৰ মিলন বোলা কথাটোতো ইচ্ছা কৰিলেই নহয়! ধৰ্ম যেতিয়া বাহিৰৰ বস্তু হয়, নিজৰ দেৱতা যেতিয়া নিজৰ বিষয় সম্পত্তিৰ দৰে অত্যন্ত স্বকীয় হৈ পৰে, তেতিয়া মানুহৰ মনৰ মাজতথকা ভেদ একোতেই লোপ পাবলৈ নিবিচাৰে। 'জ্যু'-বিলাকৰ সৈতে 'জেণ্টাইল' বিলাকৰ মিলনৰ কোনো সেতু নাছিল। কিয়নো 'জ্যু' বিলাকে 'জিহোবা'ক বিশেষভাবে নিজৰ জাতীয় সম্পত্তি বুলিয়েই জানিছিল আৰু এই জিহোবাৰ সমস্ত অনুশাসন, তেওঁৰ আদিষ্ট সমস্ত বিধিনিষেধ বিশেষভাবে 'জ্যু' জাতিৰেই পালনীয়— এনেকুৱা তেওঁলোকৰ ধাৰণা আছিল। তেনেকুৱা আৰ্য্যদেৱতা আৰু আৰ্য্য বিধি-বিধান যিহেতু বিশেষ জাতিগতভাৱে সংকীৰ্ণ আছিল, গতিকে আৰ্য্য অনাৰ্য্যৰ পৰস্পৰ সংঘাত, এক পক্ষৰ সম্পূৰ্ণ বিলুপ্তিৰ বাহিৰে আন একোতেই তাৰ নিষ্পত্তি (মিট্‌মাট্‌) হ'ব নোৱাৰে। কিন্তু ক্ষত্ৰিয়সকলৰ ভিতৰত দেৱতাৰ ধাৰণা যেতিয়া বিশ্বজনীন হৈ উঠিল—বাহিৰা ভেদ-বিভেদ একান্তই সত্য নহয়, এই জ্ঞানৰ দ্বাৰা, মানুহৰ কল্পনাৰ পৰা দৈৱ-বিভীষিকাবিলাক যেতিয়া আঁতৰি গল, তেতিয়াই আৰ্য্য-অনাৰ্য্যৰ মাজত সভ্যতাৰ মিলন সেতু-স্থাপন সম্ভৱপৰ হ'ল। তেতিয়াই বাহ্যিক ক্ৰিয়াকৰ্ম্মৰ দেৱতা অন্তৰৰ ভক্তিৰ দেৱতা হৈ উঠিল আৰু কোনো বিশেষ শাস্ত্ৰ শিক্ষা আৰু জাতিৰ মাজত সি আবদ্ধ হৈ নেথাকিল।

ক্ষত্ৰিয় ৰামচন্দ্ৰই এদিন গুহক চাণ্ডালক নিজৰ মিত্ৰ বুলি গ্ৰহণ কৰিছিল— এই জনশ্ৰুতি আজিলৈকে তেওঁৰ আচৰিত উদাৰতাৰ পৰিচয় বুলি চলি আহিছে। পৰৱৰ্তী যুগৰ সমাজে উত্তৰাকাণ্ডত তেওঁৰ এই চৰিত্ৰৰ মাহাত্ম্য

বিলুপ্ত কৰিবলৈ বিচাৰিছে। শূদ্ৰ, তপস্বীক তেওঁ মৃত্যুদণ্ড দিছিল—এই অপবাদ ৰামচন্দ্ৰৰ ওপৰত আৰোপ কৰি পৰৱৰ্তী সমাজ ৰক্ষকৰ দলে ৰাম-চৰিতৰ দৃষ্টান্তক নিজৰ পক্ষলৈ আনিবলৈ চেষ্টা কৰিছে। যি সীতাক ৰাম-চন্দ্ৰই সুখে-দুখে ৰক্ষা কৰিছিল আৰু প্ৰাণপণে শত্ৰুৰ হাতৰ পৰা উদ্ধাৰ কৰিছিল, সমাজৰ প্ৰতি কৰ্ত্তব্যৰ অনুৰোধত তেওঁকো তেওঁ বিনা অপৰাধত পৰিত্যাগ কৰিবলৈ বাধ্য হৈছিল। উত্তৰাকাণ্ডৰ এই কাহিনী সৃষ্টিৰ দ্বাৰা স্পষ্টকৈ বুজিব পৰা যায় যে আৰ্য্য জাতিৰ বীৰশ্ৰেষ্ঠ আদৰ্শ চৰিত্ৰৰূপে পূজ্য ৰামচন্দ্ৰৰ জীৱনীক এদিন সামাজিক আচাৰ ৰক্ষাৰ অনুকূল কৰি বৰ্ণনা কৰিবৰ বিশেষ চেষ্টা চলিছিল। ৰাম চৰিত্ৰৰ মাজত যে এটা সমাজ বিপ্লৱৰ ইতিহাস আছিল—পৰৱৰ্তী কালত যথাসম্ভৱ তাৰ চিনমুচি পেলাই তাক নব্য কালৰ সামাজিক আদৰ্শৰ অনুগত কৰা হৈছিল। সেই সময়ত ৰামৰ চৰিত্ৰক গৃহ ধৰ্ম আৰু সমাজ ধৰ্মৰ আশ্ৰমৰূপে প্ৰচাৰ কৰিবৰ চেষ্টা জাগিছিল আৰু ৰাম-চন্দ্ৰই যে এদিন তেওঁৰ স্বজাতিক বিদ্বেষৰ সংকোচৰ পৰা প্ৰেমৰ প্ৰসাৰণৰ ফালে লৈ গৈছিল আৰু সেই নীতিৰ দ্বাৰা এটা বিষম সমস্যাৰ সমাধান কৰি সমস্ত জাতিৰ ওচৰত চিৰকাললৈ বৰণীয় হৈছিল—সেই কথাটো আঁতৰি গৈছে আৰু ক্ৰমে এইটোৱেই স্থিৰ হৈছে যে তেওঁ শাস্ত্ৰানুমোদিত গাৰ্হস্থ্যৰ আশ্ৰয় আৰু লোকানুমোদিত আচাৰৰ ৰক্ষক। ইয়াৰ মাজত আচৰিত কথা এই যে একালত যি ৰামচন্দ্ৰই ধৰ্মনীতি আৰু কৃষিবিদ্যাক নতুন পথেদি পৰিচালনা কৰিছিল, পৰৱৰ্তী কালত তেওঁৰ চৰিত্ৰক সমাজে পুৰণি বিধি-বন্ধনৰ অনুকূল কৰি ব্যৱহাৰ কৰিছে। এদিন সমাজত যিজনে গতিৰ পক্ষে বীৰ্য্য প্ৰকাশ কৰিছিল আৰু এদিন সমাজে তেওঁকেই স্থিতিৰ পক্ষে বীৰ বুলি প্ৰচাৰ কৰিছিল। প্ৰকৃততে ৰামচন্দ্ৰৰ জীৱনৰ কাৰ্য্যত এই গতিস্থিতিৰ সামঞ্জস্য ঘটিছিল বুলিয়েই এনে হোৱাটো সম্ভৱপৰ হৈছে।

তথাপিতো এই কথা ভাৰতবৰ্ষই পাহৰিব নোৱাৰে যে তেওঁ চণ্ডালৰ মিতা, বান্দৰৰ দেৱতা, আৰু বিভীষণৰ বন্ধু আছিল। তেওঁ শত্ৰুক ক্ষয় কৰিছিল—এইটো তেওঁৰ গৌৰৱ নহয়, তেওঁ শত্ৰুক আপোন কৰিছিল। তেওঁ আচাৰৰ নিষেধক, সামাজিক বিদ্বেষৰ বাধাক অতিক্ৰম কৰিছিল, তেওঁ আৰ্য্য-অনাৰ্য্যৰ মাজত প্ৰীতিৰ সেতু বন্ধন কৰি দিছিল।

নৃতত্ত্ব আলোচনা কৰিলে দেখা যায়—বৰ্ব্বৰ জাতিৰ অনেকৰ মাজতেই

একো একোটি বিশেষ জন্তু পবিত্ৰ বুলি পূজা কৰা হয়। অনেক সময়ত তেওঁলোকে নিজকে সেই জন্তুৰ বংশধৰ বুলি গণ্য কৰে। সেই জন্তুৰ নামেই তেওঁলোক জনাজাত হৈ পৰে। ভাৰতবৰ্ষত এনেকৈ নাগ বংশৰ পৰিচয় পোৱা যায়। কিষ্কিন্ধ্যাত ৰামচন্দ্ৰই যে অনাৰ্য্যবিলাকক বশ কৰিছিল তেওঁলোকো যে এনেকুৱা কাৰণতেই বান্দৰ বুলি পৰিচিত তাত সন্দেহ নাই। অকল বান্দৰেই নহয় ৰামচন্দ্ৰৰ দলত ভালুকো আছিল। বান্দৰ যদি অৱজ্ঞাসূচক অ্যাখ্যা হয়, তেনেহ'লে ভালুকৰ কোনো অৰ্থ পোৱা নাযায়।

ৰামচন্দ্ৰই এইযে বান্দৰবিলাকক বশ কৰিছিল—সি ৰাজনীতিৰ দ্বাৰা নহয়, ভক্তিধৰ্মৰ দ্বাৰাহে। এইদৰে তেওঁ হনুমানৰ ভক্তি পাই দেৱতা হৈ উঠিছিল। পৃথিৱীৰ সকলোতে দেখা যায়—যি কোনো মহাত্মাই বাহ্যিক ধৰ্মৰ স্থলত ভক্তি ধৰ্মক জগাই তুলিছিল আৰু তেওঁ স্বয়ং পূজা লাভ কৰিছিল। শ্ৰীকৃষ্ণ, খৃষ্ট, মহম্মদ, চৈতন্য প্ৰভৃতি তাৰ অনেক দৃষ্টান্ত আছে। শিখ, চুফি, কবীৰ পন্থী প্ৰভৃতি সকলোতে দেখিবলৈ পোৱা যায়—ভক্তিয়ে যিসকলক আশ্ৰয় কৰি প্ৰকাশ পায়, অনুৱৰ্তীসকলৰ ওচৰত তেওঁ-লোক দেৱত্ব প্ৰাপ্তি হয়, ভগবানৰ সৈতে ভক্তৰ অন্তৰতম যোগ উদ্‌ঘাটন কৰি-বলৈ গৈ তেওঁলোকেও যেন দেবত্বৰ সৈতে মনুষ্যত্বৰ ভেদ—সীমা অতিক্ৰম কৰি থাকে। এইদৰে হনুমান আৰু বিভীষণ ৰামচন্দ্ৰৰ উপাসক আৰু ভক্ত বৈষ্ণৱৰূপে খ্যাত হ'ল।

ৰামচন্দ্ৰই ধৰ্মৰ দ্বাৰা অনাৰ্য্যসকলক জয় কৰি তেওঁলোকৰ ভক্তি অধিকাৰ কৰিছিল। তেওঁ বাহুবলেৰে তেওঁলোকক পৰাস্ত কৰি ৰাজ্য বিস্তাৰ কৰা নাছিল। দক্ষিণত তেওঁ কৃষিস্থিতিমূলক সভ্যতা আৰু ভক্তি-মূলক একেশ্বৰবাদ প্ৰচাৰ কৰিছিল। তেওঁ সেইযে বীজ ৰোপণ কৰি আহিছিল বহু শতাব্দীৰ পাছতো ভাৰতবৰ্ষই তাৰ ফল লাভ কৰিছিল। এই দাক্ষিণাত্যত ক্ৰমে দাৰুণ শৈৱ ধৰ্ময়ো ভক্তি ধৰ্মৰ ৰূপ গ্ৰহণ কৰিলে আৰু এদিন এই দাক্ষিণাত্যৰ পৰাই ব্ৰহ্মবিদ্যাৰ এটা ধাৰাত ভক্তি স্ৰোত আৰু আন এটা ধাৰাত অদ্বৈতজ্ঞান উচ্ছ্বসিত হৈ সমস্ত ভাৰতবৰ্ষক প্লাবিত কৰি দিলে।

আমি আৰ্য্যসকলৰ ইতিহাসত সংকোচ আৰু প্ৰসাৰণৰ এই এটা ৰূপ

দেখিলোঁ। মানুহৰ একালে তাৰ বিশেষত্ব আৰু আনকালে তাৰ বিশ্বত্ব— এই দুই ফালৰ টানে ভাৰতবৰ্ষত যিদৰে কাম কৰিছে, তাক যদি আমি আলোচনা কৰি নেচাওঁ, তেন্তে ভাৰতবৰ্ষক আমি চিনিব নোৱাৰিম। এদিন তাৰ এই আত্মৰক্ষণ শক্তিৰ ফালে আছিল ব্ৰাহ্মণ,—আৰু আত্মপ্ৰসাৰণ শক্তিৰ ফালে আছিল ক্ষত্ৰিয়। ক্ষত্ৰিয়ই যেতিয়া অগ্ৰসৰ হৈছে তেতিয়া ব্ৰাহ্মণে তাক বাধা দিছে, কিন্তু বাধা অতিক্ৰম কৰিও ক্ষত্ৰিয়ই যেতিয়া সমাজকে বিস্তাৰৰ ফালে লৈ গৈছে তেতিয়া ব্ৰাহ্মণে পুনৰ নতুনক নিজৰ পুৰাতনৰ সৈতে বান্ধি গোটেইখিনিকে নিজৰ কৰি লৈ পুনৰ এটা সীমা বান্ধি লৈছে। য়ুৰোপীয়-সকলে যেতিয়া ভাৰতবৰ্ষত চিৰদিন ব্ৰাহ্মণবিলাকৰ এই কাৰ্য্যটোৰ আলোচনা কৰিছিল তেওঁলোকে এনেভাবে কৰিছিল যেন এই বিষয়টো ব্ৰাহ্মণ নামেৰে এটা বিশেষ ব্যৱসায়ী দলৰ চাতুৰী। তেওঁলোকে এইটো পাহৰি যায় যে ব্ৰাহ্মণ আৰু ক্ষত্ৰিয়ৰ যথাৰ্থতে জাতিগত ভেদ নাই, তেওঁলোক এটা জাতিৰেই দুটা স্বাভাৱিক শক্তি। ইংলণ্ডত সমগ্ৰ ইংৰাজ জাতি 'লিবাৰেল' আৰু 'কন্‌জাৰ-ভেটিভ' এই দুই শাখাত বিভক্ত হৈ ৰাষ্ট্ৰনীতিক পৰিচালনা কৰিছে—ক্ষমতা-লাভৰ বাবে এই দুই শাখাৰ প্ৰতিযোগিতাৰ মাজত বিবাদো আছে, কৌশলো আছে, আনকি ভেঁটী-খোৱা আৰু অন্যায়ো আছে; তথাপি এই দুই সম্প্ৰদায়ক যেনেকৈ দুই স্বতন্ত্ৰ বিৰুদ্ধ পক্ষৰ নিচিনাকৈ দেখিলে ভুল দেখা হ'ব— প্ৰকৃততে সিহঁত প্ৰকৃতিৰ আকৰ্ষণ আৰু বিকৰ্ষণ শক্তিৰ দৰে বাহিৰে দেখিবলৈ বিৰুদ্ধ, কিন্তু ভিতৰি একেই সৃজনীশক্তিৰ ইপিঠি আৰু সিপিঠি, তেনেকৈ ভাৰতবৰ্ষত সমাজৰ স্বাভাৱিক স্থিতি আৰু গতি-শক্তিয়ে দুই শ্ৰেণীক অৱলম্বন কৰি ইতিহাস সৃষ্টি কৰিছে—কোনো পক্ষেই সি কৃত্ৰিম নহয়।

গতিকে দেখা গৈছে যে সঁচাকৈ ভাৰতবৰ্ষত এই স্থিতি আৰু গতি-শক্তিৰ সম্পূৰ্ণ সামঞ্জস্য ৰক্ষিত হোৱা নাই; সমস্ত বিৰোধৰ পিছত ব্ৰাহ্মণেই এতিয়াৰ সমাজত প্ৰাধান্য লাভ কৰিছে। ব্ৰাহ্মণৰ বিশেষ চাতুৰ্য্যই তাৰ কাৰণ; এনেকুৱা অদ্ভুত কথা ইতিহাসবিৰুদ্ধ কথা। তাৰ প্ৰকৃত কাৰণ ভাৰতবৰ্ষৰ বিশেষ অৱস্থাৰ মাজতেই অৱস্থিত। ভাৰতবৰ্ষত যি জাতি-সংঘাত ঘটিছে সি অত্যন্ত বিৰুদ্ধ জাতিৰ সংঘাত। তেওঁলোকৰ মাজত বৰ্ণ আৰু আদৰ্শৰ ভেদ ইমানেই গুৰুতৰ যে এই প্ৰবল বিৰুদ্ধতাৰ আঘাতত ভাৰতবৰ্ষৰ আত্মৰক্ষণী শক্তিয়েই বলবান হৈ উঠিছে। ইয়াত আত্মপ্ৰসাৰণৰ ফালে যাবলৈ হ'লে নিজকে হেৰুৱাবৰ

সম্ভাবনা আছিল বুলি সমাজৰ সতৰ্কতাবৃত্তিয়ে পদে পদে নিজক জাগ্ৰত কৰি ৰাখিছে।

তুষাৰাবৃত আলপ্‌চ পৰ্বতমালাৰ শিখৰত যি দুঃসাহসিকসকলে আৰোহণ কৰিবলৈ চেষ্টা কৰে তেওঁলোকে নিজকে জৰীৰে বান্ধি অগ্ৰসৰ হয়, তেওঁলোকে গৈ থাকোঁতে নিজকে বান্ধে, বান্ধি বান্ধি গৈ থাকে, তাত যাবৰ উপায়ে স্বভাৱতে এই প্ৰণালী অৱলম্বন কৰে—সি বগাওঁতাসকলৰ কৌশল নহয়। বন্দীশালাত যি বন্ধনে স্থিৰ কৰি ৰাখে, দুৰ্গম পথত সেই বন্ধনেই হয় গতিৰ সহায়। ভাৰতবৰ্ষতো সমাজে কেৱল জৰী-চৰীৰে নিজকে বান্ধি বান্ধি চলিব লাগিছে, কিয়নো নিজৰ পথত অগ্ৰসৰ হোৱাতকৈ পিছলি আনৰ পথত নষ্ট হোৱাৰ আশংকা তাৰ সম্পূৰ্ণ আছিল। এই বাবেই ভাৰতবৰ্ষত স্বভাৱৰ নিয়মত আত্মৰক্ষণীশক্তি আত্মপ্ৰসাৰণী শক্তিতকৈ ডাঙৰ হৈ উঠিছে।

ৰামচন্দ্ৰৰ জীৱন আলোচনাত আমি ইয়াকে দেখিলো যে ক্ষত্ৰিয়সকলে এদিন ধৰ্ম্মক এনে এটা ঐক্যৰ দৃষ্টিৰে চাইছিল যাতে অনাৰ্য্যসকলৰ লগত বিৰুদ্ধতাক তেওঁলোকে মিলননীতিৰ দ্বাৰা সহজে অতিক্ৰম কৰিব পাৰে। দুইপক্ষৰ চিৰন্তন প্ৰাণান্তিক সংগ্ৰাম কেতিয়াও কোনো সমাজৰ পক্ষে হিতকৰ হব নোৱাৰে ; হয় এক পক্ষক মাৰিব, নহয় দুইপক্ষক মিলাব লাগিব। ভাৰতবৰ্ষত এদিন ধৰ্ম্মক আশ্ৰয় কৰি সেই মিলনৰ কাম আৰম্ভ হৈছিল। প্ৰথমে এই ধৰ্ম আৰু এই মিলননীতিয়ে বাধা পাইছিল, কিন্তু অৱশেষত ব্ৰাহ্মণ সকলে ইয়াক স্বীকাৰ কৰি আত্মসাৎ কৰি ললে।

আৰ্য্য-অনাৰ্য্যত যেতিয়া অলপ অলপ কৰি যোগস্থাপন হয়, তেতিয়া অনাৰ্য্যসকলৰ ধৰ্ম্মৰ লগতো বুজাপৰা কৰাৰ প্ৰয়োজন ঘটিছিল। এই সময়ত অনাৰ্য্যসকলৰ দেৱতা শিৱৰ লগত আৰ্য্যউপাসক সকলৰ এটা বিৰোধ চলিছিল, আৰু সেই বিৰোধত কেতিয়াবা আৰ্য্যসকল কেতিয়াবা অনাৰ্য্যসকল জয়ী হৈছিল। কৃষ্ণৰ অনুবৰ্ত্তী অৰ্জ্জুনে কিৰাতসকলৰ দেৱতা শিৱৰ ওচৰত এদিন হাৰ মানিছিল। শিৱভক্ত বাণাসুৰৰ কন্যা উষাক কৃষ্ণৰ নাতি অনিৰুদ্ধই হৰণ কৰিছিল—এই সংগ্ৰামত কৃষ্ণ জয়ী হৈছিল। বৈদিক যজ্ঞত অনাৰ্য্য শিৱক দেৱতা বুলি স্বীকাৰ কৰা নাই, সেই উপলক্ষে শিৱৰ অনাৰ্য্য অনুচৰবৰ্গই যজ্ঞ নষ্ট কৰিছিল। অৱশেষত শিৱক বৈদিক ৰুদ্ৰৰ লগতে মিলাই এদিন তেওঁক আপোন কৰিবলৈ আৰ্য্য-অনাৰ্য্যৰ এই ধৰ্মবিৰোধ মিলাব লগীয়া

হৈছিল। তথাপি, দেৱতা যেতিয়া অনেক হৈ পৰে, তেতিয়া তেওঁলোকৰ মাজত কোন ডাঙৰ, কোন সৰু, এই বিবাদ সহজে নিষ্পত্তি হব নোখোজে। সেই বাবেই মহাভাৰতত ৰুদ্ৰৰ লৈতে বিষ্ণুৰ সংগ্ৰামৰ উল্লেখ আছে; সেই সংগ্ৰামত ৰুদ্ৰই বিষ্ণুকেই শ্ৰেষ্ঠ বুলি স্বীকাৰ কৰিছিল।

মহাভাৰত আলোচনা কৰিলে স্পষ্টভাবে দেখা যায়—বিৰোধৰ মাজেদিও আৰ্য্যসকলৰ লগত অনাৰ্য্যসকলৰ ৰক্তৰ মিলন আৰু ধৰ্ম্মৰ মিলন ঘটিছিল। এইদৰে যিমানেই বৰ্ণসংকৰ আৰু ধৰ্মসংকৰ উৎপন্ন হবলৈ ধৰিলে, সিমানেই সমাজৰ আত্মৰক্ষণী শক্তিয়ে বাৰে বাৰে সীমানিৰ্ণয় কৰি নিজকে বচাবলৈ চেষ্টা কৰিলে। যাক ত্যাগ কৰিব নোৱাৰি, তাক গ্ৰহণ কৰি বান্ধ (পাৰ) বান্ধি দিলে। মনুত বৰ্ণসংকৰৰ বিৰুদ্ধে যি চেষ্টা আছে আৰু তাত মূৰ্তিপূজা ব্যৱসায়ী পূজাৰী ব্ৰাহ্মণসকলৰ বিৰুদ্ধে যি ঘৃণা প্ৰকাশিত হৈছে, তাৰ পৰা বুজা যায়—ৰক্ত আৰু ধৰ্ম্মত অনাৰ্য্যসকলৰ সংমিশ্ৰণ গ্ৰহণ কৰিও তাক বাধা দিয়াৰ প্ৰয়াস কোনোদিনে অন্ত পৰা নাই। এনেকৈ প্ৰসাৰণৰ পিছমুহূৰ্ত্তেই সংকোচনে নিজকে বাৰে বাৰে অতি কঠিন কৰি তুলিছে।

এদিন ইয়াৰে এটা প্ৰবল প্ৰতিক্ৰিয়াই ভাৰতবৰ্ষৰ দুই ক্ষত্ৰিয় ৰাজ সন্ন্যাসীক আশ্ৰয় কৰি প্ৰকাণ্ড শক্তিৰূপে প্ৰকাশ পাইছিল। ধৰ্মনীতি যে এটা সত্য পদাৰ্থ, সি যে কেৱল সামাজিক নিয়ম নহয়,—সেই ধৰ্মনীতিক আশ্ৰয় কৰিয়েই যে মানুহে মুক্তি পায়, সামাজিক আৰু বাহ্যিক প্ৰথাপালনৰ দ্বাৰা নহয়, এই ধৰ্ম্মনীতিয়ে যে মানুহৰ লগত মানুহৰ কোনো ভেদক চিৰন্তন সত্য বুলি গণ্য কৰিব নোৱাৰে, ক্ষত্ৰিয় তাপস বুদ্ধ আৰু মহাবীৰে সেই মুক্তিৰ বাৰ্তাকেই ভাৰতবৰ্ষত প্ৰচাৰ কৰিছিল। আচৰিত এই যে সেই বাৰ্তাই জাতিৰ চিৰন্তন সংস্কাৰ আৰু বাধা অতিক্ৰম কৰি, সমস্ত দেশক অধিকাৰ কৰি ললে। এইবাৰ অতি দীৰ্ঘকাল পৰ্য্যন্ত ভাৰতবৰ্ষত ক্ষত্ৰিয় গুৰুৰ প্ৰভাবে ব্ৰাহ্মণৰ শক্তিক একেবাৰে অভিভূত কৰি ৰাখিছিল।

সেইটোযে সম্পূৰ্ণ ভাল হৈছিল—এই কথা কোনোমতেই কব নোৱাৰি। এনেকুৱা একপক্ষৰ ঐকান্তিকতাত জাতি প্ৰকৃতিস্থ থাকিব নোৱাৰে, তাৰ স্বাস্থ্য নষ্ট হবলৈ বাধ্য। এই কাৰণেই বৌদ্ধযুগে ভাৰতবৰ্ষক তাৰ সমস্ত সংস্কাৰ জালৰ পৰা মুক্ত কৰিবলৈ গৈ যেনেকুৱা সংস্কাৰ জালত আবদ্ধ কৰি দিছে এনেকুৱা আৰু কোনো কালেই কৰা নাই। ইয়ানদিনে ভাৰতবৰ্ষত

আৰ্য্য-অনাৰ্য্যৰ যি মিলন ঘটিছিল তাৰ মাজত পদে পদে এটা সংযম আছিল —মাজে মাজে বান্ধ বান্ধি প্ৰলয় সোঁতক বন্ধ কৰি ৰখা হৈছিল। আৰ্য্য জাতিয়ে অনাৰ্য্যৰ কাষৰ পৰা যি অলপ গ্ৰহণ কৰিছিল তাকে আৰ্য্য কৰি লৈ নিজ প্ৰকৃতিৰ অনুগত কৰি লৈছিল—এনেকৈ লাহে লাহে এটি প্ৰাণৱন্ত জাতীয় কলেবৰ গঢ়ি লৈ আৰ্য্য-অনাৰ্য্যৰ এটি আন্তৰিক সংস্ৰব ঘটাবৰ সম্ভাৱনা হৈ উঠিছিল। নিশ্চয় সেই মিলন কাৰ্য্যৰ মাজত কোনো এক সময়ত ধৰা বন্ধা নিয়ম আৰু বাহ্যিকতাৰ মাত্ৰা অত্যন্ত বেছি হৈ পৰিছিল, নহলে ইমান ডাঙৰ বিপ্লৱ উৎপন্ন হবই নোৱাৰিলেহেঁতেন আৰু সেই বিপ্লৱে কোনো সৈন্যবলৰ আশ্ৰয় নোলোৱাকৈ কেৱল মাত্ৰ ধৰ্ম্মবলেৰে সমস্ত দেশক এনেদৰে আচ্ছন্ন কৰিব নোৱাৰে। নিশ্চয় তাৰ পূৰ্বে সমাজৰ শ্ৰেণীয়ে শ্ৰেণীয়ে আৰু মানুহৰ অন্তৰে বাহিৰে ডাঙৰ এটা বিচ্ছেদ ঘটি স্বাস্থ্যকৰ সামঞ্জস্য নষ্ট হৈছিল। কিন্তু ইয়াৰ প্ৰতিক্ৰিয়াই তেনেকুৱা প্ৰবল হৈ একেবাৰে সমাজৰ ভিত্তিত গৈ আঘাত কৰিলে। ৰোগৰ আক্ৰমণো যেনে নিদাৰুণ, চিকিৎসাৰ আক্ৰমণো তেনে সাংঘাতিক হৈ প্ৰকাশ পালে।

অৱশেষত এদিন এই বৌদ্ধ-প্ৰভাৱৰ বন্যা যেতিয়া আঁতৰি গ'ল তেতিয়া দেখা গ'ল সমাজৰ সকলোবোৰ বেৰা ভাগি গৈছে। যি এটা ব্যৱস্থাৰ মাজেদি ভাৰতবৰ্ষৰ জাতি-বৈচিত্ৰ্যই ঐক্য লাভৰ চেষ্টা কৰিছিল সেই ব্যৱস্থাও ভূমিসাৎ হৈছে। বৌদ্ধধৰ্ম্মই ঐক্যৰ চেষ্টাতেই ঐক্য নষ্ট কৰিছে। ভাৰত-বৰ্ষত সমস্ত অনৈক্যবোধে অবাধে মূৰ দাঙি উঠিবলৈ লাগিল—য'ত বাগান আছিল তাত হাবি হৈ উঠিল।

তাৰ প্ৰধান কাৰণ এই যে এদিন ভাৰত-সমাজত কেতিয়াবা ব্ৰাহ্মণে কেতিয়াবা ক্ষত্ৰিয়ই যেতিয়া প্ৰাধান্য লাভ কৰিছিল তেতিয়াও উভয়ৰ ভিতৰত এটা জাতিগত ঐক্য আছিল। এইবাবে তেতিয়াৰ জাতি ৰচনাকাৰ্য্য আৰ্য্যসকলৰ হাততেই আছিল। কিন্তু বৌদ্ধ প্ৰভাৱৰ সময়ত কেৱল ভাৰতবৰ্ষৰ ভিতৰৰ অনাৰ্য্যবিলাকেই নহয় ভাৰতৰ বাহিৰৰ পৰাও অনাৰ্য্যৰ সমাগম হৈ তেওঁলোকে এনেকুৱা এটা প্ৰবলতা লাভ কৰিলে যে আৰ্য্য-সকলৰ লগত সিহঁতৰ সুবিহিত সামঞ্জস্য ৰক্ষা কৰা কঠিন হৈ উঠিল। যতদিন বৌদ্ধধৰ্ম্মৰ বল আছিল ততদিন এই অসামঞ্জস্য অস্বাস্থ্য আকাৰে প্ৰকাশ পোৱা নাই, কিন্তু বৌদ্ধধৰ্ম্ম যেতিয়া দুৰ্ব্বল হৈ পৰিল তেতিয়া

সি নানা অদ্ভুত অসংগতিৰূপে অবাধে সমস্ত দেশকে একেবাৰে ছাটি পেলালে।

অনাৰ্য্যবিলাকে এতিয়া সকলো বাধা ভেদ কৰি একেবাৰে সমাজৰ মাজত আহি বহিছেহি। গতিকে এতিয়া সিহঁতৰ লগত ভেদ আৰু মিলন বাহিৰৰ কথা নহয়, সি একেবাৰে সমাজৰ ভিতৰৰ কথা হৈ পৰিল।

এই বৌদ্ধ প্লাবনত আৰ্য্যসমাজত কেৱল ব্ৰাহ্মণ সম্প্ৰদায়েহে নিজক স্বতন্ত্ৰ কৰি ৰাখিব পাৰিছিল, কাৰণ আৰ্য্য জাতিৰ স্বাতন্ত্ৰ্য ৰক্ষাৰ ভাৰ চিৰকাল ব্ৰাহ্মণৰ হাতত আছিল। যেতিয়া ভাৰতবৰ্ষত বৌদ্ধ যুগৰ মধ্যাহ্ণ, তেতিয়াও ধৰ্ম্ম-সমাজত ব্ৰাহ্মণ আৰু শ্ৰমণ এই ভেদ বিলুপ্ত হোৱা নাই। কিন্তু তেতিয়া সমাজত আন সকলো ভেদেই লুপ্তপ্ৰায় হৈছিল। তেতিয়া ক্ষত্ৰিয়সকল জনসাধাৰণৰ লগত অনেক পৰিমাণে মিল হৈ গৈছিল।

অনাৰ্য্যৰ সৈতে বিবাহ সম্বন্ধে ক্ষত্ৰিয়ৰ প্ৰায় কোনো বাধা নাছিল—এই কথা পুৰাণত স্পষ্ট দেখা যায়। এইবাবেই দেখা যায় বৌদ্ধযুগৰ পৰবৰ্ত্তী অধিকাংশ ৰাজবংশ ক্ষত্ৰিয় বংশ নহয়।

ইফালে শক, হুন প্ৰভৃতি বিদেশী অনাৰ্য্যবিলাকে দলে দলে ভাৰতবৰ্ষত প্ৰৱেশ কৰি সমাজৰ মাজত অবাধে মিলি যাবলৈ লাগিল। বৌদ্ধধৰ্ম্মৰ ঢৌ খালেদি এই সমস্ত বন্যাৰ জলৰাশি নানা শাখাত একেবাৰে সমাজৰ মৰ্ম্মস্থলত প্ৰৱেশ কৰিলে। কাৰণ বাধা দিবৰ ব্যৱস্থাটো তেতিয়া সমাজ-প্ৰকৃতিৰ ভিতৰত দুৰ্ব্বল। এইদৰে ধৰ্ম্মকৰ্ম্মে অনাৰ্য্য সংমিশ্ৰণ অত্যন্ত প্ৰবল হোৱাত সকলো প্ৰকাৰৰ অদ্ভুত উচ্ছৃংখলতাৰ মাজত যেতিয়া কোনো সংগতিৰ সূত্ৰ নাথাকিল, তেতিয়াই সমাজৰ ভিতৰত থকা আৰ্য্য-প্ৰকৃতিয়ে অত্যন্ত পীড়িত হৈ নিজকে প্ৰকাশ কৰিবৰ কাৰণে নিজৰ সমস্ত শক্তি প্ৰয়োগ কৰিলে। আৰ্য্য-প্ৰকৃতিয়ে নিজকে হেৰুৱাই পেলাইছিল বুলিয়েই নিজকে সুস্পষ্টৰূপে আবিস্কাৰ কৰিবৰ বাবে তাৰ চেষ্টা উদ্যত হৈ উঠিল।

আমি কি আৰু কোন বস্তুটো আমাৰ—চাৰিওফালৰ বিপুল বিশ্লিষ্টতাৰ ভিতৰৰ পৰা এইটোকে প্ৰকাশ কৰিবলৈ এটা মহাযুগ আহিল। সেই যুগতেই ভাৰতবৰ্ষই নিজকে ভাৰতবৰ্ষ বুলি সীমাচিহ্নিত কৰিলে। তাৰ পূৰ্ব্বে বৌদ্ধসমাজৰ যোগে ভাৰতবৰ্ষই পৃথিবীত ইমান দূৰদূৰণিলৈ বিস্তৃত হৈ পৰিছিল যে সি নিজৰ কলেবৰটোকে সুস্পষ্ট কৰি দেখিবলৈ পোৱা নাছিল।

এইকাৰণে আৰ্য্য জনশ্ৰুতিত প্ৰচলিত কোনো পুৰাতন চক্ৰৱৰ্ত্তী সম্ৰাটৰ ৰাজ্যসীমাৰ মাজত ভাৰতবৰ্ষই নিজৰ ভৌগোলিক সত্তাক নিৰ্দ্দিষ্ট কৰি ললে। তাৰ পিছত, সামাজিক প্ৰলয় ধুমুহাত নিজৰ ছিন্নবিচ্ছিন্ন বিক্ষিপ্ত সূত্ৰ বোৰক বিচাৰি লৈ জোৰা দিবলৈ চেষ্টা চলাবলৈ লাগিল। এই সময়তেই সংগ্ৰহকৰ্ত্তা বিলাকৰ কাম দেশৰ প্ৰধান কাম হ'ল। তেতিয়াৰ দিনৰ যিজন ব্যাস, নতুন ৰচনা কৰা তেওঁৰ কাম নহয়, পুৰাতন সংগ্ৰহৰ বাবেই তেওঁ নিযুক্ত। এই ব্যাস একেজন ব্যক্তি নহব পাৰে কিন্তু এওঁ সমাজৰ এটা শক্তি। ক'ত আৰ্য্যসমাজৰ স্থিৰপ্ৰতিষ্ঠা এওঁ তাকেই বিচাৰি একত্ৰ কৰিবলৈ লাগিল।

সেই চেষ্টাৰ অধীনত ব্যাসে বেদ সংগ্ৰহ কৰিলে। যথাৰ্থ বৈদিক কালত মন্ত্ৰ আৰু যজ্ঞানুষ্ঠানৰ প্ৰণালীবোৰক সমাজে যত্ন কৰি শিকিছে আৰু ৰাখিছে, তথাপিও যেতিয়া সেইটো শিক্ষণীয় বিদ্যাহে মাত্ৰ আছিল আৰু সেই বিদ্যাকো সকলোৱে পৰাবিদ্যা বুলি নেমানিছিল।

কিন্তু এদিন বিশ্লিষ্ট সমাজক সংযুক্ত কৰিবৰ কাৰণে এনেকুৱা এখন পুৰণি শাস্ত্ৰক মাজতে আনি থিয় কৰাবৰ প্ৰয়োজন হৈছিল যাৰ সম্বন্ধে নানা লোকে নানাপ্ৰকাৰে তৰ্ক কৰিব নোৱাৰিব, যি আৰ্য্য সমাজৰ অতি প্ৰাচীন বাণী, যাক দৃঢ়ভাৱে অৱলম্বন কৰি বিচিত্ৰ বিৰুদ্ধ সম্প্ৰদায়ো এক হৈ থিয় হব পাৰিব। এই কাৰণে বেদ যদিও দৈনন্দিন ব্যৱহাৰৰ পৰা তেতিয়া অনেক দূৰৈ আঁতৰি পাৰিছিল তথাপি দূৰৰ বস্তু বুলিয়েই তাক দূৰৰ পৰা মান্যকৰা সকলোৰে পক্ষে সহজ হৈছিল। আচল কথা, যি জাতি বিচ্ছিন্ন হৈ গৈছিল কোনো এটা দৃঢ়নিশ্চল কেন্দ্ৰক স্বীকাৰ নকৰিলে তাৰ পৰিধি নিৰ্ণয় কৰা কঠিন হয়। তাৰ পিছত আৰ্য্যসমাজত যিমানবোৰ জনশ্ৰুতি খণ্ড খণ্ড আকাৰে চাৰিওফালে সিচৰতি হৈ পৰিছিল সেই বিলাককো একত্ৰ কৰি মহাভাৰত নামেৰে সংকলিত কৰা হ'ল।

যেনেকুৱা এটা কেন্দ্ৰৰ প্ৰয়োজন, তেনেকুৱা এটা ধাৰাবাহিক পৰিধি সূত্ৰওতো লাগে—এই পৰিধি সূত্ৰই ইতিহাস। গতিকে ব্যাসৰ আৰু এটা কাম হ'ল ইতিহাস সংগ্ৰহ কৰা। আৰ্য্য-সমাজৰ যিমান বিলাক জনশ্ৰুতি সিচৰতি হৈ পৰিছিল সেইবোৰক তেওঁ এক কৰিলে। কেৱল জনশ্ৰুতিয়েই নহয়, আৰ্য্যসমাজত প্ৰচলিত সমস্ত বিশ্বাস, তৰ্ক-বিতৰ্ক আৰু চৰিত্ৰনীতিকো

তেওঁ ইয়াৰ লগত এক কৰি এটা জাতিৰ সমগ্ৰতাৰ এক বিৰাট মূৰ্ত্তি একে ঠাইতে থিয় কৰালে। ইয়াৰ নাম দিলে মহাভাৰত। এই নামৰ মাজেদিয়েই তেতিয়াৰ আৰ্য্যজাতিৰ এটি ঐক্য উপলব্ধিৰ চেষ্টা বিশেষভাবে প্ৰকাশ পাইছে। আধুনিক পাশ্চাত্য সংজ্ঞা অনুসাৰে মহাভাৰত ইতিহাস নহব পাৰে, কিন্তু ই যথাৰ্থই আৰ্য্যসকলৰ ইতিহাস। ই কোনো ব্যক্তি বিশেষৰ দ্বাৰা ৰচিত ইতিহাস নহয়, ই এটা জাতিৰ স্বৰচিত স্বাভাবিক ইতিবৃত্ত। কোনো বুদ্ধিমান ব্যক্তিয়ে যদি এই সমস্ত জনশ্ৰুতিক গলাই পোৰাই বিশ্লিষ্ট কৰি ইয়াৰ পৰা তথ্যমূলক ইতিহাস ৰচনা কৰিবৰ চেষ্টা কৰে, তেন্তে আৰ্য্য সমাজৰ ইতিহাসৰ সত্যস্বৰূপটো আমি দেখিবলৈ নেপাম। মহাভাৰত সংগ্ৰহ কৰা কালত আৰ্য্যজাতিৰ ইতিহাস আৰ্য্যজাতিৰ স্মৃতিপটত যেনেকুৱা ৰেখাৰে অঁকা আছিল, তাৰমাজত কিছু বা স্পষ্ট, কিছু বা লুপ্ত, কিছু বা সুসংগত কিছু বা পৰস্পৰ বিৰুদ্ধ; মহাভাৰতত সেই সমস্তৰেই প্ৰতিলিপি একত্ৰ কৰি ৰক্ষিত হৈছে।

এই মহাভাৰতত কেৱল যে নিৰ্বিচাৰে জনশ্ৰুতি সংকলন কৰা হৈছে সিও নহয়। আচাৰ্য্যৰ এপিঠিত যেনেকৈ ব্যাপ্ত সূৰ্য্যৰ আলোক আৰু আন পিঠিত যেনেকৈ তাৰেই সংহত দীপ্ত ৰশ্মি, মহাভাৰততো তেনেকৈ একালে ব্যাপক জনশ্ৰুতি, আৰু আনফালে তাৰেই সমষ্টিৰ এটি সংহত জ্যোতি—সেই জ্যোতিটিয়েই ভগবদ্গীতা। জ্ঞান, কৰ্ম্ম আৰু ভক্তিৰ যি সমন্বয় যোগ, সিয়েই সমস্ত ভাৰত-ইতিহাসৰ চৰমতত্ত্ব। নিসন্দেহে পৃথিবীৰ সকলো জাতিয়েই নিজ নিজ ইতিহাসৰ ভিতৰেদি কোনো সমস্যাৰ মীমাংসা, কোনো তত্ত্ব নিৰ্ণয় কৰিছে, ইতিহাসৰ ভিতৰেদি মানুহৰ চিত্তই কোনো এটি চৰম সত্যৰ সন্ধানো লাভ কৰিছে; নিজৰ এই সন্ধানক আৰু সত্যক সকলো জাতিয়ে স্পষ্টকৈ নেজানে। অনেকে ভাবে—পথৰ ইতিহাসেই ইতিহাস, মূল অভিপ্ৰায় আৰু চৰম গন্তব্য স্থান বুলি একেবাৰেই নাই। কিন্তু ভাৰতবৰ্ষই এদিন নিজৰ সমস্ত ইতিহাসৰ এটি চৰমতত্ত্ব দেখা পাইছিল। মানুহৰ ইতিহাসৰ জ্ঞান ভক্তি আৰু কৰ্ম্মই অনেক সময়ত স্বতন্ত্ৰভাবে, আনকি পৰস্পৰ বিৰুদ্ধভাবে নিজৰ পথত চলে; সেই বিৰোধৰ বিপ্লব ভাৰতবৰ্ষত বেছি কৰিয়েই ঘটিছে বুলি একে ঠাইত তাৰ সমন্বয়টিক স্পষ্ট কৰি সি দেখিবলৈ পাইছে। মানুহৰ সকলো চেষ্টা কোনখিনিত আহি বিনাবিৰোধে মিলিব পাৰে, মহাভাৰতে

সকলো পথৰ চাৰি আলিত সেই চৰম লক্ষ্যৰ আলোক জ্বলাই ৰাখিছে, সেয়ে গীতা। এই গীতাৰ ভিতৰত ইউৰোপীয় পণ্ডিতসকলে তৰ্কশাস্ত্ৰগত অসংগতি দেখা পায়। ইয়াত সাংখ্য, বেদান্ত আৰু যোগক যে একে লগে স্থান দিয়া হৈছে, তেওঁলোকে ভাবে সেইটো এটা জোৰা-ফোন্দা দিয়া কাম অৰ্থাৎ তেওঁলোকৰ মতে ইয়াৰ মূলটো সাংখ্য আৰু যোগ, বেদান্তখিনি তাৰ পৰৱৰ্ত্তী কোনো সম্প্ৰদায়ৰ দ্বাৰা যোজনা কৰা। হব পাৰে যে মূল ভগবদগীতা ভাৰতবৰ্ষৰ সাংখ্য আৰু যোগতত্ত্বক আশ্ৰয় কৰি উপদিষ্ট, কিন্তু মহাভাৰত সংকলনৰ যুগত এই মূলৰ বিশুদ্ধতা ৰক্ষা কৰাই প্ৰধান উদ্দেশ্য নাছিল। সমস্ত জাতিৰ চিন্তক গোটাই একেটা কৰি দেখুওৱাই সেই সময়ৰ সাধনা আছিল। গতিকে যি গ্ৰন্থত তত্ত্বৰে সৈতে জীৱনক মিলাই মানুহৰ কৰ্ত্তব্য পথ নিৰ্দ্দেশ কৰা হৈছে সেই গ্ৰন্থত বেদান্ততত্ত্বক তেওঁলোকে বাদ দিব পৰা নাই। সাংখ্যই হওক বা যোগেই হওক বা বেদান্তই হওক, সকলো তত্ত্বৰে কেন্দ্ৰস্থলত এটা বস্তুৱেই আছে সেইটো কেৱলমাত্ৰ জ্ঞান বা ভক্তি বা কৰ্ম্মৰ আশ্ৰয় নহয়; সিয়েই পৰিপূৰ্ণ মানব-জীৱনৰ পৰম গতি, তাৰ লগত আহি নিমিলিলে কোনো কথাই সত্যত উপনীত হব নোৱাৰে। গতিকে ভাৰতচিন্তৰ সমস্ত প্ৰয়াসকেই সেই এক মূল সত্যৰ মাজেদি এটা কৰি দেখাই মহাভাৰতৰ দেখা। অৱশ্যে মহাভাৰতৰ এই গীতাৰ মাজত তৰ্কশাস্ত্ৰৰ ঐক্যতত্ত্ব সম্পূৰ্ণ নাথাকিবও পাৰে কিন্তু তাৰ মাজত বৃহৎ এটা জাতীয় জীৱনৰ অনিৰ্ব্বচনীয় ঐক্যতত্ত্ব আছে। তাৰ স্পষ্টতা আৰুঅস্পষ্টতা, সংগতি আৰু অসংগতিৰ মাজত এই এটি গভীৰতম উপলব্ধি দেখা যায় যে সমস্তক লৈয়েই সত্য, গতিকে এঠাইত মিল আছেই। আনকি গীতাত যজ্ঞকো সাধনাক্ষেত্ৰত স্থান দিছে। কিন্তু, গীতাত যজ্ঞৰ কথাটোৰে এনেকুৱা এটা ডাঙৰ ভাব পাইছে য'ত তাৰ সংকীৰ্ণতা গুচাই সি এটা বিশ্বৰ সামগ্ৰী হৈ উঠিছে। যিবিলাক ক্ৰিয়াকলাপত মানুহে আত্মশক্তিৰ দ্বাৰা বিশ্বশক্তিক উদ্বোধিত কৰি তোলে সিয়েই মানুহৰ যজ্ঞ। গীতাকাৰজন যদি এতিয়াৰ দিনৰ মানুহ হ'লহেঁতেন তেন্তে সমস্ত আধুনিক বৈজ্ঞানিক অধ্যৱসায়ৰ মাজত তেওঁ মানুহৰ সেই যজ্ঞক দেখিবলৈ পালেহেঁতেন, যেনেকৈ জ্ঞানৰ দ্বাৰা অনন্ত জ্ঞানৰ লগত যোগ, কৰ্ম্মৰ দ্বাৰা অনন্ত মংগলৰ লগত যোগ, ভক্তিৰ দ্বাৰা অনন্ত ইচ্ছাৰ লগত যোগ, তেনেকৈ যজ্ঞৰ দ্বাৰা অনন্তশক্তিৰ লগত আত্মাৰ যোগ—এইদৰে গীতাত ভূমাৰ লগত মানুহৰ সকলোপ্ৰকাৰৰ

যোগকেই সম্পূর্ণ কৰি দেখুৱাইছে। এদিন যজ্ঞকাণ্ডৰ দ্বাৰা মানুহৰ যি চেষ্টাই বিশ্বশক্তিৰ সিংহদ্বাৰত আঘাত কৰিছিল, গীতাই তাকো সত্য বুলি দেখুৱাইছে।

এইদৰে ইতিহাসৰ নানা বিক্ষিপ্ততাৰ মাজৰ পৰা সেই সময়ৰ কালৰ প্ৰতিভাই যেনেকৈ এটি মূলসূত্ৰ বিচাৰি বাহিৰ কৰিছিল তেনেকৈ বেদৰ মাজৰ পৰাও সি এটি সূত্ৰ উদ্ধাৰ কৰিছিল, সিয়েই ব্ৰহ্মসূত্ৰ। তেতিয়াৰ ব্যাসৰ ইয়ো এটি কীৰ্ত্তি। তেওঁ যেনেকৈ এফালে ব্যষ্টিক ৰাখিছে আনফালে তেনেকৈ সমষ্টিকো প্ৰত্যক্ষ গোচৰ কৰিছে; তেওঁৰ সংকলন কেবল আয়োজন মাত্ৰ নহয়, সি সংযোজন, কেবল সঞ্চয় নহয়, সি পৰিচয়। সমস্ত বেদৰ নানা পথৰ ভিতৰেদি মানুহৰ চিত্তৰ এটি সন্ধান আৰু এটি লক্ষ্য দেখিবলৈ পোৱা যায়, সিয়েই বেদান্ত। তাৰ মাজত এটি দ্বৈতৰো দিশ আছে, এটি অদ্বৈতৰো দিশ আছে, কাৰণ এই দুটা দিশৰ বাহিৰে কোনো এটি দিশো সত্য হব নোৱাৰে। তৰ্কশাস্ত্ৰই ইয়াৰ কোনো সমন্বয় নাপায়, এইবাবে য'ত ইয়াৰ সমন্বয় তাত ইয়াক অনিৰ্ব্বচনীয় বোলা হয়, ব্যাসৰ ব্ৰহ্মসূত্ৰত এই দ্বৈত-অদ্বৈত দুই দিশকে ৰক্ষা কৰা হৈছে। এইকাৰণে পৰবৰ্ত্তীকালত এই এক ব্ৰহ্মসূত্ৰকেই তৰ্কশাস্ত্ৰই নানা বাদ বিবাদত বিভক্ত কৰিব পাৰিছিল। ফলত ব্ৰহ্মসূত্ৰত আৰ্য্যধৰ্ম্মৰ মূল তত্ত্বটিৰ দ্বাৰা সমস্ত আৰ্য্যধৰ্ম্ম শাস্ত্ৰক এক আলোকেৰে আলোকিত কৰিবৰ চেষ্টা কৰা হৈছে। কেবল আৰ্য্যধৰ্ম্ম কিয়, সমস্ত মানব ধৰ্ম্মৰ ইয়েই এটি আলোক।

এইদৰে নানা বিৰুদ্ধতাৰ দ্বাৰা পীড়িত আৰ্য্য-প্ৰকৃতিয়ে এদিন নিজৰ সীমা নিৰ্ণয় কৰি নিজৰ মূল ঐক্য লাভ কৰিবৰ কাৰণে একান্ত যত্নত প্ৰবৃত্ত হৈছিল; তাৰ লক্ষণ স্পষ্টই দেখিবলৈ পোৱা যায়। সেইবাবে, আৰ্য্যজাতিৰ বিধিনিষেধবোৰ—যিবোৰ কেবল স্মৃতিৰূপে নানাস্থানত সিচৰতি হৈ আছিল—এই সময়ত সেইবোৰো সংগৃহীত হৈ লিপিবদ্ধ হবলৈ লাগিল।

আমি এই যে মহাভাৰতৰ কথা ইয়াত আলোচনা কৰিলো, ইয়াক যেন কোনেও কালগত যুগ বুলি নেভাবে—ই ভাবগত যুগ—অৰ্থাৎ আমি এটি সংকীৰ্ণ কালত ইয়াক বিশেষভাবে নিৰ্দ্দিষ্ট কৰিব নোৱাৰো। বৌদ্ধ যুগৰ যথাৰ্থ আৰম্ভ কেতিয়া হয়, সেই কথা সুস্পষ্টভাবে কোৱাটো অসম্ভব। শাক্যসিংহৰ বহুত পূৰ্ব্বেই যে তাৰ আয়োজন চলিছিল আৰু তেওঁৰ আগতে যে

অন্য বস্তু আছিল তাত সন্দেহ নাই। ই এটি ভাবৰ ধাৰা—পৰম্পৰা—যিটোৱে গৌতমবুদ্ধত পূৰ্ণ পৰিণতি লাভ কৰিছিল। মহাভাৰতৰ যুগো তেনেকৈ কেতিয়া আৰম্ভ হয় তাক খাটাং কৰি কলে ভুল কোৱা হয়। আগতেই কোৱা হৈছে যে সমাজৰ মাজত মেলা-চপোৱা একেলগেই চলিছে; যেনেকৈ পূৰ্ব-মীমাংসা আৰু উত্তৰ-মীমাংসা। ইযে পুৰণি পক্ষ আৰু নতুন পক্ষৰ বুজা পৰা, তাত সন্দেহ নাই। একপক্ষই কয় যে যিবিলাক মন্ত্ৰ আৰু কৰ্ম্ম-কাণ্ড চলি আহিছে সেইবোৰ অনাদি; সেইবোৰৰ বিশেষ গুণবশতঃ সিহঁতৰ দ্বাৰাই চৰমসিদ্ধি লাভ কৰা যায়। আনপক্ষই কয় যে জ্ঞানৰ বাহিৰে মুক্তিৰ উপায় আৰু একো নাই। সি দুই গ্ৰন্থ আশ্ৰয় কৰি এই দুই মত বৰ্ত্তমানে প্ৰচলিত আছে, তাৰ ৰচনাকাল যেতিয়াই নহওক লাগিলে, এই মতদ্বৈধ যে অতি প্ৰাচীন সি নিসন্দেহ। এইদৰে আৰ্য্যসমাজৰ যি উদ্যমে নিজৰ সামগ্ৰী-বোৰক বিশেষভাবে সংগৃহীত আৰু শ্ৰেণীবদ্ধ কৰিবলৈ প্ৰবৃত্ত হৈছে, আৰু যি সুদীৰ্ঘকাল ধৰি ভিন্ন ভিন্ন পুৰাণ সংকলন কৰি স্বজাতিৰ প্ৰাচীন পথটিক চিহ্নিত কৰি আহিছে, সি বিশেষ কোনো সময়ৰ দ্বাৰা সীমাবদ্ধ নহয়। আৰ্য্য-অনাৰ্য্যৰ চিৰন্তন সংমিশ্ৰণৰ লগে লগেই ভাৰতবৰ্ষৰ এই দুই বিৰুদ্ধ শক্তিয়ে চিৰকাল কাম কৰি আহিছে; এয়ে আমাৰ বক্তব্য।

এই কথা কোনেও যেন নেভাবে যে অনাৰ্য্যসকলে আমাক দিবলগীয়া কোনো বস্তু দিয়া নাই। প্ৰকৃততে, প্ৰাচীন দ্ৰাবিড়ীসকল সভ্যতাত হীন নাছিল। তেওঁলোকৰ সহযোগত হিন্দু সভ্যতা ৰূপত বিচিত্ৰ, আৰু ৰসত গভীৰ হৈছে। দ্ৰাবিড়ীসকল তত্ত্বজ্ঞানী নাছিল, কিন্তু তেওঁলোকে কল্পনা কৰিব, গান গাব আৰু ৰচনা কৰিব পাৰিছিল। কলাবিদ্যাত তেওঁলোক নিপুণ আছিল আৰু তেওঁলোক গণেশ দেবতাৰ বধু আছিল—কলাবধু। আৰ্য্যসকলৰ বিশুদ্ধ তত্ত্বজ্ঞানৰ লগত দ্ৰাবিড়ীসকলৰ ৰসপ্ৰৱণতা আৰু ৰূপোদ্ভাবনী শক্তিৰ সংমিশ্ৰণচেষ্টাত এটি বিচিত্ৰ সামগ্ৰী গঢ়ি উঠিছে সি সম্পূৰ্ণ আৰ্য্যও নহয়, অনাৰ্য্যও নহয়, সি হিন্দু। এই দুই বিৰুদ্ধৰ নিৰন্তৰ সমন্বয় প্ৰয়াসত ভাৰতবৰ্ষই এটি আশ্চৰ্য্য সামগ্ৰী পাইছে। সি অনন্তক সান্তৰ মাজত উপলব্ধি কৰিবলৈ শিকিছে আৰু ভূমাক দৈনন্দিন জীৱনৰ সমস্ত তুচ্ছতাৰ মাজতো প্ৰত্যক্ষ কৰিবৰ অধিকাৰ লাভ কৰিছে। এই কাৰণেই ভাৰতবৰ্ষত এই দুই বিৰোধ য'ত নিমিলে, তাত মূঢ়তা আৰু অন্ধ সংস্কাৰৰ আৰু অন্ত নাই। য'ত

মিলে তাত অনন্তৰ অন্তহীন ৰসৰূপে নিজকে অবাধে সকলোতে উদ্ঘাটিত কৰি দিয়ে। এই কাৰণেই ভাৰতবৰ্ষই এনেকুৱা এটা বস্তু পাইছে যাক ঠিকমতে ব্যৱহাৰ কৰা সকলোৰে সাধ্যায়ত্ত নহয়, আৰু ঠিকমতে ব্যৱহাৰ কৰিব নোৱাৰিলে যিটোৱে জাতিৰ জীৱনক মূঢ়তাৰ ভাৰত ধূলিলুণ্ঠিত কৰি দিয়ে। আৰ্য্য আৰু দ্ৰাবিড়ীৰ এই চিত্তবৃত্তিৰ বিৰুদ্ধতাৰ সম্মিলন য'ত সিদ্ধ হৈছে, তাত সৌন্দৰ্য্য জাগি উঠিছে ; য'ত এনে হোৱা সম্ভৱপৰ নহয়, তাত কদৰ্য্যতাৰ সীমা নেদেখি। এই কথাও মনত ৰাখিব লাগিব যে অকল দ্ৰাবিড়ীয়েই নহয়, বৰ্ব্বৰ অনাৰ্য্যবিলাকৰ সামগ্ৰীয়েও এদিন দুৱাৰ খোলা পাই অসংকোচে আৰ্য্য সমাজত প্ৰবেশ কৰিছিল। এই অনধিকাৰ প্ৰবেশৰ বেদনাবোধ বহুকাল ধৰি আমাৰ সমাজত অতি তীব্ৰ হৈ উঠিছিল।

যুদ্ধ এতিয়া বাহিৰত নহয়, যুদ্ধ এতিয়া দেহৰ মাজত—কিয়নো অস্ত্ৰই এতিয়া শৰীৰৰ মাজতেই প্ৰবেশ কৰিছে, শত্ৰু এতিয়া ঘৰৰ ভিতৰত। আৰ্য্য সভ্যতাৰ পক্ষে ব্ৰাহ্মণেই এতিয়া একমাত্ৰ ? এইকাৰণে এই সময়ত বেদ যেনেকৈ অভ্ৰান্ত ধৰ্ম্মশাস্ত্ৰৰূপে সমাজস্থিতিৰ সেতু হৈ উঠিল, ব্ৰাহ্মণেও সেইদৰে সমাজত সৰ্ব্বোচ্চ পূজ্যপদ গ্ৰহণৰ চেষ্টা কৰিবলৈ লাগিল। সেই সময়ৰ পুৰাণত, ইতিহাসত, কাব্যত সকলোতেই এই চেষ্টা ইমান প্ৰবলভাবে পুনঃপুনঃ প্ৰকাশ পাইছে যে, স্পষ্টকৈ বুজা যায় যে সেইটো এটা প্ৰতিকূলতাৰ বিৰুদ্ধে প্ৰয়াস, সেইটো উজনিসোঁতত গুণটনা, এইকাৰণে গুণবন্ধন অনেকবোৰ আৰু কঠিন তানৰ বিৰামমাত্ৰও নাই। ব্ৰাহ্মণৰ এই চেষ্টাক কোনো এটা সম্প্ৰদায় বিশেষৰ স্বাৰ্থসাধন আৰু ক্ষমতালাভৰ চেষ্টা বুলি ভাবিলে ইতিহাসক সংকীৰ্ণ আৰু মিছা চকুৰে চোৱা হয়। এই চেষ্টা সেই সময়ৰ সংকটগ্ৰস্ত আৰ্য্যজাতিৰ অন্তৰৰ চেষ্টা। ই আত্মৰক্ষাৰ প্ৰাণপণ প্ৰযত্ন। তেতিয়া সমস্ত সমাজৰ মানুহৰ মনত ব্ৰাহ্মণৰ প্ৰভাৱক সৰ্ব্বতোভাবে অক্ষুণ্ণ কৰি তুলিব নোৱাৰিলে যি চাৰিওকালে ভাগি পৰিছিল তাক জোৰাই তুলিবৰ কোনো উপায় নাছিল।

এই অৱস্থাত ব্ৰাহ্মণসকলৰ দুটা কাম হল। প্ৰথম,—পূৰ্ব্বধাৰাক ৰক্ষা কৰা ; দ্বিতীয়,—নতুনক তাৰ লগত মিলাই লোৱা। জীৱনী প্ৰক্ৰিয়াৰ এই দুটা কাম তেতিয়া অত্যন্ত বাধাগ্ৰস্ত হৈ উঠিছিল বুলিয়েই ব্ৰাহ্মণৰ ক্ষমতা আৰু অধিকাৰক এনেকুৱা অপৰিমিত কৰি তুলিব লগীয়া হৈছিল। অনাৰ্য্য দেৱতাক বেদৰ প্ৰাচীন মঞ্চত তুলি লোৱা হল, বৈদিক ৰুদ্ৰ উপাধি গ্ৰহণ কৰি

শিৱই আৰ্য্যদেৱতাৰ শাৰীত স্থান পালে। এইদৰে ভাৰতবৰ্ষ'ত সামাজিক মিলনে ব্ৰহ্মা, বিষ্ণু, মহেশ্বৰত ৰূপ গ্ৰহণ কৰিলে। ব্ৰহ্মাত আৰ্য্যসমাজৰ আৰম্ভকাল, বিষ্ণুত মধ্যাহ্নকাল আৰু শিৱত তাৰ শেষ পৰিণতিৰ ৰূপ অৱস্থিত হ'ল।

শিৱই যদিও ৰুদ্ৰনামে আৰ্য্য সমাজত প্ৰৱেশ কৰিলে, তথাপি তেওঁৰ ভিতৰেদি আৰ্য্য আৰু অনাৰ্য্য এই দুই মূৰ্ত্তিয়েই স্বতন্ত্ৰ হৈ ৰ'ল। আৰ্য্যৰ-ফালে তেওঁ যোগীশ্বৰ, কামক ভস্ম কৰি নিৰ্ব্বাণৰ আনন্দত নিমগ্ন, তেওঁৰ দিগ্‌বাস সন্ন্যাসীৰ ত্যাগৰ লক্ষণ; অনাৰ্য্যৰফালে তেওঁ বীভৎস, ৰক্তাক্ত গজাজিনধাৰী, গঞ্জিকা আৰু ভাং ধতুৰাত উন্মত্ত। আৰ্য্যৰ ফালৰ পৰা তেওঁ বুদ্ধৰেই প্ৰতিৰূপ আৰু সেই ৰূপেই তেওঁ সকলোতে সহজেই বুদ্ধমন্দিৰ বিলাক অধিকাৰ কৰিছে; আনফালে তেওঁ ভূত-প্ৰেত প্ৰভৃতি শ্মশানচৰৰ সহচৰ আৰু প্ৰভৃতি সৰ্পপূজা, বৃষপূজা, বৃক্ষপূজা, লিংগপূজা প্ৰভৃতি আত্মসাৎ কৰি সমাজৰ অন্তৰ্গত অনাৰ্য্যসকলৰ সমস্ত তামসিক উপাসনাক আশ্ৰয় দান কৰিছে। এফালে প্ৰবৃত্তিক শান্ত্ৰ কৰি নিৰ্জ্জনত, ধ্যানত, জপত তেওঁৰ সাধনা; আনফালে চড়কপূজা প্ৰভৃতি কামত নিজকে প্ৰমত্ত কৰি তুলি শৰীৰক নানা প্ৰকাৰে ক্লেশত উত্তেজিত কৰি নিদাৰুণভাবে তেওঁৰ আৰাধনা সাধিত হৈছে।

এনেকৈ আৰ্য্য-অনাৰ্য্যৰ ধাৰা গংগা-যমুনাৰ দৰে এক হৈ গল, যদিও তাৰ দুটা ৰং ওচৰাওচৰিকৈ ৰৈ গল। এইদৰে বৈষ্ণৱ ধৰ্ম্মৰ মাজতো কৃষ্ণৰ নামক আশ্ৰয় কৰি যি সমস্ত কাহিনী সোমাই পৰিল, সি পাণ্ডৱসখা ভাগৱতধৰ্ম্ম প্ৰৱৰ্ত্তক বীৰশ্ৰেষ্ঠ দ্বাৰকাপুৰীৰ শ্ৰীকৃষ্ণৰ কথা নহয়। বৈষ্ণৱ ধৰ্ম্মৰ এফালে ভগবদ্‌গীতাৰ বিশুদ্ধ অবিমিশ্ৰ উচ্চ ধৰ্ম্মতত্ত্ব ৰৈগল, আৰু আনফালে অনাৰ্য্য আভীৰ গোপজাতিৰ লোকপ্ৰচলিত দেৱলীলাৰ বিচিত্ৰ কথা তাৰে সৈতে যুক্ত হ'ল। শৈৱধৰ্ম্মক আশ্ৰয় কৰি যিবোৰ বস্তু মিলি গল সেইবোৰ নিৰাভৰণ আৰু নিদাৰুণ; সেইবোৰৰ কান্তি আৰু মত্ততা, তাৰ স্থানুৰ দৰে অচল স্থিতি আৰু উদ্দাম তাণ্ডৱনৃত্য উভয়েই বিনাশৰ ভাবসূত্ৰটিক আশ্ৰয় কৰি গ্ৰথিত হ'ল। বাহিৰৰ ফালে সি আসক্তিবন্ধন ছেদন আৰু মৃত্যু, অন্তৰৰ পিনে সি একৰ মাজত বিলয়—ইয়েই আৰ্য্য সভ্যতাৰ অদ্বৈতসূত্ৰ। ইয়েই নেতি, নেতিৰ দিশ্‌—ত্যাগ ইয়াৰ আভৰণ, শ্মশানেই ইয়াৰ বাস। বৈষ্ণৱ ধৰ্ম্মক

আশ্ৰয় কৰি লোক প্ৰচলিত যি পুৰাণ কাহিনী আৰ্য্য-সমাজত প্ৰতিষ্ঠিত হল, তাৰ মাজত প্ৰেমৰ, সৌন্দৰ্য্যৰ আৰু যৌবনৰ লীলা ; প্ৰলয়-পিনাকৰ স্থলত তাত বংশীৰ ধ্বনি ; ভূত-প্ৰেতৰ স্থলত তাত গোপিনীসকলৰ বিলাস ; তাত বৃন্দাবনৰ চিৰবসন্ত আৰু গোলোকধামৰ চিৰ ঐশ্বৰ্য্য ; ইয়াতেই আৰ্য্যসভ্যতাৰ দ্বৈতসূত্ৰ।

এটা কথা মনত ৰখা আৱশ্যক। এই যে আভীৰ-সম্প্ৰদায়ৰ মাজত প্ৰচলিত কৃষ্ণকথা বৈষ্ণৱ ধৰ্ম্মৰ লগত মিহলি হৈ গৈছে তাৰ কাৰণ এই যে ইয়াত পৰস্পৰ মিলিবৰ এটি সত্য পথ আছিল। নায়ক-নায়িকাৰ সম্বন্ধক জীৱ আৰু ভগবানৰ সম্বন্ধৰ ৰূপকভাবে পৃথিৱীৰ নানা ঠাইত মানুহে স্বীকাৰ কৰিছে। আৰ্য্য বৈষ্ণৱ ভক্তিৰ এই তত্ত্বটিক অনাৰ্য্য সকলৰ কাহিনীৰ লগত মিলাই এই সমস্ত কাহিনীক এটি উচ্চতম সত্যৰ মাজত উত্তীৰ্ণ কৰি ল'লে। অনাৰ্য্যৰ চিত্তত যিটো কেৱল ৰসমাদকতাৰূপে আছিল আৰ্য্যই তাকে সত্যৰ মাজত নিত্য প্ৰতিষ্ঠা কৰি দেখিলে—সি কেৱল বিশেষ জাতিৰ বিশেষ এটি পুৰাণ কথাৰূপে নৰ'ল, সি সমস্ত মানৱৰ এটি চিৰন্তন আধ্যাত্মিক সত্যৰ ৰূপকৰূপে প্ৰকাশ পালে, আৰ্য্য আৰু দ্ৰাবিড়ৰ সম্মিলনত এইদৰে হিন্দু সভ্যতাত সত্যৰ সৈতে ৰূপৰ বিচিত্ৰ সম্মিলন ঘটি আহিছে—ইয়াত জ্ঞানৰ সৈতে ৰসৰ, একৰ সৈতে বিচিত্ৰৰ অন্তৰতম সংযোগ ঘটিছে।

আৰ্য্য সমাজৰ মূলত পিতৃশাসনতন্ত্ৰ, অনাৰ্য্য সমাজৰ মূলত মাতৃশাসনতন্ত্ৰ। এই কাৰণে বেদত স্ত্ৰীদেৱতাৰ প্ৰাধান্য নাই। আৰ্য্য সমাজত অনাৰ্য্য প্ৰভাৱৰ সংগত পৰি এই স্ত্ৰীদেৱতাসকলৰ প্ৰাদুৰ্ভাৱ ঘটিবলৈ ধৰিলে। তাক লৈও যে সমাজত বিস্তৰ বিৰোধ ঘটিছে প্ৰাকৃত সাহিত্যত তাৰ নিদৰ্শন দেখিবলৈ পোৱা যায়। এই দেৱীতন্ত্ৰৰ মাজতো একালে হৈমৱতী উমাৰ সুশোভনা আৰ্য্যমূৰ্ত্তি, আনফালে কৰালী কালিকাৰ কপালমালিনী বিবসনা অনাৰ্য্যমূৰ্ত্তি।

কিন্তু সমস্ত অনাৰ্য্য অনৈক্যক তাৰ সমস্ত কল্পনা কাহিনী, আচাৰ আৰু পূজা পদ্ধতি লৈ আৰ্য্যভাৱত ঐক্যসূত্ৰত আদ্যোপান্ত মিলিত কৰি তোলা কোনো মতেই সম্ভৱপৰ নহয়—তাৰ সকলোখিনিকে ৰক্ষা কৰিবলৈ গ'লে তাৰ মাজত শত সহস্ৰ অসংগতি দেখা যায়। এই সমস্ত অসংগতিৰ কোনো প্ৰকাৰেই সমন্বয় নহয়—কেৱল কালক্ৰমত সি অভ্যস্ত হৈ যায় মাত্ৰ। এই

অভ্যাসৰ মাজত অসংগতি বিলাক একত্র হৈ থাকে, সিহঁতক মিলাবৰ প্রয়োজন-বোধো নাইকিয়া হয়। তেতিয়া ধীৰে ধীৰে এই নীতিয়েই সমাজত প্রবল হৈ উঠে যে যাৰ যেনেকুৱা শক্তি আৰু প্রবৃত্তি সি তেনেকুৱা পূজা আচাৰ লৈ থাকে। ই একপ্রকাৰ হাল এৰি দিয়া নীতি। যেতিয়া বিৰোধবোৰক কাৰত ৰাখিবই লাগিব অথচ কোনোমতেই মিলাব পৰা নহয় তেতিয়া এই কথাৰ বাদে আন কথা হবই নোৱাৰে।

এইদৰে বৌদ্ধযুগৰ প্রলয়াৱসানত বিপৰ্য্যস্ত সমাজৰ নতুন পুৰণি সমস্ত বিচ্ছিন্ন পদাৰ্থ লৈ ব্রাহ্মণে যেনেকৈ পাৰে সেইবোৰক সজাই শৃংখলাবদ্ধ কৰিবলৈ বহিল। এনেকুৱা অৱস্থাত স্বভাৱতে শৃংখলা অত্যন্ত কঠিন হৈ উঠে। যিবিলাক নিজেই স্বতন্ত্র, যিবিলাক নানাজাতিৰ নানাকালৰ সামগ্রী, সেই বিলাকক একেটা কৰি বান্ধিবলৈ গ'লে বান্ধটো অত্যন্ত টান কৰি ৰাখিব লাগে —সিহঁতে জীৱন ধৰ্ম্মৰ নিয়ম অনুসাৰে নিজৰ যোগ নিজেই সাধন নকৰে।

ভাৰতবৰ্ষত ইতিহাসৰ আৰম্ভযুগত যেতিয়া আৰ্য্য-অনাৰ্য্যৰ যুদ্ধ চলিছিল তেতিয়া দুয়োপক্ষৰ মাজত এটা প্রবল বিৰোধ আছিল। এই প্রকাৰৰ বিৰোধৰ মাজতো এক প্রকাৰৰ সমকক্ষতা থাকে। মানুহে যাৰ লগত যুদ্ধ কৰে তাক তীব্রভাৱে দ্বেষ কৰিব পাৰে কিন্তু তাক মনেৰে সৈতে অৱজ্ঞা কৰিব নোৱাৰে। এই কাৰণে ক্ষত্রিয়বিলাকে অনাৰ্য্যৰ লগত যেনেকৈ যুদ্ধ কৰি আহিছে তেনেকৈ সিহঁতৰ লগত মিলিও আহিছে। মহাভাৰতত ক্ষত্রিয় বিলাকৰ বিবাহৰ তালিকা চালেই তাক বুজা যাব।

কিন্তু ইতিহাসৰ পৰৱৰ্ত্তী যুগত যেতিয়া আৰু এদিন অনাৰ্য্য বিৰোধ তীব্র হৈ উঠিছিল অনাৰ্য্যবিলাক তেতিয়া আৰু বাহিৰত নাই সিহঁত একেবাৰে ঘৰৰ ভিতৰত সোমাই পৰিছিল। গতিকে তেতিয়া যুদ্ধ কৰিবৰ দিন আৰু নাই। এই কাৰণে সেই অৱস্থাত বিদ্বেষে একান্ত এটা ঘৃণাৰ আকাৰ ধৰিছিল। এই ঘৃণাই তেতিয়া অস্ত্র। ঘৃণাৰ দ্বাৰা মানুহক কেৱলযে দূৰলৈ ঠেলি ৰখা যায় সি নহয়, যাক সকলো প্রকাৰে ঘৃণা কৰা যায় তাৰো মন নিজেই সৰু হৈ আহে; সিও নিজৰ হীনতাৰ সংকোচত সমাজৰ মাজত কুণ্ঠিত হৈ থাকে। য'ত সি থাকে, তাত সি কোনোধৰণৰ অধিকাৰ দাবী নকৰে। এইদৰে যেতিয়া সমাজৰ এভাগে নিজকে নিকৃষ্ট বুলি স্বীকাৰ কৰি লয়, আৰু আন এভাগে নিজৰ আধিপত্যত কোনো বাধাই নাপায়—

তেতিয়া সি সিমানেই তললৈ অবনত হয়, ওপৰত যি থাকে সিও সিমানেই নামি পৰে। ভাৰতবৰ্ষত আত্মপ্ৰসাৰণৰ দিনত যি অনাৰ্য্য বিদ্বেষ আছিল আৰু আত্মসংকোচনৰ দিনত যি অনাৰ্য্য বিদ্বেষ জাগিল—এই দুয়োৰে মাজত অত্যন্ত প্ৰভেদ। প্ৰথম বিদ্বেষৰ সমতলৰ টানত মনুষ্যত্ব পোনহৈ থাকে, দ্বিতীয় বিদ্বেষত তলৰ পিনৰ তানত মনুষ্যত্ব নামি যায়। যাক মাৰো সি যেতিয়া ঘূৰাই মাৰে তেতিয়া মানুহৰ মংগল, যাক মাৰো সি যেতিয়া নীৰবে সেই মাৰ মূৰ পাতি লয় তেতিয়া বৰ দুৰ্গতি। বেদত অনাৰ্য্যসকলৰ প্ৰতি যি বিদ্বেষ প্ৰকাশ আছে তাৰ মাজত পুৰুষত্ব দেখিবলৈ পাওঁ, মনুসংহিতাৰ শূদ্ৰৰ প্ৰতি যি একান্ত অন্যায় আৰু নিষ্ঠুৰ অৱজ্ঞা দেখা যায় তাৰ মাজত কাপুৰুষতাৰেই লক্ষণ ফুটি উঠিছে। মানুহৰ ইতিহাসত সকলোতেই এনেকুৱা ঘটে। য'তে কোনো এক পক্ষ সম্পূৰ্ণ একেশ্বৰ হয়, য'তেই তাৰ সমকক্ষ আৰু প্ৰতিপক্ষ কোনো নেথাকে, তাতেই কেৱল বন্ধনৰ পিছত বন্ধনৰ দিন আহে, তাতেই একেশ্বৰ প্ৰভুৱে নিজ প্ৰতাপক সকলো ফালৰপৰাই সম্পূৰ্ণ বাধাহীনৰূপে নিৰাপদ কৰিবলৈ গৈ নিজৰ প্ৰতাপকেই নত কৰি পেলায়। প্ৰকৃতত মানুহে য'তেই মানুহক ঘৃণা কৰিবৰ অপ্ৰতিহত অধিকাৰ পায় তাতে সেই মাদক বিষ তাৰ প্ৰকৃতিৰ মাজত প্ৰবেশ কৰে। তেনে নিদাৰুণ বিষ মানুহৰ পক্ষে আৰু একোৰেই হব নোৱাৰে। আৰ্য্য আৰু অনাৰ্য্য, ব্ৰাহ্মণ আৰু শূদ্ৰ, য়ুৰোপীয় আৰু এছিয়াটিক, আমেৰিকান আৰু নিগ্ৰো, য'তেই এই দুৰ্ঘটনা ঘটে তাতেই দুই পক্ষৰ কাপুৰুষতা পুঞ্জীভূত হৈ মানুহৰ সৰ্ব্বনাশ চপাই আনে। বৰং শত্ৰুতা শ্ৰেয়, কিন্তু ঘৃণা ভয়ংকৰ।

ব্ৰাহ্মণ এদিন সমস্ত ভাৰতবৰ্ষীয় সমাজৰ একেশ্বৰ হৈ উঠিল আৰু সমাজ বিধিয়ে সকলোকে অত্যন্ত কঠিন কৰি বান্ধিলে। ইতিহাসত অত্যন্ত প্ৰসাৰণৰ যুগৰ পাছত অত্যন্ত সংকোচনৰ যুগ স্বভাৱতেই ঘটিল।

বিপদ হল এই যে পূৰ্ব্বে সমাজত ব্ৰাহ্মণ আৰু ক্ষত্ৰিয় এই দুই শক্তি আছিল। এই দুই শক্তিৰ বিৰুদ্ধতাৰ যোগত সমাজৰ গতি মাজবাটত নিয়ন্ত্ৰিত হৈছিল; এতিয়া সমাজত সেই ক্ষত্ৰিয় শক্তিয়ে আৰু কাম নকৰিলে। সমাজৰ অনাৰ্য্যশক্তিয়ে ব্ৰাহ্মণ শক্তিৰ প্ৰতিযোগীৰূপে থিয় দিব নোৱাৰিলে— ব্ৰাহ্মণে তাক আক্ৰাৰে স্বীকাৰ কৰি লৈ নিজৰ পৰাভৱ ওপৰতো জয়স্তম্ভ স্থাপন কৰিলে।

একালে বাহিৰৰ পৰা যি বীৰ জাতিয়ে এসময়ত ভাৰতবৰ্ষত প্ৰবেশ কৰি ৰাজপুত নামে ভাৰতবৰ্ষৰ প্ৰায় সমস্ত সিংহাসন অধিকাৰ কৰি লৈছে, ব্ৰাহ্মণ সকলে অন্যান্য অনাৰ্য্যসকলৰ দৰে তেওঁলোককো স্বীকাৰ কৰি লৈ এটি কৃত্ৰিম ক্ষত্ৰিয় জাতিৰ সৃষ্টি কৰিলে। এই ক্ষত্ৰিয়সকল বুদ্ধি-প্ৰকৃতিত ব্ৰাহ্মণ-সকলৰ সমকক্ষ নহয়। এওঁলোকে প্ৰাচীন আৰ্য্য-ক্ষত্ৰিয় সকলৰ দৰে সমাজৰ সৃষ্টি কাৰ্য্যত আপোন প্ৰতিভা প্ৰয়োগ কৰিব পৰা নাই, এওঁলোকে সাহস আৰু বাহুবল লৈ ব্ৰাহ্মণশক্তিৰ সহায় আৰু অনুবৰ্ত্তী হৈ বন্ধনক দৃঢ় কৰাৰ ফালেই সম্পূৰ্ণ যোগ দিলে।

এনেকুৱা অৱস্থাত কেতিয়াও সমাজৰ ওজন ঠিক থাকিব নোৱাৰে। আত্ম-প্ৰসাৰৰ পথ একেবাৰে অৱৰুদ্ধ হৈ একমাত্ৰ আত্মৰক্ষণী শক্তি সংকোচৰ ফালেই যেতিয়া পাকৰ পিছত পাক ঘূৰি ঘূৰি যায়, তেতিয়া জাতিৰ প্ৰতিভা ফুটি উঠিব নোৱাৰে। কাৰণ সমাজৰ এই বন্ধন এটা কৃত্ৰিম পদাৰ্থ; এইদৰে শিফালিৰে বান্ধ দিলে তাৰ দ্বাৰা কেতিয়াও কলেবৰ গঠিত নহয়। ইয়াত কেৱল বংশানুক্ৰমে জাতিৰ মাজত কালধৰ্ম্মই জাগি উঠে আৰু জীৱনৰ ধৰ্ম্ম হ্ৰাস পায়; এনেকুৱা জাতি চিন্তাত আৰু কৰ্ম্মত কৰ্তৃত্বভাবৰ অযোগ্য হৈ পৰাধীনতাৰ কাৰণেই সকলো প্ৰকাৰে প্ৰস্তুত হৈ থাকে। আৰ্য্য ইতিহাসৰ প্ৰথম যুগত যেতিয়া সমাজৰ অভ্যাসপ্ৰৱণতাই বিস্তৰ বাহিৰৰ বস্তু জমা কৰি চলিবৰ পথ বন্ধ কৰি দিছিল, তেতিয়া সমাজৰ চিত্তবৃত্তিয়ে তাৰ মাজেদি ঐক্যৰ পথ সন্ধান কৰি এই বহুতৰ বাধাৰ পৰা নিজকে মুক্ত কৰিছিল। আজিও সমাজত তেনেকুৱা আৰু এদিন আহিব ধৰিছে। আজি বাহিৰৰ বস্তু আৰু অনেক অসংগত। সিয়েই আমাৰ জাতিৰ চিত্তক ভাৰগ্ৰস্থ কৰি দিছে। অথচ সমাজত সুদীৰ্ঘকাল ধৰি যি একমাত্ৰ শক্তিয়ে আধিপত্য কৰিছে, সি ৰক্ষণী শক্তি। সি, যি কিছু আছে তাকেই ৰাখিছে, যি ভাগি পৰিছে তাকো জমা কৰিছে, যি উৰি আহি পৰিছে তাকো গোটাইছে। জাতিৰ জীৱনৰ গতিক এই বিলাক অভ্যাসৰ জড়সঞ্চয়ে পদে পদে বাধা নিদি থাকিব নোৱাৰে; ই মানুহৰ চিন্তাক সংকীৰ্ণ আৰু কৰ্ম্মক সংৰুদ্ধ কৰিবই। সেই দুৰ্গতিৰ পৰা বচাবৰ কাৰণে এই কালতেই সকলোতকৈ সেই চিত্তশক্তিৰেই প্ৰয়োজন হৈছে— যিটোৱে জটিলতাৰ মাজৰ পৰা সৰলক, বাহ্যিকতাৰ মাজৰ পৰা অন্তৰক, আৰু বিচ্ছিন্নতাৰ মাজৰ পৰা একক বাধামুক্ত কৰি বাহিৰ কৰিব। অথচ

আমাৰ দুৰ্ভাগ্যক্রমে এই চিত্তশক্তিকেই অপৰাধী কৰি তাক সমাজে হেজাৰ শিকলিৰে কাৰাগাৰত বন্দী কৰি ৰাখিছে।

কিন্তু তথাপি এই বন্ধন-জৰ্জৰিত চিত্ত একেবাৰে নীৰৱে থাকিব নোৱাৰে। সমাজৰ একান্ত আত্মসংকোচনৰ অচৈতন্যৰ মাজতো তাৰ আত্ম-প্ৰসাৰণৰ উদ্বোধন-চেষ্টায়ো ক্ষণে ক্ষণে যুঁজিছে—ভাৰতবৰ্ষৰ মধ্যযুগত তাৰ দৃষ্টান্ত দেখিছো। নানক, কবিৰ প্ৰভৃতি গুৰুসকলে সেই চেষ্টাকেই আকাৰ দিছিল। কবিৰৰ ৰচনা আৰু জীৱন আলোচনা কৰিলে স্পষ্টভাৱে দেখা যায় —তেওঁ ভাৰতবৰ্ষৰ সমস্ত বাহ্যিক আবৰ্জনাক ভেদ কৰি তাৰ অন্তৰৰ শ্ৰেষ্ঠ সামগ্ৰীকেই ভাৰতবৰ্ষৰ সত্য সাধনা বুলি উপলব্ধি কৰিছিল, এই কাৰণে তেওঁৰপন্থীক বিশেষৰূপে ভাৰতপন্থী বোলা হৈছে। বিপুল বিক্ষিপ্ততা আৰু অসংলগ্নতাৰ মাজত ভাৰত যে কোন নিভৃত সত্যত প্ৰতিষ্ঠিত হৈ আছে তাক যেন ধ্যান যোগেৰে তেওঁ সুস্পষ্টভাৱে দেখিবলৈ পাইছিল। সেই মধ্যযুগত সময়ে সময়ে বাৰে বাৰে তেনেকুৱা গুৰুৰেই অভ্যুদয় হৈছিল— তেওঁলোকৰ একমাত্ৰ চেষ্টা এয়ে আছিল যে যিটো বোজা হৈ উঠিছিল তাকেই সহজ কৰি তোলা। এওঁলোকে লোকাচাৰ, শাস্ত্ৰবিধি আৰু সমস্ত চিৰকলীয়া অভ্যাসৰ ৰুদ্ধ দ্বাৰত কৰাঘাত কৰি সত্য ভাৰতক তাৰ বাহ্যিক বেষ্টনৰ অন্তঃপুৰত জগাই তুলিবলৈ চাইছিল।

সেই যুগৰ এতিয়াও অৱসান হোৱা নাই, সেই চেষ্টা এতিয়াও চলি আছে। এই চেষ্টাক কোনেও ৰোধ কৰিব নোৱাৰিব ; কাৰণ ভাৰতবৰ্ষৰ ইতিহাসত আমি প্ৰাচীন কালৰ পৰাই দেখিছো, জড়ত্বৰ বিৰুদ্ধে তাৰ চিত্তই সদায়েই যুদ্ধ কৰি আহিছে। ভাৰতৰ সমস্ত শ্ৰেষ্ঠ সম্পদ, তাৰ গীতা, উপনিষদ, বিশ্বপ্ৰেম-মূলক বৌদ্ধধৰ্ম্ম সমস্তই এই মহাযুদ্ধত জয়লব্ধ সামগ্ৰী ; ভাৰতৰ শ্ৰীকৃষ্ণ, শ্ৰীৰামচন্দ্ৰ এই মহাযুদ্ধৰেই অধিনায়ক ; আমাৰ চিৰদিনৰ সেই যুক্তিপ্ৰিয় ভাৰতবৰ্ষই বহুকালৰ জড়ত্বৰ নানা বোজাক মূৰত লৈ একেঠাইতে শতাব্দীৰ পিছত শতাব্দী নিশ্চল হৈ পৰি থাকিব ই কেতিয়াও তাৰ প্ৰকৃতিগত নহয়। ই তাৰ দেহ নহয়, ই তাৰ জীৱনৰ আনন্দ নহয়, ই তাৰ বাহিৰৰ সংকট।

আমি আগতেই কৈছো বহুতৰ মাজত নিজকে বিক্ষিপ্ত কৰা ভাৰতবৰ্ষৰ স্বভাৱ নহয়, সেই একক পাবলৈ বিচাৰে বুলিয়েই বাহুল্যক একৰ মাজত সংযত কৰাই ভাৰতৰ সাধনা। ভাৰতৰ অন্তৰতম সত্যপ্ৰকৃতিয়েই ভাৰতক এই

সমস্ত নিৰৰ্থক বাহুল্যৰ ভীষণ বোজাৰ পৰা বচাবই। তাৰ ইতিহাসে তাৰ পথক যিমানেই অসাধ্যৰূপে বাধাসংকুল কৰি নোতোলক, তাৰ প্ৰতিভাই নিজৰ শক্তিৰে এই পৰ্বত প্ৰমাণ বিঘ্নব্যূহ ভেদ কৰিয়েই বাহিৰ হৈ যাব—যিমান ডাঙৰ সমস্যা সিমান ডাঙৰেই তাৰ তপস্যা হ'ব। যিবোৰ সময়ে সময়ে গোট খাই উঠিছে তাৰেই মাজত হাল এৰি ডুবি গৈ ভাৰতবৰ্ষৰ চিৰদিনৰ সাধনা এনেকৈ চিৰকালৰ নিমিত্তে হাৰ নামানে। এনেদৰে হাৰমনা যে মৃত্যুৰ পথ যিটো যেতিয়া আহি পৰিছে সেইটো যদি অকলমাত্ৰ তাতেই পৰি থাকিলহেঁতেন তেন্তে সেই অসুবিধা কোনোমতে সহ্য কৰা গ'লহেঁতেন কিন্তু তাক যে খোৰাক দিব লাগিব। জাতিমাত্ৰৰেই শক্তি পৰিমিত—সি, এনেকুৱা কথা যদি কয় যে যিটো আছে আৰু যিটো আহে সকলোকেই মই বিনা বিচাৰে পুহিম তেতিয়া ইমান ৰক্ত শোষণত তাৰ শক্তি ক্ষয় নোহোৱাকৈ থাকিব নোৱাৰে। যি সমাজে নিকৃষ্টক বহন আৰু পোষণ কৰিছে, তেওঁ যে উৎকৃষ্টক উপবাসে ৰাখিছে তাত সন্দেহ নাই, মূঢ়ৰ বাবে মূঢ়তা, দুৰ্ব্বলৰ বাবে দুৰ্ব্বলতা আৰু অনাৰ্য্যৰ বাবে বীভৎসতা সমাজত ৰক্ষা কৰা কৰ্ত্তব্য—এই কথা কাণেৰে শুনিবলৈ বেয়া নালাগে কিন্তু জাতিৰ প্ৰাণ-ভাণ্ডাৰৰ পৰা যেতিয়া তাৰ খাদ্য যোগাবলগীয়া হয় তেতিয়া জাতিৰ যি বস্তুৰেই শ্ৰেষ্ঠ নিতৌ তাৰ ভাগ নষ্ট হয় আৰু নিতৌ জাতিৰ বুদ্ধি দুৰ্ব্বল আৰু বীৰ্য্য মৃতপ্ৰায় হৈ আহে। নীচৰ প্ৰতি যি প্ৰশ্ৰয়, উচ্চৰ প্ৰতি সিয়েই বঞ্চনা ; তাক কেতিয়াও ঔদাৰ্য্য বুলিব নোৱাৰি। ইয়েই তামসিকতা—আৰু এই তামসিকতা কেতিয়াও ভাৰতবৰ্ষৰ সত্য সামগ্ৰী নহয়।

ঘোৰতৰ দুৰ্য্যোগৰ ৰাতিৰ অন্ধকাৰতো এই তামসিকতাৰ মাজত ভাৰতবৰ্ষই সম্পূৰ্ণ আত্মসমৰ্পণ কৰি পৰি থকা নাই। যিবিলাক অদ্ভুত দুঃখ স্বপ্নভাৰে তাৰ বুকুত হেচি ধৰি নিশ্বাস ৰোধ কৰিবৰ উপক্ৰম কৰিছে তাক ঠেলি পেলাই সৰল সত্যৰ মাজত জাগি উঠিবৰ কাৰণে তাৰ অভিভূত চৈতন্যয়ো ক্ষণে ক্ষণে একান্ত চেষ্টা কৰিছে।

আজি আমি যি কালৰ মাজত বাস কৰিছো সেই কালক বাহিৰৰ পৰা সুস্পষ্টভাৱে দেখা নাপায়। তথাপিও অনুভৱ কৰিছো—ভাৰতবৰ্ষই নিজৰ সত্যক, একক আৰু সামঞ্জস্যক ঘূৰাই পাবৰ কাৰণে উদ্যত হৈ উঠিছে। নদীত বান্ধৰ ওপৰত বান্ধ পৰিছিল, কতদিনৰে পৰা তাত আৰু সোঁতে খেলা নাছিল,

আজি কোনোবা ঠাইত তাৰ প্ৰাচীৰ ভাগিছে—সেইবাবে আজি এই স্থিৰ জলত আকৌ যেন মহাসমুদ্ৰৰ সংস্ৰৱ পাইছো, আকৌ যেন বিশ্বৰ জোঁৱাৰ-ভাটাৰ অহা যোৱা আৰম্ভ হৈছে। এতিয়া দেখা গৈছে আমাৰ সমস্ত নব্য উদ্যোগ সজীৱ-হৃদপিণ্ড চালিত ৰক্তসোঁতৰ দৰে এবাৰ বিশ্বৰ ফালে আগবাঢ়িছে, এবাৰ নিজৰ পিনে ঘূৰি আহিছে, এবাৰ সৰ্ব্বজাতিকতাই তাক গৃহহীন কৰিছে, এবাৰ স্বাজাতিকতাই তাক ঘৰলৈ ঘূৰাই আনিছে। এবাৰ সি সৰ্ব্বস্বৰ প্ৰতি লোভ কৰি নিজস্বক এৰিবলৈ চাইছে, আৰু সি দেখিছে যে নিজস্বক এৰি ৰিক্ত হলে কেৱল নিজস্বই হেৰাই যায়, সৰ্ব্বস্বক পোৱা নাযায়। জীৱনৰ কাম আৰম্ভ হবৰ এয়ে লক্ষণ। এনেকৈ দুই সংঘৰ্ষৰ মাজত পৰি মধ্যস্থ সত্যপথটো আমাৰ জাতীয় জীৱনত চিহ্নিত হৈ যাব আৰু এই কথা উপলব্ধি কৰিব যে স্বজাতিৰ মাজেদিয়েই সৰ্ব্বজাতিক আৰু সৰ্ব্বজাতিৰ মাজেদিয়েই স্বজাতিক সত্যৰূপে পোৱা যায়। এই কথা নিশ্চিতৰূপে বুজিব যে নিজকে ত্যাগ কৰি পৰক বিচাৰি যোৱা যেনেকুৱা নিস্ফল ভিক্ষুকতা, পৰক ত্যাগ কৰি নিজকে কুঞ্চিত কৰি ৰখাও তেনেকুৱা দাৰিদ্ৰ্যৰ চৰম দুৰ্গতি।

# ততঃ কিম্

আহাৰ সংগ্ৰহ আৰু আত্মৰক্ষা কৰি জীয়াই থাকিবলৈ শিকিলেই পশুপক্ষীৰ শিক্ষা সম্পূৰ্ণ হয় ; তেতিয়া সি জীৱন-দশা সম্পন্ন কৰিবলৈ প্ৰস্তুত।

মানুহ অকল জীৱই নহয়, মানুহ সামাজিক জীৱ। গতিকে জীৱন-ধাৰণ কৰা আৰু সমাজৰ উপযুক্ত হোৱা এই উভয় কাৰণে মানুহ প্ৰস্তুত হব লগীয়া হয়।

কিন্তু সামাজিক জীৱ বুলিলেই মানুহৰ সকলো কথা শেষ নহয়। মানুহক আত্মাৰূপে দেখিলে সমাজত তাৰ শেষ পোৱা নাযায়। মানুহক সেইভাৱে যিসকলে দেখিছে তেওঁলোকেই কৈছে—

আত্মানং বিদ্ধি—আত্মাক জানা।

আত্মাক উপলব্ধি কৰাই তেওঁলোকে মানুহৰ চৰম সিদ্ধি বুলি বিবেচনা কৰিছে।

তলৰ চাপ সদায় ওপৰৰ চাপৰেই অনুগত। সামাজিক জীৱন পক্ষে কেৱলমাত্ৰ জীৱলীলাই সমাজ ধৰ্ম্মৰ অনুবৰ্ত্তী। ভোক লাগিলেই খোৱা জীৱৰ স্বভাৱ, কিন্তু সামাজিক জীৱৰ পক্ষে সেই আদিম স্বভাৱ নষ্ট কৰি চলিব লাগে। সমাজৰ পিনে লক্ষ্য কৰি বহু সময়ত ভোক পিয়াহক উপেক্ষা কৰাকেই আমি ধৰ্ম্ম বোলোঁ। আন কি সমাজৰ কাৰণে প্ৰাণ দিয়াও অৰ্থাৎ জীৱধৰ্ম্ম ত্যাগ কৰাকো শ্ৰেয় বুলি গণ্য কৰা হয়। গতিকে দেখা যায় জীৱ ধৰ্ম্মক সংযত কৰি, সমাজ ধৰ্ম্মৰ অনুকূল কৰাই সামাজিক জীৱৰ শিক্ষাৰ প্ৰধান কৰ্ত্তব্য।

কিন্তু ইয়াতেই মানুহৰ সত্যক যি সকলে সীমাবদ্ধ নকৰি পৰিপূৰ্ণভাৱে উপলব্ধি কৰিবলৈ ইচ্ছা কৰে, তেওঁলোকে জীৱধৰ্ম্ম আৰু সমাজধৰ্ম্ম উভয়কেই আত্ম-উপলব্ধিৰ অনুগত কৰাৰ সাধনাকেই শিক্ষা বুলি জানে। এক কথাত মানৱ আত্মাৰ মুক্তিয়েই তেওঁলোকৰ ওচৰত মানৱ জীৱনৰ চৰম লক্ষ্য। জীৱন ধাৰণ আৰু সমাজ ৰক্ষাৰ সমস্ত লক্ষ্যই ইয়াৰ অনুবৰ্ত্তী। গতিকে দেখা গৈছে, মানুহ বুলিলে যিয়ে যেনে বুজিছে তেওঁ সেই অনুসাৰেই মানুহৰ শিক্ষা প্ৰণালী প্ৰবৰ্ত্তন কৰিবলৈ বিচাৰিছে—কাৰণ মানুহ তৈয়াৰ কৰাই শিক্ষা।

প্ৰাচীন সংহিতাত ছাত্ৰ শিক্ষাৰ আমি যি আদৰ্শ দেখিবলৈ পাওঁ, সেইটো কেতিয়াৰপৰা আৰু কিমান দূৰলৈকে দেশত চলিছে, তাৰ ঐতিহাসিক বিচাৰ কৰিবলৈ মই অক্ষম। অন্ততঃ এইটো নিঃসন্দেহে কব পাৰি যে যি সকল সমাজৰ নিয়ন্তা আছিল তেওঁলোকৰ মনত শিক্ষাৰ উদ্দেশ্য কি আছিল, মানুহক তেওঁলোকে কি বুলি জানিছিল আৰু সেই মানুহক তৈয়াৰ কৰি তুলিবলৈ সকলোতকৈ কোন উপায়ক উপযুক্ত বুলি বিবেচনা কৰিছিল।

সংসাৰত একোৰেই স্থায়ী নহয়, গতিকে সংসাৰ অসাৰ, অপবিত্ৰ আৰু ইয়াক ত্যাগ কৰাই শ্ৰেয়—মধ্যযুগত ইউৰোপত সাধুসকলে এই ধৰণৰ বৈৰাগ্য ধৰ্ম্মৰ শ্ৰেষ্ঠতা প্ৰচাৰ কৰিছিল তেতিয়া সন্ন্যাসীদলৰ যথেষ্ট প্ৰাদুৰ্ভাব আছিল। ইউৰোপৰ এতিয়াৰ ভাবধাৰা এই যে সংসাৰখন একোৰেই নহয় বুলি মানুহৰ প্ৰবৃত্তি আৰু নিবৃত্তিৰ মাজত এটা চিৰস্থায়ী দেৱাসুৰৰ যুদ্ধ লগাই থলে মনুষ্যত্বক ধ্বংস কৰা হয়। সংসাৰৰ হিতসাধন কৰাই সংসাৰী জীৱনৰ শেষ লক্ষ্য—এয়ে হৈছে ধৰ্ম্মনীতি। এই ধৰ্ম্মনীতিক একান্তভাবে আশ্ৰয় কৰিবলৈ গলে সংসাৰক মায়া-মৰীচিকা বুলি উৰাই দিলে নচলিব। এই সংসাৰক্ষেত্ৰত জীৱনৰ শেষদণ্ড পৰ্য্যন্ত পূৰ্ণোদ্যমে কাম কৰিব পৰাই বীৰত্ব, লেকাম লগোৱা অৱস্থাই মৃত্যু অৰ্থাৎ কামত বিশ্ৰাম নিদি জীৱন শেষ কৰাই ইংৰাজৰ কাৰণে গৌৰৱৰ বিষয় বুলি পৰিগণিত।

সংসাৰ যে অনিত্য এই কথা পাহৰি, মৃত্যু যে নিশ্চিত এই কথা মনৰ ভিতৰত পোষণ নকৰি, সংসাৰেৰে সৈতে চিৰন্তন সম্বন্ধ স্থাপনৰ চেষ্টা নকৰাকৈ ইউৰোপীয় জাতিয়ে এটা বিশেষ বল লাভ কৰিছে, সেই বিষয়ে কোনো সন্দেহ নাই। ইয়াৰ বিপৰীত অৱস্থাকেই এওঁলোকে morbid অৰ্থাৎ ৰুগ্ন অৱস্থা বোলে। গতিকে এওঁলোকৰ শিক্ষাৰ উদ্দেশ্য এই যে, ছাত্ৰসকল এনেদৰে মানুহ হব, যাতে তেওঁলোকে শেষ পৰ্যন্ত প্ৰাণপণ কৰি সংসাৰ কৰ্ম্ম ক্ষেত্ৰত যুঁজিব পাৰে। জীৱনক এওঁলোকে সংগ্ৰাম বুলিয়ে জানে, বিজ্ঞানেও এওঁলোকক এই শিক্ষাই দিয়ে যে, যি সকলে জীৱিকাৰ যুদ্ধত জয়লাভ কৰে তেওঁলোকেই পৃথিৱীত তিষ্ঠিব পাৰে। এফালে এওঁলোকক "লাগে মানে লাগেই, নহলেই নহয়", মনৰ এই লোভ-বৃত্তিক অধিক সতেজ কৰি ৰাখিবলৈ চেষ্টা, আনফালে কিন্তু এওঁলোকে মুঠিটিও বৰ কটকটীয়া কৰিব খোজে। এওঁলোকে অষ্টাদিশ বান্ধি দহোটা আঙুলিৰে

নিকপকপীয়াকৈ আঁটি ধৰিব জানে। পৃথিৱীৰ কোনো অংশকেই কোনোমতে পৰিত্যাগ নকৰিব—বলপূৰ্ব্বক ইয়াকে কৈ কৈ মাটি কামুৰি মৰা এওঁলোকৰ পক্ষে বীৰৰ মৃত্যু। সকলোকে জানিব, সকলোকে কৰিব, সকলোকে ৰাখিব এই প্ৰতিজ্ঞাৰ সাৰ্থকতা সাধন কৰাৰ শিক্ষাই এওঁলোকৰ শিক্ষা। আমি কৈ আহিছো—

'গৃহীত ইব কেশেষু মৃত্যুনা ধৰ্ম্মমাচৰেৎ।' মৃত্যুয়ে যেন চুলিৰ টিকনিত ধৰি আছে, ইয়াকে ভাবি ধৰ্ম্ম আচৰণ কৰিব।

ইউৰোপৰ সন্ন্যাসীসকলেও যে এই কথা কোৱা নাই এনে নহয় আৰু তেওঁলোকে সাংসাৰিক ভয় দেখুৱাৰলৈ, সাহিত্যত, চিত্ৰত আৰু নানা ঠাইত মৃত্যুৰ বিভীষিকাক প্ৰত্যক্ষ কৰিবলৈ চেষ্টা কৰিছে। কিন্তু আমাৰ প্ৰাচীন সংহিতাৰ মাজত যি ভাবটো দেখা যায়, তাৰ এটা বিশেষত্ব আছে। সংসাৰেৰে সৈতে আমাৰ সম্বন্ধৰ শেষ নাই, এইদৰে ভাবি কাম কৰিলে কাম ভাল হয় নে বেয়া হয়, সেয়া পিছৰ কথা, কিন্তু সেই কথাটোৱেই যে মিছা তাত সন্দেহ নাই। সংসাৰত আমাৰ সমস্ত সম্বন্ধৰে যে শেষ আছে—ইয়াতকৈ ডাঙৰ সঁচা কথা আৰু আন একোৱেই নাই। প্ৰয়োজনৰ অনুৰোধত সঁচাক গালি পাৰি মিছা বুলি চলালেও সি সমানে নিজৰ কাম কৰি যায়; যি ৰজাই সোণৰ ৰাজদণ্ডকেই চৰম বুলি জানে তেওঁৰো হাতৰপৰা শেষত সেই ৰাজদণ্ড ধূলিত খহি পৰে, যি মানুহে লোকালয়ত প্ৰতিষ্ঠা লাভকেই একমাত্ৰ লক্ষ্য বুলি জ্ঞান কৰে, সমস্ত জীৱনৰ সমস্ত চেষ্টাৰ শেষত তেওঁ সেই লোকবসতি অকলে পৰিত্যাগ কৰি যাব লগা হয়। মহা মহা কীৰ্ত্তি লোপ হৈ যায় আৰু ডাঙৰ ডাঙৰ জাতিয়েও উন্নতিৰ নাট্যমঞ্চৰ পৰা প্ৰদীপ নিৰ্ব্বাপিত কৰি অভিনয়লীলা সমাধা কৰিব লগীয়া হয়। এই সকলো অত্যন্ত পুৰণি কথা, তথাপি ই অলপো মিছা নহয়।

সকলো সম্বন্ধৰেই শেষ হয়, কিন্তু সেই বুলি শেষ হোৱাৰ আগেয়ে তাক অস্বীকাৰ কৰিলে নহব। শেষ হোৱাৰ পিছত যি অসত্য, শেষ হোৱাৰ আগেয়েতো সি সত্য। যিটো যি পৰিমাণে সঁচা, তাক সেই পৰিমাণে যদি স্বীকাৰ কৰা নহয়, তেনেহলে, হয়তো সি আমাৰ কাণত ধৰি স্বীকাৰ কৰাব, নাইবা কোনোবা দিনা কোনোবা ফালৰ পৰা সুদে সৈতে আদায় কৰি লব।

ছাত্ৰই বিদ্যালয়ত চিৰদিন নপঢ়ে, পঢ়াৰ এদিন শেষ হয়। কিন্তু যিমানদিন

তেওঁ বিদ্যালয়ত থাকে যিমানদিন যদি পঢ়াটোকেই যথাৰ্থভাবে স্বীকাৰ কৰি লয় তেনেহলে পঢ়াৰ পৰিসমাপ্তি প্ৰকৃত হয়, তেতিয়াই তেওঁৰ পক্ষে বিদ্যালয়ৰ পৰা নিষ্কৃতি লাভ পূৰ্ণ হয়।

যদি তেওঁ বিদ্যালয়ৰপৰা বলেৰে অৱসৰ লয়, তেনেহলে তেওঁ চিৰদিন ধৰি অসম্পূৰ্ণ বিদ্যাৰ ফল ভোগ কৰিব লগীয়া হয়। পথ গম্যস্থান নহয়, এই কথা যথাৰ্থ; পথৰ সমাপ্তিয়েই আমাৰ লক্ষ্য। প্ৰথম প্ৰথমে ভোগ নকৰিলে, তাৰ সমাপ্তিও অসম্ভৱ হৈ পৰে।

গতিকে দেখা গৈছে, জগতৰ সম্বন্ধসমূহক আমি ধ্বংস কৰিব নোৱাৰোঁ, সেই বিলাকৰ ভিতৰেদি গৈয়ে সেইবোৰক অতিক্ৰম কৰিব পৰা যায়। অৰ্থাৎ যি ঠাইত আহি সকলো সম্বন্ধ মিলিছে সেই ঠাই পাব পাৰি। গতিকে ঠিকভাবে এই ভিতৰেদি যোৱাটোৱেই সাধনা, কোনো সম্বন্ধ নাই বুলি বিমুখ হোৱা সাধনা নহয়। যদি পথক বৈৰাগ্যৰ জোৰেৰে এৰি দিয়া যায় তেন্তে অপথত সাতগুণ বেছি ঘূৰিব খাই মৰিব লগীয়া হয়।

জাৰ্মান মহাকবি গেটেই তেওঁৰ ফাউস্ট নাটকত দেখুৱাইছে, মানব প্ৰবৃত্তিক নিৰাহাৰী কৰি সংসাৰ লীলা ক্ষেত্ৰৰপৰা উচ্চত, গোপনে বহি যিসকল জ্ঞান সংগ্ৰহ কৰিবলৈ প্ৰবৃত্ত হৈছিল, তেওঁলোকে কিভাবে সংসাৰৰ ধূলিৰ ওপৰত বহুজোৰে আছাৰ খাই শক্তিশালী জ্ঞান আহৰণ কৰিব লগীয়া হৈছিল। মুক্তিৰ প্ৰতি অসময়ত অযথা লোভ কৰি যিখিনি ফাঁকি দিবলৈ যোৱা যায়, সেইখিনিতো পৰিশোধ কৰিবই লাগিব তাৰ উপৰি আকৌ ফাঁকিৰ চেষ্টাৰ কাৰণে দণ্ড অপৰিহাৰ্য্য। বেছি খৰ্‌ধৰ্‌ কৰিবলৈ গলেই বেছি পলম হয়।

বাস্তৱতে গ্ৰহণ আৰু বৰ্জ্জন, বন্ধন আৰু বৈৰাগ্য এই দুয়োটাই সমানে সত্য—এটিৰ মাজতে আনটিৰ বাস, কেও কাকো এৰি সত্য নহয়। দুয়োকে যথাৰ্থৰূপে মিলাব পাৰিলেহে পূৰ্ণতা লাভ কৰিব পৰা যায়। শংকৰ ত্যাগৰ আৰু অন্নপূৰ্ণা ভোগৰ মূৰ্ত্তি—উভয়ে মিলি যেতিয়া একাকাৰ হয়, তেতিয়াহে সম্পূৰ্ণতাৰ আনন্দ। আমাৰ জীৱনৰ যি স্থলতেই এই শিৱ আৰু শিৱানীৰ বিচ্ছেদ, যতেই বন্ধন আৰু মুক্তিৰ একেলগে প্ৰতিষ্ঠা হোৱা নাই, যি ঠাইতেই অনুৰাগ আৰু বৈৰাগ্যৰ বিৰোধ ঘটিছে, সেই ঠাইতেই যতমানে অশান্তি, যতমানে নিৰানন্দ। সেই ঠাইতেই আমি লবলৈ বিচাৰোঁ, দিবলৈ ইচ্ছা নকৰোঁ, সেই ঠাইতেই আমি নিজৰ পিনে টানো, আনৰ পিনে নাচাওঁ, সেই

ঠাইতেই থাক আমি ভোগ কৰোঁ, তাঁৰ আৰু শেষ দেখিবলৈ নাপাওঁ—
—শেষ দেখিলে বিধাতাক ধিক্‌কাৰ দি হাহাকাৰ কৰোঁ : সেই ঠাইতেই, কৰ্ম্মত আমাৰ প্ৰতিযোগিতা, ধৰ্ম্মত আমাৰ বিদ্বেষ ; তাও কোনো এটিৰেই স্বাভাৱিক পৰিণাম নাই, যেন অপঘাত মৃত্যুতেই সকলো কাৰ্য্যৰে হঠাৎ অন্তৰ্দ্ধান।

জীৱনটোক যেনিবা যুদ্ধ বুলিয়েই বিবেচনা কৰা গ'ল। যদি এই যুদ্ধ কাৰ্য্যত আমাৰ কেৱল বেহুৰ ভিতৰত প্ৰৱেশ কৰিবলৈকেহে শিক্ষা থাকে অথচ আমি বেহুৰপৰা ওলাই অহাৰ কৌশল নাজানো, তেনেহলে সপ্তৰথীয়ে বেৰি ধৰি আমাক হত্যা কৰিব ; অৱশ্যে সেইদৰে মৰিও আমি বীৰত্ব দেখুৱাব পাৰোঁ, কিন্তু তাক যুদ্ধত জয় হোৱা নোবোলে। আনপিনে যি সকলে বেহুৰ ভিতৰত প্ৰবেশ কৰাৰ পৰাই একেবাৰে আঁতৰি থাকে সেই কাপুৰুষৰ বীৰৰ দৰে সদ্‌গতি নহয়। প্ৰবেশ কৰা আৰু ওলাই অহা এই দুয়োৰেহে জীৱনৰ চৰিতাৰ্থতা।

প্ৰাচীন সংহিতাকাৰ সকলে হিন্দুসমাজত হৰ-গৌৰীক অভেদ অংগ কৰিবলৈ বিচাৰিছিল। বিশ্বচৰাচৰৰ যি গ্ৰহণ আৰু বৰ্জন, যি আকৰ্ষণ আৰু বিকৰ্ষণ, যি অভিকেন্দ্ৰ আৰু অপকেন্দ্ৰ, যি স্ত্ৰী-পুৰুষৰ ভাৱৰ নিয়ত সামঞ্জস্যৰ ওপৰত প্ৰতিষ্ঠা লাভ কৰি সত্য আৰু সুন্দৰ হৈ উঠিছে সেইবোৰেৰে সকলোপিনে প্ৰথমৰপৰা শেষ পৰ্য্যন্ত সমাজক সেই মহৎ সামঞ্জস্যৰ ওপৰত প্ৰতিষ্ঠিত কৰিবলৈ চেষ্টা কৰিছিল। শিৱ আৰু শক্তিৰ, নিবৃত্তি আৰু প্ৰবৃত্তিৰ সম্মিলনতেই সমাজৰ একমাত্ৰ মংগল, আৰু শিৱ আৰু শক্তিৰ বিৰোধেই সমাজৰ সকলোপ্ৰকাৰ অমংগলৰ হেতু, ইয়াকেই তেওঁলোকে বুজিছিল। এই সামঞ্জস্যক আশ্ৰয় কৰিব লাগিলে প্ৰথমত মানুহক সম্যভাৱে চাব লাগিব। অৰ্থাৎ তেওঁক কোনো এটা বিশেষ প্ৰয়োজনৰ পিনপৰা চালে নচলিব। অম্বল খোৱাৰ পিনৰপৰাই যদি আমি আমটো চাওঁ তেনেহলে আমক সমগ্ৰভাৱে চোৱা নহল ; এইহেতু তাৰ স্বাভাৱিক পৰিণামত বাধা জন্মে, কেঁচাই পাৰি আনিলে তাৰ কোমলতাক নষ্ট কৰা হয়। খৰি বুলিয়েই যদি গছক কেৱল চোৱা যায়, তেনেহলে তাৰ ফল-ফুল-পাতৰ কোনো মৰ্ম্ম দেখিবলৈ পোৱা নাযায়। সেইদৰে যদি মানুহক ৰাজ্যৰক্ষাৰ উপায় বুলি বিবেচনা কৰা যায়, তেন্তে তেওঁক সৈনিক কৰি তোলা হয়, যদি তেওঁক

জাতীয় সমৃদ্ধিৰ কাৰণ বুলি গণনা কৰা যায়, তেন্তে তেওঁক কেৱল বেপাৰী কৰাৰ চেষ্টাই কৰা হয়, এইদৰে আমাৰ আবহমান সংস্কাৰ অনুযায়ী যিটোকে আমি পৃথিৱীত সবাতকৈ অভিলষিত বুলি ভাবোঁ, মানুহক তাৰেই কেৱল উপকৰণ বুলি বিবেচনা কৰা হয়, আৰু সেই প্ৰয়োজন সাধনতেই মানুহৰ সাৰ্থকতা বুলি ভবা হয়। এনেকৈ দেখুৱালে যে কোনো উপকাৰ নহয়, এনে নহয়, কিন্তু সামঞ্জস্য ধ্বংস হৈ শেষ সময়ত অমংগল আহি উপস্থিত হয়; আৰু যিহকে তৰা বুলি ভাবি আকাশলৈ উৰুৱাই দিয়া যায় সি অলপ সময় ঠিক তৰাৰ দৰেই ভংগিমা কৰে, তাৰ পাছত পুৰি ছাই হৈ মাটিত পৰি যায়।

এদিন আমাৰ দেশত মানুহক সকলো প্ৰয়োজনতকৈ কিভাবে ডাঙৰ দেখা গৈছিল, সেইকথা সাধাৰণভাৱে প্ৰচলিত চাণক্যশ্লোক এটাত দেখা যায়,

ত্যজেদেকং কুলস্যাৰ্থে গ্ৰামস্যাৰ্থে কুলং ত্যজেৎ।
গ্ৰামং জনপদস্যাৰ্থে আত্মাৰ্থে পৃথিৱীং ত্যজেৎ ॥

মানুহৰ আত্মা বংশতকৈ, গাৱঁতকৈ, দেশতকৈ, সমস্ত পৃথিৱীতকৈ শ্ৰেষ্ঠ।

অন্ততঃ কাতোকৈ নিকৃষ্ট নহয়। এইদৰে প্ৰথমতে মানুহৰ আত্মাক সমস্ত স্থানীয় আৰু ক্ষণস্থায়ী প্ৰয়োজনৰপৰা ভিন্নকৰি তাক বিশুদ্ধ আৰু বৃহৎ কৰি চাব লাগিব, তেতিয়াহে সংসাৰৰ সকলো প্ৰয়োজনেৰে সৈতে আত্মাৰ সত্য সম্বন্ধ, জীৱনৰ সকলো অৱস্থাৰ ভিতৰতে আত্মাৰ যথাৰ্থ স্থান নিৰ্ণয় কৰা সম্ভৱ হব।

আমাৰ দেশত তাকেই কৰা হৈছিল; শাস্ত্ৰকাৰসকলে মানুহৰ আত্মাক অতি বৃহৎ হিছাপে দেখিছিল। মানুহৰ মৰ্য্যাদাৰ কতো সীমা নাছিল, ব্ৰহ্মৰ মাজতেই তেওঁলোকৰ সমাপ্তি। আৰু যি ঠাইত মানুহক শেষ কৰি চোৱা যায় তাতেই মিছাকৈয়ে দেখা হয়—তেওঁক citizen হিছাপে চোৱাঁ, কিন্তু সেই city ক'ত আছে, তেৱেঁই বা ক'ত, cityত তেওঁৰ পৰিপূৰ্ণতা নহয়; তেওঁক patriot কৰি চোৱাঁ, কিন্তু দেশতেই তেওঁৰ শেষ পোৱা নাযায়, দেশ জলবিম্ব মাথোন; সমগ্ৰ পৃথিৱীয়েই বা কি।

যি ভতৃহৰি এসময়ত ৰজা আছিল,—তেওঁ কৈছিল—

প্ৰাপ্তাঃ শ্ৰিয়ং সকলকামদুঘাস্ততঃ কিং
ন্যস্তং পদং শিৰসি বিদ্বিষতাং ততঃ কিম্।

সম্পাদিতাঃ প্ৰণয়িনো বিভবৈস্ততঃ কিং
কল্পস্থিতস্তনুভৃতাং তনবস্ততঃ কিম্।

সকলো অভিলাষ পূৰণকাৰী লক্ষ্মীকেই যেনিবা লাভ কৰিলা, তাৰ দ্বাৰা কি হ'ব, শত্ৰুসমূহৰ মূৰৰ ওপৰত চৰণ ৰাখিলা তাতেই বা কি হ'ব, অথবা সম্পদৰ সহায়ত বহু বন্ধুকেই সংগ্ৰহ কৰিলা তাৰেই বা কি হ'ব, দেহধাৰীৰ দেহবোৰকেই নাইবা কল্পকাল জীয়াই ৰাখিলা তাৰ দ্বাৰায়ে বা কি লাভ ?

অৰ্থাৎ এইবোৰ কামনাৰ বিষয়ৰ দ্বাৰা মানুহক নিঃকিন কৰি চালে নহব, মানুহ ইয়াতকৈ ডাঙৰ। যি অনাদিৰপৰা অনন্তৰ অভিমুখে, তেওঁক মনত ৰাখিব পাৰিলেই তেওঁৰ জীৱনক সজ্ঞানভাৱে সম্পূৰ্ণতাৰ পথলৈ চালনা কৰিব পৰা উপায় সম্ভৱ হব পাৰে আৰু সেয়ে মানুহৰ সবাতকৈ শ্ৰেষ্ঠ সত্য।

আমাৰ দেশৰ প্ৰাচীন মনীষীসকলে মানুহৰ আত্মাক মহান কৰি দেখিছিল বুলিয়েই তেওঁলোকৰ জীৱনযাত্ৰাৰ আদৰ্শ ইউৰোপেৰে সৈতে স্বতন্ত্ৰ হৈছে ; জীৱনৰ শেষ মুহূৰ্ত্ত পৰ্য্যন্ত সবু হৈ মৃত্যুক বৰণ কৰাকে তেওঁলোকে গৌৰৱৰ বিষয় বুলি ভবা নাই ; কৰ্ম্মকেই তেওঁলোকে শেষ লক্ষ্য নকৰি, কৰ্ম্মক দ্বাৰায় কৰ্ম্মক ক্ষয় কৰাকেই সাধনাৰ চৰম বিষয় বুলি জ্ঞান কৰিছিল, আত্মাৰ মুক্তিয়েই যে প্ৰত্যেক মানুহৰ একমাত্ৰ কল্যাণকৰ, এই বিষয়ে তেওঁলোকৰ সন্দেহ নাছিল। ইউৰোপত সকলো সময়তে স্বাধীনতাৰ গৌৰৱ কীৰ্ত্তন কৰা হয়। এই স্বাধীনতাৰ অৰ্থ, আহৰণ কৰিবৰ স্বাধীনতা, ভোগ কৰিবৰ স্বাধীনতা, কাম কৰিবৰ স্বাধীনতা, এই স্বাধীনতা নিচেই কম বস্তু নহয়। এই সংসাৰত ইয়াক ৰক্ষা কৰিবলৈ বহু শক্তি আৰু আয়োজনৰ আৱশ্যক, কিন্তু প্ৰাচীন ভাৰতবৰ্ষই ইয়াৰ প্ৰতিও অৱজ্ঞা কৰি কৈছিল "ততঃ কিম্ ?" এই স্বাধীনতাক ভাৰতে স্বাধীনতা বুলিয়ে স্বীকাৰ কৰা নাই। ভাৰতবৰ্ষই কামনাৰ ওপৰত, কৰ্ম্মৰ ওপৰত স্বাধীন হবলৈ বিচাৰিছিল।

কিন্তু স্বাধীন হলো বুলি মনত ভাবিলেই স্বাধীন হব নোৱাৰি। নিয়ম অৰ্থাৎ অধীনতাৰ ভিতৰেদি নগলে স্বাধীন হব নোৱাৰি। ৰাষ্ট্ৰীয় স্বাধীনতাক যদি শ্ৰেষ্ঠ বুলি ভবা হয়, সৈনিকৰূপে অধীন হব লাগিব, বণিক হিছাপে অধীন হব লাগিব। ইংলণ্ডত যে কিমান লক্ষ সৈনিক আছে, তেওঁলোক স্বাধীন জানো ? তেওঁলোকে যে মনুষ্যত্বক মানুহমৰা কলত পৰিণত কৰিছে, তেওঁলোক জীৱন্ত বন্দুকমাথোন। কত লক্ষ কৰ্ম্মীয়ে যে খনিৰ অন্ধৰসাতলত

কাৰখানাৰ অগ্নিকুণ্ডত অৱস্থান কৰি ইংলণ্ডৰ ৰাজ্যশ্ৰীৰ চৰণতলিত বুকুৰ তেজেৰে আলতাৰ বোল দিছে। তেওঁলোক স্বাধীন জানো? তেওঁলোক নিৰ্জীৱ কলৰ সজীৱ অংগ প্ৰত্যংগ। ইউৰোপত স্বাধীনতাৰ ফলভোগ কৰিছে কেইজনে? তেনেহলে স্বাধীনতা কাক বোলে। Individualism অৰ্থাৎ ব্যক্তি স্বাতন্ত্ৰ্য ইউৰোপৰ সাধনাৰ বিষয় হব পাৰে, তথাপি ব্যক্তিৰ পৰতন্ত্ৰতা জানো আন ক'ৰবাত ইমান বেছিকৈ দেখা গৈছে?

ইয়াৰ উত্তৰত এটা স্বভাববিৰোধী কথা কব লগা হয়। পৰতন্ত্ৰতাৰ ভিতৰেদিয়ে স্বাতন্ত্ৰ্যলৈ যোৱাৰ পথ। বাণিজ্যত তুমি যিমান বেছি লাভৰ ধন আনিবলৈ বিচাৰিবা, মূলধনৰ টকাও সিমান বেছি খটুৱাব লাগিব, টকা অলপো খটুওৱা নাই অথচ লাভ বিচাৰিবা, সেইটো নহব। স্বাতন্ত্ৰ্য সেই হিচাপে সুদৰ স্বৰূপ। বিপুল পৰতন্ত্ৰতা খটুওৱাতহে সেইখিনি লাভ হৈছে আদিয়ে অন্তে সকলোখিনিয়েই লাভ, আদি-অন্ত সমস্তই স্বাধীনতা, ই কদাপি সম্ভৱপৰ নহয়। আমাৰ দেশৰ সাধনাৰ বিষয় আছিল Individualism ব্যক্তি-স্বাতন্ত্ৰ্য। কিন্তু সেয়াতো কোনো নিঃকিন স্বাতন্ত্ৰ্য নহয়। স্বাতন্ত্ৰ্যৰ সেই আদৰ্শই নিঃশেষভাবে গৈ মুক্তিক স্পৰ্শ কৰিছে। ভাৰতবৰ্ষই প্ৰত্যেক মানুহকে জীৱনৰ প্ৰতিদিনৰ ভিতৰেদি, সমাজৰ প্ৰত্যেক সম্বন্ধৰ ভিতৰেদি মুক্তিৰ সেই অধিকাৰ দিবৰ চেষ্টা কৰিছে। ইউৰোপত যি দৰে কঠোৰ পৰতন্ত্ৰতাৰ ভিতৰেদি স্বাতন্ত্ৰ্যৰ বিকাশ হৈছে, সেইদৰে আমাৰ দেশতো নিয়ম সংযমৰ গূঢ় বন্ধনৰ ভিতৰেদিয়েই মুক্তিৰ উপায় নিৰ্দিষ্ট হৈছে। মুক্তিৰ সেই পৰিণামক যদি লক্ষ্যৰপৰা বাদ দি কেৱল নিয়ম সংযমকেই অপৰিহাৰ্য্য হিচাপে দেখা যায়, তেন্তে কব লাগিব আমাৰ দেশত ব্যক্তি স্বাতন্ত্ৰৰ খৰ্ব্বতা বহু বেছি।

প্ৰকৃত কথা, কোনো দেশৰ যেতিয়া দুৰ্গতিৰ দিন আহে তেতিয়া সেই দেশে মুখ্য বস্তুটোকে হেৰুৱায়, অথচ গৌণটোৱে আবৰ্জনা হৈ ঠাই ব্যাপি ধৰে। তেতিয়া পখী উৰি পলায়, বাহ পৰি থাকে। আমাৰ দেশতো সেয়ে ঘটিছে। এতিয়াও আমি নানাবিধ ধৰাবন্ধা নিয়মমানি চলোঁ অথচ তাৰ পৰিণামৰ প্ৰতি লক্ষ্য নাই। মুক্তিৰ সাধনা আমাৰ মনৰ ভিতৰত, আমাৰ ইচ্ছাৰ ভিতৰত নাই, অথচ তাৰ বন্ধনবোৰ আমি ভৰিৰপৰা মূৰলৈ বহন কৰি ফুৰিছোঁ, ইয়াতে আমাৰ দেশৰ মুক্তিৰ যি আদৰ্শ সেয়া নষ্টই হব ধৰিছে;

ইউৰোপৰ স্বাধীনতাৰ যি আদৰ্শ, তাৰ পথতো পদে পদে বাধা পৰিছে। সাত্ত্বিকতাৰ যি পূৰ্ণতা তাক পাহৰিছো, ৰাজসিকতাৰ যি ঐশ্বৰ্য্য সিয়ো দুৰ্লভ হৈছে, কেৱল তামসিকতাৰ যি অৰ্থহীন অভ্যাসগত বোজা তাকেই মাথোন বহন কৰি নিজক অকৰ্ম্মণ্য কৰি তুলিছো। গতিকে আজিৰ দিনত যদি কোনোৱে আমাৰ পিনে চাই কয়, ভাৰতবৰ্ষৰ সমাজ কেৱল মানুহক আচাৰ-বিচাৰেৰে অষ্টদিশ বন্ধ কৰিবলৈ পতা ফান্দ, তেনেহলে খং উঠিব পাৰে কিন্তু প্ৰত্যুত্তৰ দিয়া কঠিন। শুকাই যোৱা পুখুৰীক যদি কোনোৱে গাঁত বোলে তেন্তে সেয়া আমাৰ পৈতৃক সম্পত্তি হলেও তাত মনে মনে থাকিব লগীয়া হয়। প্ৰকৃত কথা এসময়ত সৰোবৰৰ পূৰ্ণতা যিমানেই সুগভীৰ আছিল, শুকোৱা অৱস্থাত তাৰ শূন্যতাৰ গাঁতটিও সিমান প্ৰকাণ্ড হৈয়ে থাকে। এসময়ত ভাৰতবৰ্ষতো মুক্তিৰ লক্ষ্য যে কিমান সচেষ্ট আছিল সেইটো আজিৰ দিনৰ অৰ্থহীন ধৰাবন্ধা নিয়মৰ অনাৱশ্যক আচাৰ-বিচাৰৰ দ্বাৰা বুজা যায়। ইউৰোপতো যেতিয়া কালক্ৰমত শক্তিৰ হ্ৰাস হব, বন্ধনৰ দুৰ্ব্বহ ভৰৰ দ্বাৰাই তেওঁলোকৰ প্ৰাচীন স্বাতন্ত্ৰ্য চেষ্টাৰ পৰিণাম নিৰূপণ হব। এতিয়াই সেই ভৰ অনুভৱ কৰি সি অসহিষ্ণু হৈ উঠা নাই জানো? এতিয়াই জানো তাৰ উপায় সমূহে ক্ৰমশঃ উদ্দেশ্যক পৰিত্যাগ কৰি যাবৰ চেষ্টা কৰা নাই?

কিন্তু এই তৰ্ক থাকক, মূলকথা হ'ল, যদি লক্ষ্য সজাগ থাকে, তেন্তে নিয়ম সংযমৰ বন্ধনেই মুক্তিৰ একমাত্ৰ উপায়। ভাৰতবৰ্ষই এদিন নিয়মৰ দ্বাৰা সমাজক বৰ কৈ বান্ধিছিল। মানুহে সমাজৰ ভিতৰেদি সমাজক পৰিত্যাগ কৰি যাব বুলিয়েই বান্ধিছিল। ঘোঁৰাক তাৰ অশ্বাৰোহীয়ে লেকামেৰে বান্ধে কিয়, আৰু নিজেই বা তাৰে সৈতে জিনত লগোৱা পাদানৰ দ্বাৰা বদ্ধ হয় কিয়? লৰিব লগা হ'ব বুলি, দূৰৰ লক্ষ্য ঠাইলৈ যাব লাগিব বুলি। ভাৰতবৰ্ষই জানিছিল, সমাজ মানুহৰ শেষ লক্ষ্য নহয়, মানুহৰ চিৰ অৱলম্বন নহয়, সমাজ হৈছে মানুহক মুক্তিৰ পথত অগ্ৰসৰ কৰি দিবৰ কাৰণে। বৰঞ্চ ভাৰতবৰ্ষই সংসাৰৰ বন্ধন সৰহকৈয়ে স্বীকাৰ কৰিছে—তাৰ হাতৰপৰা অধিক পৰিমাণে নিষ্কৃতি পোৱাৰ আশাৰে।

এইদৰে বন্ধন আৰু মুক্তি, উপায় আৰু উদ্দেশ্য উভয়কে সম্মান কৰাৰ কথা প্ৰাচীন উপনিষদৰ মাজতো দেখা যায়। ঈশোপনিষদে কৈছে—

অন্ধং তমঃ প্ৰবিশন্তি যে অবিদ্যামুপাসতে।
ততো ভূয় ইব তে তমো থ উ বিদ্যায়াং ৰতাঃ ॥

যি সকল কেৱল অবিদ্যা অৰ্থাৎ সংসাৰৰ উপাসনা অৰ্থাৎ ভজনা কৰে তেওঁলোক অন্ধকাৰৰ মাজত প্ৰৱেশ কৰে; তাতোকৈ প্ৰচুৰ অন্ধকাৰৰ মাজত প্ৰৱেশ কৰে সেই সকল, যি সকল ব্ৰহ্মবিদ্যাত নিৰত থাকে।

বিদ্যাঞ্চাবিদ্যাঞ্চ যস্তদ্বেদোভয়ং সহ।
অবিদ্যায়া মৃত্যুং তীৰ্ত্বা বিদ্যয়ামৃতমশ্নুতে ॥

যিজনে বিদ্যা আৰু অবিদ্যা উভয়কে এক বুলি জানে তেওঁ অবিদ্যাৰ দ্বাৰা মৃত্যুক অতিক্ৰম কৰি বিদ্যাৰ দ্বাৰা অমৃত লাভ কৰে।

প্ৰথমতে মৃত্যুক অতিক্ৰম কৰিব লাগিব, তাৰ পিছত অমৃত লাভ। সংসাৰৰ ভিতৰ দিয়ে এই মৃত্যুক অতিক্ৰম কৰিব লাগিব। কৰ্ম্মৰ ভিতৰতে প্ৰবৃত্তিক যথাৰ্থভাৱে নিয়োগ কৰি প্ৰথমতে সেই প্ৰবৃত্তি আৰু কৰ্ম্ম উভয়কে ক্ষয় কৰিব লাগিব, তাৰ পিছতহে ব্ৰহ্মলাভৰ কথা— বলপূৰ্ব্বক সংসাৰক অস্বীকাৰ কৰি কেৱে অমৃতৰ অধিকাৰ লাভ কৰিব নোৱাৰে।

কুৰ্ব্বন্নেবেহ কৰ্ম্মাণি জিজীবিষেৎ শতং সমাঃ।
এবং ত্বয়ি নান্যথেতোঽস্তি ন কৰ্ম্ম লিপ্যতে নৰে ॥

এই সংসাৰত কাম কৰি এশবছৰ জীয়াই থাকিবলৈ কামনা কৰিবা। হে মানব, তোমাৰ পক্ষে ইয়াৰ বাহিৰে আন উপায় নাই; কৰ্ম্মত লিপ্ত নোহোৱা এনে পথ দুৰ্লভ।

পূৰ্ণতা লাভ কৰিবলৈ হলে মানুহৰ পৰিপূৰ্ণ জীৱন আৰু সম্পূৰ্ণ কৰ্ম্মৰ প্ৰয়োজন। জীৱন সম্পূৰ্ণ হলেই জীৱনৰ প্ৰয়োজন নিঃশেষ হয়, কৰ্ম্ম সমাপ্ত হলেই কৰ্ম্মৰ বন্ধন শিথিল হৈ আছে।

জীৱন আৰু জীৱনৰ অৱসানকে, কৰ্ম্ম আৰু কৰ্ম্মৰ সমাপ্তিক এইদৰে অত্যন্ত সহজভাৱে গ্ৰহণ কৰিব লগীয়া হলে যি কথাটো মনত ৰাখিব লাগিব, সেইটো ঈশোপনিষদৰ প্ৰথম শ্লোকতে স্পষ্ট হৈ আছে—

ঈশা বাস্যমিদং সৰ্ব্বং যৎ কিঞ্চ জগত্যাং জগৎ।

এই জগতত যিমানবোৰ বস্তু আছে সকলোবোৰেই ঈশ্বৰৰ দ্বাৰা আবৃত্ত হৈ আছে।

আকৌ

'তেন ত্যক্তেন ভুঞ্জীথা মা গৃধঃ কস্যচিদ্ধনম্‌'

তেওঁ যি ত্যাগ কৰিছে, তেওঁ যি দান কৰিছে, তাকেই মাথোন ভোগ কৰিবা, আনকাৰো ধনলৈ লোভ নকৰিবা।

যদি ব্ৰহ্মৰ দ্বাৰা সংসাৰক পৰিব্যাপ্ত বুলি জানিব পৰা যায়, তেনেহলে সংসাৰৰ বিষ আঁতৰি যায়, সংসাৰৰ সংকীৰ্ণতা দূৰ হয়, তেতিয়া সংসাৰৰ বন্ধনে আমাক খামোচ মাৰি নধৰে। আৰু সংসাৰৰ ভোগক ঈশ্বৰৰ দান বুলি গ্ৰহণ কৰিলে টনা-আঁজোৰা মৰামৰি নাইকিয়া হয়।

এইদৰে সংসাৰক, সংসাৰৰ সুখ, কৰ্ম্ম আৰু জীৱনক ব্ৰহ্ম উপলব্ধিৰ সৈতে সংযোগ কৰি অতি উচ্চভাৱে জনাটোৱেই হল সমাজ-ৰচনাৰ, জীৱন-নিৰ্ব্বাহৰ সৰ্ব্বপ্ৰথম কথা।

ভাৰতবৰ্ষই এই ভূমাৰ সুৰেৰেই সমাজক বান্ধিবলৈ চেষ্টা কৰিছিল। সমাজক বান্ধি মানুহৰ আত্মাক মুক্তি দিবলৈ চেষ্টা কৰিছিল। অপবিত্ৰ বুলি শৰীৰক যন্ত্ৰণা দিবলৈ বিচৰা নাই, কলুষিত বুলি সমাজক পৰিত্যাগ কৰিবলৈ বিচৰা নাই, অনিত্য বুলি জীৱনক অবজ্ঞা কৰিবলৈ ইচ্ছা কৰা নাই—সেই সমস্তকেই ব্ৰহ্মাৰ দ্বাৰা অখণ্ডৰূপে পৰিপূৰ্ণ কৰিবলৈ আকাঙ্ক্ষা কৰিছিল।

ইউৰোপত মানুহৰ জীৱনৰ দুটা ভাগ দেখা যায়, এটা শিক্ষাৰ অৱস্থা— তাৰ পিছত সংসাৰৰ কাম কৰিবৰ অৱস্থা—ইয়াতেই শেষ।

কিন্তু কাম বস্তুটোক তো একেবাৰে শেষ বোলা নাযায়। লাভতেই শেষ। শক্তিক কেৱল প্ৰয়োগ কৰি চলালেই তো শক্তিৰ পৰিণাম নহয়, সিদ্ধিত উপনীত হোৱাই পৰিণাম। জুইত অকল খৰি জাপি দিয়াই তো লক্ষ্য নহয়, ৰান্ধনতেই তাৰ সাৰ্থকতা। কিন্তু ইউৰোপে মানুহক এনে কোনো ঠাইত লক্ষ্য স্থাপন কৰিবলৈ দিয়া নাই, যি ঠাইত কামে তাৰ স্বাভাৱিক পৰিণামলৈ আহি নিঃশ্বাস পেলাই তিষ্ঠিব পাৰে। টকা সংগ্ৰহ কৰিবলৈ বিচাৰা, সংগ্ৰহৰ তো শেষ নাই; জগতৰ খবৰ জানিবলৈ বিচাৰা, জনাৰ তো শেষ নাই; সভ্যতাক Progress বুলি কৈ থাকা। প্ৰগেছ শব্দৰ অৰ্থই হৈছে এই যে কেৱল পথেৰে অগ্ৰসৰ হোৱা, কদাপি ঘৰ আহি নোপোৱা। এই কাৰণে জীৱন শেষ নোহোৱাৰ মাজতে হঠাৎ শেষ কৰা, নোৰোৱাৰ মাজতে হঠাৎ থমকি ৰৈ

যোবাই ইউৰোপৰ জীৱনযাত্ৰা। Not the game but the chase, চিকাৰ পোৱা নহয়, চিকাৰৰ পিছত অনুধাৱন কৰাই ইউৰোপৰ গুৰুত আনন্দৰ সাৰাংশ বুলি পৰিগণিত হয়।

হাতত যিহকে পোৱা যায় তাত সুখ নাই, আমিও জানো সেই কথা কোৱা নাই ? আমিও কওঁ—

নিঃস্বো ব্যষ্টি শতংশতী দশশতং লক্ষং সহস্রাধিপো
লক্ষেশঃ ক্ষিতিপালতাং ক্ষিতিপতিশ্চক্রেশ্বৰত্বং পুনঃ
চক্ৰেশঃ পুনৰিন্দ্ৰতাং সুৰপতিৰ্ব্ৰাহ্মং পদং বাঞ্ছতি
ব্ৰহ্মা বিষ্ণুপদং হৰিঃ শিৱপদং হ্যাশাবধিং কো গতঃ।

এক কথাত, যিয়ে যি পায়, তাত তেওঁৰ আশা পূৰ্ণ নহয়; যিমানেই বেছি নোপোৱা লাগিলে, তাতোকৈ বেছি পাবলৈ মন অগ্ৰসৰ হয়। তেনেহলে কামৰ আকৌ শেষ হয় কি ভাবে ? পোৱাতেই যেতিয়া বিচৰাৰ শেষ নহয়, তেতিয়া অসম্পূৰ্ণ আশাৰ মাজেৰে অসমাপ্ত কৰ্ম্মক লৈ মৃত্যুক বৰণ কৰাই মানুহৰ একমাত্ৰ গতিবুলি বিবেচনা কৰা হয়। এই ক্ষেত্ৰত ভাৰতবৰ্ষই কৈছে, আকৌ সমস্ত পোৱাৰ এই লক্ষণ সঁচা, কিন্তু এঠাইত মাত্ৰ পোৱাৰ সমাপ্তি আছে। সেই ঠাইতেই যদি লক্ষ্য স্থাপন কৰা যায় তেন্তে কামৰ অন্ত পৰিব, আমি অৱসৰ পাম। কোনোঠাইতেই বিচৰাৰ ও'ৰ নপৰে জগৎখন এটা ইমান ডাঙৰ ফাঁকি, জীৱনটো এটা ইমান ডাঙৰ বলিয়ালি হবই নোৱাৰে। জীৱন-সংগীতত অকল অবিশ্ৰান্ত তানেই আছে, অথচ কোনো ঠাইতেই সমতা নাই—এই কথা আমি স্বীকাৰ কৰিব নোৱাৰো। অৱশ্যে এই কথা কব লাগিব যে সুৰ যিমানেই মনোহৰ হওক, তাৰ মাজত গান হঠাৎ শেষ হলে ৰসবোধত ব্যাঘাত হয়, সমতাত আহি শেষ হলে কিন্তু সমস্ত সুৰৰ লীলা গভীৰ আনন্দৰ ভিতৰেদি পৰিসমাপ্ত হয়।

সেই কাৰণে ভাৰতবৰ্ষই কামৰ মাজ ভাগত মৃত্যুৰ দ্বাৰা জীৱনক বিচ্ছিন্ন হবলৈ উপদেশ দিয়া নাই। পূৰ্ণোদ্যমৰ মাজ ভাগতেই সাঁকো ভাগি হঠাৎ অতল তলিত পৰি যাবলৈ কোৱা নাই, তাক ইষ্টেছনলৈ আনি উপস্থিত কৰাবলৈ বিচাৰিছে। কোনো দিনে সংসাৰ সমাপ্ত নহয়, এই কথা ঠিক; জীৱ সৃষ্টিৰ আৰম্ভণিৰ পৰা আজিলৈকে উন্নতি-অৱনতিৰ ঢৌখেলাৰ ভিতৰেদি সংসাৰ চলি আহিছে, তাৰ বিশ্ৰাম নাই। কিন্তু যিহেতু প্ৰত্যেক মানুহৰ

সংসাৰ-লীলাৰ শেষ আছে সেই কাৰণে মানুহে যদি এটা সম্পূৰ্ণতাৰ উপলব্ধিক জানিব নোৱাৰি অন্তৰ্ধান কৰে তেন্তে তেওঁৰ কি হ'ল।

বাহিৰত একোৰে শেষ নাই, মাথোন এটাৰ পিছত আন এটা বাঢ়িহে গৈ আছে। এই চিৰ প্ৰৱহমান বহিঃসংসাৰৰ দোলাত ওলমি আমি মানুহ হৈছোঁ—এদিন আমাৰ পক্ষে সেই দোলাৰ কাম দেখাত অন্ত পৰিলেও, একেবাৰে কিন্তু কোনোদিনে তাৰ কামৰ ও'ৰ নপৰিব। এই কথা স্মৰণ ৰাখি যথাসাধ্যে এই প্ৰৱাহৰ পথক আমি আগবঢ়াই দিব লাগিব। ইয়াৰ জ্ঞানৰ ভাণ্ডাৰত আমাৰ সাধ্য অনুসাৰে জ্ঞান, ইয়াৰ কৰ্ম্মৰ চক্ৰত আমাৰ সাধ্য অনুযায়ী বেগ সঞ্চাৰ কৰি দিব লাগিব। কিন্তু সেই বুলি বাহিৰৰ এই অশেষৰ ভিতৰত আমি ভিতৰৰ মানুহটি ভাঁহি গলে নষ্ট হব লাগিব। অন্তৰৰ মাজত এটা সমাধানৰ পথ আছে। বাহিৰৰ উপকৰণৰ অন্ত নাই, কিন্তু অন্তৰত সন্তোষ আছে; বাহিৰৰ দুখ বেদনাৰ শেষ নাই, কিন্তু অন্তৰত ধৈৰ্য্য আছে; বাহিৰৰ প্ৰতিকূলতাৰ সমাপ্তি নাই, কিন্তু অন্তৰত ক্ষমা আছে; বাহিৰত মানুহেৰে সৈতে সম্বন্ধৰ বিৰাম নাই, কিন্তু অন্তৰত প্ৰেম আছে, বাহিৰত সংসাৰৰ শেষ নাই, কিন্তু আত্মাত আত্মা সম্পূৰ্ণ। এফালৰ অশেষৰ দ্বাৰায়েই আনপিনৰ অখণ্ডতাৰ উপলব্ধি পৰিপূৰ্ণ হৈ থাকে। গতিৰ দ্বাৰায়হে স্থিতিক জুখিব লাগে।

এই কাৰণে ভাৰতবৰ্ষই মানুহৰ জীৱনক যিভাবে বিভক্ত কৰিছে তাৰ মাজ ভাগত কৰ্ম্ম আৰু শেষত মুক্তি মাথোন। যেনেকৈ দিন চাৰিটা স্বাভাৱিক অংশত বিভক্ত—পূৰ্ব্বাহ্ণ, মধ্যাহ্ন, অপৰাহ্ণ আৰু সায়াহ্ন—তেনেকৈ ভাৰতবৰ্ষই জীৱনক চাৰি আশ্ৰমত ভাগ কৰিছিল। স্বভাৱক অনুসৰণ কৰিয়ে বিভাগবোৰ কৰা হৈছিল। যিদৰে দিনৰ পোহৰ আৰু তাপৰ ক্ৰমশঃ বৃদ্ধি আৰু ক্ৰমশঃ হ্ৰাস আছে সেইদৰে মানুহৰো ইন্দ্ৰিয়শক্তিৰ ক্ৰমশঃ উন্নতি আৰু ক্ৰমশঃ অৱনতি আছে।

ভাৰতবৰ্ষই এই স্বাভাৱিক ক্ৰমকে অবলম্বন কৰি জীৱনৰ আৰম্ভৰ পৰা শেষলৈকে এটা অখণ্ড ভাবাৰ্থ বহন কৰি লৈ গৈছে। প্ৰথমে শিক্ষা তাৰ পিছত সংসাৰ, তাৰ পিছত বন্ধনবোৰৰ শিথিলকৰণ, তাৰ পিছত মুক্তি আৰু মৃত্যুৰ মাজত প্ৰবেশ, ব্ৰহ্মচৰ্য্য, গাৰ্হস্থ্য, বানপ্ৰস্থ আৰু প্ৰব্ৰজ্যা।

আজিকালি আমি জীৱনেৰে সৈতে মৃত্যুৰ এটা বিৰোধ অনুভৱ কৰোঁ।

৯

মৃত্যু যে জীৱনৰ পৰিণাম, সেয়ে নহয়,—মৃত্যু যেন জীৱনৰ শত্ৰু। আমি অক্ষমভাৱে জীৱনৰ মুহূৰ্ত্তে মুহূৰ্ত্তে মৃত্যুৰে সৈতে বিৰোধ আচৰণ কৰি চলি থাকোঁ। যৌৱন আঁতৰি গলেও আমি যৌৱনক টানিটুনি ধৰি ৰাখিবলৈ বিচাৰোঁ। ভোগৰ বহ্নি নিৰ্ব্বাপিত হৈ আহিলেও নানাবিধ ইন্ধন যোগাই আমি তাক জ্বলাই ৰাখিব খোজোঁ। ইন্দ্ৰিয়ৰ শক্তি কমি গলেও আমি প্ৰাণপণে কাম কৰিবলৈ চেষ্টা কৰোঁ। যেতিয়া স্বাভাৱিক ভাৱে মুঠি ঢিলা হৈ আহে, তেতিয়াও আমি কোনোমতেই একোৰেই অধিকাৰ এৰি দিবলৈ নিবিচাৰোঁ। প্ৰভাত আৰু মধ্যাহ্নৰ বাহিৰে আমাৰ জীৱনৰ আন কোনো অংশকে আমি কোনো প্ৰকাৰেই স্বীকাৰ কৰিবলৈ ইচ্ছা নকৰোঁ। অৱশেষত যেতিয়া আমাতকৈ প্ৰবলতৰ শক্তিয়ে কাণত ধৰি স্বীকাৰ কৰাবলৈ বাধ্য কৰায় তেতিয়া হয়তো বিদ্ৰোহ, নাইবা বিষাদ উপস্থিত হয়; আমাৰ সেই পৰাজয় তেতিয়া কেৱল ৰণভংগৰূপেই পৰিণত হয়, তাক কোনো কামতেই খটাব পৰা নাযায়। যি পৰিণামবোৰ সচাকৈয়ে পৰিণাম, সেইবোৰক সহজে গ্ৰহণ কৰিবলৈ শিক্ষা পোৱা নাই বুলিয়েই একোকে নিজে এৰি দিয়া নাযায় অথচ সকলোকে নিজৰ ওচৰৰ পৰা কাঢ়ি লবলৈ দিয়া যায়। সত্যক অস্বীকাৰ কৰা হয় বুলি পদে পদে সত্যৰ ওচৰত পৰাস্ত হব লগীয়া হয়।

কেঁচা আমে টান ঠাৰিৰে ডালক বৰ জোৰেৰ আকৰ্ষণ কৰি আছে; তাৰ অপৰিণত থোপাৰ গাত তাৰ অপৰিণত শাহবোৰ দৃঢ়ভাৱে লাগি আছে। কিন্তু সি দিনে দিনে যিমানখিনি পকিছে, সেই অনুপাতে তাৰ ঠাৰি ঢিলা হৈ গৈছে, তাৰ থোপা শাহৰ পৰা পৃথক হৈ গোটেই ফলটো ক্ৰমে গছৰ পৰা পৃথক হৈ আহিছে। এদিন যে গছৰ বান্ধৰ পৰা ফল সম্পূৰ্ণ স্বতন্ত্ৰ হৈ যাব, ইয়াতেই তাৰ সফলতা, থোপাই গছক চিৰদিন ধৰি থাকিলেই সি ব্যৰ্থ। আমাৰ ইন্দ্ৰিয়শক্তিয়েও ফলৰ দৰে এদিন সংসাৰ ডালৰ পৰা সমুদায় ৰস আকৰ্ষণ কৰি শেষত সেই ডালক ত্যাগ কৰি ধূলিসাৎ হয়। এয়ে জগতৰ নিয়ম, ইয়াৰ ওপৰত আমাৰ হাত নাই। কিন্তু ভিতৰত যি ঠাইত আমাৰ স্বাধীন মনুষ্যত্ব, যি ঠাইত আমাৰ ইচ্ছাশক্তিৰ লীলা, সেই ঠাইৰ পৰিণতিৰ কাৰণে ইচ্ছা শক্তিয়ে এটা প্ৰধান শক্তি। ইঞ্জিনৰ বয়লাৰৰ গাত যি তাপমান যন্ত্ৰটো আছে তাত স্বভাৱৰ নিয়ম অনুসাৰেই পাৰা ওপৰলৈ উঠে নাইবা তললৈ নামে কিন্তু এই সংকেত বুজি ভিতৰৰ অগ্নিৰ তাপ বঢ়াব লাগিব নে

কমাব লাগিব, সেইটো ইঞ্জিনিয়াৰৰ ইচ্ছাৰ ওপৰত নিৰ্ভৰ কৰে। আমাৰ ইন্দ্ৰিয়শক্তিৰ হ্ৰাস-বৃদ্ধিৰ লগে লগে আমাৰ প্ৰবৃত্তিৰ উত্তেজনা আৰু কৰ্ম্মৰ উদ্দীপনা বঢ়াব লাগিব নে কমাব লাগিব সেইটো আমাৰ হাতত। যথা সময়ত সেই বঢ়োৱা-কমোৱাৰ দ্বাৰায়ে আমি সফলতা লাভ কৰোঁ। পকা ফলৰ বৃন্ত এপিনে দুৰ্ব্বল আৰু আৰু শাহ পৃথক হৈ থাকে সঁচা আনপিনে সেইদৰে তাৰ গুৰক কঠিন হৈ নতুন প্ৰাণৰ সম্বল আহৰণ কৰিবলৈ ধৰে। আমাৰ বাহিৰৰ হ্ৰাসেৰে সৈতে ভিতৰৰ বৃদ্ধিৰ যোগ আছে। কিন্তু ভিতৰৰ কামত মানুহৰ নিজৰ ইচ্ছা বলৱান বুলিয়ে এই বৃদ্ধি এই পৰিণতিয়ে আমাৰ সাধনাৰ অপেক্ষা ৰাখে। সেই কাৰণেই দেখিবলৈ পোৱা যায়, দাঁত সৰিল, চুলি পকিল, শৰীৰৰ তেজ কমিল, মানুহ আহি তাৰ আয়ুসৰ শেষ সীমাত উপস্থিত, তথাপি কোনোমতেই সহজে সংসাৰৰ পৰা নিজ বৃন্ত পৃথক হবলৈ নিদিয়ে, প্ৰাণপণে সকলোকে আটক কৰি ধৰি ৰাখিব খোজে, আন কি, মৃত্যুৰ পিছতো সংসাৰৰ ক্ষুদ্ৰ বিষয়তো তাৰ ইচ্ছাই বলৱান হৈ থাকে, ইয়াকে লৈ জীৱনৰ শেষ মুহূৰ্ত্ত পৰ্য্যন্ত চিন্তা কৰিবলৈ ধৰে। বৰ্ত্তমান সময়ত ইয়াক গৰ্ব্বৰ বিষয় বুলি ভবা হয়, কিন্তু ই গৌৰৱৰ বিষয় নহয়।

ত্যাগ কৰিবই লাগিব। ত্যাগৰ দ্বাৰাহে আমি লাভ কৰিব পাৰোঁ। ই জগতৰ মূলীভূত সত্য। ফুল দলৰ পৰা মেল খাব লাগে, তেতিয়া ফল লাগে, ফল সৰি পৰিব লাগে তেতিয়া গছ হয়। গৰ্ভস্থ শিশু গৰ্ভৰ আশ্ৰয় কৰি পৃথিৱীত ভূমিষ্ঠ হব লাগে। ভূমিষ্ঠ হৈ সি নিজৰ ভিতৰত শৰীৰ মনেৰে বাঢ়ি থাকে, তেতিয়া তাৰ আন কোনো কাম নাথাকে। তাৰ ইন্দ্ৰিয় শক্তি, তাৰ বিদ্যাবুদ্ধি বাঢ়ি এটা সীমালৈ আহিলে তাৰ পক্ষে নিজৰ ভিতৰৰ পৰাই পুনৰ সংসাৰৰ মাজত ভূমিষ্ঠ হব লগা হয়। সি ইয়াত পৰিবাৰ আৰু প্ৰতিবাসীসকলৰ মাজত পুষ্ট শৰীৰ, শিক্ষিত-মন আৰু সবল প্ৰবৃত্তি লৈ প্ৰবিষ্ট হব লগা হয়। এয়ে তাৰ দ্বিতীয় শৰীৰ-, তাৰ বৃহৎ দেহ। তাৰ পিছত শৰীৰ জীৰ্ণ আৰু প্ৰবৃত্তি ক্ষীণ হৈ আহে তেতিয়া সি নিজৰ বিচিত্ৰ অভিজ্ঞতা আৰু আসক্তিহীন প্ৰবীণতা লৈ নিজৰ ক্ষুদ্ৰ সংসাৰৰ পৰা বৃহত্তৰ সংসাৰত জন্ম গ্ৰহণ কৰে, তাৰ শিক্ষা, জ্ঞান আৰু বুদ্ধি এপিনে সাধাৰণ মানুহৰ কামত লাগে, আনপিনে সি নিজে অৱসন্নপ্ৰায় মানৱ জীৱনৰ লগত নিত্যজীৱনৰ সম্বন্ধ স্থাপন কৰিবলৈ ধৰে। তাৰ পিছত সি পৃথিৱীৰ নাড়ীৰ সম্বন্ধ সম্পূৰ্ণ

জন্ম কৰি অতি সহজে আহি মৃত্যুৰ সম্মুখত উপস্থিত হয় আৰু অনন্ত লোকৰ মাজত জন্মগ্ৰহণ কৰে। এইদৰে শৰীৰ পৰা সমাজত, সমাজৰ পৰা নিখিলত, নিখিলৰ পৰা অধ্যাত্মক্ষেত্ৰত সি মানব-জন্মক শেষ পৰিণতি দান কৰে।

প্ৰাচীন সংহিতাকাৰসকলে আমাৰ শিক্ষাক, আমাৰ গাৰ্হস্থ্যক অনন্তৰ ভিতৰত সেই শেষ পৰিণামৰ অভিমুখ কৰিবলৈ বিচাৰিছিল। সমস্ত জীৱন-টোকে জীৱনৰ পৰিণামৰ অনুকূল কৰিবলৈ বিচাৰিছিল। সেই কাৰণে আমাৰ শিক্ষা কেৱল বিষয় শিক্ষা, কেৱল গ্ৰন্থ শিক্ষাই নাছিল, সি আছিল ব্ৰহ্মচৰ্য্য শিক্ষা। নিয়ম-সংযমৰ অভ্যাসৰ দ্বাৰা এনে এটি শক্তি লাভ হৈছিল, যিহেতু ভোগ আৰু ত্যাগ উভয়েই আমাৰ পক্ষে স্বাভাৱিক হৈছিল। সমস্ত জীৱনেই জানো ধৰ্ম্মাচৰণ নহয়, যিহেতু, তাৰ লক্ষ্য ব্ৰহ্মৰ মাজত মুক্তি, সেই কাৰণে সেই জীৱন-নিৰ্ব্বাহ কৰিবৰ শিক্ষাও আছিল ধৰ্ম্মৰেই ব্ৰত। এই ব্ৰত শ্ৰদ্ধাৰে সৈতে, ভক্তিৰে সৈতে, নিষ্ঠাৰে সৈতে অতি সাবধানে যাপন কৰিব লগীয়া হৈছিল। মানুহৰ পক্ষে যি একমাত্ৰ পৰম সত্য, সেই সত্যক সম্মুখত ৰাখি শিশু তাৰ জীৱনৰ পথত প্ৰৱেশ কৰিবলৈ প্ৰস্তুত হব লগীয়া হৈছিল।

বাহিৰৰ শক্তিৰে সৈতে ভিতৰৰ শক্তিৰ সামঞ্জস্য ক্ৰিয়াকেই প্ৰাণৰ লক্ষণ বুলি কোৱা হৈছে। গছ-গছনিৰ এই সামঞ্জস্যৰ ক্ৰিয়া যন্ত্ৰৰ দৰে ঘটে। পোহৰৰ, বতাহৰ, খাদ্যৰসৰ উত্তাপৰ প্ৰতিক্ৰিয়াৰ দ্বাৰা তাৰ প্ৰাণৰ কাম চলি থাকে। আমাৰ শৰীৰতো তেনেকুৱাই ঘটে। খাদ্য সংযোগৰ উত্তেজনাত জিভাত আপুনি ৰস ক্ষৰিত হয়। পাক যন্ত্ৰতো খাদ্যৰ সংস্পৰ্শত অনায়াসেই পাকৰসৰ উদ্ৰেক হয়। আমাৰ শৰীৰৰ প্ৰাণক্ৰিয়া বাহিৰৰ বিশ্বশক্তিৰ সহজ প্ৰতিক্ৰিয়া।

কিন্তু আমাৰ প্ৰাণৰ ওপৰত পুনৰ মন বুলি, ইচ্ছা বুলি আৰু এটা পদাৰ্থ সংযোগ হোৱাত ইয়াৰ আন এটা উপসৰ্গ বৃদ্ধি হৈছে। খোৱাৰ অন্যান্য মাদকতাৰে সৈতে খোৱাৰ তৃপ্তি এটাও লগ হৈছে। তাতোকৈ আহাৰৰ কামটো আমাৰ কেৱল আৱশ্যকৰ কাম নহৈ অভিৰুচিৰ কাম হৈ পৰিছে। ইয়াতে প্ৰকৃতিৰ কামেৰে সৈতে আমাৰ এটা মানসিক সম্বন্ধ বাঢ়ি গৈছে। দেহেৰে সৈতে দেহৰ বাহিৰৰ শক্তিৰ এটা সামঞ্জস্য প্ৰাণৰ ভিতৰত ঘটিবলৈ ধৰিছে, আকৌ তাৰে সৈতে ইচ্ছাশক্তিৰ এটা সামঞ্জস্য মনৰ ভিতৰত ঘটিবলৈ ধৰিছে। ইয়াত মানুহৰ প্ৰকৃতি-যন্ত্ৰৰ সাধনা প্ৰচুৰ কঠিন হৈ উঠিছে।

বিশ্বশক্তিৰে সৈতে প্ৰাণশক্তিৰ সুৰ বহুদিনৰ পৰাই ধৰিবান্ধি ৰখা হৈছে, সেই কাৰণে বেছি ভাবিব লগীয়া নহয়, কিন্তু ইচ্ছাশক্তিৰ সুৰ বন্ধা কাৰ্য্য লৈয়ে দিনে-ৰাতিয়ে আমি জঞ্জাল ভোগ কৰিব লগা হও॰। খাদ্য সম্বন্ধে প্ৰাণশক্তিৰ আৱশ্যক হয়তো শেষ হল, কিন্তু আমাৰ ইচ্ছাৰ প্ৰয়োজন শেষ হোৱা নাই, শৰীৰৰ আৱ্যশক সাধনত সি যি আনন্দ পালে আৱশ্যকৰ বাহিৰেও সেই আনন্দক সি টানি লৈ যাবলৈ চেষ্টা কৰে। নানা কৃত্ৰিম উপায়ে সি বিমুখ জিহ্বাক ৰসসিক্ত কৰিবলৈ আৰু শ্ৰান্ত পাক যন্ত্ৰক উত্তেজিত কৰিবলৈ ধৰিলে, এইদৰে বাহিৰেৰে সৈতে প্ৰাণৰ আৰু প্ৰাণেৰে সৈতে মনৰ ঐক্যতান ধ্বংস কৰি সি নানা অনাৱশ্যক চেষ্টা অনাৱশ্যক উপকৰণ আৰু শাখা পল্লবযুক্ত দুখৰ সৃষ্টি কৰি অগ্ৰসৰ হয়। আমাৰ যি প্ৰয়োজন, তাক সংগ্ৰহ কৰাই অত্যন্ত কঠিন, তাৰোপৰি অনাৱশ্যকৰ প্ৰচুৰ পৰিমাণ বোজা চপাই ললে, আৱশ্যকৰ সেই আয়োজন পৰ্য্যন্ত কষ্টকৰ হৈ উঠে। অকল সেয়ে নহয়, ইচ্ছাই যেতিয়া এবাৰ স্বভাৱৰ সীমা লঙ্ঘন কৰে তেতিয়া কোনো ঠাইত আৰু তাৰ ৰৈ যোৱাৰ কাৰণ নাথাকে তেতিয়া সি 'হবিষা কৃষ্ণবৰ্ত্মেৰ ভূয় এবাভিবৰ্দ্ধতে' সি কেৱল লাগে লাগে বুলি বাঢ়িয়েই যায়। পৃথিৱীত নিজৰ আৰু আনৰ পোৱাৰ অনা দুখৰ কাৰণ এয়ে। অথচ এই ইচ্ছা শক্তিকেই বিশ্বশক্তিৰে সৈতে সামঞ্জস্যৰ পিনে আনিব পৰাই আমাৰ পৰমানন্দৰ হেতু। এই কাৰণে ইচ্ছাক ধ্বংস কৰা আমাৰ সাধনাৰ বিষয় নহয়, ইচ্ছাক বিশ্ব ইচ্ছাৰে সৈতে একে সুৰতে গঁথাই আমা সকলো শিক্ষাৰ পৰম লক্ষ্য। সেইটো যদি গুৰিতে কৰা নহয় তেন্তে আমাৰ চঞ্চল মনত জ্ঞান লক্ষ্যভ্ৰষ্ট, প্ৰেম কলুষিত আৰু কৰ্ম্ম বৃথাই পৰিভ্ৰান্ত হয়।

জ্ঞান, প্ৰেম আৰু কৰ্ম্মই বিশ্বৰে সৈতে সহজ মিলনত মিলিত নহৈ আমাৰ স্বাৰ্থপৰ ইচ্ছাৰ কৃত্ৰিম সৃষ্টিবোৰৰ মাজত মৰীচিকাৰ অনুসৰণত নিযুক্ত হয়।

এই কাৰণে আমাৰ আয়ুসৰ প্ৰথম ভাগতে ব্ৰহ্মচৰ্য্য পালনৰ দ্বাৰা ইচ্ছাক তাৰ যথাবিহিত সীমাৰ মাজত সহজে সঞ্চৰণ কৰাবলৈ অভ্যাস কৰিব লাগে। ইয়াৰ দ্বাৰা আমাৰ মানস প্ৰকৃতিৰ সুৰ বিশ্ব প্ৰকৃতিৰে সৈতে বান্ধ খাই আহিব। তাৰ পিছত তোমাৰ সাধ্যমতে আৰু ইচ্ছামতে সেই সুৰেৰে যি কোনো ৰাগিণীকে নবজোৰা লাগিলে, সি সত্যৰ সুৰক, মঙ্গলৰ সুৰক, আনন্দৰ সুৰক আঘাত নকৰিব।

এইদৰে শিক্ষাৰ কাল যাপন কৰি সংসাৰ-ধৰ্ম্মত প্ৰবিষ্ট হব লাগিব। মনুৱে কৈছে—

ন তথৈতানি শক্যন্তে সংনিয়ন্তুমসেবয়া।
বিষয়েষু প্ৰজুষ্টানি যথা জ্ঞানেন নিত্যশঃ॥

বিষয়ত নিযুক্ত হৈ যিদৰে জ্ঞানৰ দ্বাৰা নিতৌ সেই বিষয়ৰ সংযম আয়ত্ত কৰা হয়, সেইদৰে বিষয়ত আসক্ত নহৈ সেই বিষয়ৰ সংযম অভ্যাস কৰা নহয়।

অৰ্থাৎ বিষয়ত নিযুক্ত নহলে জ্ঞানে পূৰ্ণতা লাভ নকৰে, আৰু যি সংযমক জ্ঞানেৰে লাভ কৰিব নোৱাৰি, সি পূৰ্ণ সংযম হব নোৱাৰে—সি জড় অভ্যাস নাইবা অনভিজ্ঞতাৰ অন্তৰাল মাথোন, সি প্ৰকৃতিৰ মূলগত হব নোৱাৰে—সি বাহ্যিক।

সংযমেৰে সৈতে প্ৰবৃত্তিক চালনা কৰিবলৈ শিক্ষা আৰু সাধনা থাকিলেই কৰ্ম্ম বিশেষকৈ মংগল কৰ্ম্ম কৰা সহজ আৰু সুখসাধ্য হয়। সেই অৱস্থাতেই গাৰ্হস্থ্য আশ্ৰম জগতৰ কল্যাণৰ আধাৰ হৈ উঠে। সেই অৱস্থাতেই গাৰ্হস্থ্য আশ্ৰম মানুহৰ মুক্তিৰ পথত অগ্ৰসৰ হবলৈ বাধা নহৈ সহায়কহে হয়। সেই অৱস্থাতেই গৃহস্থই যি কামকে কৰে তাকে সহজে ব্ৰহ্মত সমৰ্পণ কৰি আনন্দিত হব পাৰে। সকলো গৃহ কৰ্ম্মই যেতিয়া মংগল কৰ্ম্ম হয়, তেতিয়া সি ধৰ্ম্ম-কৰ্ম্ম হৈ উঠে, তেতিয়া সেই কৰ্ম্মৰ বন্ধনে মানুহক বান্ধি একেবাৰে পেপুৱা কৰি নেপেলায়। যথা সময়ত সেই বন্ধন অনায়াসে সুলকি যায়, যথা সময়ত সেই কৰ্ম্মৰ এটা স্বাভাৱিক পৰিসমাপ্তি আপোনাআপুনি আহে।

এইদৰে আয়ুসৰ দ্বিতীয় ভাগক সংসাৰ ধৰ্ম্মত নিযুক্ত কৰিলে যেতিয়া শৰীৰৰ তেজ হ্ৰাস হৈ আহিব, তেতিয়া এই কথা মনত ৰাখিব লাগিব যে এই ক্ষেত্ৰৰ কাজ শেষ হল, সেই খবৰটো আহিল। শেষ হোৱা খবৰ পাই চাকৰি বৰখাস্ত হতভাগ্যৰ দৰে নিজক দীন বুলি দেখুৱাব নালাগিব। মোৰ সকলো গল, ইয়াকেই অনুশোচনাৰ বিষয় কৰিলে নহব, এতিয়া পুনৰ ডাঙৰ পৰিধি বিশিষ্ট ক্ষেত্ৰৰ মাজত প্ৰৱেশ কৰিব লগীয়া হোৱাত সেইপিনে আশাৰে সৈতে, বলেৰে সৈতে মুখ ঘূৰাব লাগিব। যি শাৰীৰিক শক্তিৰ, যি ইন্দ্ৰিয় শক্তিৰ, যি প্ৰবৃত্তিসকলৰ ক্ষেত্ৰ আছিল, এইবাৰ সেইবোৰ পিছত পৰি থাকিল, সেই ঠাইত যি শস্য জন্মাইছো, সেইবোৰ চপাই মৰণামাৰি ভঁড়াল ভৰাই

দি এই মজুৰি শেষ কৰি আতঁৰি আহিলো—এইবাৰ সন্ধ্যা আহিছে—অফিচৰ সৰু কোঠালি এৰি সদৰ আলিলৈ উঠিব লাগিব।

ঘৰ নোপোৱালৈকেতো প্ৰকৃত শান্তি নাই। যিমানবোৰ সহিলো যিমানবোৰ খাটিলো, সেইবোৰ কিহৰ কাৰণে, ঘৰৰ কাৰণেইতো? সেই ঘৰেই ভূমা, সেই ঘৰেই আনন্দ—যি আনন্দপৰা আমি আহিছো, যি আনন্দলৈ আমি যাম। সেয়ে যদি নহয়, তেন্তে ততঃ কিম্, ততঃ কিম, ততঃ কিম্।

সেই কাৰণে এইবাৰ গৃহস্থাশ্ৰমৰ কৰ্ম্ম পৰিত্যাগ কৰি সন্তানৰ হাতত সংসাৰৰ ভাৰ সমৰ্পণ কৰি বৰ আনন্দেৰে আগুৱাই যোৱাৰ সময়। এইবাৰ বাহিৰৰ উন্মুক্ত বতাহ বুকুভৰাই লব লাগিব, মুক্ত আকাশৰ পোহৰত দৃষ্টিক নিমগ্ন কৰিব লাগিব, আৰু শৰীৰৰ সকলো ৰোমকূপক পুলকিত কৰিব লাগিব। এইবাৰ এই পিনৰ পাল সমাধা হল। সূতিকা গৃহত নাড়ী কটা হ'ল, এতিয়া আন এখন জগতত স্বাধীনভাৱে চলাচল কৰিবৰ অধিকাৰ লাভ কৰিব লাগিব।

শিশু গৰ্ভৰপৰা ভূমিষ্ঠ হলেও সম্পূৰ্ণ স্বাধীন হোৱাৰ আগয়ে কিছুদিন লৈ মাকৰ কাযে কাযে থাকে। বিযুক্ত হৈয়ো যুক্ত থাকে, সম্পূৰ্ণ বিযুক্ত হবৰ কাৰণে প্ৰস্তুত হয়। বানপ্ৰস্থ আশ্ৰমো সেই নিচিনা। সংসাৰ গৰ্ভৰপৰা নিস্ক্ৰান্ত হলেও বাহিৰৰ পিনৰপৰা সংসাৰৰে সৈতে সেই তৃতীয় আশ্ৰমধাৰীৰ যোগাযোগ থাকে। বাহিৰত থাকিও সি সংসাৰক নিজৰ জীৱনৰ সঞ্চিত জ্ঞানৰ ফলদান কৰে আৰু সংসাৰৰ পৰা সহায়ো লয়। সংসাৰীৰ নিচিনা একান্তভাৱে এইদান গ্ৰহণ নকৰে; আকাঙ্ক্ষা ৰহিত ভাৱেই কৰে।

অৱশেষত আয়ুসৰ চতুৰ্থ অংশত এনেকুৱা দিন উপস্থিত হয়, যিদিনা এই খিনি বন্ধনো আঁতৰ কৰি, অকলে সেই চৰম একৰ সম্মুখীন হব লগীয়া হয়। পৃথিৱীৰ সকলো সম্বন্ধকে মংগল কৰ্ম্মৰ দ্বাৰায় পূৰ্ণ পৰিণতি দান কৰি আনন্দ স্বৰূপেৰে সৈতে চিৰস্থায়ী সম্বন্ধ লাভ কৰিবলৈ প্ৰস্তুত হব লগীয়া হয়। যিদৰে পতিব্ৰতা স্ত্ৰীয়ে গোটেই দিন সংসাৰৰ বিভিন্ন মানুহেৰে সৈতে নানা সম্বন্ধ পালন কৰি, বিবিধ কৰ্ম্ম সমাধা কৰি স্বামীৰ কাম কৰে, স্বামীৰেই সম্বন্ধ যথাৰ্থভাৱে স্বীকাৰ কৰে, অৱশেষত দিন অতীত হলে এটি এটিকে কামৰ বস্তুবোৰ গোটাই ৰাখি, কামকৰা কাপোৰ এৰি, গা ধুই, কৰ্ম্ম স্থানৰ চিহ্ন নাইকীয়া কৰি নিৰ্ম্মল মিলন বেশেৰে একমাত্ৰ স্বামীৰে সৈতে পূৰ্ণ

সম্বন্ধৰ অধিকাৰ গ্ৰহণ কৰিবলৈ একাকিনী নিৰ্জন গৃহত প্ৰৱেশ কৰে ; সেইদৰে কাম শেষ কৰা পুৰুষেও কৰ্ম্মজীৱনৰ সমস্ত খণ্ডতা এটি-এটিকৈ আঁতৰ কৰি অসীমেৰে সৈতে মিলনৰ কাৰণে প্ৰস্তুত হৈ শেষত অকলে সেই একৰ সন্মুখত আহি উপস্থিত হয় আৰু এই পৰিপূৰ্ণ সমাপ্তিৰ মাজত সম্পূৰ্ণ জীৱনকে অখণ্ড সাৰ্থকতা দান কৰে। এইদৰেই আদিৰ পৰা অন্তলৈ মানৱ জীৱন সত্য হয়, জীৱনে মৃত্যুক অতিক্ৰম কৰিবলৈ অকাৰণ চেষ্টা নকৰে আৰু মৃত্যুয়েও শত্ৰুপক্ষৰ দৰে জীৱনক আক্ৰমণ কৰি বলপূৰ্ব্বক পৰাস্ত কৰিব নোখোজে। ইয়াৰ বাহিৰে আমি যি ভাবেই খণ্ড-বিখণ্ড বিক্ষিপ্ত কৰোঁ, আন যি কোনো অভিপ্ৰায়কেই আমি চৰমবুলি জ্ঞান কৰো অথবা তাক আমি দেশ উদ্ধাৰ লোকহিত নাইবা যি কোনো ডাঙৰ নামেৰে অভিহিত নকৰোঁ লাগিলে তাৰ ভিতৰত সম্পূৰ্ণতা নাথাকে, সিয়ে আমাক মাজবাটত হঠাৎ পৰিত্যাগ কৰে, তাৰ ভিতৰৰ পৰা কেৱল এই প্ৰশ্নই ধ্বনিত হৈ থাকে ততঃ কিম্, ততঃ কিম্, ততঃ কিম্ আৰু ভাৰতবৰ্ষই চাৰি আশ্ৰমৰ ভিতৰেদি মানুহৰ জীৱনক বাল্য, যৌৱন, প্ৰৌঢ় আৰু বাৰ্দ্ধক্যৰ স্বাভাৱিক বিভাগৰ অনুগত কৰি যিদৰে অধ্যায়ে অধ্যায়ে একমাত্ৰ সমাপ্তিৰ পিনলৈ লৈ গৈছে, তাৰ দ্বাৰা মানুহৰ জীৱন বিৰোধহীনভাৱে বিশাল বিশ্বসংগীতেৰ সৈতে সম্মিলিত হয়। বিদ্ৰোহ-বিৰোধ নাইকীয়া হয় ; অশিক্ষিত প্ৰবৃত্তিয়ে নিজৰ উপযুক্ত স্থান, কাল বিস্মৃত হৈ যিবোৰ গুৰুতৰ অশান্তিৰ সৃষ্টি কৰে তাৰ ভিতৰতেই বিভ্ৰান্ত আৰু নিখিলেৰে সৈতে সহজ সত্য সম্বন্ধভ্ৰষ্ট হৈ পৃথিৱীৰ ভিতৰত উৎপাতৰ স্বৰূপ হৈ উঠিব লগা নহয়।

মই জানো ইয়াত এটা প্ৰশ্ন উদয় হব যে এখন দেশৰ সকলো মানুহকে এটা আদৰ্শেৰে গঢ়ি তোলা সম্ভৱ হব পাৰে জানো ? তাৰ উত্তৰত মই ইয়াকে কব খোজোঁ যে ঘৰৰ ভিতৰত যেতিয়া চাকি জ্বলে, তেতিয়া জানো চাকি গছাৰপৰা আৰম্ভ কৰি শলিতা পৰ্য্যন্ত গোটেই চাকিটোৱেই জ্বলে ? জীৱন-যাপন সম্বন্ধে, ধৰ্ম্ম সম্বন্ধে যি দেশৰ যি কোনো আদৰ্শই নাথাকক লাগিলে দেশৰ মুখাগ্ৰ ভাগতেই সেই সমস্ত উজ্জ্বলভাৱে প্ৰকাশ পায়। কিন্তু শলিতাৰ কেৱল আগভাগ মাত্ৰ জ্বলিলেই সমস্ত প্ৰদীপকে জ্বলা বুলি কোৱা হয়। সেইদৰে দেশৰ একাংশ মাত্ৰই যি ভাৱকে পূৰ্ণৰূপে আয়ত্ত কৰে সেই খিনিয়ে সমগ্ৰ দেশৰ লাভ। বাস্তৱতে কেৱল সেই অংশ খিনিকে পূৰ্ণতা দান

কৰিবলৈ সমস্ত দেশ প্ৰস্তুত হব লগা হয়, গোটেই সমাজৰ পক্ষে অনুকূল হব লগা হয়, ডালৰ আগত ফল ধৰাবলৈ গছৰ শিপা আৰু গুৰিৰ প্ৰতি সচেষ্ট থকাৰ একান্ত আৱশ্যক। ভাৰতবৰ্ষত যদি এনে এটা দিন আহে যিদিনাখন আমাৰ দেশৰ শ্ৰেষ্ঠমান্য লোকসকলে সৰ্ব্বোচ্চ সত্য আৰু সৰ্ব্বোচ্চ মংগলকেই আন সমস্ত খণ্ড প্ৰয়োজনৰ উৰ্দ্ধস্থানত প্ৰতিষ্ঠা কৰি চিৰজীৱনৰ সামগ্ৰী কৰি ৰাখে, সেই দিনাখনেই তেওঁলোকৰ সাধনা আৰু সাৰ্থকতাই সমগ্ৰ দেশৰ ভিতৰত এটা বিশেষ গতি, এটা বিশেষ শক্তি অৱশ্যে সঞ্চাৰ কৰিব। ভাৰতবৰ্ষত এদিন ঋষিসকল যেতিয়া ব্ৰহ্মৰ সাধনাত ৰত আছিল, তেতিয়া সমস্ত আৰ্য্য সমাজৰ ভিতৰত, ৰাজকাৰ্য্যত, যুদ্ধক্ষেত্ৰত, বাণিজ্যত সাহিত্যত, শিল্প, ধৰ্ম্ম উপাৰ্জ্জনত সকলোতে সেই ব্ৰহ্মৰ সুৰ বাজি উঠিছিল, কৰ্ম্মৰ মাজত মোক্ষৰ ভাৱে বিৰাজ কৰিছিল—ভাৰতবৰ্ষৰ সমুদায় সমাজস্থিতিয়ে মৈত্ৰেয়ীৰ দৰে কৈ উঠিছিল—'যেনাহং নামৃতা স্যাং কিমহং তেন কুৰ্য্যাম্'। সেই বাণী চিৰদিনৰ কাৰণেই নীৰৱ হৈ গৈছে, যদি এনেকুৱাই আমাৰ ধাৰণা হয়, তেনেহলে অকাৰণতে কিয় ইমান উপকৰণ যোগাই আমাৰ এই মৃত সমাজক সেৱা কৰি মৰিবলৈ ধৰা হৈছে। তেনেহলে এই মুহূৰ্ত্ততেই আনজাতিৰ আপাদমস্তক অনুকৰণ কৰাই আমাৰ পক্ষে শ্ৰেয়—কাৰণ পৰিণামহীন ব্যৰ্থতাৰ বোজা অকাৰণে বহন কৰি থকাতকৈ সজীৱভাৱে কোনো এটা হৈ উঠাৰ চেষ্টা কৰা বিধেয়। কিন্তু এই কথা কদাপি মানি লব নোৱাৰি। আমাৰ প্ৰকৃতিয়ে নামানিব। আমাৰ অন্তৰতম স্থান এনেভাৱে তৈয়াৰী যে যিমানেই দুৰ্গতি হওক লাগে তথাপি কোনো অসম্পূৰ্ণ অধিকাৰক আমাৰ মনে পৰম লাভ বুলি মানি লব নোৱাৰে। এতিয়াও যদি কোনো সাধকে তেওঁৰ জীৱন যন্ত্ৰেৰে সংসাৰৰ সকলো বিচৰা, সকলো পোৱাতকৈও উচ্চতম সপ্তকত এটা সুমধুৰ সুৰ বজায় সি তেতিয়াই আমাৰ হৃদয় তন্ত্ৰীত প্ৰতিঋংকৃত হৈ উঠে; তাক আমি বাধা দিব নোৱাৰোঁ। প্ৰতাপ আৰু ঐশ্বৰ্য্যৰ প্ৰতিযোগিতাক আমি যিমান উচ্চকণ্ঠে, যিমান মহৎ কৰি প্ৰচাৰ কৰিবলৈ চেষ্টা কৰিছো তাক হলে আমি সম্পূৰ্ণ মন প্ৰাণ দি গ্ৰহণ কৰিব পৰা নাই। সি আমাৰ মনৰ বহিৰ্দ্দ্বাৰত কেৱল গোলমালৰ হে সৃষ্টি কৰিছে। আজি কালি আমাৰ সমাজত দেখিবলৈ পোৱা যায় বিবাহ আদি ক্ৰিয়া-কাণ্ডত দেশীয় ঐক্যতান বাদ্যৰ লগে লগে একেসময়তে কেণ্ডুবাদ্য বজোৱা হয়। ইয়াৰ দ্বাৰা সংগীত ছিন্ন বিচ্ছিন্ন হৈ কেৱল সুৰৰ

এটা গণ্ডগোলহে সৃষ্টি কৰে। এই বিষম গণ্ডগোলৰ ঝনঝননিৰ ভিতৰত মনোযোগ দিলেই বুজা যায় যে ঐক্যতান বাদ্যৰ বৈৰাগ্য-গাম্ভীর্য্য মিশ্ৰিত কৰুণ ৰাগিণীয়েই আমাৰ উৎসৱৰ চিৰন্তন হৃদয়ৰ মাজৰপৰা বাজি উঠিছে। আনহাতে বেণ্ডু বাদ্যই তাৰ প্ৰকাণ্ড কাঁহৰ পাত্ৰৰ শব্দেৰে আৰু পেটাল জয়ঢোলৰ ধ্বনিৰে কেৱলমাত্ৰ ধনৰ অহংকাৰক, কেবলমাত্ৰ ফেশ্বনৰ আড়ম্বৰক অভ্ৰভেদী কৰি লৈ সমুদায় গভীৰতৰ, অন্তৰতৰ সুৰক আচ্ছন্ন কৰি পেলাবলৈ চেষ্টা কৰিছে। সিয়ে আমাৰ মংগল অনুষ্ঠানৰ ভিতৰত এটা গৰ্ব্বপৰিপূৰ্ণ অসামঞ্জস্যকেই অতি উৎকট কৰি তুলিছে—সি আমাৰ উৎসৱৰ দিনৰ বেদনাৰে সৈতে নিজৰ সুৰ মিলোৱা নাই। এইদৰে আমাৰ জীৱনৰ সকলো ক্ষেত্ৰতে এটা সংগতিহীন জোৰাতাপলিৰ কাৰ্য্য ঘটিব ধৰিছে।

ইউৰোপীয় সভ্যতাৰ প্ৰতাপ আৰু ঐশ্বৰ্য্যৰ আয়োজনে আমাৰ দৃষ্টিক মুগ্ধ কৰি ৰাখিছে ; তেওঁলোকৰ অসংগত ক্ষীণ অনুকৰণেৰে আমি আমাৰ আড়ম্বৰ-আস্ফালনৰ প্ৰবৃত্তিক অত্যন্ত বেগাই লৈ গৈছো ; আমাৰ পিৰালিৰ ওচৰত তেওঁলোকৰ প্ৰকাণ্ড জয়ঢোলটো কাঠিৰে কোবাই বৃহৎ শব্দ কৰা হৈছে ; কিন্তু যিজনে আমাৰ ভিতৰৰ খবৰ ৰাখে তেওঁ জানে যে তেওঁৰ মংগলশংখ এই বাহিৰা জাকজমকৰ আড়ম্বৰ ধ্বনিত নিস্তব্ধ হৈ যোৱা নাই, ভাৰাকৰা বেণ্ডু বাদ্যও যদি কেতিয়াবা যথাস্থানলৈ উভতি যায়, তেতিয়াও ঘৰৰ এই শংখই আকাশত উৎসৱৰ মংগল ধ্বনি ঘোষণা কৰে। আমি ইংৰাজৰ ৰাষ্ট্ৰনীতি, সমাজনীতি, বাণিজ্যনীতিৰ উপযোগিতা অধিকভাৱে স্বীকাৰ আৰু প্ৰচাৰ কৰিছো কিন্তু সেই বুলি সি কোনোমতেই আমাৰ সমস্ত হৃদয়ক সম্পূৰ্ণ-ভাৱে আকৰ্ষণ কৰিব পৰা নাই। আমি সবাতকৈ যি ডাঙৰ সুৰ শুনিছো সেই সুৰে যে তেওঁলোকক আঘাত কৰিছে, কেৱল এঠাইতে আমাৰ অন্তৰাত্মাই ইয়াক অস্বীকাৰ কৰিছে।

আমি কোনোদিনেই এনেকুৱা কোনো বজাৰৰ মানুহ নাছিলো। আজি আমি বজাৰৰ ভিতৰৰ পৰা বাহিৰ হৈ ঠেলা-ঠেলি আৰু চীৎকাৰ কৰি ফুৰিছো, পৃথক হৈ উঠিছো, কন্দল আহ্বান কৰিছো, পদ আৰু পদবী লৈ কঢ়া আঁজোৰা কৰিছো, ডাঙৰ আখৰৰ আৰু উচ্চকণ্ঠৰ বিজ্ঞাপনেৰে নিজক আন পাঁচ জনতকৈ অগ্ৰসৰ কৰি ঘোষণা কৰিবলৈ প্ৰাণপণে চেষ্টা চলাইছোঁ। অথচ ই এটা নকল। ইয়াৰ ভিতৰত সত্য নিচেই কম আছে। ইয়াৰ ভিতৰত শান্তি নাই,

গাম্ভীর্য্য নাই, শিষ্টতা-শীলতাৰ সংযম নাই, শ্ৰী নাই। এই নকলৰ যুগ অহাৰ আগেয়ে আমাৰ ভিতৰত এনে এটা স্বাভাৱিক মৰ্য্যাদা আছিল যিহৰ কাৰণে দাৰিদ্ৰয়ে আমাকে শুৱাইছিল, 'মোটা' ভাত, 'মোটা' কাপোৰে আমাৰ গৌৰৱ নষ্ট কৰিব পৰা নাছিল। যিদৰে কৰ্ণই তেওঁৰ কবচ কুণ্ডল লৈ জন্ম গ্ৰহণ কৰিছিল, তেতিয়াৰ দিনত আমিও সেইদৰে স্বাভাৱিক আভিজাত্যৰ এটা কবচ লৈ জন্মগ্ৰহণ কৰিছিলো। সেই কবচেই বহুদিনৰ অধীনতা আৰু দাৰিদ্ৰৰ ভিতৰতো আমাক জীয়াই ৰাখিছে—আমাৰ সম্মান নষ্ট কৰিব পৰা নাই। কাৰণ আমাৰ সেই সম্মান বাহিৰৰ পৰা আহৰণ কৰা ধন নহয়—সি আমাৰ অন্তৰৰ সামগ্ৰী। আমাৰ কাষৰ পৰা সেই সহজাত কবচটো কোনে ভুৰুকিয়াই লৈ গল? ইয়াৰপৰাই আমাৰ আত্মৰক্ষাৰ উপায় আঁতৰি গ'ল। এতিয়া আমি বিশ্বৰ মাজত লজ্জিত। এতিয়া আমাৰ বেশভূষাত, আয়োজন উপকৰণত অকণমানো কৰবাত কিঞ্চিত হ্ৰাস পালেই আমি আৰু মূৰ দাঙিব নোৱাৰো। সম্মান এতিয়া বাহিৰৰ বস্তু হৈ পৰিছে, সেই কাৰণে উপাধিৰ কাৰণে, খ্যাতিৰ কাৰণে আমি বাহিৰৰ পিনে অগ্ৰসৰ হৈছো, বাহিৰৰ আড়ম্বৰক কেৱল ডাঙৰ কৰি তুলিছো আৰু কৰবাত সামান্য ছিদ্ৰ ওলোৱাৰ উপক্ৰম হলেই তাক মিছাৰ ঢাকোনেৰে আৱৰণ দিবলৈ চেষ্টা কৰিছো। কিন্তু ইয়াৰ শেষ কত; যি ভদ্ৰতা আমাৰ অন্তৰৰ সামগ্ৰী আছিল, তাক যদি আজি বাহিৰলৈ টানি জোতাৰ দোকান, কাপোৰৰ দোকান, ঘৰৰ বজাৰ আৰু গাড়ীৰ কাৰখানাতে ফুৰাবলৈ আৰম্ভ কৰাওঁ, তেন্তে কলৈ গৈ তাক কোৱা যাব, 'বাৰু হৈছে, এতিয়া বিশ্ৰাম ল'। সন্তোষকেই আমি সুখৰ পূৰ্ণতা বুলি জানিছিলো, কাৰণ সন্তোষ অন্তৰৰ সামগ্ৰী, এতিয়া যদি সেই সুখক হাটে হাটে ঘাটে ঘাটে বিচাৰি ঘূৰিব লগা হয় তেন্তে কেতিয়া কব পৰা যাব যে সুখ পোৱা গৈছে। আমাৰ এতিয়াৰ ভদ্ৰতাক সস্তীয়া কাপোৰে অপমান কৰে, বিলাতী গৃহসজ্জাৰ অভাৱে উপহাস কৰে, চেকবহিৰ অংকপাতক ন্যূনতাই তাৰ প্ৰতি কলংক নিক্ষেপ কৰে, এনেকুৱা ভদ্ৰতাক মজুৰৰ দৰে বহন কৰি গৌৰৱ অনুভৱ কৰা যে কিমান লাজৰ বিষয় তাকো আমি পাহৰিবলৈ ধৰিছো আৰু আমি যি-বোৰ পৰিণামহীন উত্তেজনা-উন্মাদনাক সুখ বুলি বৰণ কৰি লৈছো, সিয়ে আমাৰ দৰে বাহিৰা বিষয়ত পৰাধীন জাতিক অন্তঃকৰণেৰেও দাসানুদাস কৰি তুলিছে।

তথাপি কিন্তু কৈছো, এই উপসর্গ এতিয়াও আমাৰ মজ্জাৰ ভিতৰত প্ৰৱেশ কৰা নাই। এতিয়াও ই বাহিৰতেই পৰি আছে; আৰু বাহিৰত আছে বুলিয়েই ইয়াৰ শব্দ ইমান বেছি, সেই কাৰণেই ইয়াৰ ইমান আধিক্য আৰু অত্যুক্তিৰ প্ৰয়োজন হয়। এতিয়াও ই আমাৰ গভীৰতৰ স্বভাৱৰ অনুগত হোৱা নাই বুলিয়েই সাতুৰিব নজনাৰ সাঁতোৰ দিয়াৰ দৰে ইয়াক লৈয়ে আমি এনেয়ে উন্মত্তৰ নিচিনা আস্ফালন কৰিব লগীয়া হওঁ।

কিন্তু কোনোৱে যদি এবাৰ আমাৰ মাজত থিয় হৈ যথাৰ্থ অধিকাৰেৰে সৈতে এই কথা কয় যে অসম্পূৰ্ণ যত্নত, উন্মত্ত প্ৰতিযোগিতাত, অনিত্য ঐশ্বৰ্য্যত আমাৰ মংগল নহয়—জীৱনৰ এটা পৰিপূৰ্ণ পৰিণাম আছে, সকলো কৰ্ম্ম, সকলো সাধনাৰ এটি পৰিপূৰ্ণ পৰিসমাপ্তি আছে, আৰু সেই পৰিণাম, সেই পৰিসমাপ্তিয়েই আমাৰ প্ৰত্যেকৰে একমাত্ৰ চৰম চৰিতাৰ্থতা, তাৰ ওচৰত আন সকলোৱেই তুচ্ছ তেন্তে আজিও এই হাট বজাৰৰ কোলাহলৰ মাজত আমাৰ সমস্ত হৃদয়ে সম্মতি দি উঠি কয় "সত্য, এয়ে সত্য, ইয়াতকৈ সত্য আৰু আন একো নাই।" তেতিয়া স্কুলত যিবোৰ ইতিহাসৰ পঢ়া মুখস্থ কৰিছিলো কটাকটি মৰামৰিৰ কথা, ক্ষুদ্ৰ ক্ষুদ্ৰ জাতিৰ ক্ষুদ্ৰ ক্ষুদ্ৰ অভিমানকেই সৰ্ব্বোচ্চ সিংহাসনত নৰৰক্তেৰে অভিষেক কৰাৰ কথা অত্যন্ত ক্ষীণ খৰ্ব্ব হৈ ধৰা দিয়ে; তেতিয়া ৰঙা পোছাক পিন্ধা অক্ষৌহিনী সেনাৰ দম্ভ, উন্নত মাস্তুলেৰে সৈতে বৃহৎকায় যুদ্ধৰ জাহাজৰ ঔদ্ধত্যই আমাৰ অন্তৰক পুনৰ অভিভূত নকৰে,—ভাৰতবৰ্ষৰ যুগ যুগ ধৰি বৈ অহা সজল-মেৰু গম্ভীৰ ওংকাৰ ধ্বনিয়ে জগতৰ সমুদায় কোলাহলৰ ওপৰতো আমাৰ মৰ্ম্মস্থলত নিত্য জীৱনৰ প্ৰথম সুৰটিকে জগাই তোলে। আমি ইয়াক কোনো প্ৰকাৰেই অস্বীকাৰ কৰিব নোৱাৰিম, যদিহে কৰোঁ, তেন্তে ইয়াৰ পৰিবৰ্ত্তে আমি এনে একোকেই নেপাম যিহেৰে আমি মূৰ দাঙি থিয় হব পাৰিম, যিহেৰে আমি নিজক ৰক্ষা কৰিবলৈ সমৰ্থ হ'ম। কেবল তৰোৱালৰ উজ্জ্বলকিৰণ, বাণিজ্যৰ সমাৰোহ, কল-কাৰখানাৰ ৰঙা চকু আৰু স্বৰ্গৰ প্ৰতিস্পৰ্দ্ধী হৈ যি ঐশ্বৰ্য্য ক্ৰমশঃ নিজৰ উপকৰণ স্তূপক ওপৰলৈ তুলি আকাশৰ সীমা নিৰ্দ্ধাৰণ কৰিবলৈ ছল কৰিছে, তাৰ উগ্ৰমূৰ্ত্তি দেখি আমি সমগ্ৰ মনে-প্ৰাণে কেৱল পৰাস্ত-পৰাভূত হৈ থাকিম, মাথোন সংকুচিত-শংকিত হৈ পৃথিৱীৰ ৰাজপথত ভিক্ষাকেই সম্বল কৰি দীনহীনৰ দৰে ঘূৰি ফুৰিম।

অথচ এই কথাও মই কোনোমতেই স্বীকাৰ কৰিব নোৱাৰোঁ যে আমি যাক শ্ৰেয় বুলি কৈছো, সি কেবল আমাৰ কাৰণেই হিত সাধক। আমি অক্ষম বুলি দায়ত পৰি হে যে ধৰ্ম্মক বৰণ কৰিব লাগিব, দাৰিদ্ৰক গোপন কৰিবলৈ এটা কৌশল স্বৰূপেহে যে তাক গ্ৰহণ কৰিব লাগিব এটা কথা কদাপি সঁচা হব নোৱাৰে। প্ৰাচীন সংহিতাকাৰসকলে মানৱ জীৱনৰ যি আদৰ্শ আমাৰ সম্মুখত দাঙি ধৰিছে, সি যে কেৱল কোনো এটা বিশেষ জাতিৰ বিশেষ অৱস্থাৰ পক্ষেই সত্য তেনে নহয়। এয়ে একমাত্ৰ সত্য আদৰ্শ, গতিকে ইয়ে সকলো মানুহৰ কাৰণেই মংগলৰ হেতু। প্ৰথম বয়সত শ্ৰদ্ধাৰ দ্বাৰা, সংযমৰ দ্বাৰা, ব্ৰহ্মচৰ্য্যৰ দ্বাৰা প্ৰস্তুত হৈ দ্বিতীয় বয়সত সংসাৰ আশ্ৰমত মাংগলিক কাৰ্য্যত আত্মাক পৰিপুষ্ট কৰিব লাগিব, তৃতীয় বয়সত অধিক উদাৰ ক্ষেত্ৰত এটি এটিকৈ সমস্ত বন্ধন শিথিল কৰি অৱশেষত আনন্দেৰে সৈতে মৃত্যুক মোক্ষৰ নামন্তৰ ৰূপেই গ্ৰহণ কৰিব লাগে; এইদৰে মানুহৰ জীৱনক চালিত কৰিলেই তাৰ আদিয়ে অন্তে সংগত-পূৰ্ণ তাৎপৰ্য্য উপলব্ধি কৰিব পাৰি। তেতিয়াহে সমুদ্ৰৰপৰা উৎপন্ন হৈ যি মেঘে পৰ্ব্বতৰ ৰহস্যপূৰ্ণ গুহাৰ পৰা পুনৰ নদীৰূপে ওলাই আহি সমস্ত যাত্ৰাৰ শেষত সেই সমুদ্ৰৰ মাজতেই পৰিপূৰ্ণ ৰূপে সম্মিলিত হোৱা দেখি তৃপ্তি লাভ কৰিব পৰা হব। যি ঠাইতেই হওক মাজবাটত তাৰ অৱসান অসংগত অসমাপ্ত। অন্তৰেৰে সৈতে এই কথা বুজিব পাৰিলেহে কব পাৰি যে এই সত্য উপলব্ধি কৰিবলৈ সকলো জাতিয়েই ভিন ভিন পথেৰে ভিন ভিন আঘাত অতিক্ৰম কৰি বাৰে বাৰে চেষ্টা কৰিবই লাগিব। ইয়াৰ ওচৰত বিলাসীৰ উপকৰণ, জাতিৰ প্ৰতাপ, ৰজাৰ ঐশ্বৰ্য্য, বণিকৰ সমৃদ্ধি সকলোৱেই গৌণ, মানুহৰ আত্মাই জয়ী হব লাগিব, মানুহৰ আত্মাই মুক্ত হব লাগিব, তেতিয়াহে মানুহৰ ইমান দিনৰ সকলো চেষ্টা সাৰ্থক হব, নহলে ততঃ কিম্, ততঃ কিম্, ততঃ কিম্।

# স্বতন্ত্ৰতাৰ পৰিণতি

মানুহে দুয়ো ফাল ৰক্ষা কৰি চলিব লাগে—একালে নিজৰ স্বতন্ত্ৰীয়া অৱস্থা, আৰু আনফালে সকলোৰে লগত সমিল-মিল ৰক্ষা, এই দুয়োটাই বিপৰীত ফাল। এই দুটাৰ এটাক বাদ দিলেই আমাৰ মংগল নাইকিয়া হয়।

স্বতন্ত্ৰতা মানুহৰ পক্ষে যে অতি মূল্যবান, সেই কথা মানুহৰ চাল-চলন দেখিলেই বুজি পোৱা যায়। ধন দিয়ে হওক বা প্ৰাণ দিয়েই হওক, মানুহে নিজৰ স্বতন্ত্ৰতা ৰক্ষা কৰিবলৈ কিমান যে সংগ্ৰাম কৰিবলগীয়া হৈ থাকে।

নিজৰ বিশেষত্বক পৰিপূৰ্ণ কৰিবৰ প্ৰচেষ্টাত মানুহে কোনো বাধা মানিবলৈ নিবিচাৰে। এই প্ৰচেষ্টাত য'তে বাধা পায়, তাতেই তেওঁৰ মনত আঘাত লাগে। তেতিয়াই তেওঁৰ খং উঠে, তেওঁ প্ৰলোভিত হয়, মাৰ-ধৰ কৰে, আনকি অপহৰণ কৰে।

কিন্তু আমাৰ স্বতন্ত্ৰতা অবাধে চলি থাকিব নোৱাৰে। প্ৰথম কথা, যিবোৰ বস্তু-বাহানি আৰু ধন-জন লৈ স্বতন্ত্ৰতাই নিজৰ কলেৱৰ পুষ্ট কৰি তুলিবলৈ বিচাৰে, সেইবোৰৰো নিজাকৈ স্বতন্ত্ৰতা আছে; আমি ইচ্ছা কৰিলেই কেৱল নিজৰ গাৰ জোৰেদি সেইবোৰক কামত খটুৱাব নোৱাৰোঁ। তেনে অৱস্থাত আমাৰ স্বতন্ত্ৰতাৰ লগত সেইবোৰ স্বতন্ত্ৰতাৰো এটা সমিল-মিল চলি থাকিব লাগে। তেতিয়া বুদ্ধিৰ সহায়ত, বিজ্ঞানৰ সহায়ত আমি এটা আপোচ কৰি লওঁহক। সেই অৱস্থাত আনৰ স্বতন্ত্ৰতাৰ নিমিত্তে নিজৰ স্বতন্ত্ৰতাক কিছু পৰিমাণে চমু কৰি লব নোৱাৰিলে একেবাৰে নিষ্ফল হব-লগীয়া হয়। তেতিয়া কেৱল স্বতন্ত্ৰতা অনুসৰণ কৰিয়ে নহয়, নিয়ম পালন কৰি জয়ী হবলৈ চেষ্টা চলোৱা হয়।

কিন্তু বাধ্যত পৰি কাম পৰিবলৈ যোৱাত সুখ নাই। অৱশ্যে একেবাৰে যে সুখ নাই—এনে নহয়। বাধা-বিঘিনিক যিমান দূৰ পৰা যায়, নিজৰ প্ৰয়োজনৰ তলতীয়া কৰিবলৈ যি বুদ্ধি আৰু শক্তি কামত লগোৱা হয়—তাতেই সুখ আছে। অৰ্থাৎ কেৱল পোৱাৰে সুখ নহয়—কামত খটুওৱাৰো সুখ। এইখিনিতে নিজৰ স্বতন্ত্ৰতাৰ শক্তি, স্বতন্ত্ৰতাৰ গৌৰৱ অনুভৱ কৰা হয়—

বাধা নেপালে, সেই অনুভৱ নহয়। এইদৰে অহংকাৰৰ পৰা যি উত্তেজনা ওপজে, তাৰ ফলস্বৰূপে আমাৰ জয়ী হবৰ ইচ্ছা, প্ৰতিযোগিতাৰ চেণ্টা বাঢ়ি যায়। শিলৰ বাধা পালে নিজৰাৰ পানী যিদৰে ফেনে ফোটোকাৰে গা দাঙি উঠে সেইদৰে পৰস্পৰৰ বাধা পালে পৰস্পৰৰ স্বতন্ত্ৰতাও খুন্দা খাই উথলি উঠে।

সেয়া যি কি নহওক, এয়ে হ'ল সংগ্ৰাম। বুদ্ধিৰ লগত বুদ্ধিৰ শক্তিৰে সৈতে শক্তিৰ, চেণ্টাৰ লগত চেণ্টাৰ সংগ্ৰাম। প্ৰথমতে এই সংগ্ৰামৰ বেছি ভাগ গাৰ বলতে চলে, ভাঙি ছিঙি হলেও উদ্দেশ্য সিদ্ধিৰ চেণ্টা চলোৱা হয়। ইয়াৰ ফলত যি বিচৰা হয়, তাকো নণ্ট কৰা হয়, যিজনে বিচাৰে, সিয়ো নণ্ট হয়; গতিকে অপব্যয়ৰ সীমা নাইকিয়া হৈ পৰে। ইয়াৰ পিছতে বুদ্ধি আহি কৰ্ম্মকৌশলৰ অৱতাৰণা কৰেহি। বুদ্ধিয়ে গাঁঠি কাটিবৰ চেণ্টা নকৰে, গাঁঠি সেলোকাবলৈহে আৰম্ভ কৰে। এই কাম জধে-মধে ইচ্ছাৰে নাইবা অধৈৰ্য্যৰে হৈ উঠাৰ সুবিধা নাই; শান্ত হৈ সংযতভাবে শিক্ষিত হলেহে এই কামত প্ৰবৃত্ত হব পাৰি। এই ক্ষেত্ৰত জয়ী হবৰ চেণ্টাই নিজৰ অপব্যয় বন্ধ কৰি নিজৰ বলক গোপন কৰি বলী হৈ উঠে। নিজৰা যিদৰে ভৈয়ামলৈ নামিলে কিছু পৰিমাণে গতিবেগ কমি গৈ বহল হৈ পৰে, আমাৰ স্বতন্ত্ৰতাৰ গতিবেগো সেইদৰে বাহুবল পৰিহাৰ কৰি বিজ্ঞানত প্ৰবেশ কৰে আৰু ই নিজৰ উগ্ৰতা এৰি উদাৰতা লাভ কৰে।

এই কাম আপোনাআপুনি হৈ উঠে। বলে কেৱল নিজকহে চিনি পায়, আনক মানি চলিবলৈ নিবিচাৰে। বুদ্ধিয়ে কেৱল নিজৰ স্বতন্ত্ৰতাক লৈয়ে কাম কৰিব নোৱাৰে। আনৰ মাজত বুদ্ধিক প্ৰবেশ কৰাই অনুসন্ধান কৰিব লাগে; আনক যিমানে বেছিকৈ বুজিব পৰা যায়, সিমানে নিজৰ কাম সিদ্ধি কৰিব পাৰি; আনক বুজিবলৈ গলে, আনৰ ঘৰত সোমাবনৈ হলে নিজকে আনৰ অনুগত কৰিব লাগিব। এইদৰে স্বতন্ত্ৰতাৰ চেণ্টাত জয়ী হবলৈ হলে নিজকে পৰাধীন নকৰাকৈ থাকিব নোৱাৰি।

এই খিনিলৈকে দেখা গ'ল যে প্ৰতিযোগিতাৰ যুদ্ধ ক্ষেত্ৰত আমাৰ পৰস্পৰৰ স্বতন্ত্ৰতাই জয়ী হবলৈকে চেণ্টা কৰে। ডাৰউইনৰ প্ৰাকৃতিক নিৰ্ব্বাচনতত্ত্ব এই যুদ্ধক্ষেত্ৰত সংগ্ৰামৰে তত্ত্ব—ইয়াত কোনোৱে কাকো মানিব নোখোজে; সকলোৱে সকলোতকৈ ডাঙৰ হবলৈ বিচাৰে।

কিন্তু ক্ৰপট্‌কিন আদি আধুনিক বৈজ্ঞানিকসকলে দেখুৱাইছে যে

পৰস্পৰক পৰাজয় কৰিবৰ চেষ্টা আৰু নিজক ডাঙৰকৈ ৰখাৰ চেষ্টা প্ৰাণী সমাজত একমাত্ৰ প্ৰচেষ্টা নহয়; দল গঠনৰ ইচ্ছা, পৰস্পৰক সহায় কৰাৰ আগ্ৰহ, আনক ঠেলি-হেঁচি ডাঙৰ হোৱাৰ চেষ্টাতকৈ কম চোকা নহয়; প্ৰকৃততে নিজৰ আকাঙ্ক্ষাক চুটি কৰি হলেও পৰস্পৰক সহায় কৰাৰ ইচ্ছাই প্ৰাণীবোৰৰ মাজত উন্নতিৰ প্ৰধান উপায় হৈ পৰিছে।

গতিকে দেখা গৈছে একালে প্ৰত্যেকৰ স্বতন্ত্ৰতাৰ প্ৰকাশ আৰু আনফালে সকলোৰে লগত সামঞ্জস্য, এই দুয়োটা নীতিয়ে, একেলগে কাম কৰিছে। অহংকাৰ আৰু প্ৰেম, বিকৰ্ষণ আৰু আকৰ্ষণ একেলগে থাকি সৃষ্টিক গঢ়ি তুলিছে।

স্বতন্ত্ৰতাই পূৰ্ণতা লাভ কৰিলে আৰু সমিল-মিলেও নিজকে সম্পূৰ্ণভাৱে সমৰ্পণ কৰিলেই মানুহৰ সাৰ্থকতা হয়। অৰ্জ্জন কৰিলে আমাৰ পৰিপুষ্টি হয় আৰু বৰ্জন কৰিলে আনন্দ হয়, জগতৰ মাজত এই দুটা বিপৰীত নীতিৰ মিলন দেখিবলৈ পোৱা যায়। ফলস্বৰূপে নিজকে সম্পূৰ্ণৰূপে সঞ্চয় নকৰিলে নিজকনো কিদৰে সম্পূৰ্ণ দান কৰা সম্ভৱ। তেতিয়া সেই দানৰ পৰিমাণেই বা কিমান। যিমানে উচ্চ অহংকাৰ বৰ্জন কৰা যায়, সিমানে উচ্চ প্ৰেমৰ পৰিচয় দিয়া হয়।

এই যে মই, অতি ক্ষুদ্ৰ মই, এই বিশাল জগতৰ মাজত থাকিও সেইজনা মই স্বতন্ত্ৰ। মোৰ চাৰিওফালে কিমান শক্তি, কিমান গতি, কিমান যে বস্তু কিমান যে দায়িত্ব, সিবোৰৰ সীমা নাই; অথচ মোৰ অহংকাৰক এই বিশ্বব্ৰহ্মাণ্ড-খনেও চুৰমাৰ কৰিব পৰা নাই; মই অকণমান হলেও স্বতন্ত্ৰ। সকলোৰে মাজত এই ক্ষুদ্ৰ মোক যি অহংকাৰে তুলি ধৰিছে, সেই অহংকাৰ ঈশ্বৰৰ উপভোগৰ কাৰণে তৈয়াৰ হৈছে। এই অহংকাৰ একেবাৰে শেষ কৰি ঈশ্বৰক দিব পাৰিলেই চূড়ান্ত আনন্দ পোৱা যায়। তেতিয়া অহংকাৰ জগাই তোলাৰ সকলো দুখ বেদনা শেষ হৈ যায়। ভগৱানৰ এই উপভোগৰ সামগ্ৰী অহংকাৰক কোনেনো বিনষ্ট কৰি পেলাব পাৰে?

স্বতন্ত্ৰতাক ঈশ্বৰত সম্পূৰ্ণৰূপে সমৰ্পণ কৰাৰ আগৰ সময়খিনিতে সকলো বিধ সংঘাতৰ সৃষ্টি হয়। এই সময়ছোৱা একালে স্বাৰ্থ, আনফালে প্ৰেম; একালে প্ৰবৃত্তি আৰু আনফালে নিবৃত্তি। এনে দুলি থকা অৱস্থাত সংঘাতৰ মাজতেই যি সৌন্দৰ্য ফুটি উঠে, যিহে ঐক্যৰ আদৰ্শ ৰক্ষা কৰে, তাকে আমি

মংগল বুলি কওঁ। একালে মোৰ নিজৰ স্বাতন্ত্ৰ্য, আনকালে আনৰ স্বাতন্ত্ৰ্য স্বীকাৰ কৰি লৈও পৰস্পৰৰ সংঘাতত বিশৃংখলাৰ সৃষ্টি নহলে, স্বতন্ত্ৰ লোকক এক সমূহীয়া শাস্তি দিব পাৰিলে আৰু দুই পক্ষৰ অহংকাৰক সৌন্দৰ্য্যৰ এডালি পৰিনয় সূতাৰে বান্ধিব পৰাটোকে আমি মংগল বুলি কওঁ। শক্তিয়ে স্বতন্ত্ৰতাক ওফন্দাই তোলে, মংগলে স্বতন্ত্ৰতাক সুন্দৰ কৰে আৰু প্ৰেমে স্বতন্ত্ৰতাক বিসৰ্জন দিয়ে। মংগলে শক্তি আৰু প্ৰেমৰ মাজত থাকি প্ৰবল অৰ্জ্জনক একান্ত বিসৰ্জনৰ পিনে আগুবাই লৈ যায়। এই সংঘাতৰ পৰিবেশতে মংগলৰ পোহৰ পৰি মানৱ সংসাৰত সৌন্দৰ্য্য ৰাতিপুৱা আৰু সন্ধিয়াৰ মেঘৰ দৰে চিত্ৰ বিচিত্ৰ হৈ উঠে।

নিজৰ লগত পৰৰ, স্বাৰ্থৰ লগত প্ৰেমৰ যেতিয়া সংঘাত হয়, তেতিয়া মংগলক ৰক্ষা কৰাটো অতি সুন্দৰ অথচ অতি কঠিন। কবিত্ব যিদৰে সুন্দৰ মংগলক ৰক্ষা কৰাটোও সুন্দৰ, আৰু কবিত্ব যিমান কঠিন অনুৰূপে মংগল ৰক্ষাও কঠিন।

কবিয়ে যি ভাষাত কবিত্ব প্ৰকাশ কৰিবলৈ বিচাৰে, সেই ভাষাতো তেওঁৰ নিজা সৃষ্টি নহয়। কবিৰ জন্মৰ বহুকাল আগতে সেই ভাষাই নিজৰ এটা স্বতন্ত্ৰতা ফুটাই তুলিছে। কবিয়ে যি ভাব যিদৰে প্ৰকাশ কৰিব খোজে, ভাষা ঠিক তেনেকৈ খাপ খাই পৰিব নোখোজে। তেতিয়া কবিৰ ভাবৰ স্বতন্ত্ৰতা আৰু ভাব প্ৰকাশ উপায়ৰ স্বতন্ত্ৰতাৰ মাজত এটি সংঘাতত হয়। যদি এই সংঘাত কেৱল এটি সংঘাত ৰূপে পাঠকৰ চকুৰ আগত পৰে, তেনে হলে পাঠক কাব্যৰ নিন্দা কৰে আৰু কয় যে ভাষাৰ লগত ভাবৰ মিল ঘটা নাই। এনেকুৱা ক্ষেত্ৰত কাব্যৰ কথাখিনিৰ অৰ্থ গ্ৰহণীয় হলেও, সেই অৰ্থই হৃদয়ক সন্তুষ্ট কৰিব নোৱাৰে। যি জন কবিয়ে ভাবৰ স্বতন্ত্ৰতা আৰু ভাষাৰ স্বতন্ত্ৰতাৰ মাজত ঘটা নিশ্চিত সংঘাতক দমন কৰি সৌন্দৰ্য্য ৰক্ষা কৰিব পাৰে, তেওঁৱেই ধন্যবাদৰ পাত্ৰ। কওঁ বোলা কথাটি পুৰাকৈ কোৱা টান, ভাষাৰ বাধাৰ কাৰণেই অলপ কব পাৰি, অলপ কোৱা নহয়গৈতথাপিও সৌন্দৰ্য্যকে ফুটাই তুলিব লাগিব, আৰু এয়ে হল কবিৰ কৰ্ত্তব্য। ভাবৰ যিখিনি ক্ষতি হয়, সৌন্দৰ্য্যই তাতকৈ বেছি পৰিমাণে ক্ষতিপুৰণ কৰি দিব পাৰে।

তেনে দৰে মোৰ স্বতন্ত্ৰতাও সংসাৰৰ মাজেদি প্ৰকাশিত হৈছে, সংসাৰখন যে মোৰ নিজহাতে গঢ়া নহয়, সেই সংসাৰে মোক পদে পদে বাধা দিছে। যি

খিনি হলে সকলো কালে মোৰ পূৰ্ণ বিকাশ হব পাৰে, তেনে আয়োজন মোৰ চাৰিও পিনে নাই। গতিকে সংসাৰত মোৰ লগত বাহিৰৰ সংঘাত ঘটিয়ে আছে। কাৰো কাৰো জীৱনত সেই সংঘাতেই মাথোঁ সুস্পষ্ট হৈ উঠে ; তেনে জীৱনত খেলি-মেলিৰ সুৰ শুনা যায়। কিন্তু কোনো কোনো গুণী লোকে সংসাৰৰ এই অনিবাৰ্য্য সংঘাতৰ মাজতো সংগীতৰ সৃষ্টি কৰে ; তেওঁ লোকে সকলো অভাৱ আৰু বিঘিনি নেওঁচি সৌন্দৰ্য্য ৰক্ষা কৰিব পাৰে। মংগলেই হৈছে সৌন্দৰ্য্য। সংসাৰৰ ঘাত-প্ৰতিঘাতত তেওঁলোকৰ অবাধ স্বাতন্ত্র্য বিকাশৰ যি মান ক্ষতি হয়, মংগলে তাৰ তুলনাত বহুত বেছি পূৰ্ণ কৰি তোলে। প্ৰকৃততে সংঘাতৰ বাধাই মংগলৰ সৌন্দৰ্য্যকে প্ৰকাশিত হবলৈকে সুবিধা দিয়ে ; স্বাৰ্থৰ ক্ষতিয়ে স্বাৰ্থপূৰণৰ প্ৰধান উপায় হৈ পৰে।

এনেকৈ দেখা গৈছে যে স্বতন্ত্ৰতাই নিজক সফল কৰি তুলিবৰ নিমিত্তে নিজৰ, খৰ্ব্বতা স্বীকাৰ কৰি লয় ; নহলে স্বতন্ত্ৰতা বিকৃতিত পৰিণত হয় গৈ আৰু সেই বিকৃতিয়ে বিনাশৰ দুৱাৰ ডলিলৈ আগ বঢ়াই নিয়ে। স্বতন্ত্ৰ-তাই মংগলৰ অনুসৰণ কৰি প্ৰেমৰ অভিমুখে নগ'লে জানিব লাগিব, সি বিনাশৰ পিনেহে আগ বাঢ়িছে। অতিশয় বৃদ্ধিৰ লফত সেই স্বতন্ত্ৰতাই বিকৃতিৰ গঢ় লয়, তেতিয়া বিশ্ব প্ৰকৃতি তাৰ বিৰুদ্ধে উঠে, দিন চেৰেক উপদ্ৰৱ চলাৰ পিছত সেই স্বতন্ত্ৰতা মৃত্যুৰ মুখত পৰে। গতিকে মানুহৰ স্বতন্ত্ৰতাই যেতিয়া মংগলৰ সহায়ত সকলো সংঘাতকে পৰাজিত কৰি সুন্দৰ হৈ উঠে তেতিয়া বিশ্বাত্মাৰে সৈতে মিলন ঘটাই আত্মবিসৰ্জন দিবলৈকে সি প্ৰস্তুত হয়। প্ৰকৃততে আমাৰ দুৰ্দান্ত স্বতন্ত্ৰতাই মংগলৰ খটখটি পাৰ হৈ প্ৰেম অতিক্ৰম কৰিব পাৰিলেহে সি পৰিপূৰ্ণ হয় আৰু তাৰ পৰিসমাপ্তি ঘটে।

# দুঃখ

জগতৰ বিধান সম্বন্ধে আমি যেতিয়াই ভাবি চাব খোঁজো তেতিয়াই এই বিশ্বৰাজ্যত দুঃখ কিয় আছে—এই প্ৰশ্নটোৱেই আটাইতকৈ বেছিকৈ আমাক সংশয়াচ্ছন্ন কৰি তোলে। আমাৰ কিছুমানে সেই দুখক পুৰ্ব্বপুৰুষ সকলৰ আদিম পাপৰ শাস্তি বুলি ভাবে আৰু কোনো কোনোৱে দুখক জন্মান্তৰৰ কৰ্ম্মফল বুলিও ভাবে। কিন্তু এনেকৈ ভাবিলেও দুখ দুখ হৈয়ে থাকি যায়।

নাথাকিতো উপায় নাই। দুখৰ তত্ত্ব আৰু সৃষ্টিৰ তত্ত্ব সম্পূৰ্ণ জড়িত। সৃষ্টি অপূৰ্ণ নহ'ব, দেশমানত বিভক্ত নহ'ব কাৰ্য্য কাৰণত আবদ্ধ নহ'ব—এনে অদ্ভুত আশা মনত পোষণ কৰিবই নোৱাৰি।

অপূৰ্ণৰ মাজেদি নহ'লে পূৰ্ণৰ প্ৰকাশ হ'ব কেনেকৈ। উপনিষদত আছে প্ৰকাশ মাত্ৰেই ভগবানৰ অমৃত আনন্দ ৰূপ। তেওঁৰ মৃত্যুহীন ইচ্ছাই সকলো ৰূপৰ মাজেদি ব্যপ্ত হৈছে।

উপনিষদে ঈশ্বৰৰ এই প্ৰকাশ তিনি জগত ভাগ কৰিছে। এটি প্ৰকাশ জগতত, এটি মানৱ সমাজত আৰু এটি প্ৰকাশ হ'ল মানৱ আত্মাত। শান্তম্ শিবম্, অদ্বৈতং—এই হ'ল তিনিটা ৰূপ।

শান্তমং নিজৰ মাজত নিজে শুদ্ধ হৈ থাকিলে তো প্ৰকাশ পাবই নোৱাৰে। চঞ্চল বিশ্ব জগতখন যে কেৱল ঘূৰিব লাগিছে—এই প্ৰচণ্ড গতিৰ মাজত তেওঁ অচঞ্চল নিয়ম স্বৰূপে নিজৰ শান্তৰূপক ব্যক্ত কৰিছে। সমস্ত চাঞ্চল্যক ধৰি আছে কাৰণেই তেওঁ শান্ত, নহলে তেওঁৰ প্ৰকাশ কত?

শিৱম্ কেৱল নিজতেই নিজে স্থিৰ থাকিলে—তেওঁক শিৱই বুলিব নোৱাৰি। সংসাৰত চেষ্টা আৰু দুখৰ সীমা নাই—সেই কৰ্ম্ম ক্লেশৰ মাজত অমোঘ মংগলৰ দ্বাৰা তেওঁ নিজৰ শিৱ-স্বৰূপ প্ৰকাশ কৰিছে।

অদ্বৈত যদি নিজতে নিজে এক হৈ থাকিলহেঁতেন তেন্তে সেই ঐক্যৰ প্ৰকাশ হ'ব কেনেকৈ? আমাৰ চিত্ত সংসাৰত আপোন পৰৰ ভেদ বৈচিত্ৰ্যৰ দ্বাৰা মাথোঁ আহত প্ৰতিহত হৈছো হঁক। সেই ভেদৰ মাজত প্ৰেমৰ দ্বাৰা ভগৱানে নিজৰ অদ্বৈত স্বৰূপ প্ৰকাশ কৰিছে। প্ৰেমে যদি সকলোবোৰ ভেদৰ

মাজত সম্বন্ধ স্থাপন নকৰিলেহেঁতেন তেন্তে অদ্বৈতই কাৰ বাবে অবলম্বন কৰি নিজক প্ৰকাশ কৰিলেহেঁতেন।

জগত অপূৰ্ণ হোৱা কাৰণেই চঞ্চল, মানৱ সমাজ অপূৰ্ণ হোৱা কাৰণেই সচেষ্ট। আৰু আমাৰ আত্মবোধ অপূৰ্ণ হোৱা কাৰণেই আমি আমাৰ আত্মাক আৰু আন সকলোকে বিভিন্নকৈ জানো। কিন্তু সেই চাঞ্চল্যৰ মাজত শান্তি দুখৰ চেষ্টাৰ মাজত সফলতা আৰু বিভেদৰ মাজত প্ৰেম বিৰাজ কৰে।

সেই কাৰণে এটা কথা মনত ৰাখিব লাগিব পূৰ্ণতাৰ বিপৰীত শূন্যতা কিন্তু অপূৰ্ণতা পূৰ্ণতাৰ বিপৰীত নহয়, বিৰুদ্ধ নহয়, সি পূৰ্ণতাৰেই বিকাশ। গাই থকা অৱস্থাত গান যেতিয়া সমলৈ আহি শেষ হোৱা নাই তেতিয়া সি সম্পূৰ্ণ গান নহয়। কিন্তু সেই গান গানৰ বিপৰীতো নহয়। সেই আংশিক গানত সম্পূৰ্ণ গানৰে আনন্দ তৰংগিত হয়।

এইটো সম্ভৱ নহলে ৰস থাকিব কেনেকৈ ? "ৰসো বৈ সঃ।" ভগবানেই ৰস স্বৰূপ। প্ৰতি নিমিষতেই অপূৰ্ণক তেঁও পূৰ্ণ কৰি তুলিছে কাৰণেই তেওঁ ৰস। তেওঁৰ যোগেদিয়াই সকলোবোৰ পৰিপূৰ্ণ হৈ উঠিছে—এয়ে ৰসৰ আকৃতি, এয়ে হ'ল ৰসৰ প্ৰকৃতি। সেয়ে জগতৰ প্ৰকাশ আনন্দ ৰূপমমৃতং, এয়ে হ'ল আনন্দৰ ৰূপ, এয়ে হ'ল আনন্দৰ অমৃত ৰূপ।

সেই কাৰণেই এই অপূৰ্ণ জগৎ শূন্য নহয়, মিছা নহয়। সেই কাৰণেই এই জগতত ৰূপৰ মাজত অপৰূপ, শব্দৰ মাজত বেদনা, ঘ্ৰানৰ মাজত ব্যাকুল-তাই আমাৰ কোনোবা অনিবৰ্চনীয়তাৰ মাজতে নিমগ্ন কৰি পেলাইছে। সেই কাৰণেই আকাশে আমাৰ কেৱল আগুৰি থকাই নাই, সেই আকাশে আমাৰ হৃদয় উদাৰ কৰি দিছে। আলোকে যে মাথোঁ আমাৰ দৃষ্টিক সাৰ্থক কৰিছে এনে নহয় ই আমাৰ অন্তঃকৰণক উদ্‌বোধিত কৰি তুলিছে আৰু যি কোনো অস্তিত্ব কেৱল অস্তিত্বই নহয়। ই আমাৰ চিত্তক চেতনাৰে আৰু আত্মাক সত্যেৰে সম্পূৰ্ণ কৰিছে।

শীত কালৰ পথাৰত তৰংগহীন নীলা পানীৰ সোঁত যেতিয়া পীতাভ বালিৰ পাৰত নিজান নিৰ্জনতাৰ মাজেদি নিৰুদ্দেশ হৈ যায়—তেতিয়া বাৰু আমি কি ভাবোঁ ? নদীৰ পানী বৈ গৈছে বুলিলেইতো সকলো কোৱা নহ'ল, আচলতে একো কোৱাই নহ'ল। পথাৰ আশ্চৰ্য্য শক্তি আৰু আশ্চৰ্য্য

সৌন্দর্য্যৰ কথা কি কোৱা হ'ল ? সেই বাক্যৰ অতীত পৰম পদাৰ্থক সেই অপৰূপ ৰূপক সেই ধ্বনিহীন সংগীতক এই প্ৰবাহে কেনেকৈ ইমান গভীৰভাৱে ব্যক্ত কৰিছে ? ই কেৱল পানী আৰু মাটি—"মৃৎপিণ্ডো জলৰেখয়া বলয়িতঃ" কিন্তু যিখিনি প্ৰকাশ হৈ উঠিছে সেইখিনি কি ? সেয়ে আনন্দৰূপমমৃতম্, সেয়ে আনন্দৰ অমৃত ৰূপ।

আকৌ প্ৰচণ্ড বৰদৈচিলাৰ মাজতো এই নদীক দেখিছোঁ—বালি উৰি সূৰ্য্যাস্তৰ ৰাঙলী ৰূপে ধোঁৱা ব্ৰচনীয়া কৰি তোলে। চাবুকেৰে আহত কৰা ঘোৰাৰ মিহি চালৰ দৰে নদীৰ পানী বৈ বৈ কঁপি উঠে। সিপাৰৰ শুক্ল বৃক্ষৰাজিৰ ওপৰত আকাশ খনত এটা নিঃস্পন্দ আতংকৰ বিবৰ্ণতা ফুটি উঠে, তাৰ পিছত সেই জল স্থল আৰু আকাশ ভেদি নিজকে ডোখৰে ডোখৰে ভাৱৰৰ মাজত আবদ্ধ কৰি উন্মত্ত ধুমুহা একেবাৰে উদ্বাউল হৈ উঠে। সেই আবিৰ্ভাৱো দেখিছো। সেয়া জানো কেৱল মেঘ, বতাহ, ধূলি, বালি, পানী আৰু ডোঙা—এয়া হ'ল অকিঞ্চিৎকৰৰ মাজতে অপৰূপৰ দৰ্শন—এয়ে তো ৰস। ই তো কেৱল বীনাৰ কাঠ আৰু তাঁৰ নহয়। ই বীনাৰ সংগীত। এই সংগীতেই আনন্দৰ পৰিচয়। সেয়ে আনন্দ ৰূপমমৃতম।

আকৌ মানুহৰ মাজত যি দেখিছো সি মানুহৰ বেৰাই কিমান দূৰলৈ আমাক লৈ গৈছে। ৰহস্যৰ অন্ত নাই। শক্তি আৰু প্ৰীতয়ে কিমান লোকৰ আৰু কিমান জাতিৰ ইতিহাসত কিমান আশ্চৰ্য্য আকাৰ ধৰি কিমান ভাবিব নোৱাৰা ঘটনা আৰু অসাধ্য সাধনৰ মাজত সীমাৰ বন্ধন ছেদি ভূমাক প্ৰত্যক্ষ কৰাই দিছে। মানুহৰ মাজতে সেয়া হ'ল আনন্দৰূপমমৃতম্।

কোনে জানো বিশ্বমহোৎসৱত এই নীলাকাশৰ মহা প্ৰাংগণত অপূৰ্ণতাৰ পাত পাৰি থৈ গ'ল—আৰু তাতেই আমি পূৰ্ণতাৰ ভোজত বহিলো। সেই পূৰ্ণতাই কিমান বিচিত্ৰ ৰূপত আৰু কিমান বিচিত্ৰ স্বাদত ক্ষণে ক্ষণে আমাক অভাৱনীয় আৰু অনিৰ্ব্বচণীয় চেতনাৰ বিস্ময়ত জাগ্ৰত কৰি তুলিছে।

এনে নহ'লে ৰসস্বৰূপে ৰস দিব কেনেকৈ ? এই ৰস অপূৰ্ণতাৰ সুকঠিন দুঃখ পাত্ৰৰ মুখলৈকে ভৰি বাগৰি পৰিছে। এই দুঃখৰ সোণৰ পাত্ৰটি সুকঠিন কাৰণেই জানো তাক ভাঙি দি—ইমান ডাঙৰ ৰসৰ ভোজক ব্যৰ্থ কৰি দিব লাগিব ? নাইবা পৰিবেশনৰ লক্ষ্মীক মাতি আনি ক'ব লাগিব—হওক কণ্টকৰ, ইয়াক ভৰপূৰ কৰি দিয়া, আনন্দ ইয়াত পূৰ্ণ হৈ উঠক।

জগতৰ এই অপূৰ্ণতা যেনেকৈ পূৰ্ণতাৰ বিপৰীত নহয়, ই যেনেকৈ পূৰ্ণতাৰেই এটি প্ৰকাশ তেনেকৈয়ে এই অপূৰ্ণতাৰ লগৰীয়া দুখো আনন্দৰ বিপৰীত নহয়, এই দুখ আনন্দৰেই অংগ। অৰ্থাৎ দুখৰ পৰিপূৰ্ণতা আৰু সাৰ্থকতা দুঃখ নহয়—ই আনন্দ। দুখো আনন্দৰূপমমৃতম্।

এই কথা ক'ও কেনেকৈ ? ইয়াৰ সম্পূৰ্ণ ভাব প্ৰমাণ কৰোঁ কেনেকৈ ?

কিন্তু অমাবস্যাৰ অন্ধকাৰে অনন্ত জ্যোতিষ্ক লোকক যেনেকৈ প্ৰকাশ কৰি দিছে তেনেকৈ দুখৰ গভীৰ অন্ধকাৰত সোমাই গৈ আমাই জানো কোনোবা দিনা কৈ উঠা নাই—"বুজিছো, দুখৰ ৰহস্য বুজিছো আৰু কেতিয়াও ভয় নকৰোঁ। পৰম দুখৰ শেষ প্ৰান্ত য'ত গৈ মিলিছে তাত জানো আমাৰ হৃদয়ে কোনে শুভ মুহূৰ্ত্ত দেখিবলৈ যোৱা নাই—অমৃত আৰু মৃত্যু ? আনন্দ আৰু দুঃখ তাত জানো এক হৈ যোৱা নাই ? সেই ফালে চাই ঋষিয়ে কৈ উঠা নাই জানো—

> যস্য চ্ছায়া মৃতং যস্য মৃত্যুঃ কস্মৈ
> দেবায় হৱিষা বিধেম।

অমৃত যিজনৰ ছাঁ আৰু মৃত্যুও যি জনৰ ছাঁ সিজনৰ বাহিৰে আৰু কোন দেবতাৰ পূজা কৰিম ?

ই জানো তাৰি বিষয় ই জানো উপলব্ধিৰ বিষয় নহয়। সকলো মানুহৰ অন্তৰও এই উপলব্ধি গভীৰ ভাৱে আছে কাৰণেই মানুহে দুখক হে পূজা কৰি আহিছে। সুখক কৰা নাই। জগতৰ ইতিহাসত মানুহৰ পৰম পূজ্য-সকল দুখৰেই অৱতাৰ, তেওঁলোক সুখৰ লালিত পালিত লক্ষ্মীৰ কৃতদাস নহয়।

আমাৰ দুৰ্ব্বলতাৰ কাৰণে আমি দুখক খৰ্ব নকৰোঁ, অস্বীকাৰ নকৰো। দুখৰ ভিতৰেদি আমি আনন্দক মহৎ ৰূপত আৰু মংগলক সত্য ৰূপত জানিম।

এইটো কথা আমি মনত ৰাখিব লাগিব—অপূৰ্ণতাৰ গৌৰৱেই হ'ল দুখ। দুখেই এই অপূৰ্ণতাৰ সম্পদ আৰু দুখেই তাৰ একমাত্ৰ মূলধন। মানুহে সত্যপদাৰ্থ যদি কিবা পায় তেন্তে তাক দুখৰ ভিতৰে দিয়েই পায় কাৰণেই মানুহৰ মনুষ্যত্ব। মানুহৰ ক্ষমতা সামান্য হলেও ভগবানে তেওঁলোকক ভিক্ষুক কৰা নাই। কেৱল মাগিয়েই মানুহে একোকে নেপায়—দঃুখ কৰিলেহে

পায়। আৰু যিমানেই যি ধন আমাৰ নহওক সেই সকলোবোৰ বিশ্বেশ্বৰৰ—কিন্তু দুঃখ যে মানুহৰ নিতান্ত নিজৰ। সেই দুখৰ ঐশ্বৰ্য্যৰ যোগেদি অপূৰ্ণ জীৱই পূৰ্ণ স্বৰূপেৰে সৈতে গৰ্বেৰে সম্বন্ধ ৰক্ষা কৰি আহিছে। সেই কথাত লাজ পাব লগা হোৱা নাই। সাধনাৰ দ্বাৰা আমি ঈশ্বৰৰ প্যাওঁ, তপস্যাৰ দ্বাৰা আমি ব্ৰহ্মক লাভ কৰোঁ, তাৰ অৰ্থই হল এয়ে—ঈশ্বৰৰ মাজত যেনেকৈ পূৰ্ণতা আছে আমাৰ মাজতো তেনেকৈ পূৰ্ণতাৰ মূল্য আছে। সেইটোৱেই দুখ, সেই দুখেই সাধনা, সেই দুখেই তপস্যা, সেই দুখৰেই পৰিনাম আনন্দ, মুক্তি, ঈশ্বৰ।

আমাৰ ফালৰপৰা আমি যদি ঈশ্বৰক কিবা দিব লগা হওঁ তেন্তে আমি কি দিম, কি দিব। তেওঁৰেই ধন তেওঁক দিলেতো তৃপ্তি নাই—আমাৰ এটিমাত্ৰ নিজৰ ধন—দুঃখধন আছে তাকেই তেওঁক সমৰ্পণ কৰিব লাগে। এই দুখক তেঁও আনন্দ দি নিজৰ ভিতৰেদি পূৰ্ণ কৰি দিয়ে। নহলে তেঁও আনন্দ ঢালিব কত? আমাৰ এই ঘৰৰ পাত্ৰটি না থাকিলে নিজৰ সুধা তেওঁ দান কৰিলেহেঁতেন কেনেকৈ। এই কথা আমি গৌৰৱ কৰি কব পাৰোঁ? দানেই ঐশ্বৰ্য্যৰ পূৰ্ণতা। হে ভগবান, আনন্দক দান কৰাৰ, বৰ্ষণ কৰাৰ, প্ৰবাহিত কৰাৰ, যি তোমাৰ শক্তি সি তোমাৰ পূৰ্ণতাৰেই অংগ। আনন্দ নিজতে বন্ধ হৈ সম্পূৰ্ণ নহয়, আনন্দ নিজকে ত্যাগ কৰিহে সাৰ্থক হয়। তোমাৰ সেই দান কৰাৰ পৰিপূৰ্ণতা আমি বহন কৰিছো, আমি দুখৰ দ্বাৰা বহন কৰিছো—এয়ে হ'ল অমিাৰ ডাঙৰ অভিমান। এই খিনিতেই তোমাৰ আমাৰ মিলন ঘটিছে ; এই খিনিতেই তোমাৰ ঐশ্বৰ্য্য আৰু আমাৰ ঐশ্বৰ্য্যৰ যোগ হৈছে। এই খিনিতে তুমি আমাৰ অতীত নোহোৱাঁ। এই খিনিতেই তুমি আমাৰ মাজলৈ নামি আহিছা। তুমি তোমাৰ অগণ্য গ্ৰহ-সূৰ্য্য-নক্ষত্ৰ-খচিত মহা সিংহাসনৰ পৰা আমাৰ এই দুখৰ জীৱনত তোমাৰ লীলা সম্পূৰ্ণ কৰিবলৈ আহিছো। হে ৰজা, তুমি আমাৰ দুখৰ ৰজা। হঠাৎ যেতিয়া মাজৰাতি তোমাৰ ৰথচক্ৰৰ বজ্ৰগৰ্জনত পৃথিৱী বলিৰূপে আগবঢ়োৱা পশুৰ হৃৎপিণ্ডৰ দৰে কঁপিবলৈ ধৰে তেতিয়া জীৱনত তোমাৰ সেই প্ৰচণ্ড আবিৰ্ভাৱৰ মহাক্ষণত যেন তোমাতেই জয়ধ্বনি কৰিব পাৰোঁ। হে দুখৰ ধন, তোমাক নিবিচাৰোঁ—এনে কথা যেন সেই দিনা ভয়ত নকওঁ। সেইদিনা যেন তুমি দুৱাৰ ভাঙি ঘৰলৈ সোমাব লগা নোহোৱাঁ, সম্পূৰ্ণ

জাগ্ৰত থাকি সিংহদ্বাৰ মুকলি কৰি তোমাৰ উজ্জ্বল কপালৰ ফালে দুচকু মেলি যেন কব পাৰোঁ—হে দাৰুণ, তুমিয়েই মোৰ প্ৰিয়।

আমি দুখৰ বিৰুদ্ধে বিদ্ৰোহ কৰি বহু সময়ত কবলৈ চেষ্টা কৰোঁ যে আমাৰ ওচৰত সুখ দুখ সমান। কোনো উপায়ে চিত্তক আমাৰ কৰি ব্যক্তি বিশেষত পক্ষে তেনেকৈ উদাসীন হোৱাটো অসম্ভৱ নহবও পাৰে। কিন্তু সুখ দুখ তো কেৱল নিজৰেই নহয়, সি যে জগতৰ সমস্ত জীৱৰ লগত জড়িত। মোৰ দুঃখ বোধ নোহাৱা হলেইতো সংসাৰৰপৰা দুঃখৰ অৱসান নহয়।

সেয়ে কেৱল নিজৰ মাজতেই নহয়। দুঃখক ৰাখিব লাগিব সেই বিৰাট ৰণভূমিৰ মাজত—যত সেই দুখে নিজ বহ্নিৰ তাপত, বজ্ৰৰ আঘাতত কিমান জাতি, কিমান ৰাজ্য, কিমান সমাজ গঢ়ি তুলিছে, যত এই দুখে মানুহৰ জিজ্ঞাসাৰ দুৰ্গম পথেদি ধাবিত কৰাইছে—মানুহৰ ইচ্ছাক দুৰ্ভেদ্য বাধাৰ ভিতৰেদি উদ্ভিন্ন কৰি তুলিছে আৰু মানুহৰ চেষ্টাক কোনো ক্ষুদ্ৰ সফলতাৰ মাজত নিঃশেষিত হবলৈ দিয়া নাই, যত যুদ্ধ-বিগ্ৰহ, দুৰ্ভিক্ষ, মহামাৰী, অন্যায় অত্যাচাৰ নিজৰ সহায়, যত ৰক্ত সৰোবৰৰ মাজৰ পৰা শুভ্ৰ শান্তিক সেই দুখে বিকশিত কৰি তোলে; যত দাৰিদ্ৰ্যৰ নিষ্ঠুৰ তাপৰ দ্বাৰা শোষণ কৰি বৰ্ষণৰ মেঘ ৰচনা কৰে আৰু যত হলধৰ মূৰ্ত্তি ধৰি সুতীক্ষ্ণ নাঙলেৰে দুখে মানৱ হৃদয়ক বাৰে বাৰে শত শত ৰেখাত দীৰ্ণ বিদীৰ্ণ কৰি ফলবান কৰি তোলে। এনে ক্ষেত্ৰত দুখৰ পৰা পৰিত্ৰানক পৰিত্ৰাণ বুলিব নোৱাৰি। সেই পৰিত্ৰানেই মৃত্যু। সেই ক্ষেত্ৰত যিজনে নিজ ইচ্ছাতে অঞ্জলি ঢালি দুঃখক প্ৰথম অৰ্ঘ্য দিয়া নাই সেইজন নিজেই বিৰম্বিত হৈছে।

মানুহৰ এই দুখ যে কেৱল চকু পানীৰ এনে নহয় ই ৰুদ্ৰ তেজেৰে উদ্দীপ্ত। বিশ্বজগতত তেজ পদাৰ্থ যেনেকুৱা মানুহক চিত্তত দুখো তেনেকুৱা। সেয়ে আলোৰ, সেয়ে তাপ, সেয়ে গতি, সেয়ে প্ৰাণ, সেয়ে চক্ৰৱত ঘূৰি ঘূৰি মানৱ সমাজত নতুন নতুন কৰ্মলোক আৰু সৌন্দৰ্য্যলোক সৃষ্টি কৰিছে। এই দুখৰ তাপ কৰবাত প্ৰকাশ পাইছে, কৰবাত প্ৰচ্ছন্ন হৈ আছে, এই দুখে মানৱ সমাজৰ সমস্ত বায়ু-প্ৰবাহক বহমান কৰি ৰাখিছে।

মানুহৰ এই দুখক আমি ক্ষুদ্ৰ কৰি বা দুৰ্বলভাৱে ননাওঁ। আমি বুকু ফিন্দাই মূৰ দাঙি এই দুখক স্বীকাৰ কৰিম। এই দুখৰ শক্তিৰ দ্বাৰা আমি

নিজক ভস্ম কৰোঁ, নিজক টানকৈ গাঢ় তুলিম। দুখৰ দ্বাৰা নিজক ওপৰলৈ নুতুলি অভিভূত হৈ দুখত নিজক বুৰই দিলে দুখৰ অৱমাননা কৰা হয়। দুখক যথাৰ্থভাবে বহন কৰিব পাৰিলেই জীৱন সাৰ্থক, তাৰ দ্বাৰা আত্মহত্যা সাধন কৰিবলৈ ওলানে দুখ দেৱতাৰ ওচৰত অপৰাধী হব লগা হয়। দুঃখৰ দ্বাৰা আত্মাৰ অৱজ্ঞা নকৰি দুখৰ দ্বাৰা যেন আত্মাৰ সম্মান উপলব্ধি কৰিব পাৰোঁ। দুখৰ বাহিৰে সেই সম্মান বুজিবলৈ আৰু কোনো বাট নাই।

কাৰণ আগতে আভাস দিছোঁ যে দুখেই জগতত একমাত্র সকলো পদাৰ্থত মূল্য। মানুহে নিৰ্মাণ কৰা সকলোবোৰেই দুখৰ ভিতৰেদিয়েই গঢ় লৈছে। দুখৰ ভিতৰেদি নকৰিলে কোনো কথাই মানুহৰ আপোন হব নোৱাৰে।

সেই কাৰণেই ত্যাগৰ দ্বাৰা, দানৰ দ্বাৰা, তপস্যাৰ দ্বাৰা, দুঃখৰ দ্বাৰায় নিজৰ আত্মাক গভীৰ ভাবে লাভ কৰে—সুখৰ দ্বাৰা নহয়। দুঃখ বিনে আমি কোনো উপায়ে নিজৰ শক্তিক জানিব নোৱাৰোঁ। আৰু নিজৰ শক্তিক যিমান কমকৈ জানোঁ, আত্মাৰ গৌৰৱো সিমান কমকৈ বুজোঁ—আনন্দও তেতিয়া সিমান অগভীৰ হয়।

ৰামায়ণত কবিয়ে ৰামক, সীতাক, লক্ষণক, ভৰতক দুঃখৰ দ্বাৰায় মহিমান্বিত কৰি তুলিছে। ৰামায়ণৰ কাব্যৰসত মানুহে যি আনন্দ মঙ্গলময় মূৰ্তি দেখিছে, সেই মূৰ্তিক দুখেই ধাৰণ কৰি আছে। মানুহৰ ইতিহাসত যিমান বীৰত্ব, যিমান মহত্ব, সকলো দুখৰ আসনত প্রতিষ্ঠিত। মাতৃস্নেহৰ মূল্য দুখত, পাতিব্ৰত্যৰ মূল্য দুখত, বীৰ্য্যৰ মূল্য দুখত, পুণ্যৰ মূল্য দুখত।

যদি এই মূল্যকন ঈশ্বৰে মানুহৰ পাপ হৰণ কৰি লৈ যায় আৰু মানুহক কেৱল অবিমিশ্র সুখ আৰু আৰামৰ মাজত লালিত কৰি ৰাখে, তেন্তে আমাৰ অপূৰ্ণতা যথাৰ্থ লজ্জাকৰ হ'ব, মানুহৰ মৰ্য্যাদা একেবাৰে নোহোৱা হ'ব। সেয়ে হলে আমি আৰু একোকেই নিজৰ আৰ্জ্জিত ব'লি ক'ব নোৱাৰোঁ, সকলো দানৰ সামগ্ৰী হৈ উঠে। আজি ঈশ্বৰৰ সম্যক কৰ্ষনৰ দুঃখৰ দ্বাৰা আমাৰ আমাৰ কৰিছোঁ। ঈশ্বৰে দিয়া পানীক বহনৰ দুখৰ দ্বাৰা আমাৰ বুলিছো। ঈশ্বৰৰ অগ্নিক ঘৰ্ষনৰ দুখৰ দ্বাৰা আমাৰ বুলিছো। অত্যন্ত প্রয়োজনীয় সামগ্রীকো সহজে দি ঈশ্বৰে আমাক অসম্মান কৰা নাই, ঈশ্বৰৰ দানক বিশেষ ৰূপে আমাৰ কৰি নলেহে সেইবোৰ আমি পাওঁ নহ'লে

ঈশ্বৰৰ সেই দান আমি লাভ কৰিব নোৱাৰোঁ। সেই দুঃখ লৈ গলে জগৎ সংসাৰত আমাৰ একো দাবী নাথাকে, আমি মাথোঁ দাতাৰ ঘৰত বাস কৰোঁ—নিজৰ ঘৰ তেতিয়া আমাৰ নাথাকে। কিন্তু সেয়ে আমাৰ যথাৰ্থ অভাব—মানুহৰ পক্ষে দুখৰ অভাবৰ দৰে ইমান ডাঙৰ অভাব আৰু একো হ'ব নোৱাৰে। উপনিষদে কৈছে—

স তপোঽতপ্যত স তপস্তপ্ত্বা সৰ্বমসৃজত যদিদং কিঞ্চ।

তেওঁ তপ কৰিলে, তেওঁ তপ কৰি এই সকলো সৃষ্টি কৰিলে।

তেওঁৰ সেই তপেই দুঃখ ৰূপে জগতত বিৰাজ কৰিছে। আমি অন্তৰে বাহিৰে যি সৃষ্টি কৰিবলৈ যাঁও সেই সকলোৰে কাৰণে তপ কৰিব লাগিব—সমস্ত জীৱন বেদনাৰ ভিতৰেদি, সমস্ত লাভ ত্যাগৰ পথেদি, সমস্ত অমৃতত্বই মৃত্যুৰ সোপান অতিক্ৰম কৰি। ভগৱানৰ সৃষ্টিৰ তপস্যাক আমি এনেকৈ বহন কৰিছোঁ, তেওঁৰেই তাপে তাপ নব নব ৰূপে মানুহৰ অন্তৰত নব নব প্ৰকাশক উন্মোষিত কৰিছে।

সেই তপস্যাই আনন্দৰ অংগ। সেয়ে আৰু এফালৰপৰা কোৱা হৈছে—আনন্দাদ্ধ্যেব খল্বিমানি ভূতানি জায়ন্তে (আনন্দৰপৰাই ভূতসকলৰ উৎপন্ন হৈছে)।

আনন্দৰ বাহিৰে সৃষ্টিৰ ইমান ডাঙৰ দুখক বহন কৰিব কোনে ?

কো (?) বান্যাৎ কঃ প্ৰান্যাৎ যদেৰ আকাশ আনন্দো ন স্যাৎ।

খেতিয়কে খেতি কৰি যি শস্য লাভ কৰে সেই শস্যৰ কাৰণে খেতিয়কৰ তপস্যা যিমান ডাঙৰ তাৰ আনন্দও সিমান। সম্ৰাটৰ সাম্ৰাজ্য ৰচনা বৃহৎ দুঃখ আৰু বৃহৎ আনন্দ, দেশভক্তৰ দেশক প্ৰাণ দি গঢ়ি তোলা পৰম দুঃখ আৰু পৰম আনন্দ—জ্ঞানীৰ জ্ঞান লাভ আৰু প্ৰেমিকৰ প্ৰিয় সাধনাও সেই একে ধৰণৰ।

খৃষ্টান শাস্ত্ৰই কয়—ঈশ্বৰে মানব গৃহত জন্মগ্ৰহণ কৰি বেদনাৰ ভাৰ বহন কৰিছিল আৰু দুঃখৰ কণ্টক কিৰীট মূৰত পিন্ধিছিল।

মানুহৰ সকলো প্ৰকাৰৰ পৰিত্ৰানৰ একমাত্ৰ মূল্য সেই দুঃখ। মানুহৰ নিতান্ত আপোন সামগ্ৰী যি দুঃখ, প্ৰেমৰ দ্বাৰা সেই দুখক ঈশ্বৰে আপোন কৰি লৈ—এই দুখ সংগমত মানুহৰ লগত মিলিত হৈছে—আৰু দুখক অপৰিসীম মুক্তিত আৰু আনন্দত উত্তীৰ্ণ কৰি দিছে। এয়ে হ'ল খৃষ্টান ধৰ্মৰ মৰ্মকথা।

আমাৰ দেশতো কোনো সম্প্ৰদায়ৰ সাধক সকলে ঈশ্বৰক দুঃখ দাৰুণ ভীষণ মূৰ্ত্তিৰ মাজত মা বুলি মাতিছে। সেই মূৰ্ত্তিক দেখাত কতো মধুৰ আৰু কোমল আৰু সুখকৰ কৰাৰ লেশমাত্ৰও চেষ্টা কৰা নাই। সংহাৰ ৰূপকেই তেওঁলোকে জননী বুলি অনুভৱ কৰিছে। এই সংহাৰৰ বিভীষিকাৰ মাজত তেওঁলোকে শক্তি আৰু শিৱৰ সম্মিলন প্ৰত্যক্ষ কৰাৰ সাধনা কৰে।

শক্তি আৰু ভক্তিৰ ক্ষেত্ৰত যিসকল দুৰ্ব্বল তেওঁলোকেই সুখ স্বাচ্ছন্দ্য আৰু শোভা সম্পদৰ মাজত ঈশ্বৰৰ আৱিৰ্ভাৱক সত্য বুলি অনুভৱ কৰিবলৈ বিচাৰে। তেওঁলোকে কয় ধনমানেই ঈশ্বৰৰ প্ৰসাদ, সৌন্দৰ্য্যই ঈশ্বৰৰ মূৰ্ত্তি, সংসাৰ-সুখৰ সফলতাই ঈশ্বৰৰ আশীৰ্ব্বাদ আৰু সেয়ে পুণ্যৰ পুৰস্কাৰ। ঈশ্বৰৰ দয়াক তেওঁলোকে বৰ সকৰুন আৰু কোমল ৰূপত দেখে। সেই কাৰণে এই দুৰ্বল চিত্তৰ সুখৰ পূজাৰীসকলে ঈশ্বৰৰ দয়াক নিজৰ লোভৰ, মোহৰ, আৰু ভীৰুতাৰ সহায় হিছাপে ক্ষুদ্ৰ আৰু খণ্ডিত ৰূপত হে জানে।

কিন্তু হে ভীষণ, তোমাৰ দয়াক তোমাৰ আনন্দক ক'ত সীমাবদ্ধ কৰিম? কেবল সুখ, সম্পদ, জীৱন নিৰাপদ নিৰাতংকতাত! দুঃখ, বিপদ, মৃত্যু আৰু ভয়ক তোমাৰ পৰা পৃথক কৰি, তোমাৰ বিৰুদ্ধ কৰি জানিব লাগিব? সেইটো হব নোৱাৰে। হে পিতা, তুমিয়ে দুঃখ তুমিয়ে বিপদ। হে মাতা তুমিয়ে মৃত্যু, তুমিয়ে ভয়, তুমিয়ে

ভয়ানাং ভয়ং ভীষণং ভীষনানাং।

তুমিয়ে লেলিহ্যসে গ্ৰসমানঃ সমস্তাৎ লোকান
সমগ্ৰান বদনৈঃ জ্বলেভিঃ।
তেজোভিৰাপূৰ্য্য জগৎ সমগ্ৰং
ভাসস্ত বোগ্ৰাঃ প্ৰতিপন্তি বিষ্ণোঃ।

সমগ্ৰ লোকক তোমাৰ জ্বল্য বদনৰ দ্বাৰা গ্ৰাস কৰি লেহন কৰিছা, সমস্ত জগতক তেজৰ দ্বাৰা পৰিপূৰ্ণ কৰি, হে বিষ্ণো তোমাৰ উগ্ৰজ্যোতি প্ৰচণ্ড হৈ উঠিছে।

হে ৰুদ্ৰ, তোমাৰ দুঃখ ৰূপ আৰু তোমাৰ মৃত্যু-ৰূপ দেখা পালে দুঃখ আৰু মৃত্যুৰ মোহৰপৰা নিষ্কৃতি লভি তোমাকেই লাভ কৰোঁ। নহলে ভয়ে ভয়ে তোমাৰ বিশ্ব জগতত কাপুৰুষৰ দৰে ঘূৰিব লাগে। সত্যৰ

হকে নিঃসংশয়ে নিজক সম্পূৰ্ণ সমৰ্পণ কৰিব নোৱাৰোঁ। তেতিয়া দয়াময় বুলি তোমাৰ ওচৰত দয়া বিচাৰোঁ। তোমাৰ ওচৰত তোমাৰ বিৰুদ্ধে অভিযোগ জনাও। তোমাৰ হাতৰ পৰা নিজক ৰক্ষা কৰিবৰ কাৰণে তোমাৰ ওচৰত কান্দিবলৈ ধৰোঁ।

কিন্তু হে প্ৰচণ্ড, মই তোমাৰ ওচৰত সেই প্ৰাৰ্থনা কৰিছোঁ যাতে তোমাৰ দয়াক দুৰ্বলভাবে নিজৰ আৰামৰ নিজৰ ক্ষুদ্ৰতাৰ উপযোগী কৰি কল্পনা কৰিব লগা নহও—তোমাৰ অসম্পূৰ্ণ ৰূপত গ্ৰহণ কৰি নিজক যাতে প্ৰবঞ্চিত কৰিব নালাগে। ভয়ত কঁপি, চকুলো পেলাই তোমাক দয়াময় বুলি যাতে নিজক ভুলাব নালাগে। তুমি যে মানুহক যুগে যুগে অসত্যৰপৰা সত্যলৈ, অন্ধকাৰৰপৰা জ্যোকপথলৈ মৃত্যুৰ পৰা অমৃতলৈ উদ্ধাৰ কৰিছা। এই যে উদ্ধাৰৰ পথ ইতো সুখৰ পথ নহয় ই যে পৰম দুখৰ পথ। মানুহৰ অন্তৰাত্মাই প্ৰাৰ্থনা কৰিছে।

আবিৰাবীৰ্ম এধি।

হে আধিঃ তুমি মোৰ ওচৰত আবিৰ্ভূত হোৱাঁ।

হে প্ৰকাশ, তুমি মোৰ ওচৰত প্ৰকাশিত হোৱাঁ—এই প্ৰকাশ তো সহজ নহয়। ই যে প্ৰাণান্তিক প্ৰকাশ। অসত্যই নিজক দগ্ধ কৰি সত্যত উজ্জ্বল হৈ উঠে, অন্ধকাৰে নিজক বিসৰ্জন দি জ্যোতি পৰিপূৰ্ণ হৈ উঠে আৰু মৃত্যুয়ে নিজক বিদীৰ্ণ কৰিহে অমৃতত্ব লাভ কৰে।

হে আবিঃ মানুহৰ জ্ঞানত, মানুহৰ কৰ্মত, মানুহৰ সমাজত তোমাৰ আৱিভাৰ্ব এনেকুৱাই। সেই কাৰণে ঋষিয়ে তোমাক কৰুণাময় বুলি ব্যৰ্থ সম্বোধন কৰা নাই।

তোমাক কৈছে—"ৰুদ্ৰ যত্তে দক্ষিণং মুখং তেন মাং পাহি নিত্যম্।"

হে ৰুদ্ৰ তোমাৰ যি প্ৰসন্নমুখ তাৰ দ্বাৰায় তুমি মোক সদায় ৰক্ষা কৰিবা। হে ৰুদ্ৰ তোমাৰ ৰক্ষা ভয়ৰপৰা, বিপদৰ পৰা, মৃত্যুৰপৰা নহয়। সেই ৰক্ষা হৈছে জড়তাৰপৰা ৰক্ষা, ব্যৰ্থতাৰপৰা ৰক্ষা, তোমাৰ অপ্ৰকাশৰপৰা ৰক্ষা। হে ৰুদ্ৰ তোমাৰ প্ৰসন্ন মুখ কেতিয়া দেখোঁ? যেতিয়া আমি ধনৰ বিলাসত লালিত, মানৰ মদত মত্ত, খ্যাতিৰ অহংকাৰত আত্মবিস্মৃত, যেতিয়া আমি নিৰাপদ অকৰ্মন্যতাৰ মাজত সুখ সুপ্ত, তেতিয়া? নহয় নহয়, কেতিয়াও নহয়। যেতিয়া আমি অজ্ঞানৰ বিৰুদ্ধে, অন্যায়ৰ বিৰুদ্ধে থিয় হও", যেতিয়া

আমি ভয় আৰু চিন্তাৰ ক্ষেত্ৰত তোমাক লেশমাত্ৰও অস্বীকাৰ নকৰোঁ, যেতিয়া আমি দুৰূহ আৰু অপ্ৰিয় কাম কৰিবলৈ কুণ্ঠিত নহওঁ যেতিয়া আমি কোনো সুবিধা আৰু শাসনক তোমাতকৈ ডাঙৰ বুলি তেতিয়াই বধ, বন্ধন, আঘাত, অপমান, দাৰিদ্ৰ্য আৰু দুৰ্যোগৰ সময়ত হে ৰুদ্ৰ তোমাৰ প্ৰসন্ন মুখৰ জ্যোতিয়ে জীৱনক মহিমান্বিত কৰি তোলে। তেতিয়া দুঃখ মৃত্যু বিপদ বিঘিনিয়ে প্ৰবল সংঘাতত দ্বাৰা তোমাৰ প্ৰচণ্ড আনন্দভেৰী ধ্বনিত কৰি মোৰ সমস্ত চিত্তক জাগৰিত কৰি দিয়ে। নহলে সুখত আমাৰ সুখ নাই। ধনে মংগল আনিব নোৱাৰে, এলাহে বিশ্ৰাম দিব নোৱাৰে। হে ভয়ংকৰ, হে প্ৰলয়ংকৰ, হে শংকৰ, হে ময়স্কৰ, হে পিতা, হে বন্ধু, অন্তঃকৰণৰ সমস্ত জাগ্ৰত শক্তিৰ দ্বাৰা উদ্যত চেষ্টাৰ দ্বাৰা তোমাক ভয়দুখ মৃত্যুৰ মাজত সম্পূৰ্ণভাৱে গ্ৰহণ কৰিম। একোতেই কুণ্ঠিত আৰু অভিভূত নহওঁ। এই ক্ষমতা আমাৰ মাজত উত্তৰোত্তৰ বিকাশলাভ কৰিবলৈ দিয়াঁ, এয়ে আশীৰ্ব্বাদ কৰাঁ। যি ব্যক্তি আৰু জাতিয়ে নিজৰ শক্তি আৰু ধন সম্পদকেই জগতৰ সকলোতকৈ শ্ৰেয় বুলি অন্ধ হৈ উঠিছে, সেই সকলক প্ৰলয়ৰ মাজত যেতিয়া এক মুহূৰ্ত্তৰ কাৰণে জগাই তুলিবা তেতিয়া হে ৰুদ্ৰ সেই উদ্ধত ঐশ্বৰ্য্যৰ বিদীৰ্ণ প্ৰাচীৰ ভেদি তোমাৰ যে জ্যোতি বিকীৰ্ণ হ'ব তাক যেন আমি সৌভাগ্য বুলি ভাবিব পাৰোঁ। আৰু যি ব্যক্তি আৰু জাতিয়ে নিজৰ শক্তি আৰু সম্পদক একেবাৰে অবিশ্বাস কৰি জড়তা দৈন্য আৰু অপমানৰ মাজত নিৰ্জীৱ, অসাৰ হৈ পৰি আছে, তেওঁলোকক যেতিয়া দুৰ্ভিক্ষ আৰু মাৰী, মৰক আৰু প্ৰবলৰ অবিচাৰে আঘাতৰ পিছত আঘাত হানি সংশয়াচ্ছন্ন কৰি তোলে তেতিয়া তোমাৰ সেই দুঃসহ দুৰ্দিনক আমি যেন সমস্ত জীৱন সমৰ্পণ কৰি সম্মান কৰিব পাৰোঁ, আৰু তোমাৰ সেই ভীষণ আৱিৰ্ভাৱৰ সম্মুখত থিয় হৈ যেন কব পাৰোঁ—আবিৰাবীম এধি। ৰুদ্ৰ যত্তে দক্ষিণং মুখং তেন মাং পাহি নিত্যম।

দাৰিদ্ৰ্যই ভিক্ষুক নকৰি যেন আমাক দুৰ্গম পথৰ পথিক কৰে। আৰু দুৰ্ভিক্ষ আৰু মাৰীয়ে আমাক মৃত্যুৰ মাজত নিমজ্জিত নকৰি যেন সচেষ্টৰ জীৱনৰ ফালে আকৰ্ষিত কৰে। দুঃখেই আমাৰ শক্তিৰ কাৰণ হওক। শোক আমাৰ মুক্তিৰ কাৰণ হওক আৰু লোকভয়, ৰাজভয় আৰু মৃত্যুভয় আমাৰ জয়ৰ কাৰণ হওক। বিপদৰ কঠোৰ পৰীক্ষাত আমাৰ মনুষ্যত্বক সম্পূৰ্ণ

সপ্ৰমাণ কৰিলেহে হে ৰুদ্ৰ তুমি আমাক পৰিত্ৰাণ কৰিবা। নহলে শক্তিহীনৰ প্ৰতি অনুগ্ৰহ, অলসৰ প্ৰতি প্ৰশ্ৰয়, ভীৰুৰ প্ৰতি দয়াই কেতিয়াও আমাক পৰিত্ৰাণ কৰিব নোৱাৰিব। কাৰণ সেই দয়াই দুৰ্গতি, সেই দয়াই অৱমাননা। আৰু হে মহাকাল সেই দয়া তোমাৰ দয়া নহয়।

# কৰ্ম্মযোগ

জগতৰ আনন্দযজ্ঞলৈ যি নিমন্ত্ৰণ আমি আমাৰ জন্মৰলগে লগেই পাইছো, তাক আমাৰে কিছুমানে স্বীকাৰ কৰিব খোজা নাই। তেওঁলোকে বিজ্ঞান-শাস্ত্ৰ আলোচনা কৰি চাইছে। তেওঁলোকে বিশ্বৰ সমস্ত ৰহস্য উদ্‌ঘাটন কৰি এনে এখন ঠাইত গৈ উপস্থিত হৈছেগৈ য'ত সকলো বিলাকেই কেৱল নিয়ম। তেওঁলোকে কৈছে, ফাকি ধৰা পৰি গৈছে, যিযি দেখিছো সকলো নিয়মতে চলিছে ইয়াৰ মাজত আকৌ আনন্দ ক'ত? তেওঁলোকে আমাৰ উৎসৱৰ আনন্দৰ কোলাহল শুনি দূৰতে বহি মনেমনে হাঁহিছে।

সূৰ্য্য চন্দ্ৰই এনে নিয়মত উদয় হৈছে আৰু অস্ত গৈছে যে ভাব হয় যেন সিহঁত ভয়তহে চলিছে, নহ'লে জানেচা এক পল বিপলৰো ত্ৰুটি হয়। বতাহক বাহিৰৰপৰা যিমানেই স্বাধীন যেন নালাগক, যি বিলাকে ভিতৰৰ খবৰ ৰাখে তেওঁলোকে জানে যে তাৰ গতি পাগলামি সমূলি নাই—সকলো নিয়মতে বন্ধা। আনকি পৃথিৱীত যাক আটাইতকৈ খামখেয়ালি বুলি ধাৰনা হয় সেই মৃত্যু, যাৰ আহযাহৰ কোনো খবৰ নাপাওঁ কাৰণ হঠাৎ ঘৰৰ দুৱাৰ সন্মুখত দেখি আমি চক খাই উঠোঁ, আনকি তেৰোঁ হাত যোৰ কৰি নিয়ম পালন কৰি চলিব লাগে অকনমানো পদস্খলন হ'বৰ শক্তি নাই।

এই বুলি নে ভাবিবা যে এই গোপন খবৰটো কেৱল বৈজ্ঞানিকৰ ওচৰতহে ধৰা পৰিছে। তপোবনৰ ঋষিয়ে কৈছে, ভীষাস্মাদ্‌ ৱাতঃ পৱতে। তেওঁৰ ভয়ত, তেওঁৰ নিয়মৰ অমোঘ শাসনত বতাহ বলিছে, বতাহো মুক্ত নহয়। ভীষাস্মদাগ্নিশ্চেন্দ্ৰশ্চ মৃত্যুৰ্ধাৱতি পঞ্চমঃ। তেওঁৰ নিয়মৰ অমোঘ শাসনত কেৱল যে অগ্নি, চন্দ্ৰ আৰু সূৰ্য্যই চলিছে সি নহয় স্বয়ং মৃত্যুও, যি কেৱল বন্ধন কাটিবৰ কাৰণেই আছে, যাৰ নিজৰ কোনো বন্ধন আছে বুলিও ধাৰণা নহয়, সিও অমোঘ নিয়মক একান্ত ভয়েৰে পালন কৰি ফুৰিছে।

সেই কাৰণেইটো দেখিছো যে ভয়ত সকলো চলিছে, কতো অকনো আঁত নাই। তেনে হলে আকৌ আনন্দৰ কথাটো কিয় ওলাইছে? যি কাৰখানা-ঘৰত অনবৰত কল চলিছে তাত কোনো পাগলে আনন্দৰ দৰবাৰ কৰিবলৈ নেযায়।

বাঁহীত যে তথাপি আজি আনন্দৰ ঘূৰ উঠিছে, সেই কথাটো কোনেও অস্বীকাৰ কৰিব নোৱাৰে। মানুহকতো মানুহে এই দৰেই মাতে—কয় 'বল-ভাই, আনন্দ কৰিবি ব'ল।' এই নিয়মৰ ৰাজ্যত এনেকুৱা এষাৰ কথা তেওঁৰ মুখত ওলায় কিয় ?

তেওঁ দেখিবলৈ পাইছে যে নিয়মৰ কঠিন দণ্ড একেবাৰে অটলহৈ ৰৈ আছে ; কিন্তু তাকে বেৰি ধৰি তাক আচ্ছন্ন কৰি যি লতাডাল উঠিছে তাত আমি একো ফুল ফুলা দেখা নাইনে ? আমি ক'তো শ্ৰী আৰু শান্তি, সৌন্দৰ্য্য আৰু ঐশ্বৰ্য্য দেখা নাইনে ? আমি জানো দেখা নাই প্ৰাণৰলীলা, গতিৰ নৃত্য আৰু বৈচিত্ৰ্যৰ অজস্ৰতা ?

বিশ্বৰ নিয়মে পোন হৈ থিয়হৈ নিজকে চৰম ৰূপে প্ৰকাশ কৰা নাই এটা অনিৰ্ব্বচনীয় বস্তুৰ পৰিচয়ে তাক চাৰিওফালে আচ্ছন্ন কৰি প্ৰকাশ পাইছে। সেই কাৰনেই যি এবাৰ কৈছে যে 'অমোঘ শাসন ভয়তে সকলো চলিছে' সিয়েই আকো কৈছে আনন্দাদ্ধ্যেৱ খল্বিমানি জায়ন্তে। আনন্দৰ পৰাই এই সকলো বিলাক জন্ম পাইছে। যি জন আনন্দস্বৰূপ, মুক্ত, তেঁৱেই নিয়মৰ বন্ধোনৰ মাজেদি দেশ কালত নিজকে প্ৰকাশ কৰিছে। কবিৰ মুক্ত আনন্দই নিজেকে প্ৰকাশ কৰিবৰ সময়ত ছন্দৰ বান্ধোন মানে। কিন্তু যিজনৰ নিজৰ মনৰ মাজত ভাৱৰ উদ্বোধন হোৱা নাই তেওঁ কয়, 'ইয়াৰ মাজত আদিৰ পৰা অন্তলৈ কেবলছন্দৰ ব্যায়ামকে দেখিছো।' তেওঁনিয়ম দেখে, নৈপুন্য দেখে, কিয়নো সেইটোৱেই চকুৰে দেখা পোৱা যায় ; কিন্তু যাক অন্তৰেৰেহে দেখিব পাৰি সেই ৰসক তেওঁ বুজি নেপায়—তেওঁ কয় ৰস একো নাই। তেওঁ মূৰ জোকাৰি কৈছে সকলো বিলাকেই যন্ত্ৰ, কেৱল বৈজ্ঞানিক নিয়ম।

কিন্তু সোৱাচোন কৰবাৰ উচ্ছসিত কণ্ঠই এনে নিতান্ত সহজ সুৰত কৈ উঠিছে : ৰসোবৈ সঃ। কবিৰ কাব্যত তেওঁযে অনন্ত ৰস দেখিবলৈ পাইছে। জাতৰ নিয়মতো তেওঁৰ ওচৰত নিজৰ বন্ধনৰ ৰূপ দৈখুৱা নাই। তেওঁযে একেবাৰে নিয়মৰ চৰমক দেখি আনন্দতে কৈ উঠিছে : আনন্দাদ্ধ্যেৱ খল্বিমানি ভূতানি জায়ন্তে। জগতত তেওঁ ভয় দেখা নাই, আনন্দকেই দেখিছে। সেই কাৰণেই কৈছে, আনন্দং ব্ৰহ্মণো বিদ্বান্ ন বিভেতি কুতশ্চন। ব্ৰহ্মৰ আনন্দক যিজনে সকলোতে জানিব পাৰিছে তেওঁ আৰু একোতে ভয় নেপায়। এই দৰেই জগতত আনন্দক দেখি প্ৰত্যক্ষ ভয়ক যি একেবাৰেই অস্বীকাৰ কৰিছে

তেঁৱেই কৈছে মহদ্ভয়ং বজ্রমুদ্যতং য এতৎ বিদুৰমৃতাস্তে ভৱন্তি। এই মহৎ ভয়ক, এই উদ্যত বজ্রক যিবিলাকে জানে তেওঁলোকৰ আৰু মৃত্যুভয় নেথাকে।

যিবিলাকে জানিলে যে ভয়ৰ মাজে দিয়েই অভয়ে আৰু নিয়মৰ মাজে দিয়েই আনন্দই নিজক প্ৰকাশ কৰে তেওঁ লোকেই নিয়মক পাৰহৈ যাব পাৰিছে। নিয়মৰ বন্ধন তেওঁ লোকৰ কাৰণে যে নাই তেনে নহয়, কিন্তু সি যে আনন্দৰে বন্ধন সি যে প্ৰেমিকৰ কাৰণে প্ৰিয়তমাৰ ভুজবন্ধনৰ দৰে। তাৰ বাবে দুঃখ নাই, কোনো দুঃখ নাই। সকলো বন্ধনকে যে তেওঁ আনন্দেৰে গ্ৰহণ কৰে, কোনো বন্ধনকে এৰি চলিবলৈ নাচায়। কিয়নো সকলো বন্ধনৰ মাজতেই যে তেওঁ আনন্দৰ নিবিড়স্পৰ্শ উপলব্ধি কৰিবলৈ পাই থাকে। দৰাচলতে য'ত নিয়ম নাই, য'ত উচ্ছৃংখল উন্মত্ততা, সেই খিনিতেইহে তেওঁক বান্ধে, তেওঁক মাৰে, সেই খিনিতে অসীমৰ পৰা বিচ্ছেদ পাপৰ যন্ত্ৰণা। প্ৰবৃত্তিৰ আকৰ্ষণত সত্যৰ সুদৃঢ় নিয়ম বন্ধনৰপৰা যেতিয়াই তেওঁ স্খলিত হৈ পাৰে তেতিয়াই তেওঁ মাতৃৰ আলিংগনভ্ৰষ্ট শিশুৰ দৰে কান্দি কান্দি কয় মা মা হিংসীঃ, মোক আঘাত নকৰিবা। তেওঁ কয় "বান্ধা মোক বান্ধা, তোমাৰ নিয়মত মোক বান্ধা, অন্তৰ বান্ধা বাহিৰত বান্ধা মোক আচ্ছন্ন কৰি আবৃত কৰি বান্ধি ৰাখা, ক'তো অকণো আঁৰ নাৰাখিবা, টানকৈ ধৰা, তোমাৰ নিয়মৰ বাহুপাশত বান্ধখাই তোমাৰ আনন্দৰ সৈতে জড়িত হৈ থাকোঁ। মোক পাপৰ মৃত্যুবন্ধনৰ পৰা টানি নি তুমি দৃঢ় কৰি ৰক্ষা কৰা।"

নিয়মক আনন্দৰ বিপৰীত বুলি ভাবি কিছুমানে যেনেকৈ মাতলামিকে আনন্দ বুলি ভুল কৰে তেনেকৈ আমাৰ দেশত এনে মানুহ প্ৰায়ে দেখা যায় যি বিলাকে কামক মুক্তিৰ বিপৰীত বুলি কল্পনা কৰে। তেওঁলোকে ভাবে যে কৰ্ম্ম পদাৰ্থটো স্থূল, সি আত্মাৰ পক্ষে বন্ধন।

কিন্তু এই কথা মনত ৰাখিব লাগিব যে নিয়মতে যেনেকৈ অনন্দৰ প্ৰকাশ কৰ্ম্মতে তেনেকৈ আত্মাৰ মুক্তি। নিজৰ ভিতৰতে নিজৰ প্ৰকাশ হ'ব নোৱাৰে কাৰণেই আনন্দই বাহিৰৰ নিয়মৰ কাৰণে ইচ্ছা কৰে। সেই দৰেই নিজৰ ভিতৰতেই নিজৰ মুক্তি হব নোৱাৰে কাৰণেই আত্মাই মুক্তিৰ কাৰণে বাহিৰত কৰ্ম্মক বিচাৰে। মানুহৰ আত্মাই নিজৰ ভিতৰপৰা নিজক মুক্ত কৰিছে, সেয়ে যদি নহলহেঁতেন তেওঁ কেতিয়াও নিজে ইচ্ছা কৰি কাম নকৰিলেহেঁতেন।

মানুহে যিমানেই কাম কৰিছে সিমানেই তেওঁ নিজৰ ভিতৰৰ অদৃশ্যক দৃশ্য কৰি তুলিছে; সিমানেই তেওঁ নিজৰ সুদূৰবৰ্ত্তী অনাগতক আগুৱাই লৈ আহিছে। এই উপায়েৰে মানুহে নিজকে কেবল স্পষ্ট হে কৰি তুলিছে-মানুহে নিজৰ নানা কামৰ মাজত, ৰাষ্ট্ৰৰ মাজত নিজকেই নানা কালৰ পৰা দেখিবলৈ পাইছে।

এই দেখিবলৈ পোৱাটোৱেই মুক্তি। অন্ধকাৰ মুক্তি নহয়, অস্পষ্টতা মুক্তি নহয়। অস্পষ্টতাৰ নিচিনা ভয়ংকৰ বন্ধন নাই। অস্পষ্টতাক ভেদকৰি উঠিবৰ কাৰণেই বীজৰ ভিতৰত অংকুৰৰ চেষ্টা, কলিৰ ভিতৰত ফুলৰ প্ৰয়াস। অস্পষ্টতাৰ আৱৰণক ভেদকৰি সুপৰিস্ফুট হবৰ বাবেই আমাৰ চিত্তৰ ভিতৰৰ ভাব ৰাশিয়ে বাহিৰৰ আকাৰ গ্ৰহণৰ সুযোগ বিচাৰি ফুৰিছে, আমাৰ আত্মায়ো অনিৰ্দ্দিষ্টতাৰ কুঁৱলীৰ পৰা নিজকে মুক্তকৰি বাহিৰলৈ আনিবৰ বাবেই কৰ্ম্ম সৃষ্টি কৰি আছে। যি কৰ্ম্মই কোনো প্ৰয়োজন নাসাধে যি তাৰ জীবন যাত্ৰাৰ কাৰণে আৱশ্যক নহয় সেই কৰ্ম্মও সি অনবৰত কৰিব লাগে। কিয়নো সি মুক্তি বিচাৰে। সি নিজৰ অন্তৰাচ্ছাদনৰ পৰা মুক্তি বিচাৰে, সি নিজৰ অৰূপৰ আৱৰণৰপৰা মুক্তি বিচাৰে। সি নিজকে চাবলৈ বিচাৰে, পাবলৈ বিচাৰে। হাবিবন কাটি সি যেতিয়া ফুলনি পাতে তেতিয়া কুৰূপতাৰ মাজৰপৰা সি যি সৌন্দৰ্য্যক মুক্ত কৰি তোলে সি তাৰ নিজৰেই ভিতৰৰ সৌন্দৰ্য্য, বাহিৰত তাক মুক্তি দিব নোৱাৰিলে ভিতৰতো সি মুক্তি নেপায়। এই দৰেই মানুহে নিজৰ শক্তিক, সৌন্দৰ্য্যক, মংগলক নিজৰ আত্মাক নানাবিধ কৰ্ম্মৰ ভিতৰেদি অনবৰত বন্ধনমুক্ত কৰি যাবলৈ ধৰিছে। যিমানেই তেনে কৰিছে সিমানেই নিজকে মহৎৰূপে দেখিবলৈ পাইছে—সিমানেই তাৰ আত্ম-পৰিচয় বিস্তীৰ্ণ হৈ গৈছে।

উপনিষদে কৈছে: কুৰ্ব্বন্নেবেহ কৰ্ম্মাণি জিজীবিষেৎ শতং সমাঃ। কৰ্ম্ম-কৰি কৰিয়েই একশ বছৰ বাচি থাকিবলৈ ইচ্ছা কৰিবা। যিবিলাকে আত্মাৰ আনন্দক যথেষ্ট পৰিমাণে উপলব্ধি কৰিছে সেইটো তেওঁলোকৰে বাণী। যিবিলাকে আত্মাক পৰিপূৰ্ণ ভাবে জানিছে তেওঁলোকে কোনোদিন দুৰ্ব্বল মুহ্যমান ভাবে নকয় যে জীৱনটো দুঃখময় আৰু কৰ্ম্মটোথোন বন্ধনহে। দুৰ্ব্বল ফুলে যেনেকৈ বেটুটোক শিথিলভাবে ধৰি থাকে আৰু ফলফলাৰ আগতে খহি পৰে তেওঁলোক তেনেকুৱা নহয়। জীৱনক তেওঁলোকে বৰ

টানকৈ ধৰে আৰু কয় 'মই ফল নকলালৈকে কোনোমতেই নেৰিবো'। তেওঁলোকে সংসাৰৰ মাজত, কামৰ মাজত, আনন্দত নিজকে প্ৰবলভাবে প্ৰকাশ কৰিবৰ বাবে ইচ্ছা কৰে। দুঃখতাপে তেওঁলোকক অবসন্ন নকৰে, নিজৰ হৃদয়ৰ ভৰত তেওঁলোক ধূলিশায়ী হৈ নপৰে। সুখ দুঃখ সকলোৰে মাজেদি তেওঁলোকে আত্মাৰ মাহাত্ম্যকে ক্ৰমে উদ্‌ঘটিত কৰি নিজকে চাই আৰু নিজকে দেখুৱাই বিজয়ী বীৰৰ দৰে সংসাৰৰ মাজেদি মূৰ তুলি আগ বাঢ়ি যায়। বিশ্বজগতত যি শক্তিৰ আনন্দই অনবৰত ভঙাপতাৰ মাজেদি লীলা কৰিছে তাবেই নৃত্যৰ ছন্দই তেওঁলোকৰ জীৱনৰ লীলাৰ লগত তালে তালে মিলি গৈ থাকে; তেওঁলোকৰ জীৱনৰ আনন্দৰ লগত সূৰ্য্যলোকৰ আনন্দই, মুক্ত সমীৰণৰ আনন্দই সুৰ মিলাইদি বাহিৰ ভিতৰ গোটেই খন সুধাময় কৰি তোলে। তেওঁলোকেই কয়: কুৰ্ব্বন্নেবেহ কৰ্ম্মাণি জিজীবিষেৎ শতং সমাঃ। কৰ্ম্ম কৰি কৰিয়েই এশ বছৰ বাচি থাকিবলৈ ইচ্ছা কৰিবা।

মানুহৰ ভিতৰত এই যে জীৱনৰ আনন্দ এই যে কৰ্ম্মত আনন্দ আছে, ই একেবাৰেই সত্য কথা। এই কথা কব নোৱাৰোঁ যে ই আমাৰ মোহ। এই কথা কব নোৱাৰোঁ যে ইয়াক ত্যাগ নকৰিলে আমি ধৰ্ম্ম সাধনাৰ পথত প্ৰৱেশ কৰিব নোৱাৰিম। ধৰ্ম্মসাধনাৰ লগত মানুহৰ কৰ্ম্মজগতৰ বিচ্ছেদ ঘটোৱাটো কোনোমতেও মঙ্গলজনক নহয়। বিশ্বমানবৰ নিৰন্তৰ কৰ্ম্মচেষ্টাক তাৰ ইতিহাসৰ বিৰাট ক্ষেত্ৰত এবাৰ সত্য দৃষ্টিৰে চোৱাঁ। যদি সেইটো দেখা তেতিয়া কৰ্ম্মক কি কেবল দুঃখৰ ৰূপতে দেখাটো সম্ভব হ'ব? তেতিয়া হ'লে আমি দেখিবলৈ পাম যে, কৰ্ম্মৰ দুঃখক মানুহে বহন কৰিছে বোলা কথাষাৰ সিমান সত্য নহয় যিমান সত্য এই কথা যে—কৰ্ম্মই মানুহৰ বহুদুঃখ বহন কৰিছে, বহুত ভাৰ লাঘব কৰিছে। কৰ্ম্মৰসোঁতে প্ৰতি দিনে আমাৰ বহুত বিপদক ঠেলি পেলাইছে, বহুত বিকৃতিক উটুৱাই লৈ গৈছে। এই কথা সঁচা নহয় যে মানুহে বাধ্যত পৰিহে কাম কৰিছে—তাৰ এপিনে দায়িত্বও আছে আৰু এপিনে সুখো আছে। কৰ্ম্ম এপিনে অভাবৰ তাড়নাত হৈছে আৰু এপিনে স্বভাবৰ পৰিতৃপ্তিত হৈছে। এই বাবেই মানুহে যিমানেই সভ্যতাৰ বিকাশ কৰিছে সিমানেই নিজৰ নতুন নতুন দায়িত্বও কেবল বাঢ়িয়েই গৈছে, সিমানেই নতুন নতুন কামক তেওঁ ইচ্ছা কৰিয়েই সৃষ্টি কৰিছে। প্ৰকৃতিয়ে জোৰ কৰি আমাৰ হতুৱাই কিছুমান কাম কৰাই সচেতন কৰি ৰাখিছে—নানা

ক্ষুধা-তৃষ্ণাৰ তাড়নাত আমাক যথেষ্ট খটুৱাই মাৰিছে। কিন্তু আমাৰ মনুষ্যত্বক সিমানেও নাটিলে। পশু পক্ষীৰ সৈতে সমান হৈ প্ৰকৃতিৰ ক্ষেত্ৰত মানুহে যি বিলাক কাম কৰিবলগীয়া হৈছে তাতে তেওঁ মনে মনে থাকিব নোৱাৰিলে—কামৰ মাজেদিয়ে ইচ্ছা কৰিয়ে তেওঁ সকলোকে পাৰ হৈ যাবলৈ চালে। মানুহৰ দৰে কোনো জীৱই কাম কৰিব লগীয়া নহয়। নিজৰ সমাজৰ মাজতে এখনি অতি বৃহৎ কৰ্ম্মক্ষেত্ৰ তেওঁ নিজে গঢ়ি লব লগীয়া হৈছে। ইয়াতে কিমান যুগধৰি তেওঁ কিমান ভাঙিছে গঢ়িছে, কিমান নিয়ম বান্ধিছে, কিমান নিয়ম ছিন্ন কৰি দিছে, কিমান পাথৰ কাটিছে, কিমান পাথৰ গাথিছে, কিমান ভাবিছে, কিমান বিচাৰিছে, কিমান যে কান্দিছে! এই ক্ষেত্ৰত তেওঁ আটাইতকৈ ডাঙৰ যুদ্ধবিলাকত যুঁজিব লগীয়া হৈছে। এই ঠাইতে তেওঁ নতুন নতুন জীৱন লাভ কৰিছে। এই খিনিতে তেওঁৰ মৃত্যু পৰম গৌৰবময়। এই খিনিতে তেওঁ দুখৰ পৰা হাত সাৰিবলৈ বিচৰা নাই বৰং নতুন নতুন দুখক বৰণ কৰি লৈছে। এই খিনিতে মানুহে সেই মহৎ তত্ত্বটি আবিষ্কাৰ কৰিছে যে, বৰ্ত্তমানে তাৰ চাৰিও ফালে যি সজাটো আছে সেইটোৰ মাজতেই মানুহ সম্পূৰ্ণ নহয়, মানুহ নিজৰ বৰ্ত্তমান অৱস্থাতকৈ বহুত ডাঙৰ—সেই কাৰণেই কোনো এঠাইত বৈ থাকিলে তেওঁৰ আৰাম হব পাৰে কিন্তু তাৰ দ্বাৰা তেওঁৰ চৰিতাৰ্থতা একেবাৰে বিনষ্ট হয়। সেই মহান বিনাশক মানুহে সহ্য কৰিব নোৱাৰে। এই কাৰণেই তাৰ বৰ্ত্তমানক ভেদকৰি ডাঙৰ হবৰ কাৰণেই এতিয়াও তেওঁ যি হব পৰা নাই তাকে হবৰ কাৰণেই, মানুহে কেবল বাৰে বাৰে দুঃখহে পাব লগীয়া হৈছে। সেই দুঃখৰ মাজতেই মানুহৰ গৌৰব। এই কথা মনত ৰাখি মানুহে নিজৰ কৰ্ম্মক্ষেত্ৰ সংকুচিত কৰা নাই, তাক কেবল প্ৰসাৰিতহে কৰি গৈছে। কেতিয়াবা ইমান দূৰ আগবাঢ়ি গৈছে যে কৰ্ম্মৰ সাৰ্থকতাক তেওঁ পাহৰি গৈছে, কৰ্ম্মৰ সোঁতে বহন কৰা আবৰ্জ্জনাৰ দ্বাৰা প্ৰতিহত হৈ মানৱচিত্তই একো একোটা কেন্দ্ৰৰ চাৰিওকালে ভয়ংকৰ চাকনৈয়াৰ সৃষ্টি কৰিছে—স্বাৰ্থৰ-চাকনৈয়া, সাম্ৰাজ্যৰ চাকনৈয়া, ক্ষমতাভিমানৰ চাকনৈয়া। কিন্তু তথাপি যেতিয়ালৈকে গতিবেগ আছে তেতিয়ালৈকে ভয় নাই, সংকীৰ্ণতাৰ বাধা সেই গতিৰ মুখত ক্ৰমে আঁতৰি যায়, কামৰ বেগেই কামৰ ভুলৰ সংশোধন কৰে; কিয়নো চিত্ত অচল জড়তাৰ মাজত নিদ্ৰিত হৈ পৰিলেই তাৰ শত্ৰু প্ৰবল হৈ

উঠে, বিনাশৰ লগত সি আৰু যুদ্ধ কৰি উঠিব নোৱাৰা হয়। 'বাচি থাকি কৰ্ম্ম কৰিব লাগিব, কৰ্ম্ম কৰি বাচি থাকিব লাগিব।' এই অনুশাসন আমি শুনিবলৈ পাইছো। কৰ্ম্মকৰা আৰু বাচি থাকা, এই দুটাৰ মাজত অবিচ্ছেদ্য যোগাযোগ আছে।

প্ৰাণৰ লক্ষণেই হৈছে এই যে, নিজৰ ভিতৰতে তাৰ নিজৰ সীমা নাই; সি বাহিৰলৈ আহিবই লাগিব। তাৰ সত্য অন্তৰ আৰু বাহিৰৰ যোগ। দেহটো বাচি থাকিব লাগে কাৰণেই বাহিৰৰ পোহৰ, বাহিৰৰ বতাহ, বাহিৰৰ অন্নজলৰ সৈতে সি নানা যোগাযোগ ৰাখিব লগীয়া হয়। কেবল প্ৰাণশক্তিক পাবৰ কাৰণেই নহয়, তাক দান কৰিবৰ কাৰণেও বাহিৰৰ দৰকাৰ। এই কথাকে নোচোৱা কিয় যে, শৰীৰটোৱেতো নিজৰ ভিতৰৰ কাম যথেষ্টই কৰিব লাগে, এক নিমিষো তাৰ হৃৎপিণ্ড নৰয়, তাৰ মস্তিষ্ক আৰু তাৰ পাক-যন্ত্ৰৰ কামৰ অন্ত নাই—তথাপি দেহটোৱে নিজৰ ভিতৰৰ এই অসংখ্য প্ৰাণৰ কাম কৰিও স্থিৰে থাকিব নোৱাৰে। তাৰ প্ৰাণেই তাক বাহিৰৰ নানা কাম আৰু নানা খেলাত ঘূৰাই লৈ ফুৰে। কেবলমাত্ৰ ভিতৰৰ ৰক্ত চলাচলতে তাৰ সন্তুষ্টি নাই, নানা প্ৰকাৰে বাহিৰৰ চলাচলতহে তাৰ আনন্দ সম্পূৰ্ণ হয়।

আমাৰ চিত্তৰো সেই দশা। কেবলমাত্ৰ নিজৰ ভিতৰৰ কল্পনা ভাবনা লৈ তাৰ নচলে। বাহিৰৰ বিষয়ক সদায়ে সি বিচাৰে—কেবল নিজৰ চেতনাক বচাই ৰাখিবৰ কাৰণেই নহয়, নিজক প্ৰয়োগ কৰিবৰ কাৰণে, দিবৰ কাৰণে আৰু লবৰ কাৰণে।

আচলকথা, যিজন সত্যস্বৰূপ সেই ব্ৰহ্মক ভাগ কৰিবলৈ গলেই আমি নাবাচো। তাক ভিতৰত যেনেকৈ আশ্ৰয় কৰিব লাগিব বাহিৰতো তেনেকৈ আশ্ৰয় কৰিব লাগিব। তাক যি পিনেই ত্যাগ কৰিম সেই পিনেই নিজকে বঞ্চিত কৰিম। মাহংব্ৰহ্ম নিৰাকুৰ্যা, মামাব্ৰহ্ম নিৰাকৰোৎ। ব্ৰহ্মই মোক যেন ত্যাগ নকৰে, ময়ো যেন ব্ৰহ্মক ত্যাগ নকৰো। তেওঁ মোক বাহিৰত ধৰি ৰাখিছে। তেওঁ মোক অন্তৰতো জগাই ৰাখিছে। আমি যদি এনে কথা কওঁ যে, তেওঁক কেবল অন্তৰৰ ধ্যানতে পাম বাহিৰৰ কৰ্ম্মৰপৰা তেওঁক বাদ দিম—কেবল হৃদয়ৰ প্ৰেমৰ দ্বাৰা তেওঁক ভোগ কৰিম, বাহিৰৰ সেবাৰ দ্বাৰা তেওঁক পূজা নকৰো অথবা একেবাৰে ইয়াৰ ওলোটা কথাটোকে যদি

কওঁ আৰু এইবুলি জীৱনৰ সাধনাক যদি কেৱল এপিনেই ভাৱগ্ৰস্ত কৰি তোলো, তেনেহ'লে প্ৰমত্ত হৈ আমাৰ পতন ঘটিব।

আমি পশ্চিম মহাদেশত দেখিছো, তাত মানুহৰ চিত্তই প্ৰধান ভাৱে বাহিৰতে নিজক বিকীৰ্ণ কৰিব খুজিছে। শক্তিৰ ক্ষেত্ৰই তাৰ ক্ষেত্ৰ। ব্যাপ্তিৰ ৰাজ্যতে সি একান্ত উন্মুখ হৈ পৰিছে। মানুহৰ অন্তৰৰ মাজত যত সমাপ্তিৰ ৰাজ্য সেই ঠাইক যে পৰিত্যাগ কৰিবৰ চেষ্টাত আছে তাক সি ভালদৰে বিশ্বাসেই নকৰে। ইমান দূৰ পৰ্য্যন্ত গৈছে যে সমাপ্তিৰ পূৰ্ণতাক সি কোনো ঠাইতে দেখিবলৈ নাপায়। যেনেকৈ বিজ্ঞানে কৈছে যে "বিশ্বজগৎ কেৱল পৰিণতিৰ অন্তহীন পথত আগবাঢ়ি গৈছে।" তেনেকৈ ইউৰোপে আজি কালি কবলৈ আৰম্ভ কৰিছে যে—জগতৰ ঈশ্বৰো ক্ৰমে পৰিণত হৈ উঠিছে। তেওঁ যে নিজেই সম্পূৰ্ণ হৈ আছে এইকথা তেওঁলোকে মানিব নোখোজে। তেওঁ নিজকে গঢ়ি তুলিছে এইটোহে তেওঁলোকৰ কথা।

ব্ৰহ্মৰ এপিনে ব্যাপ্তি আৰু অন্য এপিনে সমাপ্তি; এপিনে পৰিণতি আৰু আনপিনে পৰিপূৰ্ণতা, এপিনে ভাৱ আৰু আনপিনে প্ৰকাশ—দুইটাই একেলগে গান আৰু গানগোৱৰ দৰে হৈ অবিচ্ছিন্ন হৈ মিলি আছে সেইটো তেওঁলোকে দেখিবলৈ পোৱা নাই। এইটো যেন গায়কৰ অন্তঃকৰণক স্বীকাৰ নকৰি কোৱা কথা যে গান ক'তোৱেই নাই, কেৱল গাই থকাটোহে আছে। কিয়নো আমি যে গাই থকাটোহে দেখিছো কোনো সময়তে তো সম্পূৰ্ণ গানটো একেলগে দেখা নাই—কিন্তু সেই বুলি জানো এই কথা নেজানো যে সম্পূৰ্ণ গান চিত্তৰ মাজতে আছে?

এই দৰেই কেৱলমাত্ৰ কৰি যোৱা, চলি যোৱা ফালটোতে চিত্তক উন্মুখ হৈ পৰিবলৈ দিয়াত পাশ্চাত্ত্য জগতত আমি এটা শক্তিৰ উন্মত্ততা দেখিবলৈ পাওঁ। তেওঁলোকে সকলোকে জোৰ কৰি কাঢ়ি লব খামুচি ধৰিব, এই পণ কৰি বহি আছে। তেওঁ লোকে কেৱল কৰিব, কতো আহি নৰয়, এই টোৱেই তেওঁলোকৰ জেদ্। জীৱনৰ কোনো ঠাইতে তেওঁলোকে মৃত্যুৰ স্বাভাৱিক স্থানটোক স্বীকাৰ নকৰে। সমাপ্তিক তেওঁলোকে সুন্দৰ বুলি চাব নেজানে।

আমাৰ দেশত আকৌ ঠিক ইয়াৰ বিপৰীতফালে বিপদ। আমি চিত্তৰ ভিতৰৰ ফালটোতে উন্মুখ হৈ পৰিছো। শক্তিফালটোক, ব্যাপ্তিৰ ফালটোক আমি গালি পাৰি পৰিত্যাগ কৰিব খোজো। ব্ৰহ্মক ধ্যানৰ মাজেদি কেৱল

পৰিসমাপ্তিৰ ফালৰপৰাহে চায়, তেওঁক বিশ্বব্যাপাৰত নিত্যপৰিণতিৰ ফালৰ পৰা হ'লে নাচায়, এয়ে আমাৰ পণ। এই কাৰণে আমাৰ দেশৰ সাধক বিলাকৰ মাজত আধ্যাত্মিক উন্মত্ততাৰ দুৰ্গতি প্ৰায়ে দেখিবলৈ পাওঁ। আমাৰ বিশ্বাসে কোনো নিয়ম নেমানে, আমাৰ কল্পনাৰ ক'তো বাধা নাই, আমাৰ আচাৰে কোনোপ্ৰকাৰে যুক্তিৰ ওচৰত অলপমানো কৈফিয়ৎ দিবলগীয়া নহয়। আমাৰ জ্ঞান বিশ্বপদাৰ্থৰ পৰা ব্ৰহ্মক অবিচ্ছিন্ন কৰি চাবৰ ব্যৰ্থপ্ৰয়াস কৰি কৰি শুকাই শিল হৈ যায়; আমাৰ হৃদয়ে কেবলমাত্ৰ নিজৰ হৃদয়াবেগৰ মাজতেই ভগবানক অবৰুদ্ধ কৰি ভোগ কৰিবৰ চেষ্টাতে ৰসোন্মত্ততাত মূৰ্চ্ছিত হৈ পৰি যায়। শক্তিৰ ক্ষেত্ৰত আমাৰ জ্ঞানে বিশ্বনিয়মৰ লগতে কোনো যোগাযোগ ৰাখিবলৈ নিবিচাৰে, অচলহৈ বহি থাকি নিজকে নিজেই নিৰীক্ষণ কৰিবলৈ বিচাৰে; আমাৰ হৃদয়াবেগে বিশ্বসেৱাৰ মাজত ভগবৎপ্ৰেমক আকাৰ দান কৰিবলৈ নিবিচাৰে, কেৱল চকুৰ পানীৰে নিজৰ চোতালতে ধূলিবোকাত লুতুৰিপুতুৰি হবলৈ ইচ্ছা কৰে। ইয়াৰ ফলত যে আমাৰ মনুষ্যত্বৰ কিমান দূৰ বিকৃতি আৰু দুৰ্বলতা ঘটিব পাৰে তাক জুখি চাবৰ কোনো উপায়ো আমি আমাৰ চাৰিসীমাৰ ভিতৰত ৰখা নাই। আমৰ যি তুলা-তজ্জুৰে অন্তৰ আৰু বাহিৰৰ সকলো সামঞ্জস্য হেৰুৱাই পেলাইছে তাৰেই আমি আমাৰ ধৰ্ম্ম-কৰ্ম্ম, ইতিহাস-পুৰাণ, সমাজ-সভ্যতা এই সকলোকে ওজন কৰি নিশ্চিন্ত হৈ থাকো আৰু কোনো ধৰণৰ জোখৰ লগতে মিলাই নিখুঁতভাবে সত্য নিৰ্ণয় কৰিবৰ কোনো দৰকাৰেই নেদেখোঁ। কিন্তু, আধ্যাত্মিকতা অন্তৰ বাহিৰৰ যোগত অপ্ৰমত্ত। সত্যৰ এফালে নিয়ম, এফালে আনন্দ। তাৰ এফালে ধ্বনিত হৈছে: ভয়াদস্যাগ্নিস্তপতি। আৰু এপিনে ধ্বনিত হৈছে, আনন্দাদ্ধ্যেব খল্বিমানি ভূতানি জায়ন্তে। এপিনে বন্ধনক নামানিলে আনপিনে মুক্তিক পাবৰ উপায় নাই। ব্ৰহ্ম এফালে নিজৰ সত্যৰ দ্বাৰা আবদ্ধ, আৰু এফালে নিজৰ আনন্দৰ দ্বাৰা মুক্ত। আমিও যেতিয়া সত্যৰ বন্ধনক সম্পূৰ্ণভাবে স্বীকাৰ কৰো তেতিয়াই মুক্তিৰ আনন্দক সম্পূৰ্ণৰূপে লাভ কৰোঁ। সেইটোনো আকৌ কেনে কথা? যেনে চেতাৰত তাঁৰ বন্ধন। চেতাৰৰ তাঁৰ যেতিয়া একেবাৰে ঠিক সত্য কৰি বন্ধা হয়, সেই বান্ধোনত স্বৰতত্ত্বৰ নিয়মৰ যেতিয়া লেশমানো স্খলন নহয়, তেতিয়া সেই তাঁৰত গান বাজে আৰু গানৰ সুৰৰ মাজেদিয়েই চেতাৰৰ তাঁৰে নিজকে নিজে চেৰাই যায়

আৰু সি মুক্তিলাভ কৰিবলৈ ধৰে। একালে সি নিয়মৰ মাজত অবিচলিত ভাবে বান্ধখাই পৰিছে কাৰণেই আনকালে সি সংগীতৰ মাজত উদাৰভাবে উন্মুক্ত হ'ব পাৰিছে। যেতিয়ালৈকে এই তাঁৰ ঠিক সত্যভাবে বন্ধা হোৱা নাই তেতিয়ালৈকে সি কেবলমাত্র বন্ধন, বন্ধনৰ বাহিৰে আৰু একো নহয়। কিন্তু, সেইবুলি তাঁৰ খুলি পেলোৱাকে মুক্তি নোবোলে। সাধনাৰ কঠিন নিয়মত ক্রমে তাকে সত্যত বান্ধি তুলিব পাৰিলেই সি আবদ্ধ হৈ থকা সত্ত্বেও আৰু আবদ্ধ থকা অবস্থাতে পৰিপূর্ণ সার্থকতাৰ মাজেদি মুক্তিলাভ কৰে।

আমাৰ জীবনৰ বীণাতো কৰ্ম্মৰ ক্ষীণশকত তাঁৰবিলাক মাত্র তেতিয়ালৈকেহে বান্ধোন যেতিয়ালৈকে সিহঁতৰ সত্যৰ নিয়মত ধ্রুবৰূপে বান্ধি তুলিব নোৱাৰোঁ। কিন্তু সেই বুলিয়ে এই তাঁৰ বিলাকক খুলি পেলাইদি শূন্যতাৰ মাজত, ব্যার্থতাৰ মাজত, নিষ্ক্রিয়তা লাভ কৰাটোক মুক্তি লাভ নোবোলে।

সেই কাৰণেই কৈছিলো, কৰ্ম্মক ত্যাগ কৰাটো নহয়, কিন্তু আমাৰ প্রতিদিনৰ কৰ্ম্মকেই চিৰদিনৰ সুৰত ক্রমশঃ বান্ধিতোলাৰ সাধনাই হৈছে সত্যৰ সাধনা, ধৰ্ম্মৰ সাধনা। এই সাধনাৰে মন্ত্র হৈছে যদ্‌যৎকৰ্ম্ম প্রকুৰ্বীত তদ্‌ব্রহ্মণি সমর্পয়েৎ। যি কৰ্ম্ম কৰিবা সেই সকলোবিলাক ব্রহ্মক সমৰ্পণ কৰিবা। অর্থাৎ সমস্ত কৰ্ম্মৰ দ্বাৰা আত্মাই নিজকে ব্রহ্মত নিবেদিত কৰি যাব। অনন্তৰ ওচৰত নিতৌ এইদৰে নিবেদন কৰাটোৱেই আত্মাৰ গান, এয়ে আত্মাৰ মুক্তি। তেতিয়া কি যে আনন্দ যেতিয়া সকলো কৰ্ম্মই ব্রহ্মৰ সৈতে যোগৰপথ, কৰ্ম্মযেতিয়া আমাৰ প্রবৃত্তিৰ ওচৰলৈকে ঘূৰিঘূৰি নাহে, কৰ্ম্মযেতিয়া আমাৰ আত্মসমৰ্পণত প্রতিদিনে একান্ত হৈ উঠে—সেইটোৱেই পূর্ণতা, সেইটোৱেই মুক্তি, যেয়ে স্বর্গ, তেতিয়া সংসাৰখনেই আনন্দনিকেতন। কৰ্ম্মৰ মাজত মানুহৰ এই যে বিৰাট আত্মপ্রকাশ, অনন্তৰ ওচৰত তেওঁৰ এই যে নিৰন্তৰ আত্মনিবেদন, কোনেনো দ্বাৰৰ চুকত বহি থাকি ইয়াক অবজ্ঞা কৰিবলৈ ভাল পাব? সকলো মানুহে ব'দ-বৰষুণত থিয় হৈ যুগে যুগে মানৱমাহাত্ম্যৰ যি অভ্রভেদী মন্দিৰ ৰচনা কৰিছে, কোনে ভাবিব পাৰে যে সেই সুমহৎ সৃষ্টিৰ কোলাহলৰ পৰা দূৰলৈ পলাই গৈ নিৰলে বহি থাকি নিজৰ মনতে কোনো এটা ভাৱৰস সম্ভোগ কৰাটোৱেই মানুহৰ লগত ভগবানৰ মিলন আৰু সেই সাধনাই ধৰ্ম্মৰ চৰম সাধনা। হেৰ উদাসীন, হেৰ নিজৰ মাদকতাত আত্মহাৰা বিহ্বল সন্ন্যাসী, এতিয়াই তই শুনিবলৈ পোৱা নাইনে

যে ইতিহাসৰ সুদূৰ প্ৰসাৰিত ক্ষেত্ৰত মনুষ্যত্বৰ প্ৰশস্ত ৰাজপথত আগবাঢ়ি গৈছে। আগবাঢ়ি গৈছে মেঘমন্দ্ৰগৰ্জনে নিজৰ কৰ্ম্মৰ বিজয় ৰথত, আগবাঢ়ি গৈছে বিশ্বৰ মাজত নিজৰ অধিকাৰক বিস্তীৰ্ণ কৰিবলৈ। তেওঁৰ সেই আকাশত উৰি থকা জয়পতাকাৰ সম্মুখত পৰ্ব্বতৰ প্ৰস্তৰ ৰাশিয়ে গুৰি হৈ গৈ বাট এৰি দিছে। হাবি-বনৰ ঘনছায়াচ্ছন্ন জটিল চক্ৰান্তত সূৰ্য্যালোকৰ আঘাতত কুঁৱলি আঁতৰি যোৱাৰদৰে, তেওঁৰ সম্মুখত চাওঁতে চাওঁতেই ক'ৰবাৰে অন্তৰ্ধান হৈ গৈছে, অসুখ অস্বাস্থ্য আৰু অব্যৱস্থাই পদে পদে পিছ হুহকি নিতৌ তেওঁক ঠাই এৰি দিছে; অজ্ঞতাৰ বাধাক তেওঁ পৰাভূত কৰিছে, অন্ধতাৰ অন্ধকাৰক তেওঁ বিদীৰ্ণ কৰি পেলাইছে। চাওঁতে চাওঁতে তেওঁৰ চাৰিওফালে শ্ৰীসম্পদ, কাব্যকলা আৰু জ্ঞানধৰ্ম্মৰ আনন্দলোক উদঘাটিত হবলৈ ধৰিছে। বিপুল ইতিহাসৰ দুৰ্গম দুৰ্লংঘ্যপথত মানবাত্মাৰ এই যে বিজয়ৰথখন দিনে নিশাই পৃথিৱীক কঁপাই তুলি আগবাঢ়ি যাব লাগিছে তুমি কি অসাৰ হৈ চকুমুদি কবখোজা যে তাৰ কোনো সাৰথি নাই? তাক কোনেও কোনো মহৎ সাৰ্থকতাৰ চালিত কৰিলৈ যোৱা নাই? এই যিনিতেই, এই মহৎ সুখ-দুঃখ বিপদৎসম্পদৰ পথতেই কি ৰথীৰ সৈতে সাৰথিৰ যথাৰ্থ মিলন ঘটা নাই? ৰথ আগবাঢ়িছে—শাওণৰ অমাৰাত্ৰিৰ দুৰ্য্যোগেও সেই সাৰথিৰ অনিমেষ নেত্ৰক আচ্ছন্ন কৰিব পৰা নাই; মধ্যাহ্ন সূৰ্য্যৰ প্ৰখৰ আলোকতো তাৰ ধ্ৰুবদৃষ্টি প্ৰতিহত হোৱা নাই, আলোক আৰু অন্ধকাৰৰ মাজেদি ৰথ চলিছে, আলোক আৰু অন্ধকাৰৰ মাজত ৰথীৰ সৈতে সেই সাৰথিৰ মিলন, যাওঁতে যাওঁতে মিলন, পথৰ মাজতে মিলন, উঠিবৰ সময়তো মিলন, নামিবৰ সময়ত মিলন ৰথীৰ সৈতে সাৰথিৰ। হেৰা, কোণে সেই নিত্যমিলনক অগ্ৰাহ্য কৰিব খোজে? তেওঁ যত চলাব খোজে কোনে তাত চলিবলৈ নিবিচাৰে! কোনোনো কবলৈ বিচাৰে যে "মই মানুহৰ ইতিহাসৰ ক্ষেত্ৰৰ পৰা দূৰলৈ পলাই গৈ নিষ্ক্ৰিয়তাৰ মাজত, নিশ্চেষ্টতাৰ মাজত অকলে পৰি থাকি তেওঁৰ সৈতে মিলিম।" কোনেনো কবলৈ বিচাৰে যে এই সকলো বিলাক মিছা, এই বৃহৎ সংসাৰ, এই নিত্য বিকাশমান মানুহৰ সভ্যতা, অন্তৰ বাহিৰৰ সকলো বাধাকে ভেদকৰি নিজৰ সকলোপ্ৰকাৰ চেষ্টাক জয়যুক্ত কৰিবৰ বাবে মানুহৰ এই চিৰদিনৰ চেষ্টা, এই পৰম দুঃখৰ আৰু চৰম সুখৰ সাধনা সকলো মিছা। যিজনে এই সকলেকে মিছা বুলিছে, কিমান ডাঙৰ মিছাই তেওঁৰ চিত্তক আক্ৰমণ

কৰিছে! ইমান বৃহৎ সংসাৰখনক ইমান ডাঙৰ ফাকি বুলি যিজনে ভাবে তেওঁ কি সত্য স্বৰূপ ঈশ্বৰকো সঁচাই বিশ্বাস কৰে? যিজনে ভাবে যে পলাই গৈ তেওঁক পোৱা যায় তেওঁ কেতিয়া তেওঁক পাব, ক'ত তেওঁক পাব, পলাই তেওঁ কিমান দূৰ যাব, পলাই পলাই একেবাৰে শূন্যতাৰ মাজত গৈ সোমোৱাৰ সাধ্য কি তেওঁৰ আছে! সেই সাধ্য নাই—যিজন ভীৰু, যিজনে পলাবলৈ বিচাৰে তেওঁ কতো তেওঁক নাপায়। সাহস কৰি ক'ব লাগিব, এয়া তেওঁক পাইছো, এয়া এতিয়াই, এয়া ইয়াতেই। বাৰে বাৰে কব লাগিব—মোৰ প্ৰত্যেক কৰ্ম্মৰ মাজত মই যেনেকৈ নিজকে পাইছো তেনেকৈ মোৰ নিজৰ মাজতে যি জন মই নিজেই তেওঁক পাইছো। কামৰ মাজত আমাৰ যি বিলাক বাধা যি বিলাক বেসুৰীয়া যিবিলাক জড়তা, যিবিলাক অব্যবস্থা সেই সকলো বিলাককে আমাৰ শক্তিৰ দ্বাৰা, সাধনাৰ দ্বাৰা দূৰ কৰি দি এই কথাটো অসংকোচে ক'বৰ অধিকাৰটো আমি লাভ কৰিব লাগিব যে কৰ্ম্মতে আমাৰ আনন্দ, সেই আনন্দতে আমাৰ আনন্দময় বিৰাজ কৰিছে।

উপনিষদত 'ব্ৰহ্মবিদাং বৰিষ্ঠঃ', ব্ৰহ্মবিৎসকলৰ মাজত শ্ৰেষ্ঠ কাক বুলিছে 'আত্মক্ৰীড়ঃ আত্মৰতিঃ ক্ৰিয়াবান্ এষ ব্ৰহ্মবিদাং বৰিষ্ঠঃ'। পৰমাত্মাত যাৰ আনন্দ, পৰমাত্মত যাৰ ক্ৰীড়া; আৰু যিজন ক্ৰিয়াবান, তেৱেঁই ব্ৰহ্মবিৎবিলাকৰ মাজাত শ্ৰেষ্ঠ। আনন্দ আছে অথচ সেই আনন্দৰ ক্ৰীড়া নাই, এনে কথা কেতিয়াও হবই নোৱাৰে। সেই ক্ৰীড়া নিষ্ক্ৰিয় নহয়, সেই ক্ৰীড়াই হৈছে কৰ্ম্ম। ব্ৰহ্মত যাৰ আনন্দ তেওঁ কৰ্ম্ম নহলে বাচি থাকিব কেনেকৈ? কাৰণ, তেওঁ এনে কৰ্ম্ম কৰিবই লাগিব যি কৰ্ম্মত সেই ব্ৰহ্মৰ আনন্দই আকাৰ ধাৰণ কৰি বাহিৰত প্ৰকাশমান হৈ উঠে। এই কাৰণেই যিজন ব্ৰহ্মবিৎ অৰ্থাৎ জ্ঞানত যিজনে ব্ৰহ্মক জানে, তেওঁ আত্মৰতিঃ, পৰমাত্মাতেই তেওঁৰ আনন্দ, আৰু তেওঁ "আত্মক্ৰীড়", তেওঁৰ সকলো কামেই হৈছে পৰমাত্মাৰ মাজত— তেওঁৰ খেলা, তেওঁৰ স্নান আহাৰ, তেওঁৰ জীবিকা অৰ্জ্জন, তেওঁৰ পৰহিত সাধন, সকলো-বিলাকেই হৈছে পৰমাত্মাৰ মাজত তেওঁৰ বিহাৰ।

তেওঁ ক্ৰিয়াবান, ব্ৰহ্মৰ যি আনন্দ তেওঁ ভোগ কৰে তাকে কৰ্ম্মত প্ৰকাশ নকৰাকৈ তেওঁ থাকিব নোৱাৰে। কবিৰ আনন্দই কাব্যত, শিল্পীৰ আনন্দই শিল্পত, বীৰৰ আনন্দই শক্তিৰ প্ৰতিষ্ঠাত, জ্ঞানীৰ আনন্দই তত্ত্বাবিষ্কাৰত যেনেকৈ নিজকে কেবল কৰ্ম্মৰ আকাৰত প্ৰকাশ কৰি গৈছে ব্ৰহ্মবিদৰ

আনন্দৰো তেনেকৈ জীৱনৰ সৰু ডাঙৰ সকলো কামতে সত্যৰ দ্বাৰা সৌন্দৰ্য্যৰ দ্বাৰা, শৃংখলাৰ দ্বাৰা, মংগলৰ দ্বাৰা অসীমকে প্ৰকাশ কৰিবলৈ চেষ্টা কৰে।

ব্ৰহ্মইতো নিজৰ আনন্দক তেনেদৰেই প্ৰকাশ কৰিছে। তেওঁ "বহুধা শক্তি যোগাৎ [illegible]নিহিতাৰ্থো দধাতি।" তেওঁ নিজৰ বহুধাশক্তিৰ যোগেদি নানাজাতিৰ নানা অন্তৰ্নিহিত প্ৰয়োজন সাধন কৰিছে। সেই অন্তৰ্নিহিত প্ৰয়োজনতো তেওঁ নিজেই সেই কাৰণেই তেওঁ নানা শক্তিৰ ধাৰাত অনবৰত নানা আকাৰ দান কৰিছে। কাম কৰিছে, তেওঁ কাম কৰিছে—নহলে নিজকে তেওঁ দিব পাৰিব কেনেকৈ? তেওঁৰ আনন্দই নিজেকে কেৱল উৎসৰ্গ কৰিছে। সেয়েতো তেওঁৰ সৃষ্টি।

আমাৰো সাৰ্থকতা তাতেই—তাতেই ব্ৰহ্মৰ সৈতে মিল আছে। বহুধা শক্তিৰ যোগত আমিও নিজকে কেৱল দান কৰিবলগীয়া হয়। বেদত তেওঁক "আত্মদা বলদা" বুলিছে—তেওঁ যে কেৱল নিজকে দিছে তেনে নহয়, তেওঁ আমাক সেই বল দিছে যাৰ দ্বাৰা আমিও তেওঁৰ দৰে নিজকে দিব পাৰোঁ। সেই কাৰণে বহুধা শক্তিৰ যোগত যিজনে আমাৰ প্ৰয়োজন সাধন কৰিছে ঋষিয়ে তেওঁৰে ওচৰত প্ৰাৰ্থনা কৰিছে; স নো বুদ্ধ্যা শুভয়ো সংযুনক্তু। তেওঁ যেন আমাৰ সকলোতকৈ ডাঙৰ প্ৰয়োজনটো সাধিত কৰে।—আমাৰ লগত যেন শুভ বুদ্ধিৰ যোগাযোগ সাধন কৰে। অৰ্থাৎ কেৱল এনে হলেই নচলিব যে তেওঁৰ শক্তিৰ যোগত তেওঁ নিজেই কেৱল কৰ্ম্ম কৰি আমাৰ অভাৱ মোচন কৰিব। আমাক শুভবুদ্ধিদিয়ক, তেতিয়া আমিও তেওঁৰ সৈতে মিলি কাম কৰিবলৈ থিয় হ'ম, তেনে হলেই তেওঁৰ সৈতে আমাৰ যোগ সম্পূৰ্ণ হব। শুভবুদ্ধি হৈছে সেইবুদ্ধি য'ত সকলোৰে স্বাৰ্থকে আমাকে নিহিতাৰ্থ বুলি জানো। সেইবুদ্ধি য'ত হয়, তেতিয়া সকলোৰে কামত নিজৰ বহুধা শক্তি প্ৰয়োগ কৰাতেই আনন্দ হয়। এই শুভবুদ্ধিত যেতিয়া আমি কাম কৰো তেতিয়া আমাৰ কৰ্ম্ম নিয়মাবদ্ধকৰ্ম্ম, কিন্তু যন্ত্ৰচালিতৰ কৰ্ম্ম নহয়, আত্মাৰ তৃপ্তিকৰ কৰ্ম্ম, কিন্তু অভাৱতাড়িতৰ কৰ্ম্ম নহয়; তেতিয়া আমাৰ কৰ্ম্মতা দহ জনৰ অন্ধ অনুকৰণ নহয়; লোকাচাৰৰ ভীৰু অনুবৰ্ত্তন নহয়; তেনেকৈ যেতিয়া আমি দেখিছো "বিচৈতি চান্তে বিশ্বমাদৌ," বিশ্বৰ সমস্ত কৰ্ম্ম তেওঁতেই আৰম্ভ হৈছে আৰু তেওঁতেই আহি সমাপ্ত হৈছে, তেনেকৈ

দেখিবলৈ পাম আমাৰ সকলো কৰ্ম্মৰ আৰম্ভ তেওঁ আৰু পৰিণামো তেওঁ; সেই কাৰণেই আমাৰ সকলো কৰ্ম্ম শান্তিময়, কল্যাণময়, আনন্দময়।

উপনিষদে কয়, তেওঁৰ "স্বাভাবিকী জ্ঞানবলক্রিয়া চ"। তেওঁৰ জ্ঞানশক্তি আৰু কৰ্ম্ম স্বাভাবিক। তেওঁৰ পৰমাশক্তিয়ে নিজৰ স্বভাৱতে কাম কৰিছে। আনন্দই তেওৰ কাম, কামেই তেওৰ আনন্দ। বিশ্বব্ৰহ্মাণ্ডৰ অসংখ্য ক্রিয়াই তেওঁৰ আনন্দৰ গতি।

কিন্তু সেই স্বাভাবিকতা আমাৰ জনা নাই কাৰণেই কামৰ পৰা আনন্দক আমি ভাগ কৰি পেলাইছো। কামৰ দিন আমাৰ আনন্দৰ দিন নহয়; যি দিনা আনন্দ কৰিবলৈ বিচাৰোঁ সেইদিনা আমি ছুটি লব লাগে। কিয়নো হতভাগ্য আমি কামৰ ভিতৰতে আমি ছুটি নাপাওঁ। প্ৰবাহিত হোৱাৰ মাজতেই নদীয়ে ছুটি পায়, শিখাৰূপে জ্বলি উঠাৰ মাজতে অগ্নিয়ে ছুটি পায়, বতাহত বিয়পি পৰাৰ মাজেদিয়েই ফুলৰ গন্ধই ছুটি পায়। কিন্তু আমাৰ সমস্ত কৰ্ম্মৰ মাজত আমি তেনেদৰে ছুটি নাপাওঁ। কামৰ মাজেদিয়ে নিজকে এৰি নিদিও কাৰণে, দান নকৰোঁ কাৰণে, কৰ্মই আমাক চেপি ৰাখিছে। কিন্তু, হে আত্মদা, বিশ্বৰ কৰ্ম্মত তোমাৰ আনন্দ মূৰ্ত্তি প্ৰত্যক্ষ কৰি কৰ্ম্মৰ ভিতৰেদিয়েই আমাৰ আত্মাই জুইৰ দৰে তোমাৰ ফালেই জ্বলি উঠক, নদীৰ দৰেই তোমাৰ অভিমুখেই প্ৰবাহিত হ'ক, ফুলৰ গন্ধৰদৰে তোমাৰ মাজতেই বিস্তীৰ্ণ হৈ থাকক। জীবনক তাৰ সকলো সুখদুখ, সকলো ক্ষয় পূৰণ, সকলো উত্থান-পতনৰ মাজেদিও যাতে পৰিপূৰ্ণ ভাবে ভালপাব পাৰে তেনে বীৰ্য্য তুমি আমাৰ গাত দিয়া। তোমাৰ এই বিশ্বক পূৰ্ণ শক্তিত দেখো, পূৰ্ণ শক্তিত শুনো, পূৰ্ণ শক্তিত ইয়াত কামকৰো। জীবনত সুখ নাই বুলি, হে জীৱিতেশ্বৰ, তোমাক অপবাদ নিদিও। যি জীবন তুমি আমাক দিছা সেই জীবন পৰিপূৰ্ণ কৰি বাচি থাকিম, বীৰৰদৰে তাক গ্ৰহণ কৰিম, আৰু দান কৰিম, এয়ে তোমাৰ ওচৰত প্ৰাৰ্থনা। দুৰ্ব্বল চিত্তৰ সেই কল্পনাক একেবাৰে দূৰ কৰি দিওঁ, যি কল্পনাই সকলো কৰ্ম্মৰ পৰা বিযুক্ত এটা আধাৰহীন আকাৰহীন বাস্তৱতাহীন পদাৰ্থক ব্ৰহ্মানন্দ বুলি ভাৱে। কৰ্ম্মক্ষেত্ৰত মধ্যাহ্নসূৰ্যালোকত তোমাৰ আনন্দৰূপক প্ৰকাশমান দেখি হাটে-ঘাটে বজাৰে-পথাৰে সকলোতে যেন তোমাৰ জয়ধ্বনি কৰিব পাৰোঁ। পথাৰৰ মাজত কঠোৰ পৰিশ্ৰমত কঠিন মাটি ভাঙি যত খেতিয়কে খেতি কৰিছে তাতেই তোমাৰ আনন্দ সেউজীয়া শস্যত উছলি

হ, যতেই হাবিবন খাল-ডোং গুচাই মানুহে নিজৰ বাসস্থান পৰিচ্ছন্ন কৰি তুলিছে তাতেই পৰিপাটিতাৰ মাজত তোমাৰ আনন্দ প্ৰকাশিত হৈ পৰিছে, য'তে স্বদেশৰ অভাৱ দূৰ কৰিবাৰ কাৰণে মানুহে অশ্ৰান্ত কৰ্ম্মৰ মাজত নিজকে অজস্ৰভাবে বিলাই দিছে সেইখিনিতে শ্ৰীসম্পদত তোমাৰ আনন্দ বিস্তীৰ্ণ হৈ পৰিছে। য'তে মানুহৰ জীৱনত আনন্দই, চিত্তৰ আনন্দই কেৱল কৰ্ম্মৰ ৰূপ ধাৰণ কৰিবলৈ চেষ্টা কৰিছে তাতে তেওঁ মহৎ, তাতে তেওঁ প্ৰভু; তাত তেওঁ দুঃখ-কষ্টৰ ভয়ত, দুৰ্ব্বল কান্দোনৰ সুৰত নিজৰ অস্তিত্বকে মাথোন অভিশাপ দিয়াত ব্যস্ত থকা নাই। য'তে জীবনত মানুহৰ আনন্দ নাই, কৰ্ম্মত মানুহৰ অনাস্থা, সেইখিনিতে তোমাৰ সৃষ্টি তত্ত্বই যেন বাধা পাই প্ৰতিহত হৈ গৈছে, সেই খিনিতে নিখিলৰ প্ৰবেশদ্বাৰ সংকীৰ্ণ। সেই খিনিতে সকলো সংকোচ, সকলো অন্ধসংস্কাৰ, সকলো অমূলক বিভীষিকা, সকলো আধিব্যাধি আৰু পৰম্পৰ-বিচ্ছিন্নতা।

হে বিশ্বকৰ্ম্মা, আজি আমি তোমাৰ সিংহাসনৰ সন্মুখত থিয় হৈ এই কথাটো জনাবলৈ আহিছো যে আমাৰ এই সংসাৰ আনন্দৰ, আমাৰ এই জীবন আনন্দৰ। তোমাৰ বহুধা শক্তিৰ অসীম লীলাক্ষেত্ৰত এই জগতত আমাক ক্ষুধা-তৃষ্ণাৰ আঘাতেৰে জগাই ৰাখি ভালেই কৰিছা; এইটো ভালকে কৰিছা যে তুমি আমাক দুঃখ দি সন্মান দিছা—বিশ্বসংসাৰৰ অসংখ্য জীৱৰ চিত্তত দুঃখ তাপৰ দাহত যি অগ্নিময়ী পৰমা সৃষ্টি চলিছে তাৰ লগত যুক্ত কৰি মোক গৌৰবান্বিত কৰি তুমি ভালেই কৰিছা। তাৰ লগতে প্ৰাৰ্থনা কৰিবলৈ আহিছো আজি তোমাৰ বিশ্বশক্তিৰ প্ৰবল বেগ বসন্তৰ উদ্দাম দক্ষিণ বতাহৰ দৰে বেগেৰে বৈ আহক, মানবৰ ইতিহাসৰ মহাক্ষেত্ৰৰ ওপৰেদি সি বাগৰি আহক, নানা বনৰ মৰ্মৰ ধ্বনিক বহন কৰি সি তাৰ নানা ফুলৰ পৰা সুগন্ধ লৈ আহক; আমাৰ দেশৰ এই শব্দহীন প্ৰানহীন, শুষ্কপ্ৰায় চিত্ত-অৰণ্যৰ সকলো শাখা পল্লবকে জোকাৰি কঁপাই মুখৰিত কৰি দিয়ক, আমাৰ অন্তৰৰ টোপনিৰ পৰা সাৰ পোৱা শক্তিয়ে ফল-ফুলেৰে কুঁহিপাতেৰে অপৰ্য্যাপ্ত ৰূপে সাৰ্থক হবৰ কাৰণে কান্দি উঠক। চাওঁতে চাওঁতে শত সহস্ৰ কৰ্ম্মচেষ্টাৰ মাজত আমাৰ দেশৰ ব্ৰহ্মোপাসনাই আকাৰ ধাৰণ কৰি তোমাৰ অসীমতাৰ অভিমুখে বাহু তুলি নিজকে এবাৰ দেশে-বিদেশে ঘোষণা কৰক। মোহৰ আচৰণ উদ্‌ঘাটিত কৰা, উদাসীনতাৰ নিদ্ৰাক দূৰ কৰি দিয়া; এতিয়াই এই মুহূৰ্ত্তে

অনন্ত দেশ কালত ধাৱমান শূন্যমান চিৰচাঞ্চল্যৰ মাজত তোমাৰ নিত্যবিলসিত আনন্দৰূপক চাই লওঁ, তাৰ পিছত সমস্ত জীৱন জুৰি তোমাক প্ৰণাম কৰি সংসাৰত মানৱাত্মাৰ সৃষ্টি ক্ষেত্ৰৰ মাজত প্ৰৱেশ কৰি য'ত নানা কালৰ পৰা নানা অভাৱৰ প্ৰাৰ্থনা, দুখৰ ক্ৰন্দন, মিলনৰ আকাংক্ষা আৰু সৌন্দৰ্য্যৰ নিমন্ত্ৰণে আমাক আহ্বান কৰিছে, য'ত আমাৰ নানাভিমুখী শক্তিৰ একমাত্ৰ সাৰ্থকতাই সুদীৰ্ঘকাল ধৰি প্ৰতীক্ষা কৰি ৰহি আছে আৰু য'ত বিশ্বমানৱৰ মহাযজ্ঞত আনন্দৰ হোমানলত আমাৰ জীৱনৰ সমস্ত সুখ-দুঃখ, লাভ-ক্ষতিৰ পূণ্য আহুতিৰ দৰে সমৰ্পণ কৰি দিবৰ বাবে আমাৰ অন্তৰৰ মাজত কোনো তপস্বিনীয়ে মহানিষ্ক্ৰমণৰ দুৱাৰ বিচাৰি ফুৰিছে।

# আত্মবোধ

কেইদিনমানৰ আগতে এখন গাঁৱত কোনো এটা বিশেষ সম্প্ৰদায়ৰ দুজন বৈৰাগীৰে সৈতে মোৰ দেখা হৈছিল। মই তেওঁলোকক সুধিছিলো, "তোমালোকৰ ধৰ্ম্মৰ বিশেষত্বটো কি, মোক ক'ব পাৰাণে?" এজনে কলে "কোৱা বৰ টান, সঠিকভাবে ক'ব নোৱাৰি।" ইজনে ক'লে—"ক'ব পাৰি, কিয় নোৱাৰি, কথাটো সহজ। আমি কওঁ যে প্ৰথমেই গুৰুৰ উপদেশ লৈ নিজক জানিব লাগিব। যেতিয়া নিজক জনা যায়, তেতিয়া নিজৰ ভিতৰত থকা তেওঁক পায়।"

মই সুধিলো, "তোমালোকৰ এই ধৰ্ম্মৰ কথা পৃথিৱীৰ সকলোলোককে, সকলো মানুহকে শুনাই নিদিয়াঁ কিয়?" বৈৰগীজনে উত্তৰ দিলে "যাৰ পিয়াহ লাগে, সি নিজেই গংগাৰ ওচৰলৈ আহে।" মই আকৌ সুধিলো, "সেইটো হোৱা জানো দেখিবলৈ পাইছা? কোনোৱা জানো আহিছে? উত্তৰত সেই বৈৰাগীজনে এটা প্ৰশান্ত হাঁহি মাৰি ক'লে—"সকলো আহিব, সকলোৱেই আহিব লগীয়া হ'ব।"

মোৰ মনত ধাৰণা হ'ল, শাস্ত্ৰৰ কোনো জ্ঞান নথকা বংগদেশৰ আওহতীয়া গাঁৱৰ এই বৈৰগীয়েটো মিছা কথা কোৱা নাই। আহিছে, সকলো মানুহেই আহিছে। কোনোতো স্থিৰ হৈ থকা নাই। নিজৰ পৰিপূৰ্ণতাৰ ফালেইটো সকলো যাব লগা হৈছে—আৰু তালৈকে নগৈ যাব কলৈ? আমি সন্তুষ্ট মনেৰে হাঁহি মাৰি ক'ব পাৰোঁ—পৃথিৱীজুৰি সকলোৱে যাত্ৰা কৰিছে। সকলো মানুহে কেৱল নিজৰ উদৰ পুৰাবলৈ আহাৰকে বিচাৰি আছে বুলি আমি ভাবিছো হ'ব পায়? সকলোৱে জানো নিতৌ নিজৰ দৈনন্দিন প্ৰয়োজনৰ চাৰিওফালে ঘূৰি ঘূৰিয়েই জীৱন কটাইছে? নহয়, সেই কথা নহয়। প্ৰতি মুহূৰ্তে পৃথিৱীৰ সকলো মানুহে অন্নবস্ত্ৰৰ কাৰণে, দৈনিক আৱশ্যকীয় সৰু ষৰ-শ শ বিষয়ৰ কাৰণে লৰা ঢপৰা কৰিব লাগিছে; কিন্তু কেৱল সেই আহ্নিক গতিত নিজক প্ৰদক্ষিণ কৰাৰ উপৰিও, জনা বা নজনাকৈয়ে আৰু এখন মহাকাশৰ আৰু এটা ডাঙৰ কেন্দ্ৰৰ চাৰিওফালে এটা বিৰাট কক্ষ পথত ঘূৰিব

লাগিছে। এই কেন্দ্ৰৰে সৈতে যুৰোঁতাজন এক জ্যোতিৰ্ময় নাড়ীৰ আকৰ্ষণত বান্ধ খাই আছে, সেই কেন্দ্ৰৰপৰাই তেওঁ প্ৰাণ পাইছে, পোহৰ পাইছে আৰু এক অদৃশ্য অবিচ্ছিন্ন যোগ সূত্ৰই দুয়োৰে চিৰকলীয়া সংযোগ সাধন কৰিছে। মানুহ অন্নবস্ত্ৰতকৈও গভীৰ প্ৰয়োজনৰ পথেদি যাবলৈ আগবাঢ়িছে। সেই প্ৰয়োজনটোনো কি? ভাৰতৰ তপোবনৰ ঋষিয়ে তাৰ উত্তৰ দিছিল, আৰু বংগদেশৰ গাঁৱৰ বৈৰাগীয়েও তাৰ উত্তৰ দিছে। মানুহে নিজকে জানিবৰ বাবে যাত্ৰা আৰম্ভ কৰিছে, নিজক নাজানিলে নিজতকৈও যিজন অতি আপোন তেওঁক পাবৰ উপাই নাই। সেই কাৰণেই নিজক বিশুদ্ধৰূপে, একান্ত আৰু পৰিপূৰ্ণভাৱে পাবৰ কাৰণে মানুহে কিমান তপস্যা কৰিছে। ল'ৰাকালৰ পৰাই মানুহে নিজৰ প্ৰবৃত্তি শিক্ষিত আৰু সংযত কৰিছে। একো একোটা বিৰাট লক্ষ্যৰ চাৰিওফালে মানুহে নিজৰ সকলোবোৰ ক্ষুদ্ৰ ক্ষুদ্ৰ কামনা বাসনা সংযত কৰিবৰ চেষ্টা কৰি আহিছে। মানুহে এনেকুৱা কিছু-মান আচাৰ অনুষ্ঠানৰ সৃষ্টি কৰিছে, যিবিলাকে অহৰহ সোঁৱৰাব লাগিছে যে দৈনিক জীৱনযাত্ৰাৰ মাজতে মানৱ জীৱনৰ সমাপ্তি নঘটে, সামাজিক আচাৰ-ব্যৱহাৰৰ মাজতে তাৰ অৱসান নহয়। মানুহে এনে এটা বিৰাট নিজক বিচাৰিছে, যি মানুহৰ পাৰিপাৰ্শ্বিকতা, বৰ্তমান আৰু সকলো কামনা বাসনাক অতিক্ৰম কৰি বহুত দূৰলৈ গতি কৰে।

আমাৰ বৈৰাগীয়ে বংগদেশৰ এখন সৰু নৈৰ পাৰৰ জুপুৰীত বহি সেই নিজক বিচাৰিব লাগিছে। আৰু আত্মপ্ৰত্যয়ৰ হাঁহি মাৰি কৈছে এই নিজক বিচাৰি সকলোৱেই আহিব লাগিব। ই কোনো বিশেষ সম্প্ৰদায় আৰু বিশেষ মতৰ কথা নহয়, ই হৈছে সকলো মানুহৰ মাজত যি চিৰন্তন সত্য আছে তাৰেই আহ্বান। কলৰবৰতো শেষ নাই—কিমান কলকাৰখানা, কিমান যুদ্ধ-বিগ্ৰহ, কিমান বাণিজ্য-ব্যৱসায়ৰ কোলাহলে আকাশ ঢাকি পেলাইছে; কিন্তু মানুহৰ অন্তৰৰ সত্যৰ এই আহ্বানক কোনো প্ৰকাৰে তল পেলাব পৰা নাই। মানুহৰ সকলো প্ৰকাৰ ক্ষুধা-তৃষ্ণা, উপাৰ্জ্জনৰ চেষ্টাৰ মাজতো এই সত্য আছে। কিমান ভাষাত এই সত্যই কথা কৈছে কিমান কাল, কিমান দেশত, কিমান বেলেগ বেলেগ ৰূপত কিমান প্ৰকাৰে সকলোবিধ অতি আৱশ্যকীয় প্ৰয়োজনৰ ওপৰত ই জাগ্ৰত হৈ আছে, কিমান যুক্তি-তৰ্কই ইয়াক আঘাত কৰিছে, কিমান সংশয়ে তাক অস্বীকাৰ কৰিছে, কিমান বিকৃতিয়ে তাক আক্ৰমণ কৰিছে—

তথাপি সি জীয়াই আছে। সেই সত্যই কেৱল ক'ব লাগিছে—তোমাৰ 'নিজক' লাভ কৰা। "আত্মানং বিদ্ধি।"

এই 'নিজক' মানুহে সহজে নিজৰ কৰি তুলিব পৰা নাই। সেই কাৰণেই মানুহ সূতা ছিঙি মোৱা ফুলৰ মালাৰ ফুলৰ দৰে এটা এটাকৈ সৰি পৰিব লাগিছে। ধূলিও মিহলি হৈ পৰিছে। কিন্তু যি বিশ্বজগতত মানুহে নিশ্চিন্তে বাস কৰিছে, সেই বিশ্বজগতখনতো প্ৰতিমুহূৰ্তে খহিপৰা নাই; বাগৰি পৰা নাই।

অথচ এই জগতখনতো সহজ বস্তু নহয়। জগতৰ মাজত যিবিলাক শক্তিয়ে কাম কৰিছে, সেই বিলাকক নিৰীহ বুলি ক'ব নোৱাৰি। অতি ক্ষুদ্ৰ একোটা ৰাসায়নিক পৰীক্ষাগাৰত যেতিয়া এখন সৰু মেজৰ ওপৰত আমি নামমাত্ৰ 'গেছ' মুকলি কৰি দি তাৰ লীলাখেলা চাবলৈ ধৰোঁ, তেতিয়া শংকিত হৈ থাকিব লগীয়া হয়। সেইকণ গেছৰ সাৱটা-সাৱটি, ঠেলা ঠেলি মৰা-মৰি যে কিমান অদ্ভুত আৰু কিমান প্ৰচণ্ড সেইটো দেখি বিস্ময়ত অভিভূত হৈ পাৰিব লাগে। গোটেই বিশ্বব্ৰহ্মাণ্ডতে আৱিস্কৃত আৰু আবিস্কাৰ নোহাৱাকৈ থকা কিমান বাষ্প পদাৰ্থই কিমান বিচিত্ৰ প্ৰবৃত্তিৰে এনে কত ঘটনা ঘটাব লাগিছে, সেইটো আমি কল্পনাও কৰিব নোৱাৰোঁ। ইয়াৰ বাহিৰে দেখা যায় জগতৰ মূল শক্তি বিলাক পৰস্পৰ বিৰুদ্ধ। আকৰ্ষণৰ ওলোটা শক্তি বিকৰ্ষণ, কেন্দ্ৰানুগৰ বিপৰীত শক্তি কেন্দ্ৰাতিক। এই সমস্ত বিৰুদ্ধতা আৰু বিচিত্ৰতাৰ বিৰাট লীলভূমি হ'ল এই জগতখন। এই জগতৰ পোহৰতে আমি আয়াস নকৰাকৈ চকু মেলি চাইছো, ইয়াৰ বতাহেৰেই অনায়াসে আমি উশাহ লৈছোঁ আৰু ইয়াৰ জলেস্থলে হেলাৰঙে আমি বিচৰণ কৰিছো। আমাৰ শৰীৰৰ ভিতৰত কত ৰকমৰ কি কাম চলিব লাগিছে, তাৰ ঠিকনা নাই। কিন্তু আমি সকলোবোৰ লগ লগাই অখণ্ড স্বাস্থ্যৰ যোগেদি শৰীৰটো এটা বস্তু বুলি বুজিছো, শৰীৰক হৃংপিণ্ড, মস্তিষ্ক, পাকযন্ত্ৰ প্ৰভৃতিৰ সমষ্টি বুলি ধৰা নাই।

জগতৰ ৰহস্যাগাৰত শক্তিৰ ঘাত-প্ৰতিঘাত যিমান জটিল আৰু ভয়ংকৰ নহওক লাগে, আমাৰ ওচৰত এইবোৰ একেবাৰে সাধাৰণ কথা যেন হৈ পৰিছে। অথচ প্ৰকৃততে জগতখন নো কি সেই বিষয়ে যেতিয়া সন্ধান কৰা হয়, তেতিয়া আৰু তাৰ আদি-অন্ত পোৱা নাযায়।

সকলোৱে জানে যে এসময়ও বস্তুতত্ত্ব সম্বন্ধে বিজ্ঞানে সিদ্ধান্ত কৰিছিল

পৰমাণুতকৈ বস্তুৰ ক্ষুদ্ৰতম অংশ আৰু নাই। সেইবিলাক সূক্ষ্মতম বস্তুৰ যোগবিয়োগেৰে সংসাৰখন হৈছে। কিন্তু বিজ্ঞানৰ সেই মূলবস্তু আৰু আজি মূলবস্তু হৈ থকা নাই। আজি কাৰণৰ মহাসমুদ্ৰৰ ফালে বিজ্ঞান যিমানেই আগ বঢ়িছে, সিমানেই বস্তুতত্ত্বৰ চিনচাব কোনোবা দিগন্তত লোপ হৈ গৈছে। সমস্ত বৈচিত্ৰ্যাত, সমস্ত আকাৰ-আয়তন এটা বিৰাট শক্তিৰ মাজত সীমা হেৰুৱাই আমাৰ ধাৰণাৰ সম্পূৰ্ণ অতীত হৈ উঠিছে।

কিন্তু আচৰিত কথা এয়ে যে যিটো বস্তু এফালেদি আমাৰ ধাৰণাৰ একেবাৰে অতীত, সিয়েই আকৌ অন্য এফালেদি একান্ত সহজভাৱেই আমাৰ ধাৰণাগম্য হৈ আমাৰ আগত প্ৰকাশ হৈছে। এয়ে হৈছে আমাৰ জগতখন। এই জগতত বিজ্ঞানৰ সহায়ত শক্তিক শক্তিৰূপে আমি জানিব লগা হোৱা নাই, আমি এই শক্তিক অতি প্ৰত্যক্ষভাৱে দেখিবলৈ পাইছো—জলস্থল, তৰুলতা, পশুপক্ষী। পানী মানে বাষ্পবিশেষৰ যোগবিয়োগ বা শক্তিবিশেষৰ ক্ৰিয়া-মাত্ৰই নহয়, পানী মানে আমি বুজোঁ আমি চকুৰে দেখা, হাতেৰে ছুব পৰা আমাৰ এটা অতি আপোন বস্তু। পানী আমি খাওঁ, তাৰে গা ধোঁ, নানা-প্ৰকাৰে পানী আমাৰ আপোন। বিশ্বজগত বুলিলেও সেই একে কথা। প্ৰকৃততে বিশ্বজগতৰ এটি ধূলিকণাও যে কি, সেইটো আমি ধাৰণা কৰিব নোৱাৰো, কিন্তু সম্বন্ধৰ ফালৰপৰা বিচাৰ কৰিবলৈ গ'লে গোটেই জগৎ বিচিত্ৰভাৱে আৰু বিশেষভাৱে আমাৰ আপোন।

যাক আয়ত্ত কৰিব নোৱাৰি সেই বস্তুৱে নিজেই আপোন হৈ আমাৰ ওচৰত ধৰা দিছে। সেই বিচিত্ৰশক্তি ইমান আপোন হৈ পৰিছে যে, দুৰ্ব্বল, সাওঁঠ লৰাছোৱালীয়েও এই শক্তিক একান্ত আপোন বুলি ধৰি লৈ ধেমালি-কৰোতে সজা ঘৰৰ দৰে ব্যৱহাৰ কৰিছে; ক'তো একো অসুবিধা হোৱা নাই।

জড়জগতত যেনে, মানুহৰ ক্ষেত্ৰতো সেই একেই। প্ৰাণশক্তি যে কি বস্তু কোৱাৰ উপায় নাই। যিমানেই জানিবৰ কাৰণে আঁৰ কাপোৰ গুচোৱা যায়, সিমানেই সি হয় অচিন্ত্য আৰু অনিৰ্ব্বচনীয়। সেই প্ৰাণ এফালে যিমান ডাঙৰ ৰহস্যৰ মাজতে সোমাই নাথাকক লাগিলে, আনফালে সেই প্ৰাণ আমি কিমান সহজে বহন কৰিব লাগিছো, সেয়ে আমাৰ সকলোতকৈ আপোন প্ৰাণ। পৃথিবীৰ সমস্ত লোকালয়তে বিয়পি প্ৰাণৰধাৰা এই মুহূৰ্ত্তত আগণন জন্ম মৃত্যুৰ মাজেদি বৈ আছে। নতুন নতুন শাখাত ক্ৰমেক্ৰমে প্ৰাণৰ প্ৰবাহে ভীষণ

নিৰ্জ্জনতাক জনপূৰ্ণ কৰি তুলিছে। এই প্ৰাণ প্ৰবাহৰ ওপৰত লক্ষ লক্ষ মানুহৰ দেহৰ তৰংগ কিমান কালৰ পৰা অবিৰামভাৱে অন্ধকাৰৰপৰা সূৰ্য্যৰ পোহৰলৈ উঠিছে, আকৌ সূৰ্য্যৰ পোহৰৰপৰা ঘোৰ অন্ধকাৰলৈ নামি আহিছে! এই প্ৰৱাহে মানুহৰ অন্তৰত কি দীপ্তি, কি বেগৰে নিশ্বাস-প্ৰশ্বাসত নিজকে উচ্ছ্বসিত কৰি ৰাখিছে, নতুন নতুন বিচিত্ৰতাৰে নিজকে বিস্তীৰ্ণ কৰি পেলাইছে। অতলস্পৰ্শ গভীৰতাৰ মাজত যিঠাইত প্ৰাণপ্ৰৱাহৰ ৰহস্য চিৰদিন লুকাই আছে, তালৈ আমাৰ কাৰো প্ৰৱেশ নাই। আকৌ য'ত দেশকালৰ মাজত প্ৰাণৰ প্ৰকাশ নিৰন্তৰ গৰ্জ্জিত আৰু উন্মথিত হৈ আছে, তাতো সি লেশমাত্ৰহে আমাৰ গোচৰত (ইন্দ্ৰিয়গ্ৰাহ্য) আছে, সমগ্ৰ ৰূপ আমি একেলগে দেখিবলৈ পোৱা নাই। কিন্তু আমি জানো সি এতিয়া আছে, ইয়াতে আছে আৰু মোৰ হৈ আছে। সি নিজৰ সকলোখিনি অতীতক নিজতে সামৰি লৈ ভৱিষ্যতকো বহন কৰি আছে। অদৃশ্য হৈয়ো দৃশ্য, এক হৈয়ো বহু, বদ্ধ হৈয়ো মুক্তৰূপে থকা সেই বিৰাট মানৱপ্ৰাণে নিজৰ পৃথিৱী জুৰি থকা ক্ষুধা-তৃষ্ণা, নিশ্বাস-প্ৰশ্বাস, জাৰ-জহ, হৃদয়ৰ টিপ্‌-টিপনি, শিৰা উপশিৰাত বোৱা তেজৰ সোঁতৰ জোৱাৰভাটাৰ মাজেদি দেশ দেশান্তৰত বংশ-বংশানুক্ৰমে বিৰাজ কৰিব লাগিছে। এই অনিৰ্ব্বচনীয় প্ৰাণশক্তিয়ে নিজৰ অপৰিসীম ৰহস্যৰ মাজত সোমাই থাকিও, সদ্যোজাত শিশুৰ ভিতৰতো আপোন হৈ পৰিবলৈ কুণ্ঠিত হোৱা নাই।

সেই কাৰণেই কৈছো, অসংখ্য বিৰুদ্ধতা আৰু বৈচিত্ৰ্যৰ মাজত মহাশক্তিৰ যি অনিৰ্ব্বচনীয় ক্ৰিয়া চলিব লাগিছে, সেয়েই আমাৰ ওচৰত জগতৰূপে, প্ৰাণৰূপে নিতান্ত সহজৰূপে আপোন হৈ ধৰা দিছে। সেইবাবেই আমি কেৱল যে সিহঁতক ব্যৱহাৰ কৰিছো এনে নহয়, ভালো পাইছো। সিহঁতক কোনোমতে এৰিব খোজা নাই। সিহঁত আমাৰ ইমান আপোন যে সিহঁতক য'দি বাদ দিবলৈ যাওঁ, তেন্তে আমাৰ আমিত্ব একেবাৰে বস্তুশূন্য হৈ পৰে।

জগতখনৰ বিষয়ত এনে এটা সহজ সামঞ্জস্য দেখা যায়, কিন্তু য'ত মানুহৰ আমিত্ব তাত এনে সহজ সামঞ্জস্য ঘটোৱা সম্ভৱপৰ হোৱা নাই। মানুহে নিজে নিজক অখণ্ডভাৱে, সমগ্ৰভাৱে, আপোনইছাপে লাভ কৰিব পৰা নাই। যাকে কেন্দ্ৰকৰি সমগ্ৰমানৱৰ ইমান আপোন, তাকেই আপোন কৰা মানুহৰ পক্ষে অত্যন্ত কঠিন।

বাহিৰে-ভিতৰে সকলোতে নানাবিষয়ত মানুহ একেবাৰে উদ্‌ভ্ৰান্ত; তাৰ মাজত থাকিও মানুহে নিজক ধৰিব পৰা নাই, চাৰিওফালে কেৱল টুকুৰা-টুকুৰ হৈ উফৰি পৰিছে। কিন্তু নিজকে তাৰ সকলোতকৈ বেছি দৰ্কাৰ, কিয়নো তাৰ সকলো দুখৰ মূল সি নিজকে নোপোৱাটোৱেই। যেতিয়ালৈকে নিজক পৰিপূৰ্ণভাৱে পোৱা নাযায়, তেতিয়ালৈকে এইটো পোৱা নাই, সেইটো পোৱা নাই, মনত কেৱল এনে ধাৰণা হয়, পালেও একোতে তৃপ্তি নহয়। কিয়নো যেতিয়ালৈকে আমি নিজক লাভ কৰিব নোৱাৰো, তেতিয়ালৈকে কোনো বস্তুকে নিত্যৰূপে পাব নোৱাৰি। তেতিয়া এনে কোনো এটা আধাৰ নাথাকে, যাৰ ভিতৰত সকলোকে স্থিৰেৰে ৰাখিব পাৰি। তেতিয়া আমি কওঁ, সকলো মায়া, সকলো ছায়াৰ দৰে আৰু ছায়াৰ দৰেই নাইকিয়া হৈছে। কিন্তু আত্মাক যেতিয়া লাভ কৰা যায়, নিজৰ ভিতৰত একমাত্ৰ ধ্ৰুৱ বস্তুক ধৰি ৰাখিব পাৰি, তেতিয়াই সেই কেন্দ্ৰক অৱলম্বন কৰি সকলোবোৰ কেন্দ্ৰৰ চাৰিওফালে আপোনা-আপুনি থাকে, তেতিয়া সকলো আনন্দময় হৈ উঠে। নিজক নোপোৱালৈকে যিবোৰ অসত্য হৈ আছিল, নিজক পোৱামাত্ৰেই সেই সকলোবোৰ সত্য হৈ পৰে। মোৰ বাসনা আৰু প্ৰবৃত্তিৰ ওপৰত যিবোৰ মৰীচিকাৰ দৰে পোৱানোপোৱা অৱস্থা দেখা দি কেৱল আঁতৰি আতঁৰি ফুৰে, সেই বিলাকেই মোৰ আত্মাক আকোঁৱালি ধৰি আত্মাৰ আপোন হৈ উঠে। এই বাবে যিজনে আত্মাক পাইছে, তেওঁৰ জলস্থল সকলোতে আনন্দ, সকলো অৱস্থাতে তেওঁৰ আনন্দ, কিয়নো তেওঁ নিজৰ অমৰ আত্মাৰ মাজত সকলো বস্তুকে অমৰ সত্যৰূপে পাইছে। জগতৰ সকলো পদাৰ্থৰ সত্য তেওঁৰ ওচৰত প্ৰকাশ হৈ পৰা বাবে তেওঁ কোনো বস্তুকে ছায়া নোবোলে, মায়াও নোবোলে। তেওঁ নিজে সত্য হৈছে বাবে তেওঁৰ কাৰণে কোনো সত্যই বিশ্লিষ্ট, ছিন্ন বা স্খলিত নহয়। এদেৰে নিজক জনা, সকলোৰে মাজত নিজক পোৱা, নিজৰ সত্য স্বৰূপৰ দ্বাৰা সকলো সত্যোৰে সৈতে লগ লাগি এনে অখণ্ডৰূপ হৈ উঠা, নিজক কেৱল কিছুমান অনুভূতিৰ স্তুপৰূপে নধৰি নিজক বিছিন্ন কিছুমান বিষয়ৰ মাজত বিচাৰি নুফুৰা—এয়ে হৈছে আত্মবোধৰ, আত্মোপলব্ধিৰ লক্ষণ।

পৃথিৱী এদিন বাষ্পময় আছিল। তেতিয়া পৃথিৱীৰ পৰমাণুবিলাক নিজৰ তাপতে বিশ্লিষ্ট হৈ ঘূৰি আছিল। তেতিয়া পৃথিৱীয়ে আজিৰ আকাৰ

লোৱা নাছিল, প্ৰাণো পোৱা নাছিল। তেতিয়া পৃথিৱীয়ে এবোকে জন্ম দিব পৰা নাছিল আৰু কোনো বস্তুকে নিজৰ বুকুত ঠাই দিব পৰাও নাছিল; তেতিয়া নাছিল পৃথিৱীৰ সৌন্দৰ্য্য, নাছিল সাৰ্থকতা; আছিল মাথোঁ তাপ আৰু বেগ। যেতিয়া সেই বিশ্লিষ্ট অণুপৰমাণুবোৰ লগ লাগি একগোট হল, তেতিয়াই পৃথিৱীয়ে জগতৰ গ্ৰহ-নক্ষত্ৰ মণ্ডলীৰ মাজত এক বিশিষ্ট স্থান লাভ কৰিলে আৰু বিশ্বৰ মণিমালাৰ মাজত এটা নতুন মৰকত মণি হৈ পৰিল। আমাৰ চিত্তও তেনেকৈ যেতিয়া প্ৰবৃত্তিৰ তাপ আৰু বেগত কেৱল চাৰিওফালে ঘূৰি ফুৰে, তেতিয়া প্ৰকৃততে একোকে পোৱা নাযায়, একোকে দান কৰিবও নোৱাৰি; যেতিয়া সকলোকে সংযত কৰি লগ লগোৱা হয়, তেতিয়াই একক আত্মক পোৱা যায়। যেতিয়াই সত্য কি আমি জনা হওঁ, তেতিয়াই আমাৰ বেলেগে জনা সকলোবোৰ এক প্ৰজ্ঞাত ঘনীভূত হৈ পৰে, সকলো প্ৰকাৰ বিচ্ছিন্ন বাসনা একমাত্ৰ প্ৰেমত সম্পূৰ্ণ হৈ উঠে আৰু জীৱনৰ সৰু-ডাঙৰ সকলো বিষয় নিবিড় আনন্দত সুন্দৰ হৈ প্ৰকাশ পায়। তেতিয়া মোৰ সকলো চিন্তা, সকলো কামৰ মাজত এক আত্মানন্দৰ অবিচ্ছন্ন যোগ থাকে। তেতিয়াই মই আধ্যাত্মিক ধ্ৰুৱলোকত নিজৰ সত্য প্ৰতিষ্ঠা উপলব্ধি কৰি সম্পূৰ্ণ নিৰ্ভয় হওঁ। মই যে সংসাৰৰ অনিশ্চয়তাৰ মাজত, মৃত্যুৰ আৱৰ্ত্তত ভ্ৰাম্যমান তেতিয়া মোৰ এই ভয় দূৰ হয়। তেতিয়া আত্মাই অতি সহজে বুজে যে সি পৰমাত্মাৰ মাজত চিৰসত্যৰূপে অতি সহজভাৱে যুক্ত হৈ আছে।

সকলোতকৈ সত্য মোৰ এই স্বক মই নিজৰ ইচ্ছাৰ বলত পাব লাগিব। ভীষণ হেঁচা ঠেলাৰ মাজত টনা-আঁজোৰা পাৰ হৈ মোৰ নিজৰ একান্ত সহজ সমগ্ৰতাক সহজ কৰি লব লাগিব। মোৰ ভিতৰৰ এই অখণ্ড সামঞ্জস্যখিনি কেৱল জগতৰ নিয়মৰ দ্বাৰা নঘটে, মোৰ নিজৰ ইচ্ছাৰ দ্বাৰা সম্পাদন হব লাগিব।

এই কাৰণেই মানুহৰ সামঞ্জস্য বিশ্বজগতৰ সামঞ্জস্য দৰে সহজ নহয়। মানুহৰ চেতনা আছে বাবেই মানুহে নিজৰ ভিতৰত থকা সকলো বিৰুদ্ধতাক একেবাৰে আৰম্ভণিৰপৰা অনুভৱ কৰে। বেদনাৰ পীড়াত সেই বিৰুদ্ধ ধৰ্ম্মবিলাক মানুহৰ ওচৰত প্ৰবল হৈ উঠে। নিজৰ ভিতৰৰ বিৰুদ্ধতাৰ দুখ মানুহৰ পক্ষে ইমান প্ৰকাণ্ড হৈ পৰে যে তাতে মানুহৰ চিত্ত প্ৰতিহত হয়; গতিকে কোনো এক বৃহৎ সত্যৰ মাজত এই সকলোবোৰ বিৰুদ্ধতাৰ বৃহৎ

সমাধান আছে, সমস্ত দুখ বেদনাৰ আনন্দময় পৰিণাম আছে—এই কথা মানুহে সহজে নেদেখে। আমি সকলো বিষয়ৰে আৰম্ভণিৰপৰাই দেখিছোঁ যে য'তে আমাৰ সুখ আছে তাতে আমাৰ মংগল নাই। যিটো আমি মংগল বুলি জানো, তাত চাৰিওকালৰ পৰা বাধা। মোৰ শৰীৰৰ দাবী সকলো সময়ত মোৰ মনৰ দাবীৰে সৈতে নিমিলে। মোৰ নিজা দাবী অনেক সময়ত সমাজৰ দাবীৰ বিৰোধী। মোৰ বৰ্ত্তমানৰ দাবীয়ে মোৰেই ভবিষ্যতৰ দাবী অস্বীকাৰ কৰিব খোজে। অন্তৰ-বাহিৰ সকলোতে মানুহে এই দুঃসহ বাধা-বিৰোধ আৰু নানা প্ৰকাৰে যোগসূত্ৰ ছিন্ন হৈ থকা অৱস্থাৰ মাজত বাস কৰিব লাগে। অন্তৰ আৰু বাহিৰত এনে ধৰণৰ ঘোৰ অসামঞ্জস্যৰ দ্বাৰা আক্ৰান্ত হোৱা বাবেই মানুহে একান্তমনে নিজৰ প্ৰাণশক্তিক প্ৰাৰ্থনা কৰিব লাগিছে। যি শক্তিয়ে মানুহৰ এই সকলো বিক্ষিপ্ততাক লগলগাই এক কৰি দিব, সহজ কৰি দিব, এই শক্তিৰ প্ৰতিয়েই কেৱল মানুহে নিজৰ বিশ্বাস আৰু লক্ষ্য স্থিৰ কৰিব খুজিছে। মানুহে নিজৰ অন্তৰ বাহিৰৰ মাজৰ এই বিৰাট বিক্ষিপ্ততাৰ প্ৰতিদিনেই বৃহৎ ঐক্য সাধনৰ চেষ্টা কৰিছে। সেই চেষ্টাই হৈছে মানুহৰ জ্ঞান-বিজ্ঞান, সমাজ-সাহিত্য, ৰাষ্ট্ৰনীতি। সেই চেষ্টাই হৈছে ধৰ্ম্ম, কৰ্ম্ম, পূজা অৰ্চ্চনা। সেই চেষ্টাই মানুহৰ কেৱল তাৰ নিজৰ স্বভাৱ, নিজৰ সত্য জনাই দিছে। সেই চেষ্টা অলপ সফল হৈছে, অলপ বিফল হৈছে ; বাৰে বাৰে ভাগি পৰিছে, কিন্তু বাৰে বাৰে গঢ়ি উঠিছে। বাৰে বাৰে ভাগি পৰা আৰু গঢ়ি উঠাৰ মাজতে মানুহে নিজৰ স্বাভাৱিক ঐক্য চেষ্টাৰ দ্বাৰা নিজৰ ভিতৰৰ সেই এক বস্তুক ক্ৰমে স্পষ্টভাৱে দেখিবলৈ ধৰিছে আৰু সংসাৰৰ কাৰ্য্যাৱলীতো সেই মহান এক ক্ৰমে অধিক স্পষ্ট হৈ পৰিছে। সেই এক যিমানেই স্পষ্ট হৈছে, সিমানেই মানুহে জ্ঞান, কৰ্ম্ম আৰু প্ৰেমত ক্ষুদ্ৰ বিচ্ছিন্নতা এৰি ভূমাৰ আশ্ৰয় লৈছে।

সেয়েহে কৈছো যে মানুহে ঘূৰি পকি ভুলে শুদ্ধই যি কৰিব লাগিছে সকলোৰে মূলতে আছে আত্মবোধৰ সাধনা। তেওঁ যিহকেই নিৰ্বিচাৰক, বিচাৰিছে মাথোঁ নিজক জানিবলৈ, হয়তো জানি শুনিয়েই বিচাৰিছে, হয়তো বা নজনাকৈয়ে বিচাৰিছে। বিশ্ব ব্ৰহ্মাণ্ডৰ সকলো বস্তুকে বিৰাটভাৱে একে ঠাইতে মিলাই মানুহে আত্মাৰ এক অখণ্ড উপলব্ধি লাভ কৰিব খোজে। মানুহে এক প্ৰকাৰে বুজিছে যে প্ৰকৃত বিৰোধ কতো নাই, বিচ্ছিন্নতাও সত্য

নহয়। অবিৰোধৰ মাজত নিৰন্তৰ বাজি উঠা এটা বিশ্বসংগীত প্ৰকাশ কৰিবৰ বাবেই বিৰোধ আৰু তাতে তাৰ সাৰ্থকতা। এই মিলন সংগীতেই পৰিপূৰ্ণ আনন্দ। নিজৰ ইতিহাসত মানুহে কেৱল সেই একেটা তানৰে সাধনা কৰিব লাগিছে; ইফালে সুৰ যিমান লাগে আঁতৰি যাওক তথাপি বিৰাম নাই। উপনিষদৰ বাণীৰে তেওঁ কেৱল কব লাগিছে "তমেবৈকং জানথ আত্মানম্।" এই একক জানা, সেই আত্মাক জানা। "অমৃতস্যৈষ সেতুঃ।" এয়ে অমৃতৰ সেতু।

নিজৰ ভিতৰত সেই একক লাভ কৰি মানুহ যেতিয়া ধীৰ হয়, তেতিয়া তেওঁৰ প্ৰবৃত্তি শান্ত হয়, সংযত হয়, তেতিয়া তেওঁৰ বুজিবলৈ বাকী নাথাকে যে সেই একে কাক বিচাৰিছে। মানুহৰ প্ৰবৃত্তিয়ে নানা বিষয় বিচাৰি ঘূৰি ফুৰে। কিয়নো নানা বিষয় লৈয়ে মানুহ জীয়াই থাকে, নানা বিষয়েৰে সৈতে যোগ হোৱাতে মানুহৰ সাৰ্থকতা। কিন্তু যিটো হৈছে মানুহৰ এক, মানুহৰ নিজ, সি স্বভাৱতে এটা অসীম এক, এটা অসীম নিজ বিচাৰে; নিজৰ ঐক্যৰ মাজত অসীম ঐক্যৰ অনুভৱ কৰিব পাৰিলেই তাৰ সুখৰ স্পৃহাই শান্তি লাভ কৰে। তাকে উপনিষদে কৈছে—"একং ৰূপং বহুধা যঃ কৰোতি।" যি জনে একে ৰূপকে বহু প্ৰকাৰে প্ৰকাশ কৰিছে। "তম্ আত্মস্থং যে অনুপশ্যন্তি ধীৰাঃ"—তেওঁক যি সকল ধীৰ লোকে আত্মস্থ ৰূপে দেখে, অৰ্থাৎ যিসকলে তেওঁক নিজৰ একৰ মাজত এক ৰূপে দেখে, "তেষাং সুখং শাশ্বতং নেতৰেষাম্' তেওঁলোকৰে সুখ নিত্য, আৰু কাৰো নিত্য সুখ নাই।

আত্মাৰে সৈতে একেলগে পৰমাত্মাক দেখা ই এটা অতি সহজ দৃষ্টি। ই একেবাৰে যুক্তিতৰ্কৰ দৃষ্টি নহয়। ই হৈছে—দিৱীৱ চক্ষুৰাততম্" চকুৰে যেনেকৈ অতি সহজে আকাশত বিস্তীৰ্ণ পদাৰ্থ দেখে ইয়ো তেনে দেখা। আমাৰ চকুৰ স্বভাৱ এই যে আমি কোনো বস্তুকে খণ্ড খণ্ডকৈ নেদেখোঁ একেলগে গোটেই বস্তুটোকে দেখো। সি "স্পেকট্ৰাস্কোপ" যন্ত্ৰৰ যোগেদি দেখাৰ দৰে নেদেখে, সি সকলোকে নিজৰ ভিতৰত সুমাই লৈ আপোন কৰি দেখে। আমাৰো আত্মবোধৰ দৃষ্টি যেতিয়া মুকলি হয়, তেতিয়া সেই দৃষ্টিয়েই নিজক এক কৰি আৰু পৰম একেৰে সৈতে আনন্দৰূপত মিলিত কৰি দেখে। এইদৰে একেলগ কৰি দেখাটোৱেই ইয়াৰ স্বাভাৱিক ধৰ্ম্ম। সেই পৰম-আত্মা আমাৰ অতি আপোন। সেই পৰম-আত্মাক যদি আপোন ৰূপে জনা নাযায়,

তেনেহলে তাক অন্যৰূপে অনেক প্ৰকাৰে জানিলেও জনা নহয়। জ্ঞানেৰে জনাক আপোনৰূপে জনা নোবোলে। ই ঠিক তাৰ ওলোটা। জ্ঞানে স্বাভা-ৱিকতে পৃথক কৰি জানে, আপোনৰূপে জনাৰ শক্তি জ্ঞানৰ নাই।

উপনিষদে কৈছে—"এষদেবো বিশ্বকৰ্ম্মা" এই দেৱতা বিশ্বকৰ্ম্মা। বিশ্বৰ অসংখ্য কামত নিজক অসংখ্য প্ৰকাৰে প্ৰকাশ কৰিছে। কিন্তু তেঁৱেই "মহাত্মা সদা জনানাং হৃদয়ে সন্নিৱিষ্টঃ" মহান্ আপোন ৰূপে, পৰম একৰূপে মানুহৰ হৃদয়ত সদায় সন্নিবিষ্ট আছে। "হৃদা মণীষা মনসাভিক্লৃপ্তো য এতত্ —সেই হৃদয়ৰ যি জ্ঞান, যি জ্ঞান একেবাৰে সংশয়ৰহিত অব্যবহিত জ্ঞান, সেই জ্ঞানৰ যোগেদি যিসকলে এওঁক পায়, "অমৃতাস্তে ভৱন্তি" তেওঁলোকেই অমৃত হয়।

আমাৰ চকুৱে যেনেকৈ একেবাৰতে দেখে, আমাৰ হৃদয়েও সেইদৰে একে-বাৰতে অনুভৱ কৰে। মধু ভাল লাগে, ৰুদ্ৰক ভীষণ বুলি বোধ হয়, সেই বোধৰ বাবে হৃদয়ে অলপো চিন্তা কৰিব নালাগে। আমাৰ সেই হৃদয়ে যেতিয়া নিজৰ স্বাভাৱিক সংশয়ৰহিত বোধশক্তিৰ দ্বাৰা পৰম একক বিশ্বৰ মাজত আৰু নিজৰ মাজত প্ৰত্যক্ষভাৱে উপলব্ধি কৰে, তেতিয়া মানুহ চিৰদিনৰ কাৰণে ৰাচি যায়। যোৰা দি দি অনন্ত কালেও একক পোৱা সম্ভৱ নহয়, কিন্তু হৃদয়ৰ সহজ জ্ঞানত এক মুহূৰ্ত্ততে সেই একক আপোনৰূপে পোৱা যায়। সেই কাৰণেই উপনিষদে কৈছে তেওঁ আমাৰ হৃদয়ত সন্নিবিষ্ট। সেই বাবেই ৰসৰূপে, আনন্দৰূপে তেওঁক কোনো ব্যৱধান নথকাকৈ পাওঁ। অন্য কোনো প্ৰকাৰেই তেওঁক পোৱাৰ উপায় নাই।

যতো ৰাচো নিৱৰ্ত্তন্তে অপ্ৰাপ্য মনসা সহ।
আনন্দং ব্ৰহ্মণো ৱিদ্বান ন ৱিভেতি কুতশ্চন॥

বাক্য আৰু মন যাক নেপাই ঘূৰি আহে, সেই ব্ৰহ্মানন্দ, হৃদয়ে যেতিয়া বোধ কৰে তেতিয়া আৰু তাৰ একোলৈকে ভয় নাথাকে। এই সহজ বোধ টোৱেই হৈছে প্ৰকাশ—এইটো জনাৰঃকথা নহয়; পোহৰ যেনেকৈ একেবাৰতে প্ৰকাশ হয়, ইয়ো তেনেকুৱা কথা। ৰাতি পুৱালে পোহৰ বিচাৰি কলৈকো যাব নালাগে, জ্ঞানীৰ ওচৰত হাত যোৰ কৰিবগৈও নালাগে, মাত্ৰ যিবিলাক প্ৰতিবন্ধক আছে, সেই বিলাক দূৰ কৰিব লাগিব। দুৱাৰ মোকোলাব লাগিব আৰু লগে লগে পোহৰ অখণ্ড হৈ প্ৰকাশ হব।

সেই কাৰণে মানুহৰ এই প্ৰাৰ্থনাই গভীৰতম প্ৰাৰ্থনা "আৱিৰাবীৰ্ম এধি" হে আবিঃ, হে প্ৰকাশ, তুমি মোৰ অন্তৰত প্ৰকাশ হোৱাঁ। মানুহৰ যি দুখ, সি অপ্ৰকাশৰ দুখ, যিজন প্ৰকাশময় তেওঁ এতিয়াও তেওঁৰ অন্তৰত প্ৰকাশ হোৱা নাই। তেওঁৰ অন্তৰত এতিয়াও বহুত ঢাকনি আছে। এতিয়াও তেওঁৰ অন্তৰত বিৰোধৰ অন্ত নাই, এতিয়াও তেওঁ নিজৰ প্ৰকৃতিৰ নানা অংশৰ ভিতৰত সম্পূৰ্ণ সামঞ্জস্য স্থাপন কৰিব পৰা নাই। এতিয়াও তেওঁৰ এটা ভাগে এটা ভাগৰ বিৰুদ্ধে বিদ্ৰোহ কৰিছে, তাৰ স্বাৰ্থৰে সৈতে পৰমাত্মাৰ মিল হোৱা নাই, এই উচ্ছৃংখলতাৰ মাজত যি আবিঃ (প্ৰকাশ) তাৰ আৱিৰ্ভাব পৰিস্ফুট হৈ উঠা নাই। ভয়, দুখ, শোক, অৱসাদ, অকৃতাৰ্থতা সকলো লগ লাগিছে, যিখিনি হাতৰপৰা গৈছে, তাৰ বাবে বেদনা, যিখিনি হাতলৈ আহিব তাৰ ভাৱনাই মন উগুল থুগুল কৰিছে। নিজৰ অন্তৰ-বাহিৰ সকলোকে লৈ জীৱন প্ৰসন্ন হৈ পৰা নাই। এই কাৰণেই মানুহৰ প্ৰাৰ্থনা— "ৰুদ্ৰ যত্তে দক্ষিণং মুখং তেন মাং পাহি নিত্যম্।" হে ৰুদ্ৰ, তোমাৰ প্ৰসন্ন মুখৰ দ্বাৰা মোক সদায় ৰক্ষা কৰাঁ। য'ত আবিঃ'ৰ আৱিৰ্ভাৱ সম্পূৰ্ণৰূপে নাই, তাত প্ৰসন্নতাও নাই। যি দেশত 'আবিঃ'ৰ আৱিৰ্ভাব বাধাগ্ৰস্ত, সেই দেশৰপৰা প্ৰসন্নতাও আঁতৰি গৈছে, যি ঘৰত তাৰ আৱিৰ্ভাৱত বাধা পৰে, সেই ঘৰত ধনধান থাকিলেও শ্ৰী নাই। যি চিত্তত তাৰ প্ৰকাশ ঢাক খাই পৰিছে সেই চিত্ত দীপ্তিহীন, প্ৰতিষ্ঠাহীন, সি কেৱল পানীত পুণিৰ দৰে ওপঙি ফুৰিছে। এই কাৰণেই মানুহে যিহকে প্ৰাৰ্থনা নকৰক লাগে, তাৰ আচল প্ৰাৰ্থনাই হ'ল—"অৱিৰাবীৰ্ম এধি।" হে প্ৰকাশ, মোৰ অন্তৰত তোমাৰ প্ৰকাশ সম্পূৰ্ণ হওক। মানুহৰ সকলো ভয়তকৈ পাপলৈ ভয় বেছি। সেই জনে (পাপীয়ে) নিজৰ সকলোখিনি পৰম একৰ সুৰত মিলাব পৰা নাই; অমিলৰ পৰা যে সুৰ নিমিনল, সেই পাপেই তাক আঘাত কৰে। মানুহৰ নানা অংশ নানা ফালে যেতিয়া বিক্ষিপ্ত হৈ পৰে, তাৰ ভিতৰৰে এটা অংশই যেতিয়া আন সকলোবোৰ অংশক চেৰ পেলাই উৎপাতৰ আকাৰ ধাৰণ কৰে, তেতিয়া তেওঁ নিজক এই পৰম একৰ শাসনৰ তলত নাই বুলি ভাবে; তেতিয়াই বিচ্ছিন্নতাৰ বেদনাত কান্দি কান্দি তেওঁ কয়—"মা মা হিংসীঃ।" মোক আঘাত নকৰিবা, আঘাত নকৰিবা। "বিশ্বানি দেৱ সবিতু দুৰিতানি পৰাসুৱ।" মোৰ সকলো পাপ দূৰ কৰা, তোমাৰ

সৈতে মোৰ সমগ্ৰক মিলাই দিয়া, তেতিয়া হলে মোৰ নিজৰ মাজত মোৰ মিল হব, সকলোৰে মাজত মোৰ মিল হব, মোৰ অন্তৰত তোমাৰ প্ৰকাশ পৰিপূৰ্ণ হব, জীৱনৰ সকলো বুদ্ৰতা প্ৰসন্নতাৰে দীপ্তিমান্ হৈ উঠিব।

মানুহৰ নানা জাতি আজি কালি নানা অৱস্থাৰ ভিতৰত আছে। সকলোৰে জ্ঞান বুদ্ধিৰ বিকাশ একে ৰকমৰ নহয়। মানুহৰ ইতিহাস বিচিত্ৰ, সভ্যতাও বেলেগ বেলেগ। কিন্তু যি জাতিয়ে যেনেকুৱা পৰিণতিয়েই লাভ নকৰক লাগিলে, সকলোৱে কিবা নহয় কিবা ৰূপত নিজতকৈ ডাঙৰ নিজা কিবা এটা বিচাৰিছে। এনেকুৱা ডাঙৰ কিবা এটা, যিটোৱে সেই জাতিৰ সকলোখিনি নিজৰ ভিতৰত সুমাই লৈ সকলোকে এক কৰিব পাৰে আৰু জীৱনক অৰ্থদান কৰিব পাৰে। যিখিনি তেওঁ পাইছে সেইখিনি তেওঁৰ প্ৰতিদিনৰ সামগ্ৰী, যিবিলাক লৈ তেওঁ দৈনিক জীৱনযাত্ৰা নিৰ্বাহ কৰিব লাগে, যিখিনি তেওঁৰ বেহানি, সেই সকলোবোৰ তেওঁক লাগিবই; ইয়াৰ লগতে যিখিনি তেওঁৰ শক্তিৰ অতীত, যিখিনি তেওঁৰ দেখাশুনা, খোৱা আৰু পোৱাতকৈ বেছি, যি তেওঁক নিজকে অতিক্ৰম কৰি যাবলৈ আকৰ্ষণ কৰে, যি তেওঁক দুঃসাধ্যৰ ফালে হাত বাউল দি মাতে, যি ত্যাগ কৰিবলৈ তেওঁক শিকায়, যি তেওঁৰ পূজা গ্ৰহণ কৰে, মানুহে তাকেই অন্তৰত উপলব্ধি কৰিবলৈ বিচাৰিছে। তাকে নিজৰ সকলো সুখ-দুখতকৈ ডাঙৰ বুলি মানি লৈছে। মানুহে বুজিছে মানুহৰ মনুষ্যত্বৰ বিকাশ সেই ফালেহে হয়; দৈনন্দিন জীৱনৰ খোৱা লোৱা, লাভ-লোকচান, আৰামৰ মাজত নহয়। সেই ফাললৈকে চাই—মানুহে দুই হাত দাঙি চিঞৰি কব লাগিছে—"আৱিৰাৱীৰ্ম এধি।" হে প্ৰকাশ, তুমি মোৰ মাজত প্ৰকাশ হোঁৱা। সেইফালে চায়েই মানুহে বুজিব পাৰিছে, মানুহৰ মনুষ্যত্ব দৈনন্দিন জীৱনৰে সৰু সৰু কামৰ মাজত ঢাক খাই পৰিছে, প্ৰবৃত্তিৰ আকৰ্ষণত বিচ্ছিন্ন হৈ পৰিছে। তাক মুক্ত কৰিব লাগিব, তাক (পৰমপুৰুষেৰে সৈতে) যুক্ত কৰিব লাগিব। সেই ফালে চাই মানুহে এহাতে নিজৰ দীনতা আৰু আনহাতে নিজৰ সুমহৎ অধিকাৰ চকুৰ আগতে দেখিবলৈ পাইছে। সেইফালে চাওঁতেই মানুহৰ কণ্ঠত চিৰকাল নানাসুৰে নানাৰূপে ধ্বনি উঠিছে—"অৱিৰাৱীৰ্ম এধি।" হে প্ৰকাশ, তুমি মোৰ অন্তৰত প্ৰকাশ হোৱাঁ। মানুহে প্ৰকাশ বিচাৰে, ভূমাকে নিজৰ মাজত প্ৰকাশ হোৱাটো বিচাৰে। এই প্ৰকাশ মানুহৰ আহাৰ-বিহাৰ আন

নালাগে প্ৰাণতকৈও শ্ৰেষ্ঠ। এই প্ৰকাশেই হ'ল মানুহৰ প্ৰাণৰো প্ৰাণ, মনৰো মন। এই প্ৰকাশেই মানুহৰ সমগ্ৰ অস্তিত্বৰ সাৰ।

মানুহৰ জীৱনত ভূমাৰ এই উপলব্ধিক পূৰ্ণতৰ কৰিবলৈকে পৃথিৱীত মহাপুৰুষসকলৰ আৱিৰ্ভাৱ। মানুহৰ অন্তৰত ভূমাৰ প্ৰকাশ কেনেকৈ হয়, সেইখিনি কৰিবলৈকে মহাপুৰুষসকল পৃথিৱীলৈ আহে। এই প্ৰকাশ সৰ্বাংগীণ ৰূপে কোনো ভক্তৰ অন্তৰত প্ৰকাশ হৈছে বুলি কোৱা টান। কিন্তু মানুহৰ অন্তৰত এই প্ৰকাশ ক্ৰমে ক্ৰমে পৰিপূৰ্ণ কৰি তোলাই মহাপুৰুষসকলৰ কাম। অসীমৰ মাজত সকলো ফালে মানুহৰ অখণ্ড আত্মোপলব্ধিৰ পথ মহাপুৰুষ সকলে সুগম কৰি দিছে। তেওঁলোকে তাল-লয় আদিৰ সু-সমন্বয়ত গোটেই গীতটো সঞ্জীৱিত কৰিব নোৱাৰিলেও তাৰ মূল সুৰটো শুদ্ধকৈ ৰাখিছে আৰু সেই সুৰটো সকলোকে জনাই দিছে।

ভক্তই অসীমক মানুহৰ অন্তৰলৈ নমাই আনি মানুহৰ আপোন কৰি তোলে। আমি আকাশ, সাগৰ, পৰ্বত, জ্যোতিষ্ক সকলোতে বিশ্বব্যাপি থকা অমোঘ নিয়মতন্ত্ৰৰ মাজত অসীমক দেখোঁ, কিন্তু তাত অসীমক আমি ওচৰৰপৰা নেদেখোঁ। কিন্তু মানুহৰ মাজত অসীমৰ প্ৰকাশ হলে, অসীমক আমি সকলো ফালৰ পৰাই দেখোঁ, অতি অন্তৰংগভাৱে দেখো। সেই দেখা— হৈছে ইচ্ছাৰ মাজত ইচ্ছাক দেখা। জগতৰ নিয়মৰ মাজত আমি শক্তি দেখিবলৈ পাওঁ, কিন্তু ইচ্ছা শক্তিক ইচ্ছাৰ বাহিৰে আৰু কত দেখিবলৈ পাম? ভক্তৰ ইচ্ছাই যেতিয়া ভগৱানৰ ইচ্ছাক জ্ঞান প্ৰেম আৰু কৰ্মত প্ৰকাশ কৰে, তেতিয়া যি অপৰূপ বস্তু দেখা পোৱা যায়, তেনে আৰু কত দেখিবলৈ পাম? বায়ু, বৰুণ, সূৰ্য্য, অগ্নি—এইবিলাক যিমানেই উজ্জ্বল হওক, যিমানেই ডাঙৰ আৰু প্ৰবল হওক, ইবিলাকে এই প্ৰকাশক দেখুৱাব নোৱাৰে। ইবিলাকে শক্তিক দেখুৱায় কিন্তু শক্তিক দেখুওৱাত বন্ধন আৰু পৰাভৱ আছে। ইবিলাকে নিয়মৰপৰা চুলি এডালমানো লৰচৰ কৰিব নোৱাৰে। ইবিলাক আচলতে যি হৈ আছে সেই একে হৈ থকাৰ বাহিৰে উপায় নাই, কিয়নো ইবিলাকৰ লেশমাত্ৰও ইচ্ছা শক্তি নাই। এনেকুৱা জড়যন্ত্ৰৰ মাজত আনন্দপূৰ্ণ ইচ্ছাৰ প্ৰকাশ হব নোৱাৰে।

মানুহৰ মাজত ঈশ্বৰে এই ইচ্ছাৰ ঠাইখিনিতে নিজৰ সৰ্বশক্তি সংহৰণ কৰিছে। ইয়াতেই ঈশ্বৰে মানুহক ঈশ্বৰতকৈ কিছু স্বতন্ত্ৰ কৰি দিছে আৰু

সেই স্বাতন্ত্র্যত ঈশ্বৰে নিজ শক্তি প্রয়োগ নকৰে। স্বাধীনতাৰ এই ক্ষেত্ৰত দাসৰ সৈতে প্রভুৰ সম্বন্ধ নাই, আছে প্রিয়ৰ সৈতে প্রিয়ৰ মিলন। ইয়াতে হয় সকলোতকৈ ডাঙৰ প্রকাশ, ইচ্ছাৰ প্রকাশ, প্রেমৰ প্রকাশ। সেই ক্ষেত্ৰত আমি তেওঁক (ঈশ্বৰক) মানিবও পাৰোঁ, নেমানিবও পাৰোঁ। তাত আমি তেওঁক আঘাত দিব পাৰোঁ। সেই ক্ষেত্ৰত আমি ইচ্ছাপূর্বক তেওঁৰ ইচ্ছা গ্রহণ কৰিম, প্রেমেৰে তেওঁৰ প্রেম স্বীকাৰ কৰিম—এই এটা ডাঙৰ সুবুঙা আৰু অপেক্ষা ইয়াত আছে। বিশ্বব্রহ্মাণ্ডৰ কেৱল এই ঠাইখিনিয়েই সর্ব-শক্তিমানৰ সিংহাসন নপৰাকৈ খালি হৈ আছে। কিয়নো ইয়াতে পতা হ'ব প্রেমৰ আসন।

খালি হৈ থকা এই ঠাইখিনিতে যিমান অসত্য, অন্যায়, পাপ মলিনতা গোট খাবলৈ সুযোগ ঘটিছে। ইচ্ছা কৰিয়েই তেওঁ এইখিনিৰপৰা অলপ আঁতৰি আছে। এইখিনিতে মানুহ ইমান বীভৎস হৈ উঠিব পাৰে যে আমি একান্ত সংশয়ত কওঁ; যদি জগতৰ ঈশ্বৰ থাকিলেহেঁতেন, তেনেহলে এনেকুৱা হ'বলৈ নাপালেহেঁতেন। আচলতে সেই ঠাইত ঈশ্বৰ লুকাই আছে, তেওঁ মানুহক এৰি দিছে এইখন ৰাজ্য। এই ৰাজ্যত ঈশ্বৰৰ নিয়ম যে একেবাৰে লোপ পাইছে এনে নহয়, বেলেগ ৰূপত আছে। কেচুৱাই থিয় দঙা দি নিজে নিজে খোজ লোৱাৰ সময়ত যেনেকৈ মাক ওচৰতে থাকি হাতেৰে কেচুৱাক ধৰি নাথাকে, পৰি ধৰি অলপ খুন্দা-খুন্দলি খাবলৈ এৰি দিয়ে, ইয়ো তেনে-কুৱাই। মানুহৰ ইচ্ছাৰ ক্ষেত্ৰত অন্তর্যামী থাকিও নাই। এই বাবেই সেই ঠাইকণতে আমি আঘাত কৰো আৰু আঘাত পাওঁ, ধূলি মাকতিৰে আমি লেতেৰা হৈ পৰোঁ। তাত আমাৰ সংশয়, সন্দেহ আৰু সংঘাতৰ শেষ নাই, তাতে আছে যত মানে পাপ। তাৰ পৰাই মানুহৰ প্রার্থনাৰ কৰুণ সুৰ উঠিছে :—

আৱিৰাবীর্ম এধি। হে প্রকাশ, মোৰ অন্তৰত তোমাৰ প্রকাশ পৰিপূর্ণ হৈ উঠক।

বৈদিক ঋষিৰ এই প্রার্থনাকে বংগদেশৰ বাটে ঘাটে শুনা যায় সাহিত্যত ঠাই নোপোৱা গানত, শুনা যায় নিৰক্ষৰ বৈৰাগীৰ কণ্ঠত। বংগদেশৰ নিতান্ত সৰলচিত্তৰ সৰল সুৰৰ গান : "গুৰিয়াল, তোমাৰ ৰঠা লৈ যোৱা, মই আৰু বাব নোৱাৰিলোঁ।

তোমাৰ গুৰি বঠা তুলি ধৰা। তোমাৰ এই ঠাইলৈ তুমি আহাঁ। মোৰ নিজৰ ইচ্ছাৰে মই নোৱাৰি ভাগৰি পৰিলোঁ। তোমাৰ মোৰ ভিতৰত থকা ব্যৱধানত তুমি মোক অকলে নেৰিবা। হে প্ৰকাশ, সেই ঠাইত তোমাৰ প্ৰকাশ পৰিপূৰ্ণ হৈ উঠক।

ইমানখিনি বিৰোধ, ইমান অসত্য, ইমান জড়তা আৰু ইমান পাপ পাৰ হৈ যাব পৰিলেহে ভক্তৰ মাজত ভগৱানৰ প্ৰকাশ সম্পূৰ্ণ হয়। জড় জগততো ভগৱানৰ প্ৰকাশত বাধা নোহোৱা নহয়। বাধা নহলে প্ৰকাশ হবই নোৱাৰে। জড়জগতত ভগৱানৰ নিয়মেই ভগৱানক প্ৰকাশ কৰি তুলিছে, এই নিয়ম ভগৱানে মানি লৈছে। আমাৰ মনোৰাজ্যতো য'ত ভগৱানে প্ৰেমৰ মিলন প্ৰকাশ কৰে, তাত প্ৰকাশৰ বাধা তেওঁ স্বীকাৰ কৰি লৈছে, সেয়ে হৈছে আমাৰ স্বাধীন ইচ্ছা। এই বাধাৰ মাজেদি যেতিয়া প্ৰকাশ সম্পূৰ্ণ হয়, যেতিয়া ইচ্ছাৰে সৈতে ইচ্ছা, প্ৰেমেৰে সৈতে প্ৰেম, আনন্দেৰে সৈতে আনন্দ মিলি যায়, তেতিয়া ভক্তৰ অন্তৰত ভগৱানৰ এনে আৱিৰ্ভাৱ হয়, যিটো আৰু আন কতো সম্ভৱ নহয়।

এই কাৰণেই আমাৰ দেশত ভক্তৰ ইমান গৌৰৱ কৰা হৈছে যে অন্যদেশৰ লোকে এনে কথা উচ্চাৰণ কৰিবলৈকে সংকোচ কৰে। যিজন আনন্দময় আৰু যি নিজকে প্ৰকাশ কৰে, সেই প্ৰকাশত যাৰ আনন্দ, সেইজনাই নিজৰ আনন্দ বিশুদ্ধ আনন্দৰূপে ভক্তৰ জীৱনত প্ৰকাশ কৰে। এনে প্ৰকাশৰ বাবে তেওঁ ভক্তৰ ইচ্ছালৈ বাট চাই থাকিব লগা হয়, নিজৰ ইচ্ছা তাত প্ৰবল নহয়। ৰজাৰ পিয়দাই প্ৰেমৰ ৰাজ্যত ভৰি দিব নোৱাৰে। প্ৰেমৰ বাহিৰে প্ৰেমৰ গতি নাই। এই কাৰণেই ভক্তই যিদিনা নিজৰ অহংকাৰ বিসৰ্জ্জন দি ইচ্ছাপূৰ্বক নিজৰ ইচ্ছা ভগৱানৰ ইচ্ছাৰে সৈতে মিলাই দিয়ে, সেই দিনাই মানুহৰ অন্তৰত ভগৱানৰ আনন্দৰ প্ৰকাশ সম্পূৰ্ণ হয়।

সেই প্ৰকাশ তেওঁ বিচাৰিছে। সেই কাৰণে মানুহৰ হৃদয়ৰ দুৱাৰত নিতৌ ভগৱানৰ নতুন সৌন্দৰ্য্যই দেখা দিয়ে। তেওঁৰ ৰস মাধুৰী কিমান প্ৰকাৰে আমাৰ চিত্তলৈ আহি ভুমুকি মাৰে! নিদ্ৰামগ্ন মানুহক সমগ্ৰ প্ৰকৃতিক জগাই তুলিবৰ বাবে বিপদ-মৃত্যু, দুখ-শোক, সকলো বোৰে ক্ষণে ক্ষণে আলোড়ন তোলে। তেওঁ প্ৰকাশ বিচাৰিছে; সেই কাৰণে আমাৰ চিত্তয়ো সকলো বিস্মৃতি আৰু সকলো অসাৰতাৰ

মাজত গভীৰভাৱে সেই প্ৰকাশক বিচাৰিছে। প্ৰাৰ্থনা কৰিছে : আবিৰাৱীৰ্ম এধি।

আমাৰ দেশৰ ভক্তি-শাস্ত্ৰৰ এই স্পৰ্ধাৰ কথা, অৰ্থাৎ অনন্তৰ ইচ্ছা আমাৰ ইচ্ছাৰ ওচৰলৈ অহাৰ কথা, আজি-কালি অন্যদেশৰ অন্যভাষাতো তাৰ আভাস দেখা যায়। সিদিনা এজন ভক্ত ইংৰাজ কবিৰ কৱিতাত এই কথাকে দেখিলো। তেওঁ ভগৱানক মাতিছে—

Thou hast need of thy meanest creature ;
Thou hast need of what once thine.
The thirst that has consumed my spirit
Is the thirst of thy heart for mine.

তেওঁ কৈছে : তোমাৰ অতি দীন জীৱটিৰো তোমাৰ প্ৰয়োজন আছে। সি এদিন তোমাতেই আছিল, আকৌ তুমি তাক তোমাৰ কৰি লব খুজিছা। মোৰ চিত্তক যি তৃষ্ণাই দগ্ধ কৰিছে, সেয়া যে তোমাৰেই তৃষ্ণা, মোৰ কাৰণে তোমাৰ অন্তৰৰ তৃষ্ণা।

পশ্চিম হিন্দুস্থানৰ পুৰণি কালৰ কবি জ্ঞান দাস বঘেলিয়েও ঠিক এই কথাকে কৈছে। মোৰ এজন বন্ধুৱে তাৰ বঙলা অনুবাদ কৰিছে।

"অসীম ক্ষুধায় অসীম তৃষায়
কহ প্ৰভু অসীম ভাষায়
( তাই দীননাথ ) আমি ক্ষুধিত, আমি তৃষিত
তাই আমি তো অতি দীন।"

মোৰ কাৰণে তেওঁৰ যে এই তৃষ্ণা, সেয়ে তেওঁৰ কাৰণে মোৰ তৃষ্ণাৰ মাজত প্ৰকাশ হৈছে। তেওঁৰ অসীম তৃষ্ণাক তেওঁ অসীম ভাষাৰে প্ৰকাশ কৰিছে। সেই ভাষা আছে উষাৰ কিৰণত, মাজ ৰাত্ৰিৰ নক্ষত্ৰৰ পোহৰত, বসন্তৰ সৌৰভত, শৰতৰ সোনালী ৰশ্মিত। জগতত এই ভাষাৰ আৰু একো কাম নাই। সি হৈছে কেৱল হৃদয়ৰ প্ৰতি হৃদয়-মহাসমুদ্ৰৰ আহ্বান। কবি বলৰাম দাসৰ ভাষাত—

"তোমায় হিয়াৰ ভিতৰ হৈতে
কে কৈল বাহিৰ।"

তুমি মোৰ হৃদয়ৰ ভিতৰতে আছিলা, কিন্তু বিচ্ছেদ হৈছা। সেই বিচ্ছেদ

দূৰ কৰি আকৌ ঘূৰি আহাঁ, দুখৰ দীঘলীয়া বাট বুলি আকৌ মোলৈ ঘূৰি আহাঁ—হৃদয়ৰ মিলন সম্পূৰ্ণ হওক। এই বিৰহ-বেদনা অনন্তৰ মাজতো আছে, সেই কাৰণে মোৰ অন্তৰতো আছে—

"I have come from thee—why I know not ;
But thou art, O god, what thou art ;
And the round of eternal being is
the pulse of thy-beating heart."

মই তোমাৰ অন্তৰৰ পৰা আহিছো, কিয় কব নোৱাৰোঁ। কিন্তু হে ঈশ্বৰ! তুমি যেনে, তেনে হৈয়ে আছা। এই যে এবাৰ তোমাৰ পৰা ওলাই আহি আকৌ যুগ যুগান্তৰৰ মাজেদি তোমালৈকে ঘূৰি যোৱা—এয়ে হৈছে তোমাৰ অসীম হৃদয়ৰ একো একোটা হৃৎকম্পন।

অনন্তৰ মাজত থকা এই বিৰহ বেদনাই সমস্ত বিশ্বকাব্য ৰচনা কৰিছে। কবি জ্ঞানদাসে কৈছে, এই বেদনা তুমি মই দুয়ো ভোগ কৰিম, এই বেদনা যেনেকৈ তোমাৰ, তেনেকৈ মোৰো, সেয়েহে কবিয়ে কৈছে, মই যে দুখ কষ্ট পাইছো, তাৰ বাবে তুমি লাজ নাপাবা প্ৰভু—

"প্ৰেমেৰ পত্নী তোমাৰ আমি
আমাৰ কাছে লাজ কী, স্বামী!
তোমাৰ সকল ব্যাথাৰ ব্যথী
কৰো আমায় নিশিদিন।
নিদ্ৰা নাহি চক্ষে তব
আমিই কেন ঘুমিয়ে ৰব!
বিশ্ব তোমাৰ বিৰাট গেহ
আমিও বিশ্বে লীন।"

ভোগৰ সুখতো মই বিচৰা নাই, যিবিলাক দাসী সেই বিলাকক সেই সুখৰ ভাগ দিয়া। মই যে তোমাৰ পত্নী, মই তোমাৰ বিশ্বৰ সমগ্ৰ দুখৰ ভাৰ তোমাৰে সৈতে একেলগে বহন কৰিম। সেই দুখৰ মাজেদিয়েই সেই দুখ পাৰ হয়। মোৰ ভিতৰত তোমাৰ প্ৰকাশ অখণ্ড মিলনত সম্পূৰ্ণ হব। সেই কাৰণে মই কোৱা নাই "মোক সুখ দিয়া," মই কৈছো: "আবিৰাবীৰ্ম এধি।" হে প্ৰকাশ, মোৰ অন্তৰত তুমি প্ৰকাশ হোৱা।

"আমি তোমাৰ ধৰ্ম্ম পত্নী, ভোগেৰ দাসী নহি,
আমাৰ কাছে লাজ কী স্বামী ! নিষ্কপটে কহি"
আমায় প্ৰভু দেখায়োনা সুখেৰ প্ৰলোভন—
তোমাৰ সাথে দুঃখ বহি সেইতো পৰম ধন ।
ভোগেৰ দাসী তোমাৰ নহি—তাইতো ভুলাও নাকো,
মিথ্যা সুখে মিথ্যা মানে দূৰে ফেলাও নাকো ।
পতিব্ৰতা সতী আমি তাইতো তোমাৰ ঘৰে
হে ভিখাৰি, সব দাৰিদ্ৰ্য আমাৰ সেবা কৰে ।
সুখেৰ ভৃত্য নই তব, তাই পাইনা সুখেৰ দান—
আমি তোমাৰ প্ৰেমেৰ পত্নী এই তো আমাৰ মান ।

মানুহ যেতিয়া প্ৰকাশৰ সম্পূৰ্ণতা চাবৰ বাবে সচেতন আৰু জাগ্ৰত হৈ উঠে, তেতিয়া সুখক সুখ নোবোলে। তেতিয়া সেইজনে কয়: "যো বৈ ভূমা তৎসুখম্।" যি ভূমা সিয়েই সুখ। নিজৰ অন্তৰত যেতিয়া মানুহে ভূমাক বিচাৰে, তেতিয়া আৰাম বিচাৰিলে নহব ; স্বাৰ্থ বিচাৰিলেও নহব। তেতিয়া চুকত লুকাই থকা আৰু সম্ভৱ নহয়, তেতিয়া নিজৰ অন্তৰৰ ভাবৰ আবেগত নিজৰ চোতালতে বাগৰি থকাৰ দিন আৰু নাথাকে। তেতিয়া নিজৰ চকুলো মুচি গোটেই বিশ্বৰ দুখ নিজৰ মূৰত তুলি লবলৈ সাজু হব লাগিব। তেতিয়া কামৰ অন্ত নাথাকে, ত্যাগৰো সীমা নাথাকে। তেতিয়া ভক্তই বিশ্ববোধৰ মাজেদি বিশ্বপ্ৰেমৰ যোগেদি বিশ্বসেৱাৰ মাধ্যমেৰে নিজক ভূমাৰ প্ৰকাশেৰে প্ৰকাশিত কৰে।

ভক্তৰ জীৱনৰ মাজত আমি যেতিয়া এই প্ৰকাশ দেখো, তেতিয়া কি দেখি বলৈ পাওঁ ? দেখিবলৈ পাওঁ তেতিয়া তেওঁৰ ভিতৰত তৰ্ক-বিতৰ্ক নাই, তত্ত্বজ্ঞানৰ টীকাভাষ্যৰ বাদ প্ৰতিবাদো নাই, দৰ্শনো নাই, বিজ্ঞানো নাই, আছে মাথো এক অখণ্ডতাৰ পৰিপূৰ্ণ প্ৰকাশ। জগতখনক প্ৰত্যক্ষভাৱে অনুভৱ কৰিবলৈ যেনেকৈ বৈজ্ঞানিক পৰীক্ষাগাৰলৈ যোৱাৰ আৱশ্যক নাই, ইয়ো তেনেকুৱা কথা। ভক্তৰ সমস্ত জীৱনকে এটা কৰি মিলাই দি অসীমে তাত একেবাৰে সহজৰূপে দেখা দিয়ে। তেতিয়া ভক্তৰ জীৱনত নানা বৈচিত্ৰ্য থাকিলেও বিৰুদ্ধতা আৰু নাথাকে। ভক্তৰ সমগ্ৰজীৱন সেই একৰ মাজত অভেদ হৈ, সুন্দৰ হৈ, মহৎ হৈ, শক্তিশালী হৈ মিলি আছে। জ্ঞানৰ মিলন হয়,

কৰ্ম্মৰ মিলন হয়, মিলন হয় ভক্তিৰ। অন্তৰ-বাহিৰৰ মিলন হয়। কেৱল যে সুখেই মিলি যায় এনে নহয়, দুখো মিলি যায়। কেৱল যে জীৱনৰে মিলন হয় এনে নহয়, মৃত্যুৰো মিলন হয়। বন্ধুৰ দৰে শত্ৰুও মিলি যায়। সকলো আনন্দত মিলি যায়, হৃদয় ৰাগিণীত মিলি পৰে। তেতিয়া জীৱনৰ সকলো দুখ-সুখ, বিপদ-সম্পদৰ পৰিপূৰ্ণ সাৰ্থকতা পৰিপুষ্ট হৈ অবিচ্ছিন্নভাৱে প্ৰকাশমান হয়। সেই প্ৰকাশৰেই অনিৰ্ব্বচনীয় ৰূপ হৈছে প্ৰেমৰ ৰূপ। সেই প্ৰেমৰ ৰূপত সুখ-দুখ দুয়োটাই সুন্দৰ, ত্যাগ আৰু ভোগ দুয়োটাই পৱিত্ৰ, ক্ষতি আৰু লাভ দুয়োটাই সাৰ্থক। বীণাৰ তাৰত আঙুলি বুলালে সুমধুৰ ঝংকাৰ উঠাৰ দৰে, এই প্ৰেমতো সমস্ত বিৰোধৰ আঘাতত মধুৰ শব্দ উঠে। এই প্ৰেমৰ মৃদুতা যেনে সুকুমাৰ, বীৰত্বও তেনে কঠোৰ। এই প্ৰেমে ওচৰ-আঁতৰ, আপোনপৰ, আঁতৰাই জীৱনসমুদ্ৰৰ ইপাৰেৰে সৈতে সিপাৰক প্ৰবল মাধুৰ্য্যৰ দ্বাৰা একে কৰি নিজৰ সুন্দৰ হাঁহিৰে দিগ্‌দিগন্তৰ ব্যৱধান দূৰ কৰি উষাৰ দৰে উদয় হয়। অসীমে তেতিয়া পিতা-ৰূপে, বন্ধুৰূপে, স্বামীৰূপে, সুখ-দুখৰ ভাগী হৈ মনৰ মানুহ হৈ, একেবাৰে আপোনজন হৈ দেখা দিয়ে। তেতিয়া—সসীম আৰু অসীমৰ যি ব্যৱধান, সেই ব্যৱধান অমৃতেৰে ভৰি পৰে। সেই সুৰুঙাই দি মিলন পাৰিজাতৰ পাহি এটা এটাকৈ মেলে। তেতিয়া জগতৰ সকলো প্ৰকাশ, আকাশৰ তৰা-বিলাক, সকলো ঋতুৰ সকলো ফুল, এই প্ৰকাশৰ উৎসৱত বাঁহী বজাবলৈ লৰি আহে। তেতিয়া হে ৰুদ্ৰ, হে চিৰদিনৰ পৰম দুখ! হে চিৰদিনৰ বিচ্ছেদ বেদনা, তোমাৰ মধুৰ মূৰ্ত্তি দেখোঁ, দেখোঁ তোমাৰ 'দক্ষিণং মুখম্‌'। তেতিয়া তুমি নিতৌ পৰিত্ৰাণ কৰিব লাগিছা। সসীমতাৰ নিত্য সুখৰপৰা, নিত্য বিচ্ছেদৰপৰা তুমি সদায় পৰিত্ৰাণ কৰিয়েই আছা, এই গূঢ় কথা আৰু গোপন হৈ নাথাকে। তেতিয়া ভক্তৰ মুকলি হৃদয়ৰ মাজেদি মানৱ লোকত মুকলি হৈ থকা তোমাৰ সিংহদুৱাৰ দেখা যায়। ল'ৰাবুঢ়া সকলো লৰি আছে, মূৰ্খয়ো বাধা নাপায়, পতিতেও নিমন্ত্ৰণ পায়। তেতিয়া লোকাচাৰ আৰু শাস্ত্ৰৰ কৃত্ৰিম বিধান থৰক—বৰক হৈ পৰে, জাতিভেদৰ নিষ্ঠুৰ পাষাণো কৰুণাত গলি যায়। তোমাৰ জগৎখনেই আকাশত এই কথা কৈ ফুৰিছে যে "মই তোমাৰ" এই কথাকৈ জগতে নতশিৰে তোমাৰ নিয়ম পালন কৰি চলিছে। মানুহে তাতোকৈ বেছি কথা কবৰ বাবেই অনন্ত আকাশত মূৰ দাঙি থিয়

দিছে। মানুহে কব খোজে "তুমি মোৰ।" কেৱল তোমাৰ মাজতে মোৰ ঠাই নাই, নহয়, মোৰ অন্তৰতো তোমাৰ স্থান। তুমি মোৰ প্ৰেমিক, মই তোমাৰ প্ৰেমিকা। মোৰ ইচ্ছাত মই তোমাৰ ইচ্ছাক ঠাই দিম, মোৰ আনন্দেৰে মই তোমাৰ আনন্দ গ্ৰহণ কৰিম ; এই কাৰণেই মোৰ ইমান দুখ, ইমান বেদনা, ইমান আয়োজন। এনে দুখ তোমাৰ সৃষ্ট জগতত আৰু কাৰো নাই। নিজৰ ভিতৰত আৰু বাহিৰত সংগ্ৰাম কৰোঁতে কৰোঁতে এই কথা আৰু কোনেও কোৱা নাই! "আৱিৰাৱীৰ্ম এধি।" তোমাৰ বিচ্ছেদ বেদনা অন্তৰত লৈ কোনেও আৰু এনেকৈ কন্দা নাই : "মা মা হিংসীঃ।" তোমাৰ পশুপক্ষীয়ে কয়, "মোৰ ভোক নিবাৰণৰ উপায় দিয়াঁ, মোৰ জাৰ দূৰ কৰাঁ, মোৰ তাপ দূৰ কৰা।" আমিয়েই মাথোঁ কওঁ: "বিশ্বানি দেৱসবিতুৰ্দুৰিতানি পৰাসুৱ।" মোৰ সকলো পাপ দূৰ কৰাঁ। কিয় কৈছোঁ। নহলে হে প্ৰকাশ মোৰ অন্তৰত তোমাৰ প্ৰকাশ যে নহয়। মিলন নোহোৱাৰ দুখ কেৱল মোৰেই অকল নহয়, সেই দুখ অন্তৰৰ মাজত বিয়পি আছে। এই কাৰণে মানুহ যেনিয়েই নাযাওক, যলৈকে নাযাওক, যিহকে নকৰক, মানুহৰ সকলো চেষ্টা প্ৰচেষ্টাৰ মাজত চিৰদিন মানুহে সাধনাৰ এই মন্ত্ৰটি লগত লৈ ফুৰিছে : "আৱিৰাৱীৰ্ম এধি।" এই মন্ত্ৰ মানুহে কোনো অৱস্থাতে নাপাহৰে। ঐশ্বৰ্য্য বিভূতিৰ মাজত আৰামত পুষ্পশয্যাত শুইয়ো মানুহে নাপাহৰে। দুখ যন্ত্ৰণাৰ অগ্নি-কুণ্ডৰ মাজতো নাপাহৰে। হে প্ৰকাশ, তুমি মোৰ মাজত প্ৰকাশ হোৱাঁ, তুমি মোৰ হোৱাঁ, মোৰ সকলোখিনি অধিকাৰ কৰি তুমি মোৰ হোৱা, মোৰ সকলো সুখ দুখৰ ওপৰত থাকি তুমি মোৰ হোৱা, মোৰ সকলো পাপ পদদলিত কৰি তুমি মোৰ হোৱাঁ।

অনাদি যুগৰপৰা লোক লোকান্তৰৰ ওপৰত নিস্তব্ধৰূপে বিৰাজ কৰা তুমি পৰম এক, মহান এক, তুমি মোৰ মাজত মোৰ হোৱাঁ। তুমিয়েই সেই "একঃ পিতা নোঽসি।" তুমি আমাৰ পিতা। সেই এক তুমি "পিতা নো বোধি।" মোৰ বোধৰ মাজত পিতা হোৱাঁ, মোৰ প্ৰবৃত্তিৰ মাজত প্ৰভু হোৱাঁ, মোৰ প্ৰেমৰ মাজত প্ৰিয়তম হোৱাঁ। এই প্ৰাৰ্থনাৰ অৰ্থ বুজাৰ যি গৌৰৱ মানুহে নিজৰ অন্তৰাত্মাৰ মাজত বহন কৰি আহিছে, এই প্ৰাৰ্থনা সফল কৰাৰ যি গৌৰৱ নিজৰ ভক্ত পৰম্পৰাৰ মাজেদি কত কালৰপৰা মানুহে লাভ কৰি আহিছে, মানুহৰ সেই শ্ৰেষ্ঠতম, গভীৰতম চিৰন্তন গৌৰৱৰ উৎসৱ, আজি

এই সন্ধ্যাকালত, লোকালয়ৰ প্ৰান্তত আজিৰ পৃথিবীৰ নানা জন্ম-মৃত্যু হাঁহি কান্দোন, কাম কাজ বিশ্বাস অবিশ্বাসৰ মাজত এই ক্ষুদ্ৰ প্ৰাংগণত আৰম্ভ হৈছে। মানুহৰ সেই গৌৰৱৰ আনন্দধ্বনিক জাক জমকীয়া পোহৰৰ মাজত ফুলৰ মালাৰে বৰণ কৰিবলৈ, স্তব-স্তুতিৰে জয়গান কৰিবলৈকে এই উৎসৱ। বিশ্বৰ মাজত তুমি "একমেৱাদ্বিতীয়ম্," মানুহৰ ইতিহাসত তুমি "একমেৱাদ্বিতীয়ম্", মোৰ হৃদয়ৰ একান্ত সত্য প্ৰেমতো তুমি "একমেৱাদ্বিতীয়ম্," এই কথা বুজিবলৈ আৰু বুজাবলৈকে আমি ইয়ালৈ আহিছোঁহঁক, তৰ্কৰে নহয় যুক্তিৰে নহয়, আনন্দেৰে। ল'ৰা ছোৱালীয়ে যেনেকৈ সহজ জ্ঞানেৰেই মাক বাপেকক চিনি পায় আৰু চিনায়, তেনেকুৱা সম্পূৰ্ণ জ্ঞানৰ দ্বাৰা। হে উৎসৱৰ অধিদেৱতা, আমাৰ সকলোৰে প্ৰতি তুমি এই উৎসৱ সফল কৰা। এই উৎসৱৰ যোগেদিহে আবিঃ তুমি আবিভূৰ্ত হোৱা। আমাৰ সকলোৰে সম্মিলিত চিত্তাকাশত তোমাৰ দক্ষিণ মুখ প্ৰকাশ হওক। নিজকে ক্ষুদ্ৰ বুলি যি দুখ পাইছোঁ, সেই ধাৰণাৰপৰা, সেই দুখৰপৰা এতিয়াই আমাক পৰিত্ৰাণ কৰা। সকলো লোভ, সকলো ক্ষোভৰ ওপৰত ভূমাৰ মাজত আত্মাক উপলব্ধি কৰি বিশ্বমানৱৰ সাধনাৰ বিৰাট মন্দিৰত আজি এতিয়াই তোমাক দণ্ডৱতে প্ৰণাম কৰোঁ। নমস্তেঽস্তু। তোমাতেই আমাৰ নমস্কাৰ সত্য হওক; নমস্কাৰ সত্য হওক।

# ধৰ্ম্মৰ অধিকাৰ

যিসকল মহাপুৰুষৰ বাণী জগতত আজিও অমৰ হৈ আছে, তেওঁলোকৰ কোনোৱে মানুহৰ মন যোগাই কথা কবলৈকে চেষ্টা কৰা নাছিল। তেওঁলোকে জানিছিল যে মানুহ নিজৰ মনতকৈও বহুত ডাঙৰ অৰ্থাৎ মানুহে নিজকে যি বুলি ভাবে, তাতেই তাৰ শেষ নহয়। এই কাৰণে তেওঁলোকে মানুহৰ ৰাজচ'ৰালৈকে পোনে পোনে নিজৰ দূত পঠাইছে; বাহিৰৰ আগ-চ'ৰাতে দুৱৰীক মিঠা কথা কৈ কাম সাধনৰ সহজ উপায় বিচাৰি উদ্দেশ্য নষ্ট কৰা নাই।

মহাপুৰুষ সকলে এনে কিছুমান কথা কৈছে, যিবোৰ কবলৈকে কোনেও সাহ নকৰে আৰু সংসাৰৰ কাম-কাজৰ মাজত যিবোৰ কথা শুনিলে মানুহ বিৰক্ত হৈ উঠে আৰু কৈ পেলায়—এইবোৰ কথা কোনো কামত অহা বিধৰ নহয়। কিন্তু কিমান ডাঙৰ ডাঙৰ কামত-অহা কথাও কালৰ সোঁতত বুৰ-বুৰণিৰ দৰে উঠিল আৰু উটি-ভাঁহি বিলীন হৈ গ'ল, অসম্ভৱ বোৰ সম্ভৱ হ'ল, অভাৱনীয় বিষয়বোৰ সঁচাত পৰিণত হ'ল, বুদ্ধিমানৰ মন্ত্ৰণাই নহয়, বৰঞ্চ বলিয়াৰ বলিয়ালিয়ে যুগে যুগে মানুহৰ বাহিৰ-ভিতৰ, চিন্তা-কৰ্ম্ম, দৰ্শন-সাহিত্যত কিমান নতুন নতুন সৃষ্টিৰ বিকাশ ঘটালে, তাৰ লেখ-জোখ নাই। তেওঁলোকৰ সেই আচৰিত কথাবোৰ ওফাৰাই দিওঁ বুলিও ওফৰাব নোৱাৰি, সেইবোৰক মাৰিব খুজিলেও অমৰ হৈহে উঠে, জুইত পুৰিলে সেই-বোৰ উজ্জ্বল হয়, মাটিত পুতি থলে গজালি ওলায় আৰু সেইবোৰক জোৰেৰে বাধা দিবলৈ গলেও পুনৰায় আকোঁৱালি লবলগীয়া হয়—আৰু যেন মন্ত্ৰৰ বলতহে কিবা উপায়েৰে, নিজে চাই থাকোঁতেই নিজৰ অজ্ঞাততে, আনকি নিজৰ অনিচ্ছাসত্ত্বেও সেইবোৰ বাণীৰ বেদনা লাগি ভাবুকৰ ভাবৰ ৰং সলনি হৈ যায়, কামত লাগি থকা লোকৰ কামৰ গতিৰ সলনি ঘটে।

মহাপুৰুষ সকলে মানুহক অকুণ্ঠিত কণ্ঠেৰে অসাধ্য সাধনৰে উপদেশ দিছে। মানুহে যেতিয়া কোনো এটা বাধাৰ আগত আহি খুন্দা খায়, আৰু তেওঁ ভাবিবলৈ ধৰে যে এয়ে তেওঁৰ চৰম আশ্ৰয় আৰু সেইখিনিতে নিজৰ শাস্ত্ৰ তথা চলিত প্ৰথাক একেবাৰে কটকটীয়াকৈ স্থায়ীৰূপে বান্ধি ৰাখিবলৈ

চেষ্টা কৰে, তেতিয়াই মহাপুৰুষসকলে আহি বান্ধ ভাঙি দিয়ে, সীমাৰ চিন মচি পেলায় আৰু কয় যে বাট এতিয়াও বহুত বাকী, বাটৰ সমলো শেষ হোৱা নাই, যি অমৃত ভৱনত তোমাৰ নিজা ঘৰ আৰু তোমাৰ চৰম ঠাই, সেয়া তোমালোকৰ এইবোৰ মিস্ত্ৰীৰ হাতেদি তৈয়াৰ কৰা শিলৰ দেৱালে আগুৰা ঠাই নহয়, সেই ঠাইৰ পৰিবৰ্ত্তন আছে, কিন্তু সেই ঠাই নেভাঙে, সেই ঠায়ে মানুহক আশ্ৰয় দিয়ে, কিন্তু আবদ্ধ কৰি নেৰাখে ; সেই ঠাই নিৰ্ম্মিত নহয়— বিকশিত হয়, সঞ্চিত নহয় সঞ্চাৰিতহে হয় আৰু সেই ঠাই কৌশলেৰে গঢ়া কাৰুকাৰ্য্য নহয়—সি অক্ষয় জীৱনৰ অক্লান্ত সৃষ্টি। মানুহে কয়—সেই বাটেদি আগবঢ়া মোৰ পক্ষে অসাধ্য কিয়নো মই দুৰ্ব্বল, মই শ্ৰান্ত ; মহাপুৰুষ সকলে কয়—ইয়াতে স্থিৰ হৈ থকাও তোমাৰ পক্ষে অসাধ্য, কিয়নো তুমি মানুহ, তুমি মহৎ, তুমি অমৃতৰ পুত্ৰ, ভূমাক এৰি আন ক'তো তোমাৰ সন্তোষ নাই।

যিজন ব্যক্তি সৰু, তেওঁ বিশ্ব-সংসাৰকে অসংখ্য বাধাৰ ৰাজ্য বুলি ভাবে ; বাধামাত্ৰেই তেওঁৰ দৃষ্টিক ঢাকি ধৰে আৰু আশাক পৰাজিত কৰি দিয়ে, এই কাৰণে তেওঁ সত্যক জানিব নোৱাৰে, বাধাকেই সত্য বুলি ভাবে। যিজন ব্যক্তি ডাঙৰ, তেওঁ সকলো বাধাকে অতিক্ৰম কৰি একেবাৰে সত্যক দেখিবলৈ পায়। এই কাৰণেই সৰুৰ লগত ডাঙৰৰ কথাবতৰাত ইমানখিনি বিপৰীত। এইবাৰে সকলোৰে যেতিয়া একবাক্যে কয়—আমি কেৱল অন্ধকাৰহে দেখিবলৈ পাইছোঁ, তেতিয়া মহান্ ব্যক্তিয়ে জোৰেৰে কব পাৰে—

বেদাহমেতং পুৰুষং মহান্তং আদিত্যবৰ্ণং তমসঃপৰস্তাৎ।

সকলো অন্ধকাৰ অতিক্ৰম কৰি মই সেই মহান্ পুৰুষ, সেই জ্যোতিৰ্ম্ময়ক জানিবলৈ সক্ষম হৈছোঁ।

এই নিমিত্তেই স্পষ্টকৈ দেখিবলৈ পোৱা যায় যে অধৰ্ম্মই নিজকে ৰক্ষা কৰিব পাৰে, ইয়াকে ভাবি যেতিয়া হেজাৰ হেজাৰ মানুহে জাল-জুৱাচুৰি, কটা-মৰা, টনা-আজোৰাৰ পিনে দলে দলে ঢাপলি মেলিছে, তেতিয়াও সেয়া মহান ব্যক্তিবোৰে সংকোচ নোহোৱাকৈ এনেদৰে কব পাৰে—স্বল্পমপ্যস্য ধৰ্ম্মস্য ত্ৰায়তে মহতো ভয়াৎ—অৰ্থাৎ অতি কমমাত্ৰ ধৰ্ম্ময়ো মহাভয়ৰ পৰা ৰক্ষা কৰিব পাৰে। যেতিয়া দেখা যায় যে সৎ কামত পদে পদে বিঘিনি উপস্থিত হৈছে, মহান ব্যক্তিসকলো মূৰ্খামিৰ জড়তাসমূহৰ ওচৰত বাধা প্ৰাপ্ত আৰু প্ৰবল শক্তিৰ অত্যাচাৰত প্ৰপীড়িত হৈছে, বাহিৰত তেওঁলোকৰ

দৰিদ্ৰতা সকলো প্ৰকাৰে জিলিকি উঠিছে, তেতিয়াও তেওঁলোকে নিঃসন্দেহে কব পাৰে—সৰিয়হৰ সমান বিশ্বাসে পৰ্ব্বতৰ সমান বাধাকো জয় কৰিবলৈ সক্ষম। তেওঁলোকে কোনো কথাকে অকণো লুক-ঢাক নকৰাকৈ কব পাৰে, মানুহক চুটি-চাপৰ বুলি ভাবিয়ে তেওঁলোকে সত্যকো চুটি-চাপৰ আকাৰেৰে মানুহৰ আগত দাঙি নধৰে ; তেওঁলোকে অসত্যৰ লৰা ধপৰাক একেবাৰে আওহেলা কৰি কব পাৰে—সত্যমেৱ জয়তে—আৰু যিসকল মানুহে সংসাৰকে সত্য বুলি দিনে-ৰাতিয়ে ঘূৰি-পকি ফুৰিছে, সেইবোৰ মানুহৰ সমুখত থিয় হৈ তেওঁলোকে ঘোষণা কৰে—সত্যং জ্ঞানমনন্তং ব্ৰহ্ম—অনন্তস্বৰূপ ব্ৰহ্মই সত্য। মানুহৰ মাজত যিসকল মহান ব্যক্তি হৈ জন্মিছে, তেওঁলোকে দেখুৱাব পাৰিছে যিবোৰ চকুৰে দেখা, হাতেৰে চুব পৰা বস্তু জ্ঞানৰ শেষ সামগ্ৰী বুলি বিবেচিত হৈছে, সেই বোৰতকৈও সত্য বহুত ডাঙৰ।

এই মহান ব্যক্তিসকলৰ অনুশাসনবোৰ শুনোতে অতিশয় অসম্ভৱ যেন লাগে। সংসাৰত যিজন লোক যেনে, তেওঁক ঠিক তেনেকৈয়ে চাবা—এই পৰামৰ্শটো একেবাৰে সহজ নহয় ; কিন্তু এইখিনি কৈয়ে মহান ব্যক্তিসকল ক্ষান্ত হোৱা নাই ; তেওঁলোকে আকৌ কৈছে—নিজৰ নিচিনাকৈয়ে সকলোকে চাবা। তাৰ কাৰণ এই যে আপোন-পৰ ভেদভাব,—সেই ভাৱতেই তেওঁলোকৰ দৃষ্টি বাধা পাই বৈ যোৱা নাই, যি ভাৱত আপোন-পৰৰ মিলন ঘটিছে, সেই ভাৱতহে তেওঁলোকৰ মনে বিচৰণ কৰিছে। শত্ৰুক ক্ষমা কৰিবা—এই কথা কলেই যথেষ্ট হয় ; কিন্তু তেওঁলোকে আৰু এখোজ আগ বাঢ়ি গৈ কৈছে—শত্ৰুকো মৰম দান কৰিবা যিদৰে চন্দন গছে কাটোঁতাকো সুগন্ধ দান কৰে। তাৰ কাৰণ হৈছে, এই প্ৰেমৰ মাজতেই তেওঁলোকে সত্যক পূৰ্ণভাৱে দেখিবলৈ পাইছে ; এই কাৰণে স্বভাৱতে সত্যৰ ওচৰলৈকে নোযোৱাকৈ তেওঁলোক ক্ষান্ত হব নোৱাৰে। তুমি ডাঙৰ হোৱা, ভাল হোৱা—এই কথাই মানুহৰ পক্ষে কম নহয়—কিন্তু তেওঁলোকে একেবাৰে কৈ পেলাইছে—শৰৱৎ তন্ময়ো ভৱেৎ।

> শৰেৰে যিদৰে লক্ষ্যৰ বুকুত বিন্ধিব পাৰি, ঠিক সেইদৰে তন্ময় হৈ ব্ৰহ্মৰ মাজত প্ৰৱেশ কৰা।

—ব্ৰহ্মই পৰিপূৰ্ণ সত্য আৰু তাকে সম্পূৰ্ণভাৱে পাব লাগিব, এই

কথাবাৰ চুটিকৈ কোৱাটো তেওঁলোকৰ কাম নহয়, সেয়েহে তেওঁলোকে স্পষ্টকৈ কৈছে যে ব্ৰহ্মক নজনাকৈ যিজন মানুহে কেৱল তপ-জপ কৰি কটায়—অন্তবদেবাস্য তদ্‌ভবতি, সেইজন মানুহৰ সেই সকলো নষ্ট হৈ যায়; তাকে নেজানি যিজন ব্যক্তিয়ে ইহলোকৰপৰা আঁতৰি যায়, স কৃপণঃ—তেওঁ কৃপাৰ পাত্ৰ।

গতিকে দেখা গৈছে যে মানুহৰ মাজত যিসকল আটাইতকৈ ডাঙৰ, তেওঁ-লোকে সেইকালৰ এনেবোৰ কথা কৈছে, যিবোৰ সকলোতকৈ উচ্চ। কোনো প্ৰয়োজনৰ প্ৰতি চকু ৰাখি সত্যক তেওঁলোকে খৰ্ব্ব কৰা নাই। সেই উচ্চতম লক্ষ্যকে নিঃসন্দেহে সুস্পষ্টকৈ সকলো সত্যৰ ওপৰত পৰম সত্য বুলি স্বীকাৰ নকৰিলে মানুহক আত্ম-অবিশ্বাসী আৰু ভীৰু কৰি ৰখা হয়; বাধাৰ সিফালে যি সত্য আছে, সেই সত্যৰ কথা মানুহক ডাঙৰকৈ শুনাব নোৱাৰিলে, বাধাৰ ওপৰতেই মানুহ জপিয়াই পৰে, তেতিয়া তেনে অৱস্থাত মানুহে বাধাৰ লগত সমিল-মিল ঘটাই বাধাৰ মাজতে আশ্ৰয় লয় আৰু সত্য আয়ত্তৰ বাহিৰত বুলি ব্যৱহাৰৰপৰা সত্যক আঁতৰ কৰি দূৰলৈ পঠিয়ায়।

কিন্তু মানৱ-গুৰু সকলে যি পৰম লাভ, যি অসাধ্য সাধনৰ কথা কয়, তাকেই তেওঁলোকে মানুহৰ ধৰ্ম্ম বোলে। অৰ্থাৎ সেয়ে মানুহৰ পৰিপূৰ্ণ স্বভাৱ, সেয়ে মানুহৰ পক্ষে সত্য। যেতিয়াই লোভ ওপজে তেতিয়াই কাঢ়ি খায়—মানুহৰ মাজত এনে এটা প্ৰবৃত্তি আছে, সেই কথা অস্বীকাৰ নকৰোঁ; কিন্তু ইয়াকে আমি মানুহৰ ধৰ্ম্ম অৰ্থাৎ মানুহৰ প্ৰকৃত স্বভাৱ নোবোলোঁ। লোভ উপজিলেও লোভ দমন কৰিবা আৰু পৰৰ মুখৰ ভাত কাঢ়ি নেখাবা—এই কথা কলেও কম কোৱা নহয়। কিন্তু মানুহ এইখিনি কৈয়ে ক্ষান্ত হোৱা নাই। মানুহে কৈছে—ভোকাতুৰক নিজৰ ভাত দান কৰিবা, এয়ে মানুহৰ ধৰ্ম্ম, এয়ে মানুহৰ পুণ্য অৰ্থাৎ মানুহৰ পূৰ্ণতা। অথচ লোকসংখ্যা হিচাপ কৰি যদি ওজন অনুসৰি মানুহৰ ধৰ্ম্ম বিচাৰ কৰা হয়, তেনেহলে নিশ্চয় কব লাগিব যে নিজৰ ভাত পৰক দান কৰা মানুহৰ ধৰ্ম্ম নহয়, কিয়নো বহুত লোকেই পৰৰ ভাত কাঢ়িবলৈ বাধাহীন সুযোগ পালে নিজক সাৰ্থক বুলি ভাবে। তথাপিও আজিকোপতি মানুহে এই কথা কবলৈকে কুণ্ঠিত হোৱা নাই যে দয়াই ধৰ্ম্ম, দানেই পুণ্য।

কিন্তু মানুহৰ পক্ষে যি সত্য মানুহৰ পক্ষে সি যে সহজ, এনে নহয়।

গতিকে দেখা গৈছে যে সহজকে নিজৰ ধৰ্ম্ম বুলি মানি লৈ মানুহে আৰাম কৰিবলৈ নিবিচাৰে ; যি দুৰ্ব্বলচিত্তৰ মানুহে সহজকে নিজৰ ধৰ্ম্ম বুলি লৈছে আৰু নিজৰ সুবিধামতে ধৰ্ম্মকো সহজ কৰি লৈছে—সেই জন মানুহৰ দুৰ্গতিৰ আৰু সীমা নেথাকে। নিজৰ ধৰ্ম্মৰ পথক মানুহে এই বুলি কৈছে —ক্ষুৰস্য ধাৰা নিশিতা দুৰত্যয়া দুৰ্গং পথস্তৎ কবয়ো বদন্তি। দুখক মানুহে মনুষ্যত্বৰ বাহন বুলি গণ্য কৰি লৈছে আৰু সুখকেই সুখ বোলা নাই, কৈছে —ভূমৈৱ সুখম্।

এই কাৰণে এটি বৰ আচৰিত ঘটনা চকুত পৰে—যিসকলে মানুহক অসাধ্য সাধন কৰিবলৈ উপদেশ দিছে, যিসকলৰ কথা শুনিলে তৎক্ষণাৎ ভাব হয় যে ই বিশ্বাসযোগ্য কথাই নহয়, অথচ মানুহে সেই সকলকে শ্ৰদ্ধা কৰে অৰ্থাৎ বিশ্বাস কৰে। তাৰ কাৰণ হৈছে মহত্বই মানুহৰ আত্মাৰ ধৰ্ম্ম ; মুখত যিহকে নকওক, শেষত দেখা যায় যে মানুহে মহত্বকে বিশ্বাস কৰে। সহজৰ প্ৰতি মানুহৰ প্ৰকৃত শ্ৰদ্ধা নাই ; অসাধ্য সাধনাকে মানুহে সত্য সাধনা বুলি জানে ; সেই পথৰ পথিকক তেওঁ সৰ্ব্বোচ্চ সন্মান নিদি কোনোমতে থাকিব নোৱাৰে।

যিসকলে মানুহক দুৰ্গম পথৰ পিনে মাতি লৈ যায়, মানুহে তেওঁলোকক শ্ৰদ্ধা কৰে, কিয়নো মানুহক তেওঁলোকে শ্ৰদ্ধা কৰে। তেওঁলোকে মানুহক নিঃকিন আত্মা বুলি অৱহেলা নকৰে। বাহিৰত মানুহৰ যিমানে দুৰ্ব্বলতা আৰু মূৰ্খামি দেখিবলৈ পাওক তথাপিও তেওঁলোকে নিশ্চয়কৈ জানে যে মানুহ যথাৰ্থতে শক্তিহীন নহয় ; মানুহৰ শক্তিহীনতা নিতান্তই বাহ্যিক আবৰণ তাক মায়া বুলিবই পাৰি। এই কাৰণে তেওঁলোকে শ্ৰদ্ধাবশতঃ মানুহক তেতিয়া মহৎ পথলৈকে মাতি নিয়ে, তেতিয়া মানুহে নিজৰ মায়া পৰিত্যাগ কৰি সত্যক চিনিব পাৰে ; মানুহে নিজৰ মাহাত্ম্য দেখিবলৈ পায় আৰু নিজৰ সেই সত্য স্বৰূপত বিশ্বাস কৰিব পাৰিলেই তেওঁ অসাধ্য সাধন কৰিব পাৰে। তেতিয়া তেওঁ বিস্মিত হৈ দেখিবলৈ পায় যে ভয়ে তেওঁক ভয় দেখুওৱা নাই, দুখেও তেওঁক দুখ দিয়া নাই, বাধায়ো তেওঁক পৰাজিত কৰা নাই, আনকি নিষ্ফলতায়ো তেওঁক নিৰাশ কৰিব পৰা নাই। তেতিয়া তেওঁ হঠাৎ দেখিবলৈ পায় যে ত্যাগ তেওঁৰ পক্ষে সহজ, ক্লেশ তেওঁৰ কাৰণে আনন্দময় আৰু মৃত্যু তেওঁৰ নিমিত্তে অমৃতৰ জখলা।

বুদ্ধদেৱে তেওঁৰ শিষ্যসকলক উপদেশ দাওঁতে এসময়ত কৈছিল যে

মানুহৰ মনত কামনা অতিশয় প্ৰবল, কিন্তু সৌভাগ্যক্ৰমে তাতকৈও প্ৰবলতৰ বস্তু আমাৰ আছে ; সত্যৰ প্ৰতি স্পৃহা যদি আমাৰ কামনাতকৈও প্ৰবলতৰ নহ'লহেঁতেন, তেনেহলে আমাৰ মাজত কোনোবাই জানো ধৰ্ম্মৰ পথত চলিব পাৰিলেহেঁতেন !

মানুহৰ উদ্দেশ্যে ইমান মহৎ শ্ৰদ্ধাৰ কথা, ইমান ডাঙৰ আশাৰ কথা সকলোৱে কব নোৱাৰে। কামনাৰ আঘাতত বাৰে বাৰে মানুহ পিছল খাই পৰিছে, এই কথাই যাৰ চকুত ডাঙৰকৈ জিলিকি উঠে, তেওঁ হৈছে সৰু ; কিন্তু তথাপিও সত্যৰ আকৰ্ষণত মানুহ যে পশুত্বৰ ফালৰপৰা মনুষ্যত্বৰ ফালে আগ বাঢ়ি গৈছে, এই কথাটি যাৰ চকুত ডাঙৰকৈ জিলিকি উঠে, তেৱেঁই হৈছে ডাঙৰ। এই কাৰণে সেই ডাঙৰ লোকে মানুহক বাৰে বাৰে নিৰ্ভয়ে ক্ষমা কৰিব পাৰে ; তেওঁ মানুহৰ কাৰণে আশা ৰাখিব পাৰে ; তেৱেঁই মানুহক আন সকলোতকৈ ডাঙৰ কথাটি শুনাব পাৰে ; তেৱেঁই মানুহক আন সকলোৱে তুলনাত বেছি ডাঙৰ অধিকাৰ দিবলৈকে কুণ্ঠিত নহয়। তেওঁ কৃপণৰ নিচিনাকৈ ওজন কৰি মানুহক অনুগ্ৰহ দান নকৰে আৰু নকয় যে সেই খিনি অনুগ্ৰহেই মানুহৰ বুদ্ধি আৰু শক্তিৰ তুলনাত যথেষ্ট ; প্ৰিয়তম বন্ধুৰ নিচিনাকৈ তেওঁ নিজৰ চিৰজীৱনৰ সৰ্ব্বোচ্চ সাধনাৰ ধন মানুহৰ ওচৰত সম্পূৰ্ণ শ্ৰদ্ধাৰে সৈতে উছৰ্গা কৰে আৰু তেওঁ ইয়াকো জানে যে মানুহ সেই ধনৰ যোগ্য। মানুহ যে কিমান বেছি যোগ্য, সেই বিষয়ে নিজেই হয়তো নাজানে অথচ সেই ডাঙৰ লোকজনে বহুতখিনি জানে।

মানুহে কয়,—জানো আমি কৰিব নোৱাৰোঁ ; মহাপুৰুষে কয়—ময়ো জানো যে তোমালোকে কৰিব পাৰাঁহক। মানুহে কয়—যি সাধ্য, তেনে এটা ধৰ্ম্ম আগত দাঙি ধৰা ; মহাপুৰুষে কয়—যি ধৰ্ম্ম সি নিশ্চয়কৈ তোমালোকৰ পক্ষে সাধ্য। মানুহৰ সমস্ত শক্তিৰ ওপৰত মহাপুৰুষসকলে দাবী জনায়—কিয়নো সমস্ত শক্তিহীনতাৰ পৰিচয় অতিক্ৰম কৰিও যে মানুহৰ শক্তি আছে, এই কথা মহাপুৰুষসকলে নিশ্চয়কৈ জানে।

গতিকে ধৰ্ম্মই মানুহৰ শ্ৰেষ্ঠ পৰিচয়। ধৰ্ম্মই মানুহৰ ওপৰত যি পৰিমাণে দাবী জনায়, সেই পৰিমাণে মানুহে নিজক চিনি পায়। কোনো এজন লোকে ৰজাৰ ল'ৰা হৈয়ো নিজকে পাহৰি থাকিব পাৰে ; কিন্তু তেনে স্থলতো দেশৰ মানুহৰ ফালৰ এটা প্ৰয়োজনীয়তা থকা আৱশ্যক। সেই ৰজাৰ

ল'বাক পৈতৃক গৌৰৱ লোঁৰবাই দিব লাগিব, তেওঁক লাজ দিব লাগিব; আনকি তেওঁক শাস্তি দিবলগীয়া হবও পাৰে। কিন্তু তেওঁক খেতিয়কৰ ল'ৰা বুলি মিছা কথাৰে ভুলাই সমস্যা একেবাৰে সহজ কৰি দিলে নচলিব। তেওঁ খেতিয়কৰ দৰে সদায় ব্যৱহাৰ কৰিলেও তেওঁৰ সমুখত সত্যক স্থিৰকৈ দাঙি ধৰিব লাগিব। তেনেকৈ ধৰ্ম্মই কেৱল মানুহক কৈছে—তুমি অমৃতৰ পুত্ৰ, এয়ে সত্য; অথচ ব্যৱহাৰত মানুহ পদে পদে পিছল খাই পৰিছে; তথাপিও ধৰ্ম্মই মানুহৰ সত্য পৰিচয় ওখকৈ দাঙি ধৰি আছে। মানুহ বুলিলে যে কিমানখিনি বুজায়, ধৰ্ম্মই সেই কথা কোনোপধ্যে মানুহক পাহৰিবলৈ নিদিয়ে; এয়ে ধৰ্ম্মৰ প্ৰধান কাম।

ব্যাধি মানুহৰ শৰীৰৰ স্বভাৱ নহয়, তথাপিও ব্যাধিয়ে মানুহক আক্ৰমণ কৰে। কিন্তু তেতিয়া মানুহৰ শৰীৰৰ প্ৰকৃতিয়ে ভিতৰৰ ফালৰপৰা ব্যাধিক আঁতৰাবলৈ নানা ধৰণৰ উপায় অৱলম্বন কৰে। যেতিয়ালৈকে মস্তিষ্ক ঠিকে থাকে তেতিয়ালৈকে এই সংগ্ৰামত ভয় বেছি নাই; কিন্তু যেতিয়া মস্তিষ্কক ব্যাধিৰূপ শত্ৰুৱে পৰাজিত কৰে, তেতিয়াই ব্যাধি সকলোতকৈ কঠিন হৈ উঠে; কিয়নো তেতিয়া বাহিৰৰপৰা চিকিৎসকৰ চেষ্টা যিমানে প্ৰবল হওক, ভিতৰৰ ফালৰ শ্ৰেষ্ঠ সহায়টি ( মস্তিষ্ক ) দুৰ্ব্বল হৈ পৰে। শৰীৰত মস্তিষ্ক যেনে, মানৱ সমাজত ধৰ্ম্মও তেনে। এই ধৰ্ম্মৰ আদৰ্শই অহৰহ ভিতৰে ভিতৰে মানুহৰ প্ৰকৃতিক তেওঁৰ সমস্ত বিকৃতিৰ বিৰুদ্ধে যুদ্ধত প্ৰবৃত্ত কৰি ৰাখে; কিন্তু অতিশয় দুৰ্দ্দিনত এই ধৰ্ম্মৰ আদৰ্শক বিকৃতিয়ে আক্ৰমণ কৰে, সেই সময়ত বাহিৰৰ নিয়ম, সংযম, আচাৰ-অনুষ্ঠান, পুলিচ আৰু ৰাষ্ট্ৰবিধি যিমানে প্ৰৱল হওক, তথাপিও সমাজ প্ৰকৃতিক দুৰ্গতিৰপৰা ৰক্ষা কৰিব কোনে? এই কাৰণে দুৰ্ব্বলতাৰ দোহাই দি ইচ্ছাপূৰ্ব্বক ধৰ্ম্মক দুৰ্ব্বল কৰাৰ নিচিনা আত্মঘাতকতা আৰু একোৱে হব নোৱাৰে; কাৰণ দুৰ্ব্বলতাৰ সময়ত ৰক্ষা পাবৰ একমাত্ৰ উপায় হৈছে ধৰ্ম্মৰ শক্তি।

আমাৰ দেশত আটাইতকৈ নিষ্ঠুৰ দুৰ্ভাগ্য হৈছে—মানুহৰ দুৰ্ব্বলতাৰ অনুপাতে ধৰ্ম্মকো সুবিধা মতে চুটি কৰিব পৰাটো; এই অদ্ভুত বিশ্বাসে আমাক বাৰুকৈয়ে লম্ভিছে। আমি এনে ধৰণৰ কথা নিসংকোচে কওঁ—যাৰ শক্তি কম, তেওঁৰ পক্ষে ধৰ্ম্মক কাটি-কুটি চুটি কৰি লোৱাত দোষ নাই; আনকি সেয়ে কৰ্ত্তব্য।

ধৰ্ম্মৰ প্ৰতি শ্ৰদ্ধা থাকিলে জানো এনে কথা কব পাৰি ? প্ৰয়োজন অনুসৰি আমি ধৰ্ম্মক চুটি দীঘল কৰি লম। ধৰ্ম্ম জীৱনবিহীন জড় পদাৰ্থ নহয় যে তাৰ ওপৰত আৱশ্যকমতে অনায়াসে দৰ্জীৰ কেচি বা মিস্ত্ৰীৰ কৰত লগাই দিব পাৰি। এনে কথা কোনেও নকয় যে শিশুটি সৰু হ'ল বুলিয়ে মাককো চাৰিকালৰপৰা কাটি-কুটি সৰু কৰি পেলাব লাগে। শিশুৰ গাৰ চোলাটোৰ লগতো মাকক তুলনা কৰিব নোৱাৰি। প্ৰথমতে মাকক কাটিবলৈ গলেই দেখোন মাৰি পেলোৱা হব ; দ্বিতীয়তে ডাঙৰ সন্তানৰ কাৰণে যিদৰে অখণ্ড সম্পূৰ্ণ মাতৃৰ প্ৰয়োজন, সৰু শিশুৰ কাৰণেও তেনে মাকৰে আৱশ্যক —গতিকে মাতৃক সৰু কৰিবলৈ গ'লে ডাঙৰে সন্তান যিদৰে বঞ্চিত হব, সৰু সন্তানো সেই দৰেই বঞ্চিত হৈ পৰিব। ধৰ্ম্মও জানো মানুহৰ মাতৃৰ দৰে নহয় ?

মই জানোঁ যে মোক এনেদৰে প্ৰশ্ন সুধিব পাৰে—সকলো মানুহৰ বুদ্ধি আৰু প্ৰকৃতি জানো একে ধৰণৰ ? সকলোৰে জানো ধৰ্ম্মক একে ধৰণেৰে বুজে ? ওঁহো—সকলোৰে কথা একে নহয় ; সৰু-ডাঙৰ, উচ্চ-নীচ জগতত আছে। গতিকে সত্যক আমি সকলোৱে সমান পৰিমাণলৈকে পোৱা বুলি কব নোৱাৰি। আমাৰ শক্তি সীমাবদ্ধ ; কিন্তু যিমাণখিনি বেছি পৰিমাণে সত্যক পাইছো, তাতকৈও নিকৃষ্ট এই মিছা কথাষাৰ অলপ সময়ৰ কাৰণেও আমি কাৰো খাতিৰত কব নোৱাৰোঁ। গ্যালিলিও-এ যি জ্যোতিষ্কতত্ত্ব আবিষ্কাৰ কৰিছিল, সেই আবিষ্কাৰ সেই সময়ৰ প্ৰচলিত খৃষ্টানধৰ্ম্মৰ লগত খাপ খাই পৰা নাছিল ; সেই বুলিয়ে জানো এনে কথা কোৱা শোভনীয় যে খৃষ্টান বেচেৰাৰ পক্ষে মিছা জ্যোতিৰ্ব্বিদ্যাই সত্য ? খৃষ্টানক জানো তুমি খৃষ্টান, গতিকে তুমি তোমাৰ উচিত আৰু উপযোগী এটি বিশেষ জ্যোতিষ্ক-বিদ্যাক একান্ত শ্ৰদ্ধাৰে গ্ৰহণ কৰা—এই বুলি উপদেশ দিলে হলহেঁতেন ?

কিন্তু সেই বুলিয়ে গ্যালিলিও জানো জ্যোতিষ্কবিদ্যাৰ শ্ৰেষ্ঠ স্থানলৈকে গৈছে ? তেওঁ তেনে কৰা নাই। তথাপিও তেওঁ সত্যৰপিনেই গৈছে। সেই ঠাইৰপৰা আকৌ আগ বাঢ়ি যাব পাৰি ; কিন্তু কোনো কাৰণতে পিছ হুঁহকিলে নহব। যদিহে পিছ হুহঁকি যোৱা যায়, তেনেহলে সত্যৰ বিপৰীতে যোৱাহে হব, গতিকে শাস্তি পাব লাগিব। তেনেকৈ ধৰ্ম্মৰ ক্ষেত্ৰতো এজনমাত্ৰ লোকৰ ধাৰণাও যদি দেশৰ সকলো মানুহৰ ধাৰণাক অতিক্ৰম কৰি ওপৰলৈ যায়,

তেনেহলে সেয়ে সমগ্র দেশৰ লোকসকলৰ ধৰ্ম্ম, কাৰণ সেয়ে সেইখন দেশৰ সৰ্ব্বোচ্চ সত্য। অন্য মানুহে সেই ধৰ্ম্ম গ্ৰহণ কৰিবলৈ সম্মত নহব, সেই ধৰ্ম্ম বুজাত পলম কৰিব ; কিন্তু তুমি যদি ধৰ্ম্ম বুজি পাইছা, তেনেহলে তুমি সকলো মানুহৰ সম্মুখত থিয় হৈ কব লাগিব—এয়ে সত্য আৰু এয়া সকলো লোকৰ কাৰণেই সত্য, কেৱল অকলে মোৰ কাৰণে সত্য নহয়। কোনোবাই যদি জড়ৰ দৰে কয় এয়া ধৰ্ম্ম মই বুজিব নোৱাৰোঁ, তেনেহলে তুমি জোৰ কৰি কব লাগিব—তুমি বুজিব পাৰিবাই, কাৰণ এয়া সত্য আৰু সত্যক গ্ৰহণ কৰাই মানুহৰ ধৰ্ম্ম।

বুৰঞ্জীত আমি কি দেখিবলৈ পালো ? আমি দেখিবলৈ পাইছোঁ, বুদ্ধদেৱে যেতিয়া সত্যক পাইছে বুলি উপলব্ধি কৰিলে, তেতিয়া তেওঁ বুজিলে—মোৰ ভিতৰেদিয়ে সকলো মানুহে এই সত্য পাবৰ অধিকাৰী হৈছে। তেতিয়া তেওঁ ভিন ভিন লোকৰ শক্তিৰ জোখ-মাখ লৈ সত্যৰ লগত ভিন ভিন পৰিমাণৰ মিছাৰ সুৰুঙা মিহলাবলৈ আৰম্ভ কৰা নাছিল। তেওঁৰ দৰে অদ্ভুত শক্তি-মন্ত পুৰুষে বহুকাল একাগ্ৰ চিন্তাৰ পিছত যি সত্য উপলব্ধি কৰিলে, সেয়া যে সকলো মানুহৰ কাৰণে নহয়, এই কথা তেওঁ এক মুহূৰ্ত্তৰ কাৰণেও কল্পনা কৰিব পৰা নাছিল। অথচ সকলো মানুহে তেওঁক শ্ৰদ্ধা কৰা নাই, বহুতে তেওঁৰ সত্যক বুদ্ধিৰ দোষত বিকৃত কৰিছে। তথাপিও এই কথা নিশ্চিত সত্য যে ধৰ্ম্মক হিচাপ কৰি চুটি কৰা কোনোমতে সম্ভৱ নহয়—ধৰ্ম্মক কোনোৱে ঠিককৈ মানক বা নেমানক, সিযে একমাত্ৰ মাননীয়, এই কথা কৈ ধৰ্ম্মক সকলোৰে সমুখত সম্পূৰ্ণভাৱে দাঙি ধৰিব লাগিব। বাপেকক সকলো সন্তানে সমানে শ্ৰদ্ধা নকৰে আৰু বহুতো সন্তানে তেওঁৰ বিৰুদ্ধে বিদ্ৰোহ পৰ্য্যন্ত কৰে, সেই বুলিয়ে সন্তানবোৰক শ্ৰেণীবিভাগ কৰি এনে কথা কব নোৱাৰি যে তোমাৰ বাপেৰা বাৰ অনা পৰিমাণৰ, তোমাৰ বাপেৰা সিকি পৰিমাণৰ আৰু তোমাৰ বাপেৰা বাপেৰাই নহয়, তুমি গছৰ ডাল এটাকে বাপেৰা বুলি গ্ৰহণ কৰা ; আৰু এনেদৰে অধিকাৰ ভেদে তোমালোকে বাপেৰাৰ লগত বেলেগ বেলেগ ধৰণে ব্যৱহাৰ কৰি থাকা ; তেতিয়া হলে তোমালোকৰ সন্তানধৰ্ম্ম পালন কৰা হব। প্ৰকৃতপক্ষে পিতৃৰ তাৰতম্য নাই ; তেওঁৰ প্ৰতি সন্তানৰ হৃদয়ৰ আৰু ব্যৱহাৰৰ তাৰতম্য থাকিলে, সেই অনুসাৰে সন্তানসকলক ভাল বা বেয়া বুলিহে কোৱা হব ; কিন্তু কোনোপধ্যে এনেকৈ কব নোৱাৰি যে

তুমি যিহেতু এইখিনি কৰিব পাৰা, সেই কাৰণে এইখিনিয়ে তোমাৰ পক্ষে ভাল।

সকলোৱে জানে যে যিশুখৃষ্টই যেতিয়া বাহিৰা অনুষ্ঠান প্ৰধান ধৰ্ম্মক নিন্দা কৰি আধ্যাত্মিক ধৰ্ম্মৰ বাৰ্ত্তা ঘোষণা কৰিলে, তেতিয়া ইহুদীসকলে তেওঁৰ ধৰ্ম্ম গ্ৰহণ কৰা নাই। তথাপিও যিশুৱে নিজৰ জনচেৰেক অনুগামীকে লৈ সত্য ধৰ্ম্মক সমগ্ৰ মানৱৰ ধৰ্ম্ম বুলি প্ৰচাৰ কৰিছিল। তেওঁ কিন্তু এনেকৈ কোৱা নাই যে এই ধৰ্ম্ম যিসকলে বুজিব পাৰিছে তেওঁলোকৰহে, যিসকলে বুজিব পৰা নাই তেওঁলোকৰ নহয়। মহম্মদৰ আবিৰ্ভাৱৰ সময়তো পৌত্তলিক আৰবীয়সকলে যে তেওঁৰ একেশ্বৰবাদ সহজে গ্ৰহণ কৰিছিল, এনে নহয়; তথাপিও মহম্মদে তেওঁলোকক সম্বোধন কৰি কোৱা নাই—তোমালোকৰ পক্ষে যি সহজ, সেয়ে তোমালোকৰ ধৰ্ম্ম; তোমালোকে বোপা-ককাৰ দিনৰপৰা যি মানি আহিছা, সেয়ে তোমালোকৰ পক্ষে সত্য। তেওঁ এনে অদ্ভুত অসত্য কথা কোৱা নাই যে দহজনে লগ হৈ যিহকে পালন কৰে, সেয়ে সত্য, দহজন লগ হৈ যিহকে পালন কৰে, সেয়ে ধৰ্ম্ম। এনেকৈ তেওঁ কোৱা হলে উপস্থিত আপদ আতঁৰিলহেঁতেন, কিন্তু চিৰকালৰ বিপদ বাঢি গলহেঁতেন।

উপস্থিত ক্ষেত্ৰত মানুহে যিখিনি কৰিব পাৰে, সেইখিনিতে মানুহৰ সীমা নহয়—এই কথা বহলাই কবৰ প্ৰয়োজন নাই। তেনে হোৱা হলে যুগযুগান্তৰ ধৰি মানুহেও মৌমাখিৰ দৰে একেৰকমৰ মৌচাক সাজিয়ে জীৱন কটালেহেঁতেন। প্ৰকৃতপক্ষে অবিচলিত সনাতন প্ৰথাৰ গৌৰৱ যদি কোনোবাই কৰিব পাৰে, তেনেহলে সেয়া হৈছে পশু-পক্ষী, কীট-পতংগহে,—মানুহ নহয়; আৰু তাতকৈ বেছি গৌৰৱ কৰিব পৰা যদি কোনোবা আছে; সেয়ে হৈছে—ধূলি, মাটি—শিল। মানুহে কোনো এখন ঠাইলৈকে আহি নিজৰ স্বভাৱ এৰি চকু মুদি সীমা মানিব নোখোজে, সেই কাৰণেই তেওঁ মানুহ। মানুহৰ এই যে 'আৰু' ৰ পিনে গতি, ভূমাৰ প্ৰতি আকৰ্ষণ, এই খিনিতে তেওঁৰ শ্ৰেষ্ঠতা। এই শ্ৰেষ্ঠতাকে ৰক্ষা কৰিবলৈ, ইয়াক কেৱল সোঁৱৰাই থাকিবলৈ তেওঁৰ ধৰ্ম্মৰ ওপৰত ভাৰ দিয়া হৈছে। এই কাৰণে মানুহৰ অন্তৰে নিজৰ কল্যাণ সাধনৰ চিন্তা যিমান দূৰ পৰ্য্যন্ত কৰিব পাৰিছে, তেওঁৰ ধৰ্ম্ময়ো সিমান দূৰলৈকে প্ৰহৰীৰ দৰে চাই আছে; সেই মানৱ চেতনাৰ

একেবাৰে দিগন্তত থিয় দি ধৰ্ম্মই মানুহক অনন্তৰ পিনে অনবৰত আহ্বান জনাইছে।

মানুহৰ শক্তিৰ মাজত দুটা ফাল আছে ; এটা ফালৰ নাম হৈছে "পাৰে" আৰু আনটো ফালৰ নাম হৈছে—"পাৰিব"। "পাৰে" ৰ ফালটো মানুহৰ পক্ষে সহজ ; আৰু "পাৰিব"ৰ ফালটো মানুহৰ কাৰণে তপস্যা। ধৰ্ম্মই মানুহৰ এই "পাৰিব" ৰ উচ্চতম শিখৰত থিয় হৈ তেওঁৰ সমস্ত "পাৰে" ক অনবৰত টানি আছে আৰু তেওঁক আজৰি লবলৈকে দিয়া নাই, কোনো এটা বৰ্ত্তমানৰ সামান্য লাভৰ মাজতে মানুহক সন্তুষ্ট থাকিবলৈকে দিয়া নাই। এইদৰে মানুহৰ সকলো "পাৰে" যেতিয়া সেই "পাৰিব" ই অধিকাৰ কৰি সন্মুখৰ পিনে আগুৱাই লৈ যায়, তেতিয়াই হয়—মানুহ বীৰ, তেতিয়াই তেওঁ সত্যভাৱে আত্মাক লাভ কৰে। কিন্তু "পাৰিব" ৰ পিনে এই আকৰ্ষণ যিসকলে সহ্য কৰিব নোৱাৰে, তেওঁলোকে নিজকে মূৰ্খ আৰু অক্ষম বুলি কল্পনা কৰে ; তেওঁলোকে ধৰ্ম্মক এনেদৰে কয়—আমি য'তে আছো, তালৈকে তুমিও নামি আহাঁ। তাৰ পিছত ধৰ্ম্মক একেবাৰে সেই সহজসাধ্য সমতল পথাৰলৈ টানি আনিব পাৰিলে, তাৰ ওপৰত ডাঙৰ ডাঙৰ শিল জাপি দি যুগমীয়াকৈ ধৰ্ম্মক জীৱন্ত সমাধিস্থ কৰি ৰাখিবলৈ বিচাৰে আৰু মনতে ভাবে —ফাঁকি দিয়ে ধৰ্ম্ম পালোঁ আৰু এই ধৰ্ম্মক একেবাৰে ঘৰৰ চাৰিবেৰৰ মাজত চিৰকালৰ কাৰণে বান্ধি ৰাখি এতিয়া পুত্ৰ-পৌত্ৰাদিক্ৰমে ভোগ-দখল কৰি থাকিম। তেওঁলোকে ধৰ্ম্মক বন্দী কৰি নিজে নিজে অচল হৈ পৰে, ধৰ্ম্মক দুৰ্ব্বল কৰি নিজে হীনবীৰ্য্য হৈ পৰে আৰু ধৰ্ম্মক প্ৰাণহীন কৰিবলৈ গৈ নিজেও পলে পলে মৰিবলৈ ধৰে ; তেওঁলোকৰ সমাজখন কেৱল বাহিৰা আচাৰ-অনুষ্ঠান, অন্ধসংস্কাৰ আৰু কাল্পনিক বিভীষিকাৰ ধূৰ্ঁলী কুঁৱলীয়ে আগুৰি পেলায়।

প্ৰকৃততে ধৰ্ম্মই যেতিয়া মানুহক অসাধ্য সাধন কৰিবলৈ কয়, তেতিয়া ধৰ্ম্ম মানুহৰ শিৰৰ ভূষণ হৈ পৰে ; আৰু ধৰ্ম্মই তেতিয়া মানুহৰ প্ৰবৃত্তিৰ লগত কোনোমতে মিতিৰালি ৰাখিবৰ নিমিত্তে কাণে কাণে পৰামৰ্শ দিয়ে— তুমি যি পাৰা, সেয়ে তোমাৰ পক্ষে শ্ৰেষ্ঠ নাইবা দহজনে যি কৰি আহিছে, তাতেই তুমিও নিৰ্ব্বিচাৰে যোগ দিয়াটোতে তোমাৰ পুণ্য,—ধৰ্ম্ম তেতিয়া মানুহৰ প্ৰবৃত্তিৰ তললৈকে নামি যায়। ধৰ্ম্ম যেতিয়া প্ৰবৃত্তিৰ লগত বুজা-

বুজিলৈ আহিব খোজে আৰু লোকাচাৰৰ লগত আপোচ কৰি হলি-গলি কৰিবলৈ ধৰে, তেতিয়া ধৰ্ম্মই নিজৰ ওখ আসন ৰাখিব নোৱাৰে ; আৰু ধৰ্ম্মৰ একেবাৰে জাতিনষ্ট হৈ যায়।

আমাৰ দেশৰ বৰ্ত্তমান সমাজত ইয়াৰ বহুত প্ৰমাণ পোৱা যায়। আমাৰ সমাজত পুণ্যক সস্তীয়া কৰিবৰ কাৰণে কোৱা হৈছে—কোনো বিশেষ তিথি-নক্ষত্ৰত, কোনো বিশেষ নদ-নদীত স্নান কৰিলে কেৱল নিজৰে নহয়, বহু হেজাৰ পূৰ্ব্বপুৰুষৰো সকলো পাপ নাইকিয়া হৈ যায়। পাপ দূৰ কৰাৰ এনে এটি ডাঙৰ সহজ উপায় বিশ্বাস কৰিবলৈকে অতিশয় লোভ উপজে, তাত সন্দেহ নাই ; সেই কাৰণে মানুহে তেওঁলোকৰ ধৰ্ম্মশাস্ত্ৰৰ এনে কথাত নিজক কিছু পৰিমাণে ভোল নিয়ায় ; কিন্তু সম্পূৰ্ণকৈ ভোল নিওৱা অসাধ্য হৈ পৰে। এজনী বিধৱা তিৰোতাই এবাৰ মাজৰাতি চন্দ্ৰ গ্ৰহণৰ পিছত বুঢ়ীয়া শৰীৰেৰে যেতিয়া গংগা স্নান কৰিবৰ কাৰণে যাবলৈ ওলাইছিল, তেতিয়া মই তেওঁক প্ৰশ্ন কৰিছিলোঁ "—"আপুনি জানো এই কথা সচাঁকৈ বিশ্বাস কৰে যে পাপ বস্তুটো ধূলি-বালিৰ দৰে পানীৰে ধুই পেলোৱা সম্ভব? অথচ অকাৰণত আপুনি আপোনাৰ শৰীৰ-ধৰ্ম্মৰ বিৰুদ্ধে এই যে পাপ কৰিবলৈ ওলাইছে, ইয়াৰ ফল জানো আপুনি ভুগিব নালাগিব?" তেওঁ কলে— "বোপাই, ই যে একেবাৰে সহজ কাম ; তুমি যি কৈছা তাক মই ভালকৈও বুজোঁ ; কিন্তু ধৰ্ম্মই যি কয়, তাক পালন নকৰিলে মনত যে ভৰসা নোহোৱা হয়।" ইয়াৰ অৰ্থ এয়ে যে সেই তিৰোতাজনীৰ স্বাভাৱিক বুদ্ধি তেওঁৰ ধৰ্ম্মবিশ্বাসৰ ওপৰত আৰোহণ কৰিছে।

আৰু এটা দৃষ্টান্ত চাওক। একাদশীৰ দিনা বিধৱাই এটোপা পানী নোখোৱাকৈ উপবাস কৰা উচিত—এয়ে আমাৰ দেশৰ লোকাচাৰ সম্মত নাইবা শাস্ত্ৰানুগত ধৰ্ম্মৰ অনুশাসন। এই অনুশাসনৰ মাজত যি কঠোৰ নিষ্ঠুৰতা আছে, স্বভাৱতে আমাৰ প্ৰকৃতিত সেই নিষ্ঠুৰতা নাই। তিৰোতাক ভোক পিয়াহত কষ্ট দি আমি যে স্বাভাৱিকতে দুখ নাপাওঁ—এই কথা কেতিয়াও সচাঁ নহয়। তথাপিও আমি এই হতভাগিনীহঁতক ইচ্ছা কৰিয়ে দুখ দিওঁ, এই প্ৰশ্নৰ উত্তৰ যুক্তিসংগত ভাৱে একো পোৱা নাযায়। মাথোন ইয়াকে কব পাৰি যে আমাৰ ধৰ্ম্মই কয়—বিধৱাসকলক একাদশীৰ দিনা ভোকৰ ভাত আৰু পিয়াহৰ পানী দিব নোৱাৰি ; আনকি মৰিবলৈ ওলোৱা জনীৰ মুখত বেমাৰৰ

দৰবখিনি দিয়াও নিষেধ। ইয়াৰপৰা স্পষ্টকৈ দেখা গৈছে যে আমাৰ ধৰ্ম্ম আমাৰ স্বাভাৱিক বুদ্ধিৰ বহুত তললৈ নামি গৈছে।

মই অনেক ক্ষেত্ৰত দেখিবলৈ পাইছো যে ল'ৰা-ছোৱালীবোৰে সিহঁতৰ সহপাঠী বন্ধুবোৰক জাতি-বৰ্ণ লৈ ঘৃণা নকৰে—কেতিয়াও সিহঁতে নিজকে হীন কুলৰ বন্ধুৰ তুলনাত কোনো বিষয়তে শ্ৰেষ্ঠ বুলি নাভাবে; কাৰণ বহুতো ক্ষেত্ৰতে শ্ৰেষ্ঠতাই জাতি-বৰ্ণলৈকে কটাক্ষ নকৰে; তথাপিও খোৱা-বোৱাৰ সময়ত সিহঁতে হীন কুলৰ বন্ধুৰ সংস্পৰ্শ অকণো ৰাখিব নোখোজে। এনে ঘটনাও চকুত পৰিছে যে ৰান্ধনীঘৰৰ বাহিৰৰ দুৱাৰডলিত এটা ঘড়ী পৰিছিল; সেই ঘড়ীটো বুটলি লবৰ কাৰণে পতিত জাতিৰ ল'ৰা এটাই অকণমান সময়ৰ কাৰণ দুৱাৰডলিত ভৰি দিবলগীয়া হৈছিল; সেই কাৰণে ৰান্ধনীঘৰৰ সকলো ভাত-আঞ্জা পেলনি গৈছিল; অথচ সেই দুৱাৰডলিয়েদি সদায় কুকুৰ অহা-যোৱা কৰে; তথাপিও ভাত-আঞ্জা অপৱিত্ৰ নহয়। এই আচৰণৰ ক্ষেত্ৰত যি পৰিমাণৰ অতি অসহনীয় মানৱ-ঘৃণা আছে, সিমান পৰিমাণৰ ঘৃণা জানো প্ৰকৃততে আমাৰ আন্তৰিক প্ৰকৃতিত আছে? ইমান মানৱ-ঘৃণা যে আমাৰ জাতিৰ মনত স্বাভাৱিকতে আছে, এই কথা মই স্বীকাৰ কৰিব নোৱাৰোঁ। প্ৰকৃতপক্ষে ইয়াৰপৰা স্পষ্টকৈ দেখা গৈছে যে আমাৰ ধৰ্ম্ম আমাৰ হৃদয়তকৈও বহু তললৈ নামি গৈছে।

এইদৰে মানুহৰ ধৰ্ম্ম যেতিয়া নিজতকৈও তললৈ নমাই দিয়া হয়, তেতিয়া সেই মানুহে নিজৰ সহজ মনুষ্যত্বও কিমান দূৰ পাহৰি যায়, তাৰে এটি নিষ্ঠুৰ দৃষ্টান্ত মোৰ মনত জুয়ে পোৰা দাগৰ দৰে যাউতিযুগীয়া হৈ ৰৈ আছে। জনা মতে—এজন বিদেশী বুগীয়া বাটৰুৱা গাঁৱৰ আলিৰ কাষত তিনি দিন ধৰি অনাশ্ৰয় হৈ পৰি আছিল আৰু তিলতিলকৈ মৰিবলৈ আগ বাঢ়িছিল। ঠিক সেই সময়ত এটা ডাঙৰ পুণ্যস্নানৰ তিথিও পৰিছিল—হেজাৰ বিজাৰ নৰ-নাৰীয়ে কেৰাদিনো জুৰি পুণ্য লাভৰ কামনাৰে সেই বাটেদি গৈছিল' অথচ তেওঁলোকৰ মাজৰ এজনেও এনে কথা কোৱা নাই—এই মৰণমুখী মানুহ-জনক ঘৰলৈ লৈ গৈ ৰক্ষা কৰিবৰ চেষ্টা কৰোঁচোন আৰু তাতেই মোৰ পুণ্য হব। সকলোৱে মনে মনে ভাবিছে—নাজানো এইটো ক'ৰ মানুহ, আৰু ইয়াৰ কি জাত-কুল—শেষ অৱস্থাত ঘৰলৈ নি জানো পৰাচিতৰ বোজা বব পাৰি? মানুহৰ স্বাভাৱিক দয়াই যদি নিজৰ কাম কৰিবলৈ লয়, তেনে হলে

ধৰ্ম্মৰ ৰক্ষকস্বৰূপ সমাজে তেওঁক দণ্ড দিব। এই ক্ষেত্ৰত ধৰ্ম্ম মানুহৰ হৃদয় প্ৰকৃতিৰ তুলনাত বহুত তললৈকে নামি গৈছে।

মই গাৱঁ-ভুঁইলৈ গৈ দেখিবলৈ পালো—তাত নমঃশূদ্ৰসকলৰ মাটিত অন্য জাতিৰ লোকে খেতি নকৰে; তেওঁলোকৰ ধান নেকাটে, তেওঁলোকৰ ঘৰ বান্ধিও নিদিয়ে অৰ্থাৎ পৃথিবীত জীয়াই থাকিব লাগিলে মানুহৰপৰা মানুহে যি সহযোগিতা দাবী কৰিব পাৰে, তেওঁলোকক সেই দাবীৰ অযোগ্য বুলি কোৱা হৈছে; বিনা অপৰাধত আমি তেওঁলোকৰ জীৱনযাত্ৰা দুৰূহ আৰু অসহনীয় কৰি তুলি জন্মৰপৰা মৃত্যুলৈকে তেওঁলোকক প্ৰতিদিনে শাস্তি দি আছো। অথচ মানুহক এনেদৰে নিতান্ত অকাৰণত নিৰ্য্যাতন কৰা কি আমাৰ স্বভাৱসম্মত কাম? আমি নিজে সকলৰ-পৰা যথেষ্ট পৰিমাণে সেৱা আৰু সাহায্য লবলৈ দ্বিধাবোধ নকৰোঁ, সেই সকলক সকলো প্ৰকাৰে সহায়ৰপৰা বঞ্চিত কৰাটোকে জানো আমাৰ অন্তৰৰ ন্যায় বুদ্ধিয়ে প্ৰকৃততে যুক্তি সংগত বুলিব পাৰে?—কেতিয়াও নোৱাৰে। কিন্তু মানুহক এনেদৰে অন্যায়, অৱজ্ঞা কৰিবলৈকে আমাৰ ধৰ্ম্মইহে উপদেশ দিছে; আমাৰ প্ৰকৃতিয়ে দিয়া নাই। আমাৰ হৃদয় দুৰ্ব্বল বুলিয়ে যে আমি এনেদৰে অবিচাৰ কৰো, এনে নহয়—ইয়ে আমাৰ কৰ্ত্তব্য আৰু ইয়াক নকৰাটো আমাৰ কাৰণে দোষ বুলিয়ে আমি এনে কৰোঁ। আমাৰ ধৰ্ম্ম প্ৰকৃতিৰ তললৈকে নামি গৈ—অন্যায়ৰ দ্বাৰা আমাক বান্ধি পেলাইছে আৰু এই ধৰ্ম্মই শুভবুদ্ধিৰ নামত দেশৰ নৰ-নাৰীক শ শ বছৰ ধৰি ইমান নিৰ্দ্দয়ভাৱে, ইমান অন্ধ, মূৰ্খৰ দৰে উৎপড়ীন কৰিয়ে চলি আছে।

আমাৰ দেশৰ বৰ্ত্তমান শিক্ষিত সম্প্ৰদায়ৰ এক শ্ৰেণীৰ মানুহে তৰ্ক কৰে যে জাতিভেদ দেখোন ইউৰোপতো আছে; তাতো দেখোন অভিজাত বংশৰ মানুহে সহজে নীচ বংশৰ লগত একেলগে খোৱা মেলা কৰিবলৈ নিবিচাৰে। এওঁলোকৰ এই কথা অস্বীকাৰ কৰিব নোৱাৰি। মানুহৰ মনত অভিমান বুলি এটা প্ৰবৃত্তি আছে; সেই প্ৰবৃত্তিক অৱলম্বন কৰিয়ে মানুহৰ ভেদবুদ্ধি উদ্ধত হৈ উঠে—ইয়ো সচাঁ; কিন্তু ধৰ্ম্মই নিজে জানো সেই অভিমানৰ লগত আপোচ কৰি তাৰে সৈতে একেখন আসনতে বহা উচিত? ধৰ্ম্মই জানো নিজৰ সিংহাসনত বহি এই অভিমানৰ বিৰুদ্ধে যুদ্ধ ঘোষণা নকৰিব? চোৰে সকলো দেশতেই চুৰ কৰে; কিন্তু আমাৰ সমাজত দেখোন মেজিষ্ট্ৰেটেও নিজে

চোৰৰ লগত যোগ দি চোৰক নিজৰ পিয়াদা বুলিহে নিজ হাতে সোণৰ চাব-মোহৰ পিন্ধাই দিছে! এনে অৱস্থাত কাৰ ওচৰত কেতিয়াকৈ বিচাৰ পোৱা যাব আৰু কাৰদ্বাৰানো কিদৰে ৰক্ষা পাব পাৰি?

এনে ধৰণৰ অদ্ভুত তৰ্কও আমাৰ মুখত শুনা যায় যে'যিসকল তামসিক প্ৰকৃতিৰ লোক, মদ-মঙহ যিসকলে খাবই আৰু পাশবিকতা যিসকলৰ স্বভাব-সম্মত, তেওঁলোকৰ পাশবিকতাক যদি—ধৰ্ম্মৰ সম্মতিক্ৰমে নিৰ্দ্দিষ্ট পৰিমাণে স্বীকাৰ কৰি লোৱা হয় আৰু তেওঁলোকক কৈ দিয়া হয়—মদ মঙহ খোৱা আৰু চৰিত্ৰক কলুষিত কৰা তোমালোকৰ পক্ষে ধৰ্ম্ম; তাত অকণো দোষ নাই, বৰঞ্চ সেয়া ভালেই। এনেধৰণৰ তৰ্কৰ সীমাৰেখা ক'তনো আছে ভাবি পোৱা নাযায়। মানুহৰ মাজত এনেধৰণৰ স্বভাৱতে পাপিষ্ঠ অমানুহ আছে—যিসকলে নৰহত্যা কৰিও আনন্দ অনুভৱ কৰে। এই ধৰণৰ লোকৰ কাৰণে ঠগ-প্ৰবঞ্চনাকো ধৰ্ম্ম বুলিয়ে বিশেষভাৱে নিৰ্দ্দিষ্ট কৰি দিয়া উচিত—এই কথা কবলৈও বোধ কৰোঁ আমাৰ জিভা কোঁচ নাখাব—অন্ততঃ যেতিয়ালৈকে আমাৰ নিজৰ ডিঙিটো তেওঁলোকৰ ফাঁচিৰ সমুখত আহি উপস্থিত নহয়।

ধৰ্ম্মৰ সম্বন্ধে মানুহৰ উচ্চ অধিকাৰ, নিম্ন অধিকাৰ এবাৰ কেনেবাকৈ স্বীকাৰ কৰিবলৈ আৰম্ভ কৰিলেই মানুহৰ জীৱনসাগৰত মেলি দিয়া মহাতৰী টুকুৰা-টুকুৰকৈ ভাঙি সৰু সৰু ভুৰ তৈয়াৰ কৰা হব, তেতিয়া আৰু মহাসাগৰৰ বুকুত যাত্ৰা কৰা অসম্ভৱ, পাৰৰ কাষত একাঠু পানীতে খেল-ধেমালি কৰি থাকিব পাৰি মাথোন। কিন্তু যিসকলে কেৱল খেল-ধেমালিকে কৰিব, কোনোদিনে মহাসাগৰত যাত্ৰা নকৰে, তেওঁলোকে খেৰ-কুটা যি ইচ্ছা তাকে লৈ খেলাৰ ভুৰ সাজি লওক; তেওঁলোকৰ জড়তাৰ কাৰণেই অমূল্য ধৰ্ম্মতৰীক টুকুৰা-টুকুৰকৈ ভাঙি চিৰদিনৰ নিমিত্তে সৰ্ব্বনাশ ঘটাব পাৰি জানো?

এই কথা আকৌ কৈছো—ধৰ্ম্ম মানুহৰ পূৰ্ণশক্তিৰ অকুণ্ঠিত বাণী; তাৰ মাজত কোনো দ্বিধাবোধ নাই। ধৰ্ম্মই মানুহক মূৰ্খ বুলি স্বীকাৰ নকৰে, দুৰ্ব্বল বুলিও অৱজ্ঞা নকৰে। ধৰ্ম্মই দেখোন মানুহক চিঞৰি কৈছে—তুমি অজয়, তুমি অশোক, তুমি অভয়, তুমি অমৃত। সেই ধৰ্ম্মৰ সহায়ত—মানুহে যি কৰিব পৰা নাই, তাকেই কৰিব পাৰিছে; যিটো হৈ উঠিব বুলি কোনো দিনে সপোনতো ভবা নাই, এদিনাখন সিও হৈ উঠিছে। কিন্তু এই

ধৰ্ম্মৰ মুখেদিয়ে যদি মানুহে মানুহক কেৱল এনেদৰে কৈ থাকে—"তুমি মূৰ্খ তুমি নুবুজিবা", তেনেহলে সেইজন লোকৰ মূৰ্খতা কোনে আঁতৰাব ; যদি কোৱা হয়—"তুমি অক্ষম, তুমি নোৱাৰিবা", তেনেহলে সেইজন লোকক শক্তি-দান কৰিবলৈ জগতত এনে সাধ্য কাৰ আছে ?

আমাৰ দেশত বহুদিনৰ পৰা তেনেবোৰ ঘটি আছে। আমাৰ দেশৰ বেছিভাগ লোকক আমাৰ ধৰ্ম্মশাসনে নিজে কৈ আছে—পূৰ্ণ সত্যত তোমাৰ অধিকাৰ নাই ; অসম্পূৰ্ণতে তুমি সন্তুষ্ট থাকা। কিমান মানুহে পিতৃ-পিতামহৰ দিন ধৰি এনে কথা শুনি আহিছে—মন্ত্ৰৰ তোমালোকৰ আৱশ্যক নাই, পূজাৰ কাৰণে তোমালোকৰ প্ৰয়োজন নাই, দেৱমন্দিৰত তোমালোকৰ প্ৰবেশ নাই, তোমালোকৰ ওচৰত ধৰ্ম্মৰ দাবী হৈছে—তোমালোকৰ ক্ষুদ্ৰ সাধ্য অনুপাতে যৎকিঞ্চিৎ মাথোন। তোমালোকে স্থূল বস্তুবোৰক লৈয়ে ব্যস্ত থাকা, চিত্তক অধিক ওখলৈ তুলিব নালাগে ; য'তে আছা, সেইদৰে তলত পৰি থাকিয়ে তোমালোকে সহজে ধৰ্ম্মৰ ফললাভ কৰিব পাৰিবা।

অথচ একেবাৰে হীন মানুহৰো ধৰ্ম্মৰ ওচৰতহে একমাত্ৰ সন্মানৰ ঠাইখন আছে—তেওঁ জনা উচিত যে সেই ঠাইত তেওঁৰ অধিকাৰৰ কোনো সংকোচ হব নোৱাৰে। ৰজাই বোলক, পণ্ডিতেই বোলক বা অভিজাত বুলিয়ে কওক—সংসাৰৰ ক্ষেত্ৰতহে তেওঁলোকৰ সেই পৰিমাণে ক্ষমতা আৰু প্ৰভুত্ব ;—ধৰ্ম্মৰ ক্ষেত্ৰত দীনহীন মূৰ্খৰ অধিকাৰো কৃত্ৰিম শাসনৰ দ্বাৰা সংকীৰ্ণ কৰিবৰ ক্ষমতা কোন মানুহৰে নাই। ধৰ্ম্মই মানুহৰ সকলোতকৈ ডাঙৰ আশা—তাতেই তেওঁৰ মুক্তি, কিয়নো তাতেই তেওঁৰ সকলো ভৱিষ্যৎ, তাতেই তেওঁৰ অন্তহীন সম্ভাৱনীয়তা ; ক্ষুদ্ৰ বৰ্ত্তমানৰ সকলো সংকোচ তাতেই আঁতৰি যাব পাৰে। গতিকে সংসাৰৰ পিনে, জন্ম বা যোগ্যতাৰ ফালে চকু দি মানুহৰ অধিকাৰক যিমানে খণ্ড-বিখণ্ড নকৰক লাগে, ধৰ্ম্মৰ ক্ষেত্ৰত কোনো মানুহৰ যি কোনো বাধা সৃষ্টি কৰিব পৰা ইমান ডাঙৰ স্পৰ্দ্ধাযুক্ত অধিকাৰ পৰম জ্ঞানী পুৰুষ বা চক্ৰৱৰ্ত্তী সম্ৰাটৰো নাই।

ধৰ্ম্মৰ অধিকাৰ বিচাৰ কৰি তাৰ সীমা নিৰ্দ্দেশ কৰিব্লৈদিব পৰা তুমি কোন যে তোমাৰ সেই অলৌকিক শক্তি আছে ! তুমি জানো অন্তৰ্য্যামী ? মানুহৰ মুক্তিৰ দায়িত্ব গ্ৰহণ কৰিবলৈ তুমি জানো অহংকাৰ কৰা ? তুমি লোকসমাজ, লৌকিক ব্যৱহাৰৰ মাজতে নিজক চম্ভালিব নোৱাৰা, কিমান তোমাৰ পৰাজয়, কিমান

তোমাৰ বিকৃতি, তোমাৰ কিমান প্ৰলোভন ; তুমি তোমাৰ অত্যাচাৰৰ লাঠি-ডালক ধৰ্ম্মৰ নামত সোণেৰে বন্ধাই লৈ ধৰ্ম্মৰাজৰ ঠাই অধিকাৰ কৰিব বিচাৰাঁ! তেনে কৰিয়ে আজি শ শ বছৰ জুৰি এটা ইমান ডাঙৰ সমগ্ৰ জাতিকে তুমি মৰ্ম্মে মৰ্ম্মে শিকলিৰে বান্ধি সেই জাতিক পৰাধীনতাৰ অন্ধকূপৰ মাজত খোৱা কৰি পেলাই দিছা—তাৰ বাবে উদ্ধাৰৰ আৰু বাট ৰখা নাই। যি সৰু, যি স্থূল, যি অসত্য আৰু অবিশ্বাস্য, তাকো দেশকালপাত্ৰ অনুসাৰে ধৰ্ম্ম বুলি স্বীকাৰ কৰি কি প্ৰকাণ্ড, অসংগত অসংলগ্ন জঞ্জালৰ ভয়ংকৰ বোজা মানুহৰ মূৰৰ ওপৰত আজি শ শ বছৰ ধৰি তুলি ৰাখিছা! সেই ৰাজহাড় ভঙা নিষ্পেষিত পুৰুষালিৰে নতশিৰ হোৱা মানুহে প্ৰশ্ন কৰিবও নাজানে, প্ৰশ্ন কৰিলেও তেওঁৰপৰা উত্তৰ নাহে—কেৱল বিভীষিকাৰ তাড়নাত আৰু কাল্পনিক প্ৰলোভনৰ ব্যৰ্থ আশ্বাসত তেওঁক চলাই নিয়া হৈছে ; চাৰিওফালৰ-পৰা আকাশত তৰ্জ্জন-গৰ্জ্জন উঠিছে ; আৰু এই আদেশ নানা কঠোৰ ভাৱে প্ৰতিধ্বনিত হৈছে : যি কৈছোঁ তাকেই মানি চলাঁ ; কিয়নো তুমি মূৰ্খ তুমি নুবুজিবাঁ ; পাঁচজনে যি কৰিছে, তাকেই কৰি যোৱাঁ—কিয়নো তুমি অক্ষম ; হেজাৰ বছৰৰ পূৰ্ব্ববৰ্ত্তী সময়ৰ লগত তোমাক তোমাৰ ভৱিৰপৰা মূৰলৈকে হেজাৰ বিজাৰ জৰীয়ে বান্ধি ৰাখিছে ; কিয়নো নতুনকৈ নিজৰ কল্যাণ চিন্তা কৰিবৰ শক্তিমাত্ৰও তোমাৰ নাই। বাধা-নিষেধে জুৰুলা কৰা চিৰকাপুৰুষ নিৰ্ম্মাণ কৰিবৰ কাৰণে ইমান ডাঙৰ সমগ্ৰদেশ বিয়পি পৰা ভয়ংকৰ লৌহযন্ত্ৰ ইতিহাসৰ পাতত আৰু ক'ৰবাত কোনোবাই সৃষ্টি কৰিছে নে আৰু সেই মনুষ্যত্ব চূৰ্ণ বিচূৰ্ণ কৰা যন্ত্ৰটিক আৰু কোনোবা দেশত ধৰ্ম্মৰ পৱিত্ৰ নামেৰে অভিহিত কৰা হৈছে নে?

দুৰ্গতিতো প্ৰত্যক্ষ ঘটিছে, আৰু তো কোনো যুক্তিৰ প্ৰয়োজন নাই ; কিন্তু তথাপিও প্ৰত্যক্ষকো চকু মেলি নাচাই চকু মুদি কেৱল তৰ্ক চলাই থাকিব। আমাৰ দেশত ব্ৰহ্মৰ ধ্যান, পূজা-অৰ্চ্চনাত যে বহু বিচিত্ৰ স্থূলতাৰ প্ৰচাৰ হৈছে, তৰ্কৰ সময়ত আমি তাক চৰম বুলি মানি নলওঁ। আমি কওঁ যে মানুহ আধ্যাত্মিকতাৰ যি অৱস্থাত আছে, এই দেশত সেই বাবে তেনে ধৰণৰ আশ্ৰয় গঢ়ি দিয়া হৈছে ; এইদৰে প্ৰত্যেকে নিজ নিজ আশ্ৰয়ত থাকি ক্ৰমশঃ নিজেই উচ্চতৰ অৱস্থাৰ কাৰণে প্ৰস্তুত হৈছে। কিন্তু মই জানিবলৈ বিচাৰোঁ— অনন্ত কালৰ অসংখ্য মানুহৰ প্ৰত্যেকৰে ভিন ভিন অৱস্থাৰ কাৰণে অনুৰূপ

উপযুক্ত আশ্ৰয় গঢ়ি দিব পাৰে, এনে সাধ্য কাৰ আছে? সমস্ত বিচিত্ৰতাকে ঠাই দিব, অথচ বাধা নিদিয়ে, এনে মহান বিশ্বকৰ্ম্মা মানব সমাজত কোন আছে?

প্ৰকৃততে মানুহৰ অসীম বৈচিত্ৰ্যক যিসকলে সঁচাকৈয়ে মানে, তেওঁলোকে মানুহৰ কাৰণে অসীম ঠাইকে আছুতীয়াকৈ ৰাখে। ঠাই যেতিয়া মুকলি, বিচিত্ৰতায়ো তাত অবাধে নিজকে প্ৰকাশ কৰিব পাৰে। এই কাৰণে যি সমাজত জাগ্ৰত আৰু নিদ্ৰিত কালৰ সকলো কাৰ্য্যকে একেবাৰে পকাকৈ বন্ধা আছে, তাত মানুহৰ চৰিত্ৰ নিজ স্বতন্ত্ৰতাৰ মাজত দৃঢ় হৈ উঠিব নোৱাৰে; সকলোৱে একে সাঁচতে ঢলা নিৰ্জ্জীৱ ভাল মানুহ যেন হৈ থাকে। আধ্যাত্মিক ক্ষেত্ৰতো সেই কথা মিলে। মানুহৰ সকলো চিন্তা-কল্পনাকে যদি অবিচলিত স্থূল ৰূপত একেবাৰে বান্ধি পেলোৱা হয়, যদি তেওঁক কোৱা হয় অসীমক তুমি কেৱল এই একেটি মাথোন নাইবা কেইটামান বিশেষ ৰূপতে চিন্তা কৰি থাকা, তেনেহলে সেই উপায়েৰে সঁচাকৈয়ে মানুহৰ স্বাভাৱিক বিচিত্ৰতাক জানো আশ্ৰয় দিয়া হয়, তেওঁৰ চিৰ ধাবিত পৰিণতি ধাৰাক সহায় কৰা হয়? ইয়াৰদ্বাৰা তেওঁৰ আধ্যাত্মিক বিকাশক জানো বান্ধি ৰখা নহয়, আধ্যাত্মিকতাৰ ক্ষেত্ৰত তেওঁক কৃত্ৰিম উপায়ে মূৰ্খ আৰু খোৰা কৰি ৰখা নহয় নে?

এই যে সুবিশাল বিশ্বব্ৰহ্মাণ্ডত নানা জাতিৰ নানা লোকে শিশুকালৰ পৰা বুঢ়ালৈকে নানা অৱস্থাৰ মাজেদি চিন্তা কৰিছে, কল্পনা কৰিছে, কৰ্ম্ম কৰিছে; যদি এখন জগতৰ মাজতে এওঁলোক সকলোৱে আশ্ৰয় নাপায়; যদি এদল প্ৰবল প্ৰতাপী বুদ্ধিমান ব্যক্তিয়ে মন্ত্ৰণা কৰি কয় যে এওঁলোকৰ প্ৰত্যেকৰ কাৰণে আৰু প্ৰত্যেকৰ ভিন ভিন অৱস্থাৰ বাবে স্বতন্ত্ৰ কৰি একোখন সৰু সৰু জগৎ একেবাৰে পকা কৰি বান্ধি দিয়া হব—তেতিয়া জানো এই হতভগীয়াসকলৰ উপকাৰ কৰা হব? মানুহৰ অন্তৰৰ চিৰ বিচিত্ৰ অভি-ব্যক্তিক কোনো কৃত্ৰিম সৃষ্টিৰ মাজত চিৰদিনৰ কাৰণে আটক কৰি ৰাখিব পাৰে, এনে কল্পনা যিজনে কৰিব পাৰে, তেঁৱেই বিশ্বৰ শত্ৰু। সৰুৰপৰা ডাঙৰলৈকে, অবোধৰপৰা জ্ঞানীলৈকে সকলোৱে এই একেখন অসীম জগতত বাস কৰিছে বুলিয়ে প্ৰত্যেকে নিজৰ বুদ্ধি আৰু প্ৰকৃতি অনুসৰি ইয়াৰ মাজতে নিজৰ শক্তিৰ জোখাৰে পূৰা পাওনা আদায় কৰি লবৰ চেষ্টা কৰিছে। সেই কাৰণেই শিশু যেতিয়া কিশোৰ বয়সত উপনীত হৈছে, তেতিয়া তাৰ শৈশৱৰ জগৎখন বলেৰে ভাঙি পেলাই এটা বিপ্লৱ ঘটাবলগীয়া হোৱা নাই।

তাৰ বুদ্ধি বাঢ়িল, শক্তি বাঢ়িল, জ্ঞানো বাঢ়িল, তথাপি সি নতুন জগতৰ সন্ধানত লৰা ধ পৰা কৰি ফুৰিব লগা হোৱা নাই। একেবাৰে নিৰীহ মূৰ্খ আৰু বুদ্ধিত বৃহস্পতি—সকলোৰে কাৰণেই এই একেখন সুবিশাল জগৎ বৈ আছে। কিন্তু নিজৰ উপস্থিত প্ৰয়োজন বা মূৰ্খতাৰ কাৰণে মানুহে যেতিয়াই মানুহৰ বিচিত্ৰতাক শ্ৰেণীবিভাগ কৰি প্ৰত্যেকৰ অধিকাৰক সনাতন কৰি তুলিবলৈ বিচাৰিছে, সেই ক্ষেত্ৰত হয় মনুষ্যত্বৰ বিনাশ ঘটিছে, নহয় ভয়ংকৰ বিদ্ৰোহ আৰু বিপ্লৱ ওচৰ চাপি আহিছে। কোনো উপায়ে কোনো বুদ্ধিমান লোকে মানুহৰ প্ৰকৃতিক জীৱন্ত ৰাখি চিৰদিনৰ বাবে স্থায়ী বান্ধোনেৰে বান্ধিব পৰা নাই। মানুহক নমৰাকৈ মৈদামত পুতি থোৱা কোনো মতে সম্ভৱপৰ নহয়। মানুহৰ বুদ্ধিক যদি দমাই ৰাখিব খোজা, তেনেহলে তেওঁৰ বুদ্ধিক নষ্ট কৰি পেলোৱা; মানুহৰ জীৱনৰ চঞ্চলতাক যদি কোনো এটি সুদূৰ অতীতৰ সুগভীৰ কুঁৱাৰ তলত বুৰাই ৰাখিব খোজা, তেনেহলে তেওঁক নিৰ্জীৱ কৰি পেলোৱা। নিজৰ উপস্থিত প্ৰয়োজনৰ সময়ত বিবেকহীন হৈ পৰিলে মানুহে মানুহক এনেদৰে নিষ্ঠুৰভাবে পংগু কৰিবলৈ বিচাৰে; সেই কাৰণেইতো মানুহে নিলাজ ভাষাৰে এনে কথা কয় যে পাপমতি সকলোকে যদি শিক্ষা দিয়া হয়, তেনেহলে আমি চাকৰ-নাকৰ নেপাম; তিৰোতাসকলক যদি বিদ্যা দান কৰা যায়, তেনেহলে তেওঁলোকৰদ্বাৰা আৰু ৰন্ধাবঢ়া কৰোৱা টান হব; প্ৰজাসকলক যদি অবাধে উচ্চ শিক্ষা দিয়া যায়, তেনেহলে তেওঁলোক নিজৰ সংকীৰ্ণ অৱস্থাত সন্তুষ্ট থাকিব নোৱাৰিব। প্ৰকৃততে এইটো নিশ্চিত সত্য যে মানুহক কৃত্ৰিম শাসনেৰে বান্ধি খৰ্ব্ব কৰিব নোৱাৰিলে আন কোনো উপায়ে তেওঁক একেখন ঠাইতে চিৰকাল স্থিৰভাৱে ৰাখিব নোৱাৰি। গতিকে যদি কোনোবাই ভাবে যে ধৰ্ম্মকো মানুহৰ অন্যান্য শ শ নাগপাশৰ বান্ধোনৰ দৰে আন এটি বান্ধোন কৰি লৈ তাৰদ্বাৰা মানুহৰ বুদ্ধি বিশ্বাস আৰু আচৰণক চিৰকালৰ বাবে একে ঠাইতে বান্ধি ৰাখি থৈ সম্পূৰ্ণ নিশ্চিন্ত হৈ থকাই শ্ৰেয়ঃ, তেনেহলে তেওঁৰ কৰ্ত্তব্য হব—আহাৰ, বিহাৰ, নিদ্ৰা জাগৰণৰ সময়ত হেজাৰ-হেজাৰ বাধা-নিষেধৰ বিভীষিকাৰদ্বাৰা, প্ৰলোভনৰ সহায়ত আৰু অসংযত কাল্পনিকতাৰদ্বাৰা মানুহক মেঘাচ্ছান্ন কৰি ৰখাটোৱে। তেনে মানুহক জ্ঞান, কৰ্ম্ম কোনো ক্ষেত্ৰতে যেন যুক্তিৰ সোৱাদ লবলৈ দিয়া নহয়; ক্ষুদ্ৰ বিষয়তো মানুহ জনৰ বুচি যেন বান্ধ খাই থাকে, সামান্য ঘটনাতো

তেওঁৰ ইচ্ছাই যাতে সহাঁৰি নাপায়; কোনো মংগল চিন্তাতে তেওঁ যেন নিজৰ বুদ্ধি-বিচাৰ খটুৱাব নোৱাৰে; আৰু বাহ্যিক, মানসিক আৰু আধ্যাত্মিক কোনো ফালেই তেওঁ যেন সাগৰ পাৰ হবৰ কাৰণে সুযোগ নেপায়, প্ৰাচীনতম শাস্ত্ৰৰ লংগৰত কঠিনতম আচাৰ-বিচাৰৰ শিকলিৰে লৰচৰ নোহোৱাকৈ পাৰঘাটত একে চটা শিলতে তেওঁ যেন বান্ধ খাই পৰি থাকে।*

কিন্তু তাৰ্কিকৰ লগত তৰ্ক কৰিবলৈ আমি হয়তো নিজৰ দেশৰ প্ৰতি অবিচাৰ কৰিছো। এই যে দেখা গৈছে আমাৰ ধৰ্ম্ম চিন্তাৰ স্থূলতা আৰু আমাৰ ধৰ্ম্ম-কৰ্ম্মৰ মধ্যখিনিয়ে নানা ৰূপ ধৰি আজি সমগ্ৰ দেশকে ওপৰা-উপৰিকৈ আবৰণেৰে ঢাকি ৰাখি বহু পৰিমাণে অন্ধতাৰ মাজত ৰাখিছে— ই কোনো এদল বিশেষ বুদ্ধিমান লোকৰ মিলিত পৰামৰ্শৰ ফলত হোৱা নাই। যদিও আমি অহংকাৰ কৰি কওঁ যে এয়া আমাৰ বহু দূৰদৰ্শী পূৰ্ব্বপুৰুষ-সকলৰ জ্ঞানকৃত কাম; কিন্তু এয়া সত্য কথা নহয়: প্ৰকৃততে এয়া আমাৰ অজ্ঞানকৃত কাম। আমাৰ দেশৰ বুৰঞ্জীৰ বিশেষ অৱস্থাত বিশেষ কাৰণত বিপাকত পৰি এনে কাম হৈ উঠিছে। আমি অধিকাৰভেদে চিন্তা কৰি মানৰহু বুদ্ধিৰ ওজন অনুসৰি ভিন ভিন অৱস্থাৰ উপযোগী পূজা-অৰ্চ্চনা আৰু আচাৰ পদ্ধতিৰ সৃষ্টি কৰিছোঁ—এই কথাষাৰ কোনোমতে সচাঁ হব নোৱাৰে। আমাৰ কান্ধত যি বোজা পৰিছে, তাকেই আমি দাণ্ডি লৈছোঁ। ভাৰতবৰ্ষত

* এই কথাৰ উত্তৰত কোনো কোনেৱে কয় যে অধিকাৰভেদ চিৰন্তন নহয়; সেয়া সাধনাৰ অৱস্থাভেদ মাথোন। কিন্তু আমাৰ যি সমাজত কোনো এক বিশেষ বৰ্ণৰ কাৰণে ধৰ্ম্মৰ উচ্চতম অধিকাৰ মুকলি আৰু আন আন বৰ্ণৰ কাৰণে দুৱাৰ বন্ধ, তাত জানো এনে উত্তৰ খাটে? প্ৰত্যেক মানুহৰ অধিকাৰ কোনো কৃত্ৰিম নিয়মেৰে কোনেও স্থিৰ কৰি দিব নোৱাৰে; তদুপৰি যদিহে দেখিলোঁহেঁতেন যে সমাজত তেনে চেষ্টা সজীৱ হৈ আছে; যদিহে দেখা পাওঁ কেতিয়াবা বামুণো শূদ্ৰ হৈ গৈছে; আৰু শূদ্ৰেো বামুণ হব পাৰিছে, তেতিয়া অন্ততঃ বুজিলোঁহেঁতেন যে এই সমাজত মানুহৰ অধিকাৰলাভ তেওঁৰ ব্যক্তিগত ক্ষমতাৰ ওপৰত নিৰ্ভৰ কৰে। আমাৰ দেশত একালত সমাজ আৰু ধৰ্ম্মৰ অধিকাৰভেদ হয়তো সচল আৰু সজীৱ আছিল; কিন্তু যেতিয়া এই সচলতা হেৰাই গ'ল—তেতিয়াই এইবোৰ আমাৰ বাটৰ বিঘিনি হৈ পৰিছে, যেতিয়া এইবোৰ আমাৰ জীৱনৰ লগত বাঢ়ি নুঠা হ'ল, তেতিয়াই ইবোৰে আমাৰ জীৱনৰ গতি অৱৰোধ কৰিছে। পুৰণি কালত আৰ্য্য-সমাজ কি নিয়মেৰে চলিছিল—সেই কথা বিচাৰ কৰা এই প্ৰবন্ধৰ আলোচ্য বিষয় নহয়, সেই-টো স্পষ্টকৈ কৈ থোৱা আৱশ্যক।

আৰ্য্যসকলৰ সংখ্যা কম আছিল। তেওঁলোকে নিজৰ ধৰ্ম্মসভ্যতাক চিৰদিন মিশ্ৰিত নোহোৱাকৈ নিজৰ প্ৰকৃতি অনুসাৰে ফুটাই তুলিব পৰা নাই। পদে পদে নানা অনুন্নত জাতিৰ লগত তেওঁলোকৰ সংঘাত হৈছিল; সেই জাতি-বোৰক প্ৰতিৰোধ কৰাৰ লগে লগে সিবোৰৰ লগত তেওঁলোকৰ মিশ্ৰণ ঘটি-ছিল; পুৰাণ-ইতিহাসত ইয়াৰ অনেক প্ৰমাণ পোৱা যায়। এনেকৈ এদিন ভাৰতবৰ্ষীয় আৰ্য্য জাতিৰ ঐক্যধাৰা বিভক্ত আৰু মিশ্ৰিত হৈ পৰিছিল। নানা নিকৃষ্ট জাতিৰ বিবিধ পূজা-পদ্ধতি, আচাৰ সংস্কাৰ, কথা-কাহিনী তেওঁ-লোকৰ সমাজ ক্ষেত্ৰত জোৰকৈ সোমাই ঠাই দখল কৰিছিল। অত্যন্ত বীভৎস, নিষ্ঠুৰ, অনাৰ্য্য আৰু কুৎসিৎ সামগ্ৰীকো নিলগাই ৰখা সম্ভৱপৰ হোৱা নাই। এই সকলো বিবিধ বিচিত্ৰ অসংলগ্ন টুকুৰাবোৰকে লৈ আৰ্য্যশিল্পীয়ে কিবা এটা থিয় কৰিবৰ কাৰণে প্ৰাণপণে চেষ্টা চলাই আহিছে। কিন্তু এনে কাম অসাধ্য। যিবোৰৰ মাজত সচাঁ-সঁচিকৈয়ে মিল নাই; কৌশল খটুৱাই সিবোৰৰ মিল কৰিব নোৱাৰি। সমাজৰ মাজলৈ যিবোৰ সোঁতৰ গতিত উটি ভাঁহি আহিছে; সমাজে যদি সিবোৰক সামৰি লবলৈ বাধ্য হয়, তেনেহলে সমাজৰ যি শ্ৰেষ্ঠত্ব, সেই শ্ৰেষ্ঠত্বৰ ঠাই নাইকিয়া হৈ যায়। হাবি-বন পালন কৰাৰ দায়িত্ব যদি খেতিয়কৰ ওপৰত দিয়া হয়, তেনেহলে শষ্য ৰক্ষা কৰা অসাধ্য হৈ পৰে। হাবি বনৰ লগত শস্যৰ স্বাভাৱিক বিৰোধ আছে; এই দুই বিধৰ সমন্বয় সাধন কৰিব পৰা খেতিয়ক ক'ত আছে বাৰু! সেই কাৰণে আজি আমি য'ৰে ত'ৰে হাবি-বনক ঠাই দিয়াৰ কাৰণে সমস্ত খেতিপথাৰ জংগলে ডাঠকৈ ঘেৰি পেলাইছে; সেই হাবি-বনৰ মাজত বহু শ বছৰ জুৰি ঠেলা ঠেলি, হেঁচা-হেঁচি চলি আছে; আজি যি সবল, কাইলৈ সি দুৰ্ব্বল হৈছে; আজি যিহে ঠাই পাইছে, কাইলৈ সি ঠাই পোৱা নাই; আৰু এই হেঁচা-হেঁচিৰ মাজতে বতাহে ক'ৰ পৰা বাহিৰা গছৰ গুটি উৰাই আনি পথাৰৰ কোনো এটি চুকত ৰাতিৰ ভিতৰতে ছটিয়াই দি আচৰিত উদ্ভিদৰ সৃষ্টি কৰিছে। এনে হাবি-বনৰে ভৰা সকলো জঞ্জালেই অবাধে প্ৰৱেশ কৰিব পাৰে; কিন্তু একমাত্ৰ খেতিয়কৰ কোৰ সুমুৱাবৰ সময়তহে বাধা-নিষেধ আছে; এই ঠাইত যিবোৰ ঘটিছে সকলো প্ৰাকৃতিক নিৰ্ব্বাচনৰ নিয়ম অনুসৰি হৈছে—পিতামহসকলে একালত সত্যৰ যি বীজ ছটিয়াইছিল সেই শস্য যে ক'ত চেপা-খুন্দা খাই পৰি আছে—তাক দেখা পোৱা নেযায়। কোনোবাই যদি সেই শস্য বিচাৰি জংগল

উধালিবলৈ হাত মেলে, তেনেহলে পথাৰৰ ৰখীয়াই হাতত লাঠি লৈ খেদি আহি কবহি—এই নতুন মানুহটো আমাৰ প্ৰাচীন খেতি নষ্ট কৰিবলৈ আহিছে। এইদৰে বিবিধ জাতিৰ সকলো বোজা আৰু নানা কালৰ আবৰ্জ্জনা লৈ নিৰ্ব্বিচাৰে আমি কেৱল এটা ডাঙৰ গোট বান্ধিয়ে চলি আছোঁ আৰু উত্তৰোত্তৰভাবে সঞ্চিত ভাল-বেয়া, ন-পুৰণি, আৰ্য্য-অনাৰ্য্য অমিলবোৰকে হিন্দু-ধৰ্ম্ম নামে এটা নাম দি আটাইখিনিকে আমি চিৰকলীয়া সামগ্ৰী বুলি গৌৰব কৰিছোঁ, ইয়াৰ গধুৰ বোজাই আমাৰ জাতিক কত যুগ যুগান্তৰ জুৰি ধূলিৰে ধূলিয়ৰি কৰি ৰাখিছে; কোনোমতে জাতিটো আগ বাঢ়িব পৰা নাই; এই সানমিহলি ডাঙৰ বোজাটিকে জীৱনৰ সৰ্ব্বোচ্চ সম্পদ বুলি জাতিটোৱে গ্ৰহণ কৰিছে; বোজাটিৰ কোনোফালে কমাব খুজিলেই তাক অধৰ্ম্ম বুলি প্ৰাণ—পণে বাধা দিয়ে; আৰু-দুখ দুৰ্গতিৰ মাজত বুৰ গৈও আজি সেই জাতিৰ শিক্ষিত অভিমানী লোকসকলে গৰ্ব্ব কৰে যে ধৰ্ম্মৰ এনে আচৰিত বৈচিত্ৰ্য জগতৰ আন ক'তো নাই; অন্ধসংস্কাৰৰ এনে অবাধ আধিপত্য আৰু কোনো সমাজতে দেখা নাযায়; সকলো প্ৰকাৰৰ মনোমুগ্ধ-কৰ বিশ্বাসৰ এনে আহল-বহল থলী মানৱৰ বুৰঞ্জীতে আৰু ক'তো তৈয়াৰ হোৱা নাই; আৰু পৰস্পৰৰ মাজত ইমান ভেদাভেদ, পাৰ্থক্য আন কোনো সমাজত এনেকৈ চিৰদিন বিভক্ত কৰি ৰখাটো সম্ভৱপৰ হোৱা নাই—গতিকে বিশ্ব-সংসাৰত একমাত্ৰ হিন্দু সমাজতে উচ্চ-নীচ সকলে সমানে নিৰ্ব্বিচাৰে স্থান লাভ কৰিছে।

কিন্তু বিচাৰেই মানুহৰ ধৰ্ম্ম। উচ্চ-নীচ, শ্ৰেয়ঃ আৰু প্ৰেয়ঃ, ধৰ্ম্ম আৰু স্বভাৱৰ মাজত মানুহে বাছনি কৰি গ্ৰহণ কৰিব লাগিব। সকলোকে মানুহে সামৰি ৰাখিব নোৱাৰিব—তেনে চেষ্টা কৰিবলৈ গ'লে মানুহৰ আত্মৰক্ষা নহব। মানুহৰ স্থূলতম তামসিক মনোভাবে কয় যে যি যেনেকৈ আছে, সি তেনেকৈয়ে থাকক, যি বিনাশৰ উপযুক্ত, তাকো এই তামসিকভাৱে সনাতন বুলি আকোঁৱালি লবলৈ বিচাৰে; আৰু সকলোকে একে ঠাইতে থাকিবলৈ কৈ তাকেই নিজৰ ধৰ্ম্ম বুলি সম্মান কৰে।

মানুহে সদায় নিজৰ আটাইতকৈ ভালখিনিকে প্ৰকাশ কৰিব খোজে, এয়ে তেওঁৰ সাধনাৰ লক্ষ্য। যি আপোনা-আপুনি আহি জমা হৈছে, আৰু যিবোৰ হেজাৰ বছৰ আগেয়ে ঘটিছে—সেইবোৰ প্ৰকাশ কৰিব নোখোজে। নিজৰ সৰ্ব্বশ্ৰেষ্ঠ খিনি প্ৰকাশ কৰিবৰ যি শক্তি, সেই শক্তি মানুহক তেওঁৰ ধৰ্ম্মই

দিছে। এই কাৰণে মানুহে নিজৰ ধৰ্ম্মৰ আদৰ্শক নিজা তপস্যাৰ সৰ্ব্বশেষত, নিজ শ্ৰেষ্ঠতাৰ চৰম ঠাইত থাপিছে। কিন্তু মানুহে যেতিয়া বিপদত পৰি বা মোহত বুৰ গৈ ধৰ্ম্মক নমাই আনে, তেতিয়া নিজৰ সাংঘাতিক বিপদ ঘটে; তেতিয়া ধৰ্ম্মই তেওঁৰ পক্ষে সৰ্ব্বনশীয়া বোজা হৈ পৰে। যি বস্তুক ওপৰত থলে ওপৰলৈ টানে, তাক তলত নমাই ৰাখিলে সি তললৈ টানি লৈ যায়। গতিকে ধৰ্ম্মক কোনো জাতিয়ে যদি নীতিৰ পিনে নেৰাখি ৰীতিৰ পিনে ৰাখে, বুদ্ধিৰ পিনে ঠাই নিদি সংস্কাৰৰ ফালে ঠাই দিয়ে, অন্তৰৰ পিনে আসন নিদি যদি বাহিৰা অনুষ্ঠানতে ধৰ্ম্মক আবদ্ধ কৰা হয়; আৰু ধৰ্ম্মৰ ওপৰত যদি দেশ-কাল-পাত্ৰৰ ভাৰ নিদি, দেশ-কাল-পাত্ৰৰ হাতত্হে ধৰ্ম্মক হাতে-ভৰি বান্ধি নিৰ্ম্মমভাৱে সমৰ্পণ কৰা হয়, ধৰ্ম্মৰ দোহাই দি যদি কোনো জাতিয়ে মানুহক পৃথক কৰি ৰাখে, এক শ্ৰেণীৰ অভিমানী লোকক আন এক শ্ৰেণীৰ মূৰৰ ওপৰত তুলি দিয়ে আৰু মানুহৰ উত্তম আশা তথা পৰম অধিকাৰক হীনতাৰ অপমানৰপৰা ৰক্ষা কৰিব পাৰে, এনে কোনো সভা-সমিতি, কংগ্ৰেছ-কনফাৰেন্স, এনে কোনো বাণিজ্য ব্যৱসায়ৰ উন্নতি, এনে কোনো ৰাজনৈতিক ইন্দ্ৰজাল বিশ্বজগততে নাই। সেই জাতি এটা সংকটৰপৰা উদ্ধাৰ পালেও আৰু এটা সংকটে তাক বেঢ়ি ধৰিব; এটা প্ৰবল শক্তিয়ে সেই জাতিক অনুগ্ৰহ পূৰ্ব্বক সন্মান দিলে, আন এটি প্ৰবলতৰ শক্তিয়ে আগবাঢ়ি আহি সেই জাতিক লাঞ্ছনা কৰিবলৈ কুণ্ঠিত নহব; যিয়ে নিজৰ সৰ্ব্বোচ্চক সৰ্ব্বোচ্চ সন্মান নিদিয়ে, সি কেতিয়াও উচ্চ আসন নাপায়। নিঃসন্দেহে কব পাৰি—ধৰ্ম্মৰ বিকাৰৰ কাৰণে গ্ৰীচৰ মৃত্যু হৈছে; ধৰ্ম্মৰ বিকাৰৰ গুণতে ৰোম বিলুপ্ত হৈছে; আৰু আমাৰ দুৰ্গতিৰ কাৰণো আমাৰ ধৰ্ম্মৰ মাজতে নহৈ আন ঠাইত হব নোৱাৰে। এই কথাও নিঃসন্দেহে কব পাৰি যে উদ্ধাৰৰ ইচ্ছা যদি আমি কৰোঁ, তেনেহলে বাহিৰৰ পিনে চকু দিলে কোনো ফল নাই; কোনো সমাগত বাহিৰা সুবিধাৰ সুযোগ ললে কোনো লাভ নাই; ৰক্ষাৰ উপায় কেৱল বাহিৰত বিচাৰি যোৱাটো দুৰ্ব্বল আত্মাৰ মৰ্ধালি মাথোন; ধৰ্ম্মো ৰক্ষতি ধাৰ্ম্মিকম্‌ এয়ে হৈছে ধ্ৰুব সত্য।

# মানব-সত্য

আমাৰ জন্মভূমি তিনিখন, তিনিওখনেই একেখনতে জড়িত। প্ৰথম পৃথিবী। মানুহৰ বাসস্থান পৃথিবীৰ সৰ্ব্বত্ৰ। হিম-চেঁচা-বৰফেৰে ঢকা পৰ্ব্বতমালা, তপত বালিৰে ভৰা মৰুভূমি, সুউচ্চ দুৰ্গম গিৰিশ্ৰেণী আৰু এই বংগদেশৰ নিচিনা সমতলভূমি, সকলোতে মানুহৰ স্থিতি। দৰাচলতে মানুহৰ বাসস্থান একেখনেই। বেলেগ বেলেগ জাতিৰ নহয়, গোটেই মানুহ জাতিৰ। মানুহৰ কাৰণে পৃথিবীৰ কোনো অংশ দুৰ্গম নহয়। ইয়াৰ ওচৰত পৃথিবীয়ে হৃদয় অবাৰিত কৰি দিছে।

মানুহৰ দ্বিতীয় বাসস্থান স্মৃতিলোক। অতীতকালৰপৰা পূৰ্ব্বপুৰুষ-সকলৰ কাহিনী আনি মানুহে কালৰ সজা সাজিছে। এই কালৰ সজা স্মৃতিৰ দ্বাৰা ৰচিত, গ্ৰথিত। ই কেৱল কোনো একোটা বিশেষ জাতিৰ কথা নহয়, গোটেই মানুহ জাতিৰ কথা। স্মৃতিলোকত সকলো মানুহৰ মিলন। বিশ্ব-মানৱৰ বাসস্থান-একালে পৃথিবী আৰু আনফালে সমস্ত মানুহৰ স্মতিলোক। মানুহে জন্ম গ্ৰহণ কৰে সমস্ত পৃথিবীত, জন্ম গ্ৰহণ কৰে সমগ্ৰ ইতিহাসত।

মানুহৰ তৃতীয় বাসস্থান আত্মিকলোক। তাকে ক'ব পাৰি সৰ্ব্বমানৱচিত্তৰ মহাদেশ। অন্তৰে অন্তৰে সকলো মানুহৰ যোগৰক্ষেত্ৰ এই চিত্তলোক। কাৰবাৰ চিত্ত হয়তো বেৰ দি আগুৰা আৰু কাৰবাৰ চিত্ত আকৌ বিকৃত হোৱাৰ কাৰণে তাৰ বিপৰীত। কিন্তু এটা ব্যাপক চিত্ত আছে যিটো ব্যক্তিগত নহয়, বিশ্বগত সেই চিত্তৰ চিনাকিটো আমি কেতিয়াবা হঠাৎ পাওঁ। এদিন আহ্বান আহে। অকস্মাৎ কেতিয়াবা মানুহে সত্যৰ কাৰণে প্ৰাণ দিবলৈ ইচ্ছা কৰে। সাধাৰণ মানুহৰ মাজতো দেখা যায়, যেতিয়া সি স্বাৰ্থ পাহৰি যায, যেতিয়া তাৰ অন্তৰত ভালোপোৱা জাগে। নিজৰ ক্ষতি কৰি পেলায়, তেতিয়া বুজি পাওঁ মনৰ মাজত এটা দিশ আছে যিটো দিশ সৰ্ব্বমানৱৰ চিত্তেৰে সৈতে একেটা দিশ।

বিশেষ প্ৰয়োজনত ঘৰৰ পৰিসীমাৰ মাজত খণ্ডাকাশ আবদ্ধ, কিন্তু প্ৰকৃততে মহাকাশৰ লগত তাৰ যোগ আছে। ব্যক্তিগত মন নিজৰ বিশেষ প্ৰয়োজনৰ সীমাত সংকীৰ্ণ হৈ থাকিলেও প্ৰকৃততে সৰ্ব্বমানৱচিত্তত সি বিয়পি আছে।

তাৰ প্ৰকাশ আচৰিত। কোনোবা এজন পানীত পৰি গ'ল। আৰু আন এজনে পানীত জাপ দিলে তাক ৰক্ষা কৰিবৰ কাৰণে। অইন এজনৰ প্ৰাণ ৰক্ষা কৰিবলৈ গৈ নিজৰ প্ৰাণ বিপদত পেলোৱা কথা। নিজে জীয়াই থকাটোৱেই যাৰ একমাত্ৰ লক্ষ্য সি ক'ব, মই জীয়াই থাকিলে বোপাইৰ নাম। কিন্তু নিজে ৰক্ষা পৰাকে এটাইতকৈ ডাঙৰ ৰক্ষা পৰা বুলি নভবা মানুহো যে আছে সেইটোও দেখা গ'ল। তাৰ কাৰণে সৰ্ব্বমানৱসত্তা পৰস্পৰ যোগযুক্ত।

যি পৰিয়ালত মোৰ জন্ম, সেই পৰিয়ালত এটা বিশেষ ভাবৰ ধৰ্ম্ম পালন কৰা হয়। উপনিষদ আৰু পিতৃদেৱৰ অভিজ্ঞতা, ৰামমোহন আৰু আন আন সাধকসকলৰ সাধনাই আমাৰ পৰিয়ালৰ সাধনা। মই পিতাৰ এটাইতকৈ সৰু পুতেক। জাতকৰ্ম্মকে ধৰি মোৰ সকলো সংস্কাৰ বৈদিক মন্ত্ৰেৰেই কৰা হৈছিল। মই হৈছোঁ স্কুল-পলৰীয়া ল'ৰা। যতেই চাৰিসীমা বন্ধ আছে তাৰ লগতে মোৰ ৰাহিয়ে পুজিয়ে নাহে। যি অভ্যাস বাহিৰৰপৰা জাপি দিয়া হৈছে, তাক গ্ৰহণ কৰিব মই নোৱাৰোঁ। কিন্তু পিতাদেৱে তাৰ কাৰণে মোক গালি নাপাৰিছিল। তেখেতে নিজেই স্বাধীনতা অৱলম্বন কৰি বোপাককাৰ দিনৰ সংস্কাৰ ত্যাগ কৰিছিল। সাধাৰণতকৈ বেছি গভীৰ জীৱনতত্ব সম্বন্ধে চিন্তা কৰাৰ স্বাধীনতা মোৰো আছিল। এই কথা স্বীকাৰ কৰিবই লাগিব যে মোৰ এই স্বাধীন মনোভাৱৰ কাৰণে কেতিয়াবা কেতিয়াবা তেখেতে মনঃকষ্টও পাবলগীয়া হৈছিল। তথাপি একো কোৱা নাছিল।

সৰুকালত বাৰে বাৰে পঢ়োঁতে পঢ়োঁতে উপনিষদৰ ভালেখিনি মোৰ মুখস্থ হৈ গৈছিল। সম্পূৰ্ণ মনেৰে গোটেইখিনি গ্ৰহণ কৰিব পৰা নাই। শ্ৰদ্ধা আছিল, শক্তি হয়তো নাছিল। এনে সময়তে উপনয়ন হ'ল। উপনয়নৰ সময়ত গায়ত্ৰী মন্ত্ৰ দিয়া হৈছিল। অকল মুখস্থ কৰাই নহয়; বাৰে বাৰে অতি স্পষ্টকৈ উচ্চাৰণ কৰি মুখেৰে মাতিছো আৰু পিতাৰপৰা গায়ত্ৰী মন্ত্ৰৰ ধ্যানৰ অৰ্থ বুজি লৈছো। তেতিয়া মোৰ বয়স বাৰ বছৰ হ'ব। এই মন্ত্ৰ চিন্তা কৰোঁতে কৰোঁতে এনেকুৱা লাগিছিল যে বিশ্বভুবনৰ অস্তিত্ব আৰু মোৰ অস্তিত্ব একাত্মক। ভূৰ্ভুবঃ স্বঃ—এই ভূলোক, অন্তৰীক্ষ মই তাৰেই লগত অখণ্ড, এই বিশ্বব্ৰহ্মাণ্ডৰ আদি অন্তত যিজন আছে তেওঁৰেই আমাৰ মনলৈ চৈতন্য পঠিয়াই দিছে। চৈতন্য আৰু বিশ্ব বাহিৰে আৰু অন্তৰে সৃষ্টিৰ এই দুই ধাৰা এক ধাৰাত মিলি গৈছে।

এনেদৰে ধ্যানৰদ্বাৰা যিজনক উপলব্ধি কৰিছো তেওঁ বিশ্বাত্মাত আৰু মোৰ আত্মাত চৈতন্যৰ যোগেদি যুক্ত হৈ আছে। এই ধৰণৰ চিন্তাৰ আনন্দত মোৰ মনৰ মাজলৈ এটা জ্যোতি আহি পৰিল। এই কথা মোৰ অতি স্পষ্টকৈ মনত আছে।

তেতিয়া মোৰ বয়স হৈছে। কিজানিবা ওঠৰ কি উনেছ হৈছে নহলেবা বিছো হ'ব পাৰে। চৌৰংগীত আছিলো ককাইদেউৰ লগত। এনে এজন ককাইদেউ কোনেও কেতিয়াও পোৱা নাই। তেওঁ আছিল একাধাৰে বন্ধু, ভাই, সহযোগী।

তেতিয়া অতি পুৱাতে উঠা অভ্যাস আছিল। মোৰ পিতাও উঠিছিল অতি পুৱাতে। মনত আছে এবাৰ ডেলহৌচি পাহাৰত পিতাৰ লগত আছিলো। তাত অতিপাত জাৰ। সেই জাৰত পুৱাই হাতত লেম লৈ আহি পিতাই মোক শোৱাৰপৰা জগাই দিয়েহি। সেই পুৱাতে উঠি এদিন মই চৌৰংগীৰ ঘৰৰ বাৰান্দাত থিয় হৈ আছিলো। তেতিয়া তাত ফ্রি স্কুল বুলি এখন স্কুল আছিল। আলিবাটটো পাৰ হলেই স্কুলেৰ সীমা দেখা যায়। সেই ফালে চাই দেখিলো গছৰ আঁৰে আঁৰে বেলি ওলাইছে। যেতিয়াই বেলি ওলাল গছৰ আঁৰৰপৰা, তেতিয়াই মনৰ আঁৰ কাপোৰ খনো দাং খাই গ'ল। ভাব হ'ল মানুহে যেন জন্মৰপৰাই এই আৱৰণ লৈ থাকে। তাতেই তাৰ স্বাতন্ত্র্য। স্বাতন্ত্র্যৰ আঁৰ বেৰ নাইকিয়া হলে সাংসাৰিক প্ৰয়োজনৰ বহুত অসুবিধা। কিন্তু সেইদিনা সূৰ্য্যোদয়ৰ লগে লগে মোৰ আৱৰণ খহি পৰিল। ভাব হ'ল সত্যক মুক্ত দৃষ্টিৰে দেখিলো, দুটা মুটিয়াই কান্ধত হাত দি হাঁহি হাঁহি গৈ আছে। সিহঁতক দেখি ভাব হ'ল কিযে অনিৰ্ব্বচনীয় সুন্দৰ। সিহঁত যে মুটিয়া এই ভাব মনলৈ নাহিল। সেই দিনা সিহঁতৰ অন্তৰাত্মক দেখিলো, য'ত আছে চিৰকালৰ মানুহ।

সুন্দৰ বুলি কাক কওঁ। বাহিৰত যি অকিঞ্চিৎকৰ, যেতিয়া দেখোঁ তাৰ আন্তৰিক অৰ্থ তেতিয়াই দেখোঁ সুন্দৰক। এটা গোলাপফুল গৰু-পোৱালিৰ কাৰণে সুন্দৰ নহয়। মানুহৰ কাৰণে সি সুন্দৰ—মানুহ তাৰ পাহিও নহয়, ঠাৰিও নহয়, অথচ এটা আন্তৰিক সাৰ্থকতা বিচাৰি পাইছে। পাবনাৰ গাঁওবাসী কবিয়ে যেতিয়া ওফোন্দ পাতি থকা প্ৰণয়িনীৰ মান-ভঞ্জনৰ কাৰণে এটকা দামৰ টোপোলা ('ট্যাহা দামের মোটরি') অনাৰ প্ৰস্তাৱ কৰে তেতিয়া

তাৰ দাম এটকাতকৈ বহুত বাঢ়ি যায়। এই টোপোলা বা গোলাপৰ আন্তৰিক অৰ্থটি যেতিয়া আমি দেখিবলৈ পাওঁ তেতিয়াই সি সুন্দৰ। সেই দিনা সেই কাৰণে আচৰিত হৈ গলো। দেখিলো সমস্ত পৃথিবী অপৰূপ। মোৰ এজন বন্ধু আছিল। তেওঁ সুবুদ্ধিৰ কাৰণে বেছি বিখ্যাত নাছিল। এদিন তেওঁ মোক সুধিছিল, "বাবু ঈশ্বৰক দেখিছানে? মই কলো, "ওঁহোঁ, নাই দেখা। তেওঁ কলে, "মই দেখিছো।" মই সুধিলো, "কেনেকুৱানো?" তেওঁ উত্তৰ দিলে, "এয়া যে চকুৰ আগত বিজ বিজ কৰি আছে।" আগেয়ে তেওঁ আহিলে ভাবিছিলো তেওঁ আমনি দিবলৈ আহিল আৰু। সেইদিনা তেওঁকো ভাল লাগিল। তেওঁক মই নিজেই মাতিলো। মনত ভাব হ'ল যে তেওঁৰ নিবুৰ্দ্ধিতাটো আকস্মিকহে, সেইটো তেওঁৰ চৰম আৰু চিৰন্তন সত্য নহয়। তেওঁক মাতি আনি সেই দিনা আনন্দ পালো। সেই দিনা তেওঁ "অমুক" নহয় মই যাৰ অন্তৰ্গত; তেঁৱো সেই মানৱলোকৰ অন্তৰ্গত। তেতিয়া ভাব হ'ল এয়ে মুক্তি, এই অৱস্থাত চাৰি দিন আছিলো, চাৰি দিন জগৎখন সত্য ভাবে দেখিছো, তাৰ পিছত জ্যোতি ককাইদেৱে কলে, "দাৰ্জ্জিলিঙলৈ যাও ব'লা" তাত গৈ পালো আঁৰ কাপোৰ আকৌ আহি পৰিছে। আকৌ সেই অকিঞ্চিৎকৰতা, সেই প্ৰাত্যহিকতা। কিন্তু তাৰ আগৰ কেইদিন সকলোৰে মাজত যিজনক দেখা গ'ল তাৰ সম্বন্ধে আজিলৈকে আৰু সংশয়ৰ থল নাই। তেওঁ সেই অখণ্ড মানুহ—যিজন মানুহৰ ভূত-ভবিষ্যতৰ মাজত পৰিব্যাপ্ত—যি অৰূপ, কিন্তু সকলো মানুহৰ ৰূপৰ মাজত যাৰ অন্তৰতম আৱিৰ্ভাৱ।

২

সেই সময়ত এয়ে মোৰ জীৱনৰ প্ৰথম অভিজ্ঞতা, যাক আধ্যাত্মিক নাম দিব পাৰি। ঠিক সেই সময়ত বা ঠিক তাৰ পিছতে যি ভাবে মোক অভিভূত কৰি পেলাইছিল তাৰ ফট্‌ফটীয়া ছবি দেখা যায় মোৰ সেই সময়ৰ কবিতাত—প্ৰভাত-সংগীতৰ মাজত। তেতিয়া যি ভাব আপোনা-আপুনি প্ৰকাশ পাইছে সি ধৰা পৰিছে প্ৰভাত-সংগীতত। পিছত কেতিয়াবা চিন্তা কৰি লিখিলে তাৰ ওপৰত সিমান নিৰ্ভৰ কৰিব পৰা নগলহেঁতেন। পোনতেই কৈ থোৱা ভাল, প্ৰভাত-সংগীতৰপৰা যি কবিতা শুনাম সি কেৱল সেই সময়ত ছবি ফট্‌ফটীয়াকৈ দেখুৱাবৰ কাৰণেহে কাব্য হিছাপে তাৰ মূল্য অতি সামান্য। মোৰ মনত ইয়াৰ

একমাত্ৰ মূল্য এয়ে যে, তেতিয়াৰ দিনত মোৰ মনত যি এটা আনন্দৰ উচ্ছ্বাস উঠিছিল সি ইয়াত ব্যক্ত হৈ উঠিছে। তাৰ ভাব অসংলগ্ন, ভাষা কেঁচা যেন অতিপাত কষ্ট কৰি হলেও কিবা এটা কোৱাৰ চেষ্টা কিন্তু চেষ্টা বুলি কলেও ঠিক নহব। প্ৰকৃততে চেষ্টা তাত নাই। ফুটাই ক'ব নোৱাৰা মনটোৱে যথাসাধ্যে কোনোমতে ভাব এটা ব্যক্ত কৰিছে, আদৰ্শৰ ফালৰপৰ বিচাৰ কৰি চালে সাহিত্যত স্থান পোৱাৰ যোগ্য সি একেবাৰেই নহয়।

যিবোৰ কবিতা পঢ়ি শুনাম, তাক সংকোচ ভাবেৰেহে শুনাম, উৎসাহেৰে নহয়। প্ৰথম দিনাই যি লিখিছো সেই কবিতাটোকে আগতে পঢ়ো। অৱশ্যে ঠিক প্ৰথম দিনাই লিখা হয় নে নহয় মোৰ পক্ষে তাক ন-দি কোৱা টান। ৰচনাৰ কাল সম্পৰ্কে মোৰ ওপৰত নিৰ্ভৰ কৰিলে নহব। মোৰ কাব্যৰ বুৰঞ্জী-লেখক যিসকল তেখেতসকলে ভালকৈ জানে। হৃদয় যেতিয়া তোলপাৰ লাগি উঠিছিল অদ্ভুত ভাবোচ্ছ্বাসত, এয়া হৈছে তেতিয়াই লিখা। তাকে এতিয়াৰ অভিজ্ঞতাৰ লগত মিলাই চাব লাগিব। মই কৈছো আমাৰ এটা দিশ অহং আৰু এটা দিশ আত্মা। অহং জানিবা খণ্ডাকাশ, ঘৰৰ মাজত থকা আকাশ, যাৰ কাৰণে বিষয় কৰ্ম্ম মামলা-মকদ্দমা এইবোৰ। সেই আকাশৰ লগত যুক্ত আছে মহাকাশ। তাক লৈ বৈষয়িকতা নাই; সেই আকাশ অসীম, বিশ্বব্যাপী। বিশ্বব্যাপী আকাশ আৰু খণ্ডাকাশৰ মাজত যি প্ৰভেদ, অহং আৰু আত্মাৰ মাজতো সেই প্ৰভেদ। মানৱত্ব বোলোঁতে যি বিৰাট পুৰুষক বুজায়, তেওঁ আমাৰ খণ্ডাকাশৰ মাজতো আছে। মোৰ মাজতে দুটা দিশ আছে—এটা মোতে বান্ধ খাই আছে, আৰু এটা সকলোতে বিয়পি আছে। এই দুইটাই যুক্ত আৰু এই দুয়োটা মিলিয়েই মোৰ সম্পূৰ্ণ সত্তা। সেই দেখিয়েই কৈছোঁ যেতিয়া আমি অহংটোক একান্তভাবে খামুচি ধৰোঁ তেতিয়া আমি মানৱধৰ্ম্মৰ-পৰা খহি পাৰোঁ। সেই মহামানৱ, সেই বিৰাট পুৰুষ, যিজন মোৰ মাজত আছে তাৰ লগত তেতিয়াই ঘটে বিচ্ছেদ।

> জাগিয়া দেখিনু আমি আঁধারে রয়েছি আঁধা,
> আপনারি মাঝে আপনি রয়েছি বাঁধা,
> রয়েছি মগ্ন হয়ে আপনারি কলস্বরে
> ফিরে আসে প্রতিধ্বনি নিজেরি শ্রবণ'পরে

এয়েই হৈছে অহং, নিজতে আবদ্ধ, অসীমৰপৰা খহি পৰি অন্ধ হৈ থাকে

অন্ধকাৰৰ মাজত। তাৰ মাজতে যে আছিলো সেইটো অনুভৱ কৰিলো। সি যেন এটা সপোনৰ খেল।

গভীর-গভীর গুহা, গভীর আঁধাৰ ঘোর
গভীর ঘুমন্ত প্রাণ একেলা গাহিছে গান,
মিশিছে স্বপন গীতি বিজন হৃদয়ে মোর

টোপনিৰ মাজত সত্যৰ যি খেল সত্যৰ যোগ তাৰ লগত নাই। অমূলক মিছা নানা নাম দিওঁ আমি তাক। অহং অৰ মাজত সীমাবদ্ধ যি জীৱন সি মিছা। নানা অত্যাচাৰ, দুখ, ক্ষতি সকলো তাতে লুতুৰি পুতুৰি হৈ আছে। অহং-এ যেতিয়া সাৰ পাই উঠি আত্মাৰ উপলব্ধি কৰে তেতিয়া সি নতুন জীৱন লাভ কৰে। অসময়ত সেই অহং-অৰ ওমলা ঘৰৰ মাজতে বন্দী হৈ আছিলো। এনেকৈয়ে নিজৰ ওচৰতে নিজৰ প্রাণটোকে লৈ আছিলো, বৃহৎ সত্যৰ ৰূপ দেখা নাই।

আজি এ প্রভাতে রবির কর
কেমনে পশিল প্রাণের'পর,
কেমনে পশিল গুহার আঁধারে প্রভাত পাখির গান।
নাজানি কেন রে এতদিন পরে জাগিয়া উঠিল প্রাণ।
জাগিয়া উঠিছে প্রাণ,
ওরে উথলি উঠেছে বারি,
ওরে প্রাণের বেদনা প্রাণের আবেগ রুধিয়া রাখিতে নারি।

এইটো হৈছে সেই দিনৰ কথা, যিদিনা অন্ধকাৰৰ পৰা পোহৰ আহিল, বাহিৰৰ, অসীমৰ। সেইদিনা চেতনাই নিজক এৰি ভূমাৰ মাজত প্রৱেশ কৰিলে। সেইদিনা ফাটকৰ দুৱাৰ খুলি বাহিৰলৈ গুচি যাবৰ কাৰণে জীৱনক সকলো বিচিত্র লীলাৰ লগত একেলগ হৈ বোঁৱতী নদীত উটাই দিবৰ কাৰণে অন্তৰৰ মাজত তীব্র ব্যাকুলতা। সেই বোঁৱতী নদীৰ গতি মহান, বিৰাট সাগৰৰফালে। তাকেই এতিয়া বুলিছো বিৰাট পুৰুষ। সেই যে মহামানৱ তাৰ মাজতেই গৈ নদী মিলিব, কিন্তু সকলোৰে মাজেদি। এই যে আহ্বান আহিল, সূৰ্য্য'ৰ পোহৰত জাগ্রত হৈ মন ব্যাকুল হৈ উঠিল, ক'ৰপৰা এই আহ্বান? ইয়াৰ আকৰ্ষণ মহাসাগৰৰ পিনে, সমস্ত মানৱৰ মাজেদি ভোগ, ত্যাগ একোকে অস্বীকাৰ কৰি নহয়, সমস্ত স্পৰ্শ লৈ শেহত পৰেগৈ এঠাইত, য'ত

কী জানি কী হল আজি, জাগিয়া উঠিল প্রাণ,
দূর হতে শুনি যেন মহাসাগরের গান,
সেই সাগরের পানে হৃদয় ছুটিতে চায়,
তারি পদপ্রান্তে গিয়ে জীবন টুটিতে চায়।

তাৰে যাবলৈ এটা ব্যাকুলতা অন্তৰত জাগি উঠিছিল, মানৱধৰ্ম্ম সম্পৰ্কে যি বক্তৃতা দিছো-তাৰ ভূমিকা চমুকৈ এয়েই। এই মহাসাগৰক এতিয়া মই নাম দিছো মহামানৱ। সকলো মানুহৰ ভূত, ভবিষ্যৎ বৰ্ত্তমান লৈ তেওঁ সৰ্ব্বজনৰ হৃদয়ত প্ৰতিষ্ঠিত। তেওঁৰ লগত গৈ মিলিবলৈকে এই আহ্বান।

ইয়াৰ দুই চাৰি দিনৰ পিছতে লিখিছো 'প্ৰভাত উৎসৱ'। একেটা কথাকে আৰু অলপ স্পষ্টকৈ লেখা—

হৃদয় আজি মোর কেমনে গেল খুলি
জগৎ আসি সেথা করিছে কোলাকুলি।
ধরায় আছে যত মানুষ শত শত
আসিছে প্রাণে মোর, হাসিছে গলগলি।

এয়া যে সকলো মানুহৰে হৃদয়ৰ ঢৌ খেলা। মানুহৰ ভিতৰত স্নেহ-প্ৰেম-ভক্তিৰ যি সম্বন্ধ সেইটোতো আছেই। তাক বিশেষকৈ দেখা, ডাঙৰ ভূমিকাৰ মাজত দেখা, যাৰ মাজত সি তাৰ এটা ঐক্য এটা তাৎপৰ্য্য লাভ কৰে। সেই দিনা যি দুজন মুটিয়াৰে কথা কৈছিলো তাৰ মাজত যি আনন্দ দেখিলো সি হৈছে সখ্যৰ আনন্দ অৰ্থাৎ এনেকুৱা কিবা এটা, যাৰ উৎস সৰ্ব্বজনীন, সৰ্ব্বকালীন চিত্তৰ গভীৰ স্থানত, তাক দেখিয়েই বৰ আনন্দ পাইছিলো আৰু বেছি আনন্দ পাইছিলো এই কাৰণেই যে যিসকলৰ মাজত সেই আনন্দটো দেখিলো তেওঁলোকক সদায় দেখিবলৈ পোৱা নেযায়, তেওঁলোকক মই অকিঞ্চিৎকৰ বুলিয়েই ভাবি আহিছোঁ। যি মুহূৰ্ত্তে তেওঁলোকৰ মাজত বিশ্বব্যাপী প্ৰকাশ দেখিলো, তেতিয়াই পৰম সৌন্দৰ্য্য অনুভৱ কৰিলো। মানৱ সম্বন্ধৰ যি বিচিত্ৰ ৰসলীলা, আনন্দ, অনিৰ্ব্বচনীয়তা, সেই দিনাই তাক দেখিলো। সেই দেখাই সৰু লৰাৰ নজনা হাতেৰে লিখা-খিনিৰ মাজেদি হাঁকোৰ বাকোৰ কৰি নিজকে প্ৰকাশ কৰিছে কোনোমতে, ভালকৈ ফুটি ওলোৱা নাই। সেই সময়ত আভাসত যি অনুভৱ কৰিছিলো

তাকে লিখিছিলো মই যে যি মন যায় তাকে গাইছো সেইটো নহয়। এই গান দুই দণ্ডৰ নহয়, ইয়াৰ অৱসান নাই। ইয়াৰ এটা ধাৰাবাহিকতা আছে, ইয়াৰ অনুবৃত্তি আছে; মানুহৰ হৃদয়ে হৃদয়ে মোৰ গানৰ লগত সকলো মানুহৰ যোগ আছে। গান বৈ গলেও সেই যোগ ছিগি নেযায়।

কাল গান ফুরাইবে, তা বলে গাবে না কেন
আজ যবে হয়েছে প্রভাত,
কিসের হরষ কোলাহল,
শুধাই তোদের তোরা বল,
আনন্দ আধারে সব উঠিতেছে ভেসে ভেসে,
আনন্দ হতেছে কভু লীন,
চাহিয়া ধরণী পানে নব আনন্দের গানে
মনে পড়ে আর এক দিন।

এয়া যে বিৰাট আনন্দৰ মাজত ঢৌ উঠিছে তাক দেখা নাছিলো বহুদিন, সেইদিনা দেখিলো। মানুহৰ বিচিত্র সমন্ধৰ মাজত এটি আনন্দৰ ৰস আছে। সকলোৰে মাজত এই যে আনন্দৰ ৰস তাৰপৰাই মহাৰসৰ প্রকাশ। ৰসো বৈ সঃ। ৰসৰ খণ্ড খণ্ড প্রকাশৰ মাজত তাক পোৱা গৈছিল। সেই অনুভূতিক প্রকাশ কৰিবৰ কাৰণে ব্যাকুল হৈ উঠিছিলো কিন্তু ভাল ধৰণে প্রকাশ কৰিব পৰা নাছিলো। যি কৈছো তাক অসম্পূর্ণভাবে কৈছো।

প্রভাত সংগীতৰ শেষৰ কবিতা—

আজ আমি কথা কহিব না
আর আমি গান গাহিব না
হের আজি ভোর বেলা এসেছে যে মেলা লোক,
ঘিরে আছে চারি দিকে
চেয়ে আছে অনিমিখে
হেরে মোর হাসি মুখ ভুলে গেছে দুঃখ শোক
আজ আমি গান গাহিব না।

ইয়াৰপৰাই বুজিব পৰা যাব, মন তেতিয়া কি ভাৱত বিভোৰ হৈছিল, কোন সত্যক মনে স্পর্শ কৰিছিল। যি অলপ হৈছে সেয়ে মহামানৱত মিলিছেগৈ আকৌ উভতিও আহিছে তাৰপৰা প্রতিধ্বনিৰূপে নানা ৰসেৰে, নানা

সৌন্দৰ্য্যেৰে মণ্ডিত হৈ। এয়া উপলব্ধি হৈছিল অনুভূতিৰূপে, তত্ত্বৰূপে নহয়। সেই সময়ত এটা সৰু ল'ৰাৰ মন এই অনুভূতিৰদ্বাৰা যেনেকৈ উখল-মাখল লাগি উঠিছিল তাৰেই অসম্পূৰ্ণ প্ৰকাশ প্ৰভাত সংগীতৰ মাজেদি।— সিদিনা অক্সফোৰ্ডত যি কৈছিলো সেয়া হৈছে চিন্তা কৰি কোৱা। অনুভূতিৰ-পৰা উদ্ধাৰ কৰি অন্য তত্ত্বৰ লগত মিলাই যুক্তিৰ ওপৰত থিয় কৰাই সেয়া কোৱা হৈছিল। কিন্তু তাৰ আৰম্ভ হৈছিল ইয়াতে। তেতিয়া স্পষ্টকৈ দেখি-ছিলো জগতৰ তুচ্ছতাৰ আবৰণ খহি গৈ সত্যই অপৰূপ সৌন্দৰ্য্যত দেখা দিছে। তাৰ মাজত তৰ্কৰ স্থান নাই। তেতিয়া যি দেখিছিলো তাক সত্য-ৰূপে জানিছিলো। এতিয়াও বাসনা আছে কিজানিবা সমস্ত বিশ্বৰ আনন্দ-ৰূপক কোনো এটা শুভ মুহূৰ্ত্তত আকৌ তেনেকৈয়ে পৰিপূৰ্ণভাৱে কেতিয়াবা দেখিবলৈ পাম। তাকে যে এদিন লৰাকালিতে জল্‌জল্‌ পটপটকৈ দেখিছিলো, সেই কাৰণেই 'আনন্দৰূপমমৃতং যদ্‌বিভাতি' উপনিষদৰ এই বাণী মোৰ মুখত বাৰে বাৰে ধ্বনিত হৈছে। সেই দিনা দেখিছিলো বিশ্ব স্থূল নহয়, বিশ্বত এনে কোনো বস্তু নাই যাৰ মাজত ৰসস্পৰ্শ নাই। যিটো প্ৰত্যক্ষ দেখিছো তাৰ বিষয়ে তৰ্কৰ প্ৰয়োজন? স্থূল আবৰণৰ মৃত্যু আছে অন্তৰতম আনন্দময় যি সত্তা তাৰ মৃত্যু নাই।

৩

বাৰিষা খালটো পানীৰে ভৰি থাকে। খৰালি মানুহে তাৰ ওপৰেদি খোজ কাঢ়ে। এই পাৰে আছিল এখন হাট, তাত বিচিত্ৰ জনতা। ওপৰ মহলাৰপৰা লোকালয়ৰ লীলা চাবলৈ ভাল লাগিছিল। পদ্মাত মোৰ জীৱনযাত্ৰা আছিল জনতাৰপৰা নিলগত, নদীৰ মাজত বালিচৰ, পাৰৰ সুবিশাল বালি, ঠায়ে ঠায়ে গোট খাই থকা পানীৰ চাৰিওফালে জলচৰ চৰাই। তাত যিবিলাক চুটি গল্প লিখিছো, তাৰ মাজত আছে পদ্মাতীৰৰ আভাস। ছাজাদপুৰলৈ যেতিয়া আহিছিলো চকুত পৰিছিল গ্ৰাম্যজীৱনৰ ছবি, গাঁৱৰ বিচিত্ৰ কৰ্ম্মোদ্যম তাৰেই প্ৰকাশ 'পোষ্ট্‌মাষ্টাৰ' 'সমাপ্তি' 'ছুটি' আদি গল্পত। তাত লোকা-লয়ত চলি থকা খণ্ড খণ্ড দৃশ্যবিলাক কল্পনাৰে সজাই লিখা লৈছে।

সেই সময়ৰ এদিনৰ কথা মনত আছে। সৰু, শুকান, পুৰণি খালবোৰত পানী হৈছে। বোকাৰ মাজত নাওবিলাক আধা পোত খাই আছিল। পানী

আহোঁতে সেইবোৰ ওপঙাই দিয়া হ'ল। লৰাবিলাকে নতুন পানীৰ মাত শুনি উত্রাবল হৈ উঠিছে। সিহঁতে দিনৰ ভিতৰত দহবাৰকৈ পানীত জপিয়াই পৰিছে।

দুমহলাৰ খিৰিকীৰ কাষত থিয় হৈ সেইদিনা দেখিছিলো সমুখৰ আকাশত ন বাৰিষাৰ জলভাৰনত মেঘ, তলত ল'ৰাবিলাকৰ মাজেদি প্ৰাণৰ তৰঙ্গিত কল্লোল। মোৰ মন হঠাৎ মোৰ মনৰ মুকলি দুৱাৰেদি বাহিৰলৈ গুচি গ'ল —বহুদূৰলৈ, অতি নিবিড়ভাৱে মোৰ অন্তৰলৈ এটা অনুভূতি আহিল; সমুখত দেখা পালো নিত্যকালব্যাপী সৰ্ব্বানুভূতিৰ এটা নিছিগা ধাৰ, নানা প্ৰাণৰ বিচিত্ৰ লীলাক মিলাই লৈ এটা অখণ্ড লীলা। নিজৰ জীৱনত যি বোধ কৰিছো, যি ভোগ কৰিছো চাৰিওফালে ঘৰে ঘৰে জনে জনে মুহূৰ্ত্তে মুহূৰ্ত্তে উপলব্ধি কৰা হৈ আছে, সেই সকলোখিনি মিলি একেটা হৈ পৰিছে এটা বিৰাট অভিজ্ঞতাৰ মাজত। ভাওনা চলি আছে নানা ভাৱৰীয়াক লৈ, সুখদুখৰ নানা খণ্ডপ্ৰকাশ চলি আছে তেওঁলোকৰ প্ৰত্যেকৰে স্বতন্ত্ৰ জীৱন-যাত্ৰাত, কিন্তু সকলোৰে মাজেদি এটা নাট্যৰস প্ৰকাশ পাইছে এজন পৰমদ্ৰষ্টাৰ মাজত যিজন সৰ্ব্বানুভূঃ। ইমান দিন নিজৰ জীৱনত সুখ দুখৰ যিবিলাক অনুভূতিয়ে একান্তভাৱে মোক বিচলিত কৰিছে, তাক দেখা পালো দ্ৰষ্টাৰূপে এজন নিত্য সাক্ষীৰ ওচৰত থিয় হৈ।

এনেকৈয়ে নিজে নিজেই বিবিক্ত হৈ সমগ্ৰৰ মাজত খণ্ডক স্থাপন কৰা-মাত্ৰকে নিজৰ অস্তিত্বৰ ভাৰ লাঘৱ হৈ গ'ল। তেতিয়া জীৱনলীলাক ৰসৰূপে দেখা গ'ল কোনোবা ৰসিকৰ লগত এক হৈ। মোৰ সেইদিনাৰ এই বোধটো নিজৰ ওচৰতে গভীৰভাৱে আচৰিত আচৰিত লাগি গ'ল।

এটা মুক্তিৰ আনন্দ পালোঁ। গা-ধোৱা ঘৰলৈ যাওঁতে বাটত এবাৰ খিৰিকীৰ কাষতে থিয় হৈছিলোঁ। কামৰপৰা অকনমান অৱসৰ বিচাৰি। সেই অকনমানসময় তৎক্ষণাৎ মোৰ কাৰণে বৰ ডাঙৰ হৈ পৰিল। চকুৰপৰা তেতিয়া চকুপানী সৰিছে মন গৈছে সম্পূৰ্ণ আত্মনিবেদন কৰি ভূমিস্থ হৈ কাৰবাক যেন প্ৰণাম কৰিম। কোন সেইজন পৰম অন্তৰংগ লগৰী যিজনে মোৰ সমস্ত ক্ষণিকবিলাককে গ্ৰহণ কৰিছে তেওঁৰ নিত্যৰ মাজত। তেতিয়াই ভাব হ'ল এটা দিশৰপৰা ওলাই আহি মই আন এটা দিশৰ পৰিচয় পালো। এষোঽস্য পৰম আনন্দঃ। মোৰ মাজত এওঁ আৰু তেওঁ—এই তেওঁ যেতিয়া সেই তেওঁৰ ফালে আহি থিয় হয় তেতিয়াই তেওঁৰ আনন্দ।

সেইদিনা হঠাৎ অতি নিবিড়ভাবে জানিব পাৰিলো নিজৰ সত্তাৰ মাজত দুটা উপলব্ধিৰ দিশ আছে। এটা হৈছে, যাক 'মই' বোলো; আৰু তাৰ লগতে মিলি থকা যিবিলাক, যেনে মোৰ সংসাৰ, মোৰ দেশ, মোৰ ধন-জন-মান, এইবিলাক লৈয়ে মৰামৰি কটাকটি, ভাবনা-চিন্তা। কিন্তু পৰমপুৰুষ আছে সেই সকলোকে অধিকাৰ কৰি আৰু অতিক্ৰম কৰি—নাটকৰ স্ৰষ্টা আৰু দ্ৰষ্টা আছে যেনেকৈ নাটকৰ সমস্তকে লৈ আৰু তাৰ সিপাৰেও। সত্তাৰ এই দুই দিশক সকলো সময়তে মিলাই অনুভৱ কৰিব পৰা নাই। অকলে নিজকে বিৰাটৰপৰা নিজকে বিচ্ছিন্ন কৰি সুখে দুখে আন্দোলিত হওঁ। তাৰ মাত্ৰা নেথাকে। তাৰ বৃহৎ সামঞ্জস্য দেখা নেপাওঁ। কোনো এসময়ত হঠাৎ তাৰ ফালে দৃষ্টি পৰে, মুক্তিৰ সোৱাদ পাওঁ তেতিয়া। যেতিয়া অহং-এ নিজৰ ঐকান্তিকতা পাহৰি যায়, তেতিয়া দেখে সত্যক। মোৰ এই অনুভূতি প্ৰকাশ পাইছে জীৱনদেৱতা শ্ৰেণীৰ কাব্যত।

ওগো অন্তৰতম,
মিটেছে কি তব সকল তিয়াষ
আসি অন্তৰে মম।

মই যি পৰিমাণে পূৰ্ণ অৰ্থাৎ বিশ্বভূমীন সেই পৰিমাণে আপোন কৰিছো তেওঁক, ঐক্য হৈছে তেওঁৰ লগত। সেই কথা মনত পেলাই কৈছিলো "মোৰ মাজত তোমাৰ লীলাৰ প্ৰকাশ দেখি তুমি আনন্দ পাইছা নেকি?"

বিশ্বদেৱতা আছে, তেওঁৰ আসন লোকে লোকে, গ্ৰহচন্দ্ৰতাৰকাত। জীৱনদেৱতা বিশেষকৈ জীৱনৰ আসনত, হৃদয়ে হৃদয়ে তেওঁৰ পীঠস্থানসমূহ সকলো দেৱতা, সকলো অভিজ্ঞতাৰ কেন্দ্ৰতে অৱস্থিত। বাউলত তাকেই বুলিছে মনৰ মানুহ। এই মনৰ মানুহ, এই সৰ্ব্বমানুহৰ জীৱনদেৱতাৰ কথা কবৰ চেষ্টা কৰিছো 'Religion of Man' বক্তৃতাবিলাকত। তাক দৰ্শনৰ ভিতৰত পেলালে ভুল হব। তাক মতবাদৰ এটা আকাৰ দিব লগীয়া হৈছে কিন্তু দৰাচলতে সি কবিচিত্তৰ এটা অভিজ্ঞতা। এই আন্তৰিক অভিজ্ঞতা বহুত দিনৰেপৰা ভিতৰে ভিতৰে মোৰ মাজত প্ৰৱাহিত হৈ আছে, সেই কাৰণে তাক মোৰ ব্যক্তিগত চিত্তপ্ৰকৃতিৰ এটা বিশেষত্ব বুলিলে মই মানি লবই লাগিব।

যিজন সৰ্ব্বজগতত লিপ্ত ভূমা তেওঁক উপলব্ধি কৰিবলৈ সাধনা কৰোঁতে

এনেকুৱা উপদেশ পোৱা যায় যে, "লোকালয় ত্যাগ কৰা, গুহাগহ্বৰলৈ যোৱা, নিজৰ সত্তাসীমাক বিলুপ্ত কৰি অসীমত অন্তৰ্হিত হোৱা।" এই সাধনা সম্পৰ্কে কোনো কথা কবলৈ মোৰ অধিকাৰ নাই। অন্ততঃ মোৰ মনে যি সাধনাক স্বীকাৰ কৰে, তাৰ কথাটো হৈছে এই যে, নিজক ত্যাগ নকৰি নিজৰ মাজতে এই মহান পুৰুষক উপলব্ধি কৰাৰ ক্ষেত্ৰ আছে—তেওঁ নিখিল মানৱৰ আত্মা। তেওঁক সম্পূৰ্ণ অতিক্ৰম কৰি কোনো অমানৱ বা অতিমানৱ সত্যত উপনীত হোৱাৰ কথা যদি কোনোবাই কয় তেন্তে সেই কথা বুজিবৰ মোৰ শক্তি নাই। কিয়নো মোৰ বুদ্ধি মানৱবুদ্ধি, মোৰ হৃদয় মানৱহৃদয়, মোৰ কল্পনা মানৱকল্পনা। তাক যিমানেই ঘঁহি মাজি শোধন নকৰোঁ লাগে, তাক মানৱচিত্তই কেতিয়াও এৰিব নোৱাৰে। আমি যাক বিজ্ঞান বোলোঁ সি মানৱ-বুদ্ধিত প্ৰমাণিত বিজ্ঞান, আমি যাক ব্ৰহ্মানন্দ বোলোঁ সি মানৱৰ চৈতন্যত প্ৰকাশিত আনন্দ। এই বুদ্ধিত, এই আনন্দত যাক উপলব্ধি কৰোঁ তেওঁ ভূমা, কিন্তু মানবিক ভূমা। তেওঁৰ বাহিৰত আন কিবা থকা নথকা মানুহৰ পক্ষে সমান। মানুহক বিলুপ্ত কৰিহে যদি মানুহৰ মুক্তি হয়, তেন্তে মানুহ হলোঁ কিয়?

এসময়ত বহি বহি প্ৰাচীন মন্ত্ৰবিলাক লৈ সেই আত্মবিলয়ৰ ভাবকে ধ্যান কৰিছিলো। পলাবৰ ইচ্ছা কৰিছিলো। শান্তি যে পোৱা নাছিলো সি নহয়। বিক্ষোভৰপৰা সহজেই নিষ্কৃতি পাইছিলো। এইভাবে দুখৰ সময়ত সান্ত্বনা পাইছো। প্ৰলোভনৰ হাতৰপৰা এনেকৈয়ে উদ্ধাৰ পাইছো। আকৌ এনে এদিন আহিল যিদিনা সমস্ত সত্তাক স্বীকাৰ কৰিলো, সকলোকে গ্ৰহণ কৰিলো, দেখিলো, মানৱনাট্যমঞ্চৰ মাজত যি লীলা চলিছে, তাৰ অংশৰ অংশ মই। সকলোকে মিলাই লৈ সকলোকে দেখিলো। এই যে দেখিলো তাক সৰু বুলি কব নোৱাৰো। ইও সত্য। জীৱনদেৱতাৰ লগত জীৱনক পৃথক কৰি চালেই দুখ মিলাই চালেই মুক্তি।

দিয়া দানেৰে ডাঙৰ ডাঙৰ মঠ-মন্দিৰ চলি আছে, এই দেশত আনো সমাজে ইচ্ছামতে নিজৰ আশ্রয়-স্থান নিজেই গঢ়ি নলব? বিশেষকৈ যেতিয়া আহাৰ-পানী, স্বাস্থ্য-বিদ্যাত দেশে সৌভাগ্য লাভ কৰিব তেতিয়া কৃতজ্ঞতা কেতিয়াও নিশ্চেষ্ট হৈ নাথাকে।

আত্মশক্তি এক বিশেষ ঠাইত সদায় গোট খুউৱা, সেই বিশেষ ঠাই উপলব্ধি কৰা, সেই বিশেষ ঠাইৰপৰা প্ৰয়োগ কৰিবৰ বাবে এটা ব্যৱস্থা থকা আমাৰ কাৰণে কিমান আৱশ্যকীয় হৈছে অলপ আলোচনা কৰিলেই সেইটো স্পষ্টকৈ বুজা যাব।

আমাৰ দেশত মাজে মাজে সামান্য কাৰণতে হিন্দু-মুছলমানৰ কাঁজিয়া লাগে, সেই কাঁজিয়া মিটমাট কৰি উভয় দলৰ ভিতৰত প্ৰীতি-শান্তি স্থাপন, উভয় দলৰ নিজ নিজ অধিকাৰ ঠিক কৰি দিবৰ বাবে বিশেষ কৰ্ত্তৃত্ব সমাজৰ কোনো ঠাইত যদি নাথাকে, তেনেহলে সমাজ বাৰে বাৰে ক্ষত-বিক্ষত হৈ ক্ৰমে ক্ৰমে দুৰ্ব্বল হৈ পৰিবই।

নিজৰ শক্তিক অবিশ্বাস নকৰিব, আপোনালোকে নিশ্চয়ে জানিব সময় উপস্থিত হৈছে। নিশ্চয় জানিব ভাৰতবৰ্ষৰ ভিতৰত এটা বান্ধি ৰাখিবৰ ধৰ্ম্ম চিৰকাল বিৰাজ কৰি আছে। নানা প্ৰতিকূল অৱস্থাৰ ভিতৰত পৰিও ভাৰতবৰ্ষই সদায় এটা ব্যৱস্থা কৰি তুলিছে, সেই কাৰণেই আজিও ৰক্ষা পাইছে। এই ভাৰতবৰ্ষৰ ওপৰত মই বিশ্বাস স্থাপন কৰোঁ। এই ভাৰতবৰ্ষই এতিয়া এই মুহূৰ্ত্তেই লাহে লাহে নতুন দিনৰ লগত নিজৰ প্ৰাচীনৰ আচৰিত ৰকমে এটা সামঞ্জস্য গঢ়ি তুলিছে। আমি সকলোৱে যেন সজ্ঞানে ইয়াত যোগ দিব পাৰোঁ—জড়তাৰ কাৰণে বা বিদ্ৰোহৰ বাবে প্ৰতি মুহূৰ্ত্তে ইয়াৰ বিৰোধিতা নকৰোঁ।

বাহিৰৰ লগত হিন্দু-সমাজৰ সংঘাত এয়ে নতুন নহয়। ভাৰতবৰ্ষত প্ৰৱেশ কৰি আৰ্য্যসকলৰ লগত ইয়াৰ আদিমবাসী অধিবাসীসকলৰ তুমুল বিৰোধ ঘটিছিল। এই বিৰোধত আৰ্য্যসকল জয়ী হল, কিন্তু অনাৰ্য্যসকল আদিম অষ্ট্ৰেলিয়ান বা আমেৰিকানসকলৰ দৰে নিৰ্মূল নহল, তেওঁলোক আৰ্য্য উপনিবেশৰপৰা বহিষ্কৃত নহল; তেওঁলোকে নিজৰ আচাৰ-বিচাৰৰ সকলো পাৰ্থক্য থকা সত্ত্বেও একেটা সমাজতন্ত্ৰৰ ভিতৰতে ঠাই পালে। তেওঁ-লোকক গ্ৰহণ কৰি আৰ্য্য-সমাজ আগতকৈ উন্নততৰ হল।

এই সমাজ আৰু এবাৰ বহুদিন ধৰি ছিন্ন-ভিন্ন হৈ গৈছিল। বৌদ্ধ প্ৰভাৱৰ সময়ত বৌদ্ধধৰ্ম্মৰ আকৰ্ষণত ভাৰতবাসীসকলৰ লগতে বহু পৰ-দেশীয়ৰ ঘনিষ্ঠ সংশ্ৰৱ ঘটিছিল। বিৰোধৰ সংশ্ৰৱতকৈও এই মিলনৰ সংশ্ৰৱ আৰু ভয়াবহ। বিৰোধত আত্মৰক্ষাৰ চেষ্টা সদায় সজাগ হৈ থাকে—মিলনৰ অসতৰ্ক অৱস্থাত অতি সহজেই সকলোবোৰ একাকাৰ হৈ যায়। বৌদ্ধ ভাৰত-বৰ্ষত সেয়ে হৈছিল। এই এছিয়া জুৰি বৌদ্ধ-প্লাৱনৰ সময়ত নানা জাতিৰ আচাৰ অনুষ্ঠান, ক্ৰিয়া-কৰ্ম্ম ভাহি আহিছিল, কোনোৱে বাধা দিয়া নাছিল।

কিন্তু এই অতি ডাঙৰ উচ্ছৃংখলতাৰ ভিতৰতো ব্যৱস্থা কৰিবৰ প্ৰতিভা ভাৰতবৰ্ষই হেৰুৱা নাছিল। যিখিনি ঘৰৰ আৰু যিখিনি বাহিৰৰ, সকলোকে এক কৰি লৈ পুনৰবাৰ ভাৰতবৰ্ষই নিজৰ সমাজক সুন্দৰভাবে গঢ়ি তুলিলে। আগতকৈও আৰু উন্নততৰ হৈ উঠিল। কিন্তু এই বিপুল বৈচিত্ৰ্যৰ মাজত নিজৰ এটা ঐক্য.সকলোতে সি বান্ধি দিছে।

ইয়াৰ পাছতে এই ভাৰতবৰ্ষত মুছলমানৰ সংঘাত আহি উপস্থিত হ'লহি। এই সংঘাতে যে সমাজক অলপমানো আক্ৰমণ কৰা নাই সেইটো কব নোৱাৰোঁ। তেতিয়া হিন্দু সমাজত বাহিৰৰ আক্ৰমণেৰে লগতে সামঞ্জস্য সাধনৰ প্ৰক্ৰিয়া সকলোতে আৰম্ভ হৈছিল। হিন্দু আৰু মুছলমান সমাজৰ মাজত এনে এখনি মিলন স্থানৰ সৃষ্টি হৈছিল, যি ঠাইত উভয় সমাজৰ সীমা ৰেখা মিলি আহিছিল ; নানক-পন্থী, কবীৰ-পন্থী আৰু তলৰ শ্ৰেণীৰ বৈষ্ণৱ সমাজ ইয়াৰ উদাহৰণ। আমাৰ দেশত সাধাৰণৰ মাজত নানা ঠাইত ধৰ্ম্ম আৰু আচাৰ-অনুষ্ঠান লৈ যিবোৰ ভঙা-পতা হব লাগিছে শিক্ষিত সম্প্ৰদায়ে তাৰ কোনো ভু নাৰাখে। ৰখাহলে, দেখিলেহেঁতেন এতিয়াও ভিতৰে ভিতৰে এই সামঞ্জস্য সাধনৰ সজীৱ প্ৰক্ৰিয়া বন্ধ হোৱা নাই।

সদ্যহতে আৰু এটা প্ৰবল বিদেশী ধৰ্ম্ম নিজৰ আচাৰ ব্যৱহাৰ আৰু শিক্ষা-দীক্ষা লৈ উপস্থিত হৈছেহি। এইদৰে পৃথিবীত যি চাৰি প্ৰধান ধৰ্ম্মক লৈ চাৰিটা বৃহৎ সমাজ আছে—হিন্দু, বৌদ্ধ, মুছলমান, খৃষ্টান—সেইবোৰ আটাইকেইটাই ভাৰতবৰ্ষত আহি মিলিত হৈছেহি। বিধাতাই যেন এটা বৃহৎ সামাজিক সম্মিলনৰ কাৰণে ভাৰতবৰ্ষত এটা কাৰখানা ঘৰ পাতিছে।

এই খিনিতে মই এটা কথা স্বীকাৰ কৰিব লাগিব যে, বৌদ্ধ প্ৰাদুৰ্ভাৱৰ

সময়ত সমাজত যি এটা মানমিহলি আৰু খেলিমেলি ঘটিছিল তাৰ কাৰণে পিছৰ হিন্দু সমাজৰ ভিতৰত এটা ভয়ৰ লক্ষণ থাকি গৈছে।

বৌদ্ধৰ পিছৰ যুগৰ হিন্দু সমাজে, নিজৰ যি অলপ আছে আৰু আছিল, তাকে যেনে তেনে ৰক্ষা কৰিবৰ কাৰণে, পৰ-সংশ্ৰয়ৰপৰা নিজক সকলো প্ৰকাৰে আঁতৰাই ৰাখিবৰ কাৰণে নিজকে জালেৰে ঘেৰি আছিল। ইয়াৰ ফলত ভাৰতবৰ্ষই নিজৰ এটি মহান পদবী হেৰুৱাব খুজিছে। এসময়ত ভাৰতবৰ্ষই পৃথিবীত গুৰুৰ আসন লাভ কৰিছিল, ধৰ্ম্ম, বিজ্ঞান, দৰ্শনত ভাৰতীয় অন্তৰৰ সাহস অসীম আছিল, সেই অন্তৰে সকলো কালে অতিশয় দুৰ্গম সুদূৰ প্ৰদেশসমূহ অধিকাৰ কৰিবৰ কাৰণে নিজৰ শক্তিক অবাধে প্ৰেৰণ কৰিছিল। এনেকৈ ভাৰতবৰ্ষই যে গুৰুৰ সিংহাসন জয় কৰিছিল, তাৰপৰা সি আজি ভ্ৰষ্ট হৈছে, আজি সি শিষ্যত্ব স্বীকাৰ কৰিবলগীয়া হৈছে। ইয়াৰ কাৰণ, আমাৰ মনৰ ভিতৰত ভয় সোমাইছে। সমুদ্ৰ-যাত্ৰা সকলো ফালৰপৰা ভয়ে ভয়ে বন্ধ কৰি দিছো,—কি পানীময় সমুদ্ৰ, কি জ্ঞানময় সমুদ্ৰ! আমি আছিলো বিশ্বৰ—থিয় হলোহি গাঁৱত। সঁচাক ৰক্ষা কৰিবৰ কাৰণে সমাজত যি ভীৰু নাৰী-শক্তি আছে, সেই শক্তিয়েই, কৌতুকপ্ৰিয় পৰীক্ষাপ্ৰিয় পৰুষশক্তিক পৰাজয় কৰি একাধিপত্য লাভ কৰিছে। সেই কাৰণেই আমি জ্ঞানৰাজ্যতো দৃঢ় সংস্কাৰাবদ্ধ তিৰোতা প্ৰকৃতিৰ দৰে হৈ পৰিছো। ভাৰতবৰ্ষই যি অলপ জ্ঞানবাণিজ্য আৰম্ভ কৰিছিল, যি প্ৰতিদিনে বাঢ়ি অহাত জগতৰ ঐশ্বৰ্য্য বাঢ়িছিল, আজি আৰু সি বঢ়া নাই, সি হেৰাই গৈছে।

জ্ঞানৰ অধিকাৰ, ধৰ্ম্মৰ অধিকাৰ, তপস্যাৰ অধিকাৰ আমাৰ সমাজৰ আচল প্ৰাণৰ আধাৰ আছিল। যেতিয়াৰপৰা আচাৰ পালনেই তপস্যাৰ ঠাই ললে—তেতিয়াৰ পৰা আমি আনকো একো দিয়া নাই, নিজৰ যি আছিল তাকো অকৰ্ম্মণ্য আৰু বিকৃত কৰি পেলাইছো।

এইটো নিশ্চয়কৈ জনা উচিত, প্ৰত্যেক জাতিয়েই বিশ্ব মানবৰ অংগ। বিশ্ব-মানবক দান কৰিবলৈ, সাহায্য কৰিবলৈ কি বস্তু আৱিষ্কাৰ কৰিছো, ইয়াৰ সৎ উত্তৰ দিহে প্ৰত্যেক জাতিয়ে প্ৰতিষ্ঠা লাভ কৰে। যেতিয়াই সেই উদ্ভাৱনৰ প্ৰাণ-শক্তি কোনো জাতিয়ে হেৰুৱায়, তেতিয়াৰপৰাই সেই জাতি বিৰাট মানব দেহত পক্ষাঘাতগ্ৰস্ত অংগৰ দৰে কেৱল ভাৰস্বৰূপ হৈ পৰে। আচলতে কেৱল জীয়াই থকাই গৌৰৱৰ কথা নহয়।

ভাৰতবৰ্ষই ৰাজ্য লৈ মৰামৰি, বেপাৰ লৈ কড়া—আঁজোৰা কৰা নাই। আজি যি তিব্বত, চীন, জাপান—ইউৰোপৰপৰা আহোতাঁ সকলৰ ভয়ত সকলো দুৱাৰ-খিৰিকী বন্ধ কৰি দিবলৈ উদ্‌গ্ৰীৱ, সেই তিব্বত-চীন-জাপানে ভাৰতবৰ্ষক গুৰু বলি আদৰেৰে আশংকা নকৰাকৈ ভিতৰলৈ মাতি নিছিল। ভাৰতবৰ্ষই সৈন্য আৰু বণিজৰ বেহানি লৈ গোটেই পৃথিবীকে অস্থি-মজ্জালৈকে আতঙ্কিত কৰি ফুৰা নাই,—সকলোতে শান্তি, সান্ত্বনা আৰু ধৰ্ম্ম-ব্যৱস্থা স্থাপন কৰি মানুহৰ ভক্তি লাভ কৰিছিল। এনেকৈ যি গৌৰৱ লাভ কৰিছিল, সেইটো তপস্যাৰে কৰিছিল আৰু সেই গৌৰৱ ৰাজচক্ৰৱৰ্ত্তীৰ আসনতকৈও ডাঙৰ।

সেই গৌৰৱ হেৰুৱাই আমি যেতিয়া নিজৰ সকলো টালি—টোপোলা লৈ ভয়ত চকুত সোমাই বহি আছো, এই সময়তে ইংৰাজ আগমনৰ প্ৰয়োজন হৈছিল। ইংৰাজৰ প্ৰবল আঘাতত এই কাপুৰুষ পলৰীয়া সমাজৰ সামান্য বেৰ বহুত ঠাইত ভাগি গৈছে। বাহিৰলৈ ভয় কৰি যেনেকৈ দুৰত আছিলো, বাহিৰ তেনেকৈ হুৰমুৰ কৰি একেবাৰে গলধনৰ ওপৰত পৰিলহি —এতিয়া ইয়াক বাধা দিবৰ সাধ্য কাৰ! এই উৎপাতত আমাৰ যি পুৰণি দেৱাল ভাগি গল, তাত আমি দুটা বস্তু আৱিস্কাৰ কৰিলো। আমাৰ কি আচৰিত শক্তি আছিল সেইটো চকুত পৰিল আৰু আমি কিমান আচৰিতভাবে দুৰ্ব্বল হৈ পৰিছো সিও ধৰা পৰিবলৈ বেলি নহ'ল।

আজি আমি সেইটো ভাল ৰকমেই বুজিছো যে আতৰি গা-লুকুৱাই থকাটোকে আত্ম-ৰক্ষা কৰ নোৱোলে। নিজৰ অন্তৰ্নিহিত শক্তিক সকলো প্ৰকাৰে জগাই তোলা আৰু পৰিচালনা কৰাই আত্ম-ৰক্ষাৰ আচল উপায়। ই বিধাতাৰ নিয়ম। চকুত বহি কেৱল 'গ'ল' 'গ'ল' বুলি হাঁহাঁকাৰ কৰি মৰিলে কোনো ফল নহয়। সকলো বিষয়তে ইংৰাজৰ অনুকৰণ কৰি ছদ্মবেশ পিন্ধি জীয়াই থাকিবৰ যি চেষ্টা সিও নিজক আভুৱাভৰাহে হয়। আমি আচল ইংৰাজ হব নোৱাৰোঁ; নকল ইংৰাজ হৈও আমি ইংৰাজক বাধা দিব নোৱাৰিম।

আমাৰ বুদ্ধি, আমাৰ অন্তৰ, আমাৰ ৰুচি যে প্ৰতিদিনে পানীৰ দৰত বিক্ৰী হব লাগিছে, তাক বাধা দিবৰ একমাত্ৰ উপায়—আমি নিজে যি, সেইটো সজ্ঞানে, সবলভাবে, সচলভাবে, সম্পূৰ্ণ হৈ উঠা।

আমাৰ যি শক্তি বদ্ধ হৈ আছে, সি বিদেশৰ বিৰোধ আঘাততে মুক্তি পাব। কাৰণ, আজি পৃথিবীত তাৰ আৱশ্যক আছে। আমাৰ তপস্বীসকলে তপস্যাৰ দ্বাৰা যি শক্তি সঞ্চয় কৰি গৈছে, সি মহামূল্যবান, বিধাতাই তাক নিষ্ফল নকৰে। সেই কাৰণে ঠিক সময়তে তেওঁ নিশ্চেষ্ট ভাৰতক অতি কঠোৰ পীড়নৰ দ্বাৰা জগাই তুলিছে।

বহুৰ ভিতৰত ঐক্যৰ উপলব্ধি, বিচিত্ৰৰ মাজত একতা স্থাপন—এয়ে ভাৰতবৰ্ষৰ অন্তৰ্নিহিত ধৰ্ম্ম। ভাৰতবৰ্ষই পাৰ্থক্যক বিৰোধ বুলি নাজানে, সি আনক শত্ৰু বুলি কল্পনা নকৰে। এই কাৰণেই ত্যাগ নকৰাকৈ, ধ্বংস নকৰাকৈ, এটা বৃহৎ ব্যৱস্থাৰ ভিতৰত সকলোকে সি ঠাই দিব খোজে। এই কাৰণে সকলো পন্থাকেই সি স্বীকাৰ কৰে, নিজ ঠাইত সকলোৰে মাহাত্ম্য সি দেখিবলৈ পায়।

ভাৰতবৰ্ষৰ এই গুণ থকা কাৰণেই, কোনো সমাজকে আমাৰ বিৰোধী বুলি কল্পনা কৰি ভয় নাখাওঁ। প্ৰতিটো ন ন সংঘাতত আমি আমাৰ প্ৰসাৰৰ আশাই কৰোঁ। হিন্দু, বৌদ্ধ মুছলমান, খৃষ্টান—ভাৰতবৰ্ষৰ ক্ষেত্ৰত পৰস্পৰে কাজিয়া কৰি নমৰে,—ইয়াত তেওঁলোকে সামঞ্জস্য বিচাৰি পাব। এই সামঞ্জস্যৰ অংগ-প্ৰত্যংগ লাগে যিমান দেশ-বিদেশৰে হওক, তাৰ প্ৰাণ, তাৰ আত্মা ভাৰতবৰ্ষৰ।

আমি যদি ভাৰতবৰ্ষৰ বিধাতাই দিয়া এই নিয়োগটো স্মৰণ কৰোঁ, তেনেহলে আমাৰ লক্ষ্য স্থিৰ হব, লাজ আঁতৰ হব,—ভাৰতবৰ্ষৰ ভিতৰত যে এটা মৃত্যুহীন শক্তি আছে, তাৰ সন্ধান পাব। আমি এইটো মনত ৰাখিবই লাগিব যে, ইউৰোপৰ জ্ঞান-বিজ্ঞানক যে চিৰকাল আমি কেৱল ছাত্ৰৰ দৰে গ্ৰহণ কৰিম, সেইটো নহয়—ভাৰতবৰ্ষৰ সৰস্বতীয়ে জ্ঞান-বিজ্ঞানৰ সকলো দল আৰু দলাদলিক এটা শতদল পদ্মৰ ভিতৰত বিকশিত কৰি তুলিব,—সিহঁতৰ অনৈক্য দূৰ কৰিব। ঐক্য সাধনেই ভাৰতীয় প্ৰতিভাৰ প্ৰধান কাম। ভাৰতবৰ্ষ কাকো ত্যাগ কৰিবৰ, কাকো দূৰ কৰি ৰখাৰ পক্ষপাতী নহয়, ভাৰতবৰ্ষই সকলোকে স্বীকাৰ কৰাৰ, গ্ৰহণ কৰাৰ, বিৰাট একৰ মাজত সকলোকে নিজ নিজ প্ৰাধান্য দি প্ৰতিষ্ঠা উপলব্ধি কৰাৰ পথ এই কাজিয়া পেচালেৰে পৰিপূৰ্ণ, পাৰ্থক্যজৰ্জ্জৰিত পৃথিবীৰ সন্মুখত এদিন নিৰ্দ্দেশ কৰি দিব।

সেই সুদিন আহাৰ আগতে—'এবাৰ তোমালোকে মাতৃভূমিক "আই" বুলি মাতা!' যি আয়ে দেশৰ প্ৰত্যককে কাষলৈ নিয়াব, পাৰ্থক্য গুচোৱাব, ৰক্ষা কৰাব বাবে সদায় চেষ্টা কৰি আছে, যি নিজৰ ভাণ্ডাৰৰ চিৰসঞ্চিত জ্ঞান-ধৰ্ম্ম নানা আকাৰে নানা উপলক্ষ্যে আমাৰ প্ৰত্যেকৰ অন্তঃকৰণৰ ভিতৰত অক্লান্ত-ভাবে সঞ্চাৰ কৰি অন্তৰক সুদীৰ্ঘ পৰাধীনতাৰ অন্ধকাৰ ৰাতিৰ বিনাশৰপৰা ৰক্ষা কৰি আহিছে, দেশৰ মাজভাগত, সন্তানেৰে বেৰি থকা যজ্ঞস্থলত তেওঁক সজীৱ উপলব্ধি কৰা! আমাৰ দেশে এদিন ধনক তুচ্ছ কৰিব জানিছিল,—এদিন দাৰিদ্ৰ্যকো শোভন আৰু মহিমান্বিত কৰিবলৈ শিকিছিল—আজি আমি জানো টকাৰ ওচৰত সাষ্টাংগে ধূলিত বাগৰি আমাৰ সনাতন স্বধৰ্ম্মক অপমানিত কৰিম? আজি আকৌ আমি সেই শুচি-শুদ্ধ, সেই সংযত, সেই সামান্য বস্তুৰেই তুষ্ট জীৱন-যাত্ৰা গ্ৰহণ কৰি আমাৰ তপস্বিনী আইৰ সেৱাত নিযুক্ত হব নোৱাৰোঁ? এদিন আমাৰ কাৰণে যিটো অতি সহজ আছিল, সি জানো আজি আমাৰ কাৰণে একেবাৰে অসম্ভৱ হৈ উঠিছে? কেতিয়াও নহয়! অতিপাত দুঃসময়তো ভাৰতবৰ্ষৰ নিঃশব্দ বিৰাট প্ৰভাৱে লাহে লাহে, নিগূঢ় ভাবে নিজক জয়ী কৰি তুলিছিল। মই নিশ্চয় জানো, ভাৰতবৰ্ষৰ সুগম্ভীৰ আহ্বান প্ৰতিমুহূৰ্ত্তে আমাৰ বুকুৰ ভিতৰত ধ্বনিত হৈ উঠিছে;—আৰু আমি নিজৰ অলক্ষ্যে ধীৰে ধীৰে সেই ভাৰতবৰ্ষৰ পিনেই গৈ আছো। আৰু যি ঠাইত বাটটো আমাৰ মংগল—প্ৰদীপোজ্জ্বল ঘৰৰ ফালে ঢাল লৈ গৈছে, সেই ঠাইত আমাৰ গৃহযাত্ৰাৰম্ভৰ ফালে মুখ কৰি থিয় হৈ—"এবাৰ তোমালোকে 'আই' বুলি মাতা!"

( ১৩১১ সন )

# পথ আৰু পাথেয়

মাছমৰীয়াই সদায় জাল বায়, তাৰ জালত মাছ উঠে। এদিন জাল পেলাওঁতে হঠাতে এটা কলহ উঠিল, আৰু তাৰ মুখখন খোলা মাত্রকে ভিতৰৰপৰা ৰাশি ৰাশি ধোৱাঁৰ আকাৰ ধৰি এটা দৈত্য ওলাই আহিল। আৰব্যোপন্যাসত এনেকুৱা এটা কাহিনী আছে।

আমাৰ বাতৰি কাকতে প্ৰতিদিনে বাতৰি আহৰণ কৰে; কিন্তু তাৰ জালত যে সেইদিনা এনে এটা কলহ লাগিব আৰু কলহৰ ভিতৰৰ পৰা যে এনে এটা ভয়লগা ঘটনা ঘটি উঠিব সেই কথা আমি কোনোদিনেই আশা কৰিব পৰা নাছিলো।

ঘৰৰ নিচেই কাষতে এনে এটা ৰহস্য হঠাৎ চকুৰ পলকতে উদ্‌ঘাটিত হলে গোটেই দেশখনৰ মানুহৰ মনত যি আন্দোলনৰ সৃষ্টি হয়, সেই সুদূৰব্যাপী চাঞ্চল্যৰ সময়ত কথা আৰু আচৰণৰ সত্যতা ৰক্ষা কৰা টান হৈ পৰে। পানীত ঢৌ উঠিলে ছাঁটো আপোনা-আপুনি বিকৃত হৈ যায়, তাৰ বাবে কাকো দোষ দিব নোৱাৰি। অত্যন্ত ভয় আৰু ভাৱনাৰ সময়ত আমাৰ চিন্তা আৰু বাক্যৰ মাজত সহজেই বিকলতা ঘটে, অথচ ঠিক এনেসময়তে অবিচলিত আৰু নিৰ্বিকাৰ সত্যৰ প্ৰয়োজন আটাইতকৈ বেছি। দৈনন্দিন জীৱনত অসত্য আৰু অৰ্দ্ধসত্যই আমাৰ সিমান বেছি অনিষ্ট নকৰে, কিন্তু সংকটৰ সময়ত সিবিলাকৰ নিচিনা শত্ৰু আৰু নাই।

গতিকে ঈশ্বৰে কৰক আজি যেন আমি ভয়ত, খঙক, আকস্মিক বিপদত, দুৰ্ব্বলচিত্তৰ অতিমাত্ৰা আক্ষেপত আত্মবিস্মৃত হৈ নিজক বা আনক পাহৰাবৰ কাৰণে কেৱল কিছুমান ব্যৰ্থ বাক্যৰ ধূলি উৰুৱাই আমাৰ চাৰিও ফালৰ আকাশখনক আৰু অস্বচ্ছ কৰি নোতোলোঁ। তীব্ৰ বাক্যৰদ্বাৰা চাঞ্চল্য বৃদ্ধি কৰা হয়, ভয়ৰদ্বাৰা সত্যক কোনোমতে লুকুৱাই থবলৈ প্ৰবৃত্তি জন্মে। গতিকে আজিৰ দিনত হৃদয়াবেগ প্ৰকাশৰ উত্তেজনা সম্বৰণ কৰি যিমান পাৰি শান্ত ভাৱে যদি বৰ্ত্তমান ঘটনাৰ আমি বিচাৰ নকৰোঁ, সত্যক আবিষ্কাৰ আৰু প্ৰচাৰ নকৰোঁ, তেন্তে আমাৰ আলোচনা যে অকল ব্যৰ্থই হব এনে নহয়, তাৰপৰা অনিষ্টও হব।

আমাৰ হীনাৱস্থাৰ হেতুকেই উপস্থিত বিভ্ৰাটৰ সময়ত অলপ অতিমাত্ৰা ব্যগ্ৰতাৰে খৰখেদাকৈ আগুৱাই গৈ চৰা সুৰত কৰলৈ ইচ্ছা হয়, "মই ইয়াৰ মাজত নাই ; এইটো কেৱল অমুক দলৰ কীৰ্তি, এইটো কেৱল অমুকৰ অন্যায় ; মই আগৰপৰাই কৈ আহিছো, এইবোৰ ভাল কথা হোৱা নাই ; এনে এটা ঘটনা ঘটিব বুলি মইতো জানিছিলোৱেই।"

এটা আতংকজনক ঘটনাৰ পিছত এনেধৰণৰ অশোভন উৎকণ্ঠাৰে সৈতে আনৰ ওপৰত তোলা অভিযোগ বা নিজৰ সুবুদ্ধি লৈ কৰা অভিমান মোৰ বাবে দুৰ্ব্বলতাৰ পৰিচয়, গতিকে লাজৰ কথা বুলি অনুভৱ হয়। বিশেষকৈ আমি প্ৰবলৰ শাসনাধীনত আছো কাৰণে ৰাজপুৰুষসকলৰ বিৰাগৰ বেলিকা আনক গালি পাৰি নিজকে ভাল মানুহৰ শাৰীত থবলৈ গলে তাৰ মাজলৈ একধৰণৰ হীনতা আহি পৰেই। গতিকে দুৰ্ব্বল পক্ষই এনেকুৱা ঘটনাত অতিশয় উৎসাহ দেখুৱাবলৈ আগবঢ়াই ভাল।

আৰ পিছত যিসকলে অপৰাধ কৰিছে যিসকল ধৰা পৰিছে, নিৰ্ম্মম ৰাজদণ্ড যিসকলৰ ওপৰত উদ্যত হৈ আছে তেওঁলোকৰ প্ৰতি আন একো বিচাৰ নকৰি কেৱল বিপদ ঘটাইছে বুলিয়েই তীব্ৰতা প্ৰকাশ কৰাটোও কাপুৰুষতা। তেওঁলোকৰ বিচাৰৰ ভাৰ এনে লোকৰ ওপৰত আছে যে অনুগ্ৰহ বা মমতাই তেওঁলোকক দণ্ডলাঘৱতাৰ পিনলৈ অলপো বিচলিত নকৰে। গতিকে ইয়াৰ লগতো আমি যিমান খিনি আগুৱাই গৈ যোগ দিবলৈ বিচাৰিম আমাৰ ভীৰু স্বভাৱৰ নিৰ্দয়তা প্ৰকাশ পাব। ঘটনাটো আমি যিমানেই দুষনীয় বুলি নোভাবো সেই সম্বন্ধে মত প্ৰকাশৰ আগ্ৰহত আমি আত্মসম্ভ্ৰমৰ মৰ্য্যাদা লংঘন কৰিম কিয় ? গোটেই দেশৰ ওপৰ আকাশত যেতিয়া এটা ৰুদ্ৰৰোষ তেজাল হৈ স্তব্ধ হৈ আছে তেতিয়া সেই বজ্ৰধৰৰ সমুখত আমাৰ দায়িত্বহীন চপলতা অকল অনাৱশ্যকেই নহয়, সি এক প্ৰকাৰ অসংগতো।

যেয়ে নিজকে যিমান দূৰদৰ্শী বুলি নধৰক লাগিলে আমি স্বীকাৰ কৰিবই লাগিব যে ঘটনা ইমান দূৰ আগুৱাব পাৰে বুলি দেশৰ সৰহ ভাগ মানুহেই কল্পনা কৰা নাই। কম-বেছি পৰিমাণে বুদ্ধি আমাৰ সকলোৰে আছে, কিন্তু চোৰ গলে বুদ্ধিৰ যিমান বিকাশ হয় সিমানখিনি আগতেই আশা কৰিব নোৱাৰি।

অৱশ্যে ঘটনা যেতিয়া ঘটিল তেতিয়া সহজে কব পাৰি যে তাৰ সম্ভাৱনা আছিল বুলিয়েই সি ঘটিবলৈ পালে। সেইদৰে এই আপাহতে আমাৰ মাজৰ স্বভাৱতে অলপ বেছি উত্তেজনাশীল সকলক ভৎ‍ৰ্সনা কৰি কোৱা সহজ যে তেওঁলোকে ইমান খিনি নকৰা হলেই ভাল হ'লহেঁতেন।

আমি হিন্দুৱে, বিশেষকৈ বঙালীয়ে, মুখেৰে যিমানেই উত্তেজনা প্ৰকাশ নকৰোঁ, কোনো দুঃসাহসিক কামত আমি কেতিয়াও প্ৰবৃত্ত হব নোৱাৰোঁ। এই লাজলগা কথাষাৰ দেশে-বিদেশে ৰাষ্ট্ৰ হবলৈ বাকী নাই। এই কথা লৈ বাবু সম্প্ৰদায়ে বিশেষভাৱে ইংৰাজৰ মুখৰ দুঃসহ ভাষাৰ খোঁচ নিতৌ খাই আহিছে। সকলো ধৰণৰ উত্তেজনাবাক্য অন্ততঃ বংগদেশত যে সম্পূৰ্ণ নিৰাপদ এই বিষয়ে আমাৰ শত্ৰু-মিত্ৰ কাৰো মানত লেশ মাত্ৰ সন্দেহ নাছিল। সেইদেখি এতিয়ালৈকে কথাই-বতৰাই, ভাবে-ভংগীয়ে আমি যিমানেই মাত্ৰাধিক্য প্ৰকাশ কৰিছো তাত কেতিয়াবা পৰজন কেতিয়াবা স্বজন বিৰক্ত হৈছে, তেওঁলোকে খং কৰিছে, আমাৰ অসংযমক প্ৰহসন বুলি উপসাহ কৰিবলৈকো এৰা নাই। প্ৰকৃত পক্ষে বঙালী কাকত বা কোনোবা বঙালী বক্তাৰ মুখত যেতিয়া অপাৰিমিত স্পৰ্দ্ধা-বাক্য ওলাই পৰিছিল তেতিয়া এই কাৰণেই স্বজাতিৰ বাবে লাজ পাইছো যে দুঃসাহসিক কাম কৰাত যাৰ সুনাম নাই তেওঁলোকৰ বাক্যৰ তেজে দীনতাক বেছি প্ৰকট কৰিহে তোলে। দৰাচলতে বহু দিনৰপৰা বঙালী জাতিয়ে ভীৰু অপবাদৰ দুঃসহ বোজা বৈ আহি নতশিৰ হৈছে বুলিয়েই বৰ্ত্তমান ঘটনা সম্বন্ধে ন্যায়-অন্যায়, ইষ্ট-অনিষ্ট বিচাৰ অতিক্ৰম কৰিও অপমান-মোচন উপলক্ষে তেওঁলোকৰ মনত এটা আনন্দৰ ভাব নজগাকৈ থকা নাই।

গতিকে এই কথা সঁচা যে বংগদেশৰ মনৰ বেদনা চাওঁতে চাওঁতে ক্ৰমাৎ যি ধৰণে অগ্নিমূৰ্ত্তি ধাৰণ কৰি প্ৰকাশ পাইছে তাক আমাৰ বা আন দেশৰ কোনো জ্ঞানী লোকেই অৱশ্যম্ভাবী বুলি অনুমান কৰা নাই। গতিকে আজি আমাৰ অকস্মাত বুদ্ধি-বিকাশৰ দিনত যাক মোৰ ভাল নেলাগে তাক ধৰি অসাৱধানতাৰ বাবে দায়ী কৰিবলৈ যোৱাটো সুবিচাৰ-সংগত নহয়।ময়ো এই গোলমালৰ দিনত কোনো পক্ষৰ বিৰুদ্ধে গোচৰ দিব নোখোজোঁ। কিন্তু কেনেকৈ কি ঘটিল আৰু তাৰ পৰিণাম কি, সেইটো নিৰপেক্ষ ভাৱে বিচাৰ কৰি আমি পথ ঠিক কৰি লবই লাগিব ; সেই চেষ্টাত আত্মনিয়োগ কৰি যদি

এজনেৰে বা বহু জনেৰে সৈতে মোৰ মতভেদ হয় তেন্তে অনুগ্ৰহ কৰি মনত ৰাখিব যে মোৰ বুদ্ধিৰ চোক কম হব পাৰে, কিন্তু স্বদেশৰ হিতৰ প্ৰতি উদাসীনতা বা হিতৈষীসকলৰ প্ৰতি সামান্য বিৰোধিতাবশতঃ হে মই বিচাৰত ভুল কৰিছোঁ, এই কথা কেতিয়াও সঁচা নহয়। গতিকে মোৰ কথাবোৰ যদি গ্ৰাহ্য নকৰেও, মোৰ অভিপ্ৰায়ৰ প্ৰতি ধৈৰ্য্য আৰু শ্ৰদ্ধা ৰক্ষা কৰিব।

বংগদেশত কিছুদিনৰপৰা ঘটি অহা ঘটনাত আমাৰ কোন বঙালীৰ কিমান অংশ আছে তাৰ সূক্ষ্ম বিচাৰ নকৰি এইকথা নিশ্চয় কৰ পাৰি যে তাৰ কায় বা মন বা বাক্যত আমি প্ৰত্যেকেই কিবা নহয় কিবা প্ৰকাৰে ইন্ধন যোগাইছো। গতিকে যি চিত্তদাহ কেৱল নিৰ্দিষ্ট ঠাইতে সীমাবদ্ধ হৈ থকা নাই, প্ৰকৃতিভেদে যাৰ উত্তেজনা আমি প্ৰত্যেকেই নানাধৰণে অনুভৱ আৰু প্ৰকাশ কৰিছো, তাৰেই এটা পৰিণাম স্বৰূপে যদি এই ধৰণৰ গোপন বিপ্লৱৰ অদ্ভুত আয়োজন হয় তেন্তে তাৰ দায়িত্ব বঙালী মাত্ৰেই গ্ৰহণ কৰিব লাগিব। জ্বৰ যদি গোটেই গাতে উঠিছিল তেন্তে হাতৰ তলুৱা কপালতকৈ চেচা আছিল বুলিয়েই মৃত্যুৰ সময়ত নিজকে সাধু আৰু কপাল খনেই যত কুটৰ ঘাই বুলি নিষ্কৃতি লভিব নোৱাৰি। আমি কি কৰিম, কি কৰিব খোজো, সেইকথা স্পষ্ট ভাৱে চিন্তা কৰা নাই; মাত্ৰ জানো যে আমাৰ মনত জুই জ্বলিছিল। সেই জুই স্বাভাৱিক ভাৱে বিয়পি পৰিলত তিতি থকা কাঠ ধোঁৱাবলৈ ধৰিলে, শুকান কাঠ জ্বলিবলৈ ধৰিলে আৰু ঘৰৰ চুকত থকা কেৰাচিনত লাগি নিজক ধাৰণ কৰিব নোৱাৰি টিনৰ বাধা ওফৰাই এটা বিভীষিকাৰ সৃষ্টি কৰিলে।

যি কি নহওক, কাৰ্য্য কাৰণৰ পৰম্পৰৰ যোগত পৰম্পৰৰ ব্যাপ্তি যেনেকৈয়ে নঘটক, সেইবুলি জুয়ে অগ্নিকাণ্ড ঘটালে সকলো বাদ-বিসম্বাদ পৰিত্যাগ কৰি তাক উপশম কৰিবই লাগিব, এই বিষয়ে মতভেদ হব নোৱাৰে।

বিশেষকৈ কাৰণটো দেশৰপৰা দূৰ হোৱা নাই, মানুহৰ মন উত্তেজিত হৈ আছে। উত্তেজনা ইমানেই তীব্ৰ যে যিবোৰ সাংঘাতিক ঘটনা আমাৰ দেশত অসম্ভৱ বুলি বিবেচিত হৈছিল সেইবোৰো সম্ভৱপৰ হৈছে। বিৰোধৰ ভাৱ ইমান গভীৰ আৰু বিস্তৃত যে কৰ্তৃপক্ষই বল প্ৰয়োগ কৰি মাত্ৰ ঠায়ে ঠায়ে তাক নিৰ্ম্মূল কৰিবলৈ চেষ্টা কৰি কেতিয়াও তাক ওৰ পেলাব নোৱাৰে, বৰং তাক বেছি প্ৰৱল আৰু প্ৰকাণ্ড কৰিহে তুলিব।

বৰ্ত্তমান সংকটত ৰাজপুৰুষসকলে কি কৰা কৰ্ত্তব্য সেইকথা আলোচনা কৰিবলৈ গলে তেওঁলোকে যে শ্ৰদ্ধাৰে শুনিব এনে আশা কৰিব নোৱাৰি। আমি তেওঁলোকৰ দণ্ডশালৰ দুৱাৰত বহি তেওঁলোকক ৰাজনৈতিক প্ৰাজ্ঞতা সম্পৰ্কে শিক্ষা দিয়াৰ দুৰাশাও নকৰোঁ। আমাৰ কবলগীয়া কথাও অতি পুৰণি, আৰু শুনিলে এনেহে লাগিব যেন ভয়তহে কৈছো। তথাপি সত্য পুৰণি হলেও সত্য আৰু তাক ভুল বুজিলেও সি সত্য। কথাটো হ'ল— "শক্তস্য ভূষণং ক্ষমা", কথা আৰু অলপ আছে, ক্ষমা কেৱল শক্তিশালীৰ ভূষণ নহয়, সময়বিশেষে শক্তিশালীৰ বক্ষাস্ত্ৰও ক্ষমা। কিন্তু আমি যিহেতু শক্তিশালীৰ দলত নাই সেইবাবে এই সাত্বিক উপদেশটো সম্বন্ধে অধিক আলোচনা আমাৰ পক্ষে শোভা নেপায়।

ঘটনাটো দুই পক্ষক লৈ—অথচ দুই পক্ষৰ মাজাত আপোচ মীমাংসাৰ সম্বন্ধ অতি ক্ষীণ হৈ আহিছে ; এফালে প্ৰজাৰ বেদনাক উপেক্ষা কৰি শক্তিয়ে একান্ত প্ৰবল মূৰ্তি ধাৰণ কৰিছে, আনফালে দুৰ্ব্বলৰ নিৰাশ মনোৰথে সফলতাৰ কোনো বাট নেদেখি দিনে দিনে মৰোঁ—জীওঁকৈ লাগিছে ; এনে অৱস্থাত সমস্যাটো সৰু নহয়। কাৰণ আমি এই দ্বি-পক্ষীয় ঘটনাত কেৱল এক পক্ষক লৈ যিকণ চেষ্টা কৰিব পাৰোঁ সিয়েই আমাৰ একমাত্ৰ সম্বল। ধুমুহাৰ মাজত গুৰি-বঠা ধৰা নাৱৰীয়া নিজৰ ইচ্ছামতে চলিছে ; আমি বাকী বঠাৰ সহায়ত যিখিনি ৰক্ষা কৰিব পাৰোঁ অগত্যা তাকেই কৰিব লাগিব— নাৱৰীয়াই সহায় কৰে যদি ভালৰে কথা, যদি নকৰেও তথাপি দুঃসাধ্য কাম কৰিবলৈ আগবাঢ়িব লাগিব ; কাৰণ বুজিবলৈ গৈ আনক শাও দিলেও সান্ত্বনা পাব নোৱাৰি।

এনে বিপদকালত সত্যক ঢাকি থবলৈ যোৱাটো প্ৰলয়ত ল'ৰাই ধেমালি কৰাৰ নিচিনা। আমি চৰকাৰক কবলৈ যত্নপৰ হৈছো—এইবোৰ একোৱেই নহয়, ই মাত্ৰ দুই-চাৰিজন ল'ৰা মানুহৰ বলিয়ালিৰ পৰিচয়। মই এনেধৰণৰ ফোপোলা সান্ত্বনা বাক্যৰ কোনো সাৰ্থকতা নেদেখোঁ। প্ৰথম কথা, এনেধৰণৰ নিৰৰ্থক কথাৰে আমি চৰকাৰৰ নীতি অলপো সলনি কৰিব নোৱাৰোঁ। দ্বিতীয়তে, দেশৰ বৰ্ত্তমান অৱস্থাত কত কি হৈছে তাক নিশ্চয় জানো বুলিলে যে মিছা কথা কোৱা হয় সেইটো সম্পূৰ্ণ প্ৰমাণ হৈ গৈছে। গতিকে বিপদৰ সম্ভাৱনাক স্বীকাৰ কৰি লৈয়ে আমি কামত হাত দিব লাগিব। দায়িত্ববোধহীন

লঘু কথাৰ দ্বাৰা কোনো সভ্য সংকটক দূৰ কৰিব নোৱাৰি। এতিয়া সকল সত্যৰ প্ৰয়োজন।

এতিয়া আমাৰ দেশৰ মানুহক অকপট হিতৈষণাৰে স্পষ্টভাৱে কব লাগিব যে চৰকাৰৰ শাসননীতিয়ে সি পন্থাকে অৱলম্বন নকৰক আৰু ভাৰতস্থ ইংৰাজৰ ব্যক্তিগত ব্যৱহাৰে আমাৰ মনক যি ধৰণেই আলোড়িত নকৰক, আমি আত্মবিস্মৃত হৈ আত্মহত্যা কৰাটো তাৰ প্ৰতিকাৰ নহয়।

যি দিনকাল পৰিছে, এতিয়া ধৰ্ম্মৰ অজুহাত দেখুওৱা মিছা। কাৰণ ৰাষ্ট্ৰনীতিত ধৰ্ম্মনীতিৰ স্থান আছে বুলি যি মানুহে সম্পূৰ্ণ বিশ্বাসেৰে মত প্ৰকাশ কৰে, আনে তেওঁক হয় কাণ্ডজ্ঞানহীন নহয় নীতি-বায়ুগ্ৰস্ত বুলি অৱজ্ঞা কৰে। প্ৰয়োজনৰ সময়ত প্ৰবল পক্ষই ধৰ্ম্মক মানি চলাটো কাৰ্য্যহানিকৰ দীনতা বুলি ধৰে। পশ্চিমৰ বুৰঞ্জীত তাৰ বহুতো দৃষ্টান্ত আছে; তথাপি প্ৰয়োজন সাধনৰ উপলক্ষত যদি দুৰ্ব্বলক ধৰ্ম্ম মানিবলৈ উপদেশ দিয়া হয় তেন্তে উত্তেজনাবশতঃ তেওঁলোকে উত্তৰ দিয়ে—এইটোতো ধৰ্ম্ম মানি চলা নহয়, ই ভয়ক মানি চলাহে।

কিছুদিনৰ আগতে যি বুৱাৰ যুদ্ধ হৈছিল তাত জয়লক্ষ্মীয়ে যে ধৰ্ম্মবুদ্ধিক অনুসৰণ কৰা নাছিল এই কথা কোনো কোনো ধৰ্ম্মভীৰু ইংৰাজৰ মুখতেই শুনা গৈছে। যুদ্ধৰ সময়ত শত্ৰুপক্ষৰ মনত ভয়ৰ উদ্ৰেক কৰিবৰ কাৰণে তেওঁলোকৰ গাওঁ-ভূঁই খাস্তাং কৰি, ঘৰ-দুৱাৰ জ্বলাই দি, খাদ্য দ্ৰব্য লুটপাট কৰি, নিৰ্ব্বিচাৰে বহু নিৰপৰাধ নৰ-নাৰীক নিৰাশ্ৰয় কৰি পেলোৱাটো যুদ্ধ কাৰ্য্যৰ এটা অংগ বুলি পৰিগণিত হৈছে। "মাৰ্শিয়েল ল" কথাষাৰৰ অৰ্থই হৈছে—প্ৰয়োজন হলে ন্যায়বিচাৰক এটা ডাঙৰ বাধা বুলি নিৰ্ব্বাসিত কৰাৰ বিধি আৰু সেই উদ্দেশ্যে প্ৰতিহিংসাপৰায়ণ মানৱ প্ৰকৃতিৰ বাধামুক্ত পাশৱিকতাকে প্ৰয়োজন পূৰোৱাৰ সৰ্ব্বপ্ৰধান সহায় বুলি ঘোষণা কৰা। পিউনিটিক পুলিচৰদ্বাৰা সমূহ নিৰুপায় গাওঁবাসীক জোৰ কৰি ভাৰাক্ৰান্ত কৰাৰ বিবেকবিহীন বৰ্ব্বৰতাও এই জাতীয়। এইবিলাক বিধিৰ দ্বাৰা প্ৰচাৰ কৰা হয় যে ৰাষ্ট্ৰৰ কামত বিশুদ্ধ ন্যায়ধৰ্ম্ম প্ৰয়োজন সাধনৰ পক্ষে যথেষ্ট নহয়।

ইউৰোপৰ এই অবিশ্বাসী ৰাষ্ট্ৰনীতিয়ে আজি পৃথিৱীৰ সকলো ঠাইতে ধৰ্ম্মবুদ্ধিক বিষাক্ত কৰি তুলিছে। এনে অৱস্থাত যেতিয়া বিশেষ ঘটনাত বিশেষ কাৰণে কোনোবা পৰাধীন জাতিয়ে হঠাৎ নিজৰ পৰাধীনতাৰ ঐকান্তিক

মূর্ত্তি দেখি সর্ব্বান্তঃকৰণে পীড়িত হৈ উঠে, অথচ নিজৰ সকলো ধৰণৰ উপায়হীনতাৰ অপমানত উত্তপ্ত হৈ উঠে, তেতিয়া তেওঁলোকৰ মাজৰে কিছুমান অধীৰ অসহিষ্ণু মানুহে গোপন পন্থা অৱলম্বন কৰি অকল ধৰ্ম্মবুদ্ধিকে নহয় কৰ্ম্মবুদ্ধিকো বিসৰ্জন দিয়ে, দেশৰ আন্দোলনকাৰী বক্তা-সকলকে ইয়াৰ বাবে দায়ী কৰাটো বলদৰ্পত অন্ধ হোৱা লোকৰ গাৰ বলৰ মূঢ়তা মাত্ৰ।

সেইবাবে দেশৰ যিসকল লোকে গুপ্তপন্থাকে ৰাষ্ট্ৰৰ হিত সাধনাৰ একমাত্ৰ পন্থা বুলি স্থিৰ কৰিছে তেওঁলোকক ধৰ্ম্মোপদেশ দিবলৈ গলেও তেওঁলোকে হাঁহি উৰুৱাই দিব। আমি যি যুগত বাস কৰিছো বৰ্ত্তমান সেই যুগত ধৰ্ম্ম যি স্থলত ৰাষ্ট্ৰীয় স্বাৰ্থৰ ওচৰত দেখদেখকৈয়ে কুণ্ঠিত সেই স্থলত সকলো মানুহেই এনে ধৰ্ম্মভ্ৰংশতাৰ দুখ বহন কৰিবই লাগিব; ৰজা-প্ৰজা, প্ৰবল দুৰ্ব্বল, ধনী-শ্ৰমী কোনোৱেই নিষ্কৃতি নেপায়। প্ৰয়োজন হলে ৰজায়ো দুৰ্নীতিৰে প্ৰজাক আঘাত কৰিব, প্ৰয়োজন হলে প্ৰজায়ো দুৰ্নীতিৰেই আঘাত কৰিবলৈ চেষ্টা কৰিব, আৰু যিসকল তৃতীয় পক্ষৰ মানুহ এইবিলাকত প্ৰত্যক্ষভাৱে লিপ্ত নহয় তেওঁলোককো এই অধৰ্ম্ম-সংঘৰ্ষৰ জুয়ে নোপোৰাকৈ নেথাকে। দৰাচলতে সংকটত পৰি মানুহে যিদিনা ভালদৰে বুজিব পাৰে যে অধৰ্ম্মক আশ্ৰয় দিবলৈ গলে যে কেৱল এক পক্ষৰেই নিকিনা গোলাম হব লাগে এনে নহয়, দুই ফালৰে চাউল খাই সকলো পক্ষই সমান ভয়ংকৰ হৈ উঠে, সেইদিনা তাৰ সহায়ক অবিশ্বাস কৰি তাক একে কোবেই পৰিত্যাগ কৰিবৰ কাৰণে বিপন্ন সমাজত পৰস্পৰৰ মাজত দ্বন্দ্ব চলিবলৈ ধৰে। এইদৰেই ধৰ্ম্মৰাজে ভীষণ সংঘাতৰ মাজেৰে ধৰ্ম্মক বিজয়ী কৰি উদ্ধাৰ কৰিছে। যেতিয়ালৈকে এই কাম সম্পূৰ্ণ হৈ নুঠে সিমান দিনলৈকে সন্দেহেৰে সৈতে সন্দেহৰ বিদ্বেষেৰে সৈতে বিদ্বেষৰ আৰু কপটনীতিৰ সৈতে কপটনীতিৰ সংগ্ৰামত গোটেই মানৱ সমাজ উত্তপ্ত হৈ থাকিব।

গতিকে বৰ্ত্তমান অৱস্থাত যদি উত্তেজিত দেশৰ মানুহক কিবা কথা কবলগীয়া হয় তেন্তে প্ৰয়োজনৰ দৃষ্টি কোণৰ পৰাই কব লাগিব। তেওঁ-লোকক ভালদৰে বুজাব লাগিব যে প্ৰয়োজন অত্যন্ত গুৰুতৰ হলেও প্ৰশস্ত পন্থেদিয়েই তাক পূৰণ কৰিব লাগিব—ঠেক বাটেদি গৈ কাম চমুৱাব খুজিলে এদিন দিক্ হেৰুৱাই শেষত বাটো নোপোৱা হ'ব, কামো নিসিজিব। মোৰ

হৃদয়ৰ আকাংক্ষা অতিশয় তীব্ৰ বুলি সংসাৰত বাটটো কেতিয়াও নিজে চুটি হৈ নেযায়। সময়ো তাকৰ হৈ নপৰে।

দেশৰ হিতসাধন যে কিমান ডাঙৰ কাম আৰু কিমান দিশলৈ যে তাৰ ঠাল-ঠেঙুলি বাঢ়ি যাব সেইকথা আমি যেন সাময়িক আক্ষেপত পাহৰি নেপেলাওঁ। ভাৰতৰ নিচিনা নানা বৈচিত্ৰ্য থকা আৰু বিৰোধিতা সম্পন্ন দেশৰ সমস্যাও নিতান্ত দুৰূহ। ঈশ্বৰে আমাৰ ওপৰত এনে এটা মহান কামৰ ভাৰ দিছে,-আমি মানৱ সমাজৰ ইমান বিয়াগোম জটিল জাল এখনৰ হেজাৰ-বিজাৰ গাঁথি খোলাৰ আদেশ লৈ আহিছো যে এক মুহূৰ্ত্তৰ বাবেও তাৰ মাহাত্ম্য পাহৰি যেন আমি কোনো ধৰণৰ চপলতা প্ৰকাশ কৰি নেপলাওঁ। আদিম কালৰে পৰা জগতত যিমানবিলাক বৰ বৰ শক্তিৰ প্ৰৱাহ জাগ্ৰত হৈ উঠিছে সেই সকলোৰে এটা নহয় এটা ডাঙৰ সোঁত ভাৰতত মিলিছেহি। ঐতিসাহিক স্মৃতিৰ অতীত কালত কিবা গূঢ় প্ৰয়োজনৰ দুৰ্নিবাৰ তাড়নাত যিদিনা আৰ্য্য জাতিয়ে গিৰি-গুহা মুক্ত নদীৰ দৰে হঠাৎ সচল হৈ বিশ্বপথত খোজ দিলে আৰু তেওঁলোকৰে এটা শাখাই বেদমন্ত্ৰ উচ্চাৰণ কৰি ভাৰতবৰ্ষৰ অৰুণচ্ছায়াত যজ্ঞৰ জুই জ্বলালে সেইদিনা ভাৰতৰ আৰ্য্য-অনাৰ্য্যৰ মিলন ক্ষেত্ৰত যি বিপুল ইতিহাসৰ পাতনি মেল খাইছিল আজি সি জানো সমাপ্ত হোৱাঁৰ আগতেই ক্ষান্ত হৈ গৈছে? ঈশ্বৰে জানো তাক শিশুৰে ওমলা ঘৰ সজাৰ দৰেই আজি হঠাৎ অনাদৰত ভাঙি পেলাইছে? তাৰ পিছত এই ভাৰতৰ পৰা বৌদ্ধ ধৰ্ম্মৰ মিলন মন্ত্ৰ কৰুণাজলভাৰ গম্ভীৰ মেঘমন্দ্ৰৰ দৰে ধ্বনিত হৈ এছিয়াৰ পূৱ-সাগৰ পৰীয়া সকলো মংগোলীয় জাতিক জাগ্ৰত কৰি তুলিলে আৰু ব্ৰহ্মদেশৰ পৰা সুদূৰৰ জাপানলৈকে বিভিন্ন ভাষা-ভাষী অনাত্মীয় লোকসকলক ধৰ্ম্ম বিষয়ত ভাৰতেৰে সৈতে একাত্ম কৰি তুলিছে, ভাৰতত সেই মহান শক্তিৰ অভ্যুদয় জানো ভাৰতৰ কাৰণে কেৱল পৰিণামহীন নিৰৰ্থকতা হৈছে? তাৰ পিছত এছিয়াৰ পশ্চিমতম প্ৰান্তত দৈৱবলৰ প্ৰেৰণাত মানুহৰ আৰু এক শক্তি জাগ্ৰত হৈ উঠি ঐক্য-মন্ত্ৰ বহন কৰি ক্ষিপ্ৰ বেগত পৃথিৱী চোৱাই দিবলৈ ওলাল; সেই শক্তিধাৰাক বিধাতাই যে কেৱল ভাৰতবৰ্ষলৈ আহ্বানেহে কৰিছে এনে নহয় ইয়াতেই তেওঁ তাক আশ্ৰয়ো দিছে। আমাৰ ইতিহাসত এইটো জানো কেৱল এটা আকস্মিক ঘটনা? ইয়াৰ মাজত চিৰন্তন সত্যৰ চিৰ পৰিচয় জানো নাই? তাৰ পিছত

ইউৰোপত মানৱ শক্তিয়ে প্ৰাণৰ প্ৰাবল্যাত, বিজ্ঞানৰ কৌতূহলত পণ্য-সংগ্ৰহৰ আকাংক্ষাত যেতিয়া বিশ্বাভিমুখী হৈ ওলাল তেতিয়া তাৰো এটা বৃহৎ আৰু প্ৰবল ধাৰাই ভাৰতলৈ আহি ঈশ্বৰৰ আহবান ক্ৰমে আমাক আঘাতৰদ্বাৰা জাগ্ৰত কৰি তুলিলে। এই ভাৰতবৰ্ষত বৌদ্ধ ধৰ্ম্মৰ প্লাবন দূৰ হোৱাৰ পিছত যেতিয়া খণ্ড-বিখণ্ড দেশৰ ভিন ভিন ধৰ্ম্ম সম্প্ৰদায়ে বিৰোধ—বিচ্ছিন্নতাৰে চতুৰ্দ্দিশ কণ্টকিত কৰি তুলিছিল তেতিয়া শংকৰাচাৰ্য্যই সেই সমূহ খণ্ড আৰু ক্ষুদ্ৰ অংশক একমাত্ৰ অখণ্ড বৃহতৰ মাজত ঐক্যবদ্ধ কৰিবলৈ যত্নপৰ হৈ ভাৰতবৰ্ষৰ প্ৰতিভাৰেই পৰিচয় দিয়ে। অৱশেষত দাৰ্শনিক জ্ঞান-প্ৰধান সাধনাই যেতিয়া ভাৰতৰ জ্ঞানী—অজ্ঞানী, অধিকাৰী—অনধিকৰীক বিচ্ছিন্ন কৰিবলৈ ধৰিলে তেতিয়া চৈতন্য, নানক, কবীৰ আদিয়ে ভাৰতৰ ভিন ভিন প্ৰদেশত জাতিৰ অনৈক্যক ভক্তিৰ পৰম ঐক্যেৰে এক কৰা অমৃত বৰ্ষণ কৰিলে। তেওঁলোকে কেৱল যে ভাৰতবৰ্ষৰ প্ৰাদেশিক ধৰ্ম্মসমূহৰ বিচ্ছেদৰ আঘাত প্ৰেমৰদ্বাৰা দূৰ কৰিবলৈ যত্ন কৰিলে এনে নহয়, তেওঁলোকেই ভাৰতত হিন্দু আৰু মুছলমান প্ৰকৃতিৰ মাজত ধৰ্ম্মসেতু বান্ধি দিলে, ভাৰতবৰ্ষ এতিয়াও যে নিশ্চেষ্ট হৈ আছে এনে নহয়—ৰামমোহন ৰায়, স্বামী দয়ানন্দ, কেশৱচন্দ্ৰ, ৰামকৃষ্ণ পৰমহংস, বিৱেকানন্দ, শিৱনাৰায়ণ স্বামী এই সকলেও অনৈক্যৰ মাজত একক ক্ষুদ্ৰতাৰ মাজত ভূমাক প্ৰতিষ্ঠিত কৰিবৰ কাৰণে জীৱনৰ সাধনাক ভাৰতবৰ্ষৰ হাতত সমৰ্পণ কৰিছে। অতীতৰ পৰা আজিলৈকে ভাৰতৰ এই এটি এটি অধ্যায় বুৰঞ্জীৰ কেৱল বিচ্ছিন্ন, বিক্ষিপ্ত প্ৰলাপ নহয়—এইবোৰৰ পাৰস্পৰিক সম্বন্ধ আছে, এইবোৰ সপোনৰ দৰে নোহোৱা হৈ যোৱা নাই—এইবোৰ সকলোৰেই আছে; এইবোৰে সন্ধিতে হওক, সংগ্ৰামতে হওক, ঘাত প্ৰতিঘাতত বিধাতাৰ অভিপ্ৰায়ক অপূৰ্ব্ব বিচিত্ৰ ৰূপত ফুটাই তুলিছে। পৃথিৱীৰ আন কোনো দেশতে ইমান ডাঙৰ ৰচনাৰ আয়োজন হোৱা নাই, ইমানবোৰ জাতি ইমানবোৰ ধৰ্ম্ম, ইমানবোৰ শক্তি কোনো তীৰ্থস্থানতে একঠাই হোৱা নাই; একান্ত বিভিন্নতা আৰু বৈচিত্ৰ্যক বিৰাট সমন্বয়ত বান্ধি বিৰোধৰ মাজত মিলনৰ আদৰ্শক পৃথিৱীৰ মাজত জয়ী কৰাৰ এনে সু-স্পষ্ট আদেশ জগতৰ আন কোনো দেশতে ধ্বনিত হোৱা নাই। আন সকলোতে মানুহে ৰাজ্যবিস্তাৰ কৰক, পনা বিস্তাৰ কৰক, প্ৰতাপ বিস্তাৰ কৰক, ভাৰতৰ মানুহে দুঃসহ তপস্যাৰদ্বাৰা একক আৰু ব্ৰহ্মক জ্ঞানে,

প্ৰেমে, কৰ্ম্মই সকলো অনৈক্য আৰু সকলো বিৰোধ মানি লৈ মানুহৰ কৰ্ম্মক্ষেত্ৰৰ কঠোৰ সংকীৰ্ণতাৰ মাজত মুক্তিৰ উদাৰ, নিৰ্ম্মল জ্যোতি বিকিৰণ কৰক—ভাৰত বুৰঞ্জীৰ আৰম্ভৰেপৰা আমাৰ প্ৰতি অনুশাসন প্ৰচাৰিত হৈছে। শ্বেতাংগ আৰু কৃষ্ণাংগ, মুছলমান আৰু খৃষ্টান, পূব আৰু পশ্চিম, কোনো আমাৰ বিৰুদ্ধ নহয়—ভাৰতৰ পুণ্যক্ষেত্ৰত সকলো বিৰোধ এক হবৰ কাৰণে বহু শতাব্দী ধৰি অতি কঠোৰ সাধনা কৰিব বুলিয়েই অতি দূৰ অতীতত ইয়াৰ তপোবনত একৰ তত্ত্ব উপনিষদে ইমান আচৰিত সৰল জ্ঞানেৰে সৈতে প্ৰচাৰ কৰিছিল যে ইতিহাসে তাক নানা দিশৰপৰা ব্যাখ্যা কৰি কৰি আজিও ওৰ পোৱা নাই।

সেয়ে মই অনুৰোধ কৰিছিলো, অন্যান্য দেশত মনুষ্যত্বৰ আংশিক বিকাশ হোৱা দেখি ভাৰতৰ ইতিহাসিক সংকীৰ্ণ কৰি নেচাব—ইয়াৰ মাজত যিবোৰ দেখাত বিৰোধ ভাৱ পৰিলক্ষিত হৈছে তাকে দেখি হতাশ হৈ কোনো ক্ষুদ্ৰ চেষ্টাত নিজক অন্ধভাবে নিয়োগ নকৰিব—কৰিলেও কোনোপধ্যে যে সফল নহব, এই কথা নিশ্চয় জানিব। বিধাতাৰ ইচ্ছাৰে সৈতে নিজৰ ইচ্ছাক মিলাই দিয়াই সফলতাৰ একমাত্ৰ উপায়; তাৰ বিৰুদ্ধে বিদ্ৰোহ কৰিবলৈ গলেই ক্ষন্তেকৰ কাৰ্য্যসিদ্ধিয়ে আমাক পাহৰাই ভয়ংকৰ ব্যৰ্থতাৰ মাজত বুৰাই মাৰিব।

যি ভাৰতবৰ্ষই মানুহৰ সকলো মহৎ শক্তিৰদ্বাৰা ধীৰে ধীৰে এইদৰে বিৰাট মূৰ্ত্তি ধাৰণ কৰিছে, সকলো আঘাত অপমানে, সকলো বেদনাই যাক এই পৰম-প্ৰকাশ অভিমুখে অগ্ৰসৰ কৰাইছে, সেই ভাৰতবৰ্ষৰ সেৱা আমাৰ মাজত সজ্ঞানে সচেতনভাৱে কোনে কৰিব, কোনে একান্ত অবিচলিত ভক্তিৰে সকলো ক্ষোভ, অধৈৰ্য্য, অহংকাৰ এই মহাসাধনাত বিলীন কৰি দি ভাৰত বিধাতাৰ পদতলত নিজৰ নিৰ্ম্মল জীৱনক পূজাৰ অৰ্ঘ্যৰ নিচিনাকৈ নিবেদন কৰিব? ভাৰতৰ মহাজাতীয় উদ্বোধনৰ আমাৰ সেই পুৰোহিত সকল ক'ত? তেওঁলোক যতেই নেথাকক, এই কথা আপোনালোকে ধ্ৰুৱসত্য বুলি জানিব যে তেওঁলোক চঞ্চল নহয়, তেওঁলোক উন্মত্ত নহয়; তেওঁলোকে কৰ্ম্মনিৰ্দ্দেশ—শূন্য স্পৰ্দ্ধাবাক্যৰ দ্বাৰা দেশবাসীৰ হৃদয়বেগক ক্ৰমান্বয়ে সংক্ৰামক বায়ুৰোগত পৰিণত কৰা নাই; নিশ্চয় জানিব তেওঁলোকৰ মাজত বুদ্ধি, হৃদয় আৰু কৰ্ম্মনিষ্ঠাৰ অতি অসামান্য সমাবেশ হৈছে, তেওঁলোকৰ মাজত জ্ঞানৰ

সুগভীৰ শান্তি, ধৈৰ্য্য আৰু ইচ্ছাশক্তিৰ অপৰাজিত বেগ আৰু অধ্যৱসায় উভয়ৰ মহান সামঞ্জস্য আছে।

কিন্তু যেতিয়া দেখা যায়, কোনো এটা বিশেষ ঘটনাৰ বাবে উত্তেজিত হৈ, এটা সাময়িক বিৰোধৰ বাবে ক্ষুব্ধ হৈ দেশৰ বহুলোকে হঠাৎ দেশৰ হিত সাধিব লাগিব বুলি মুহূৰ্ত্ততে উৰ্দ্ধশ্বাসত লৰ ধৰে—তেতিয়া বুজিব লাগিব যে হৃদয়াবেগকে একমাত্ৰ সম্বল কৰি লৈ তেওঁলোকে দুৰ্গম পথত ভৰি দিছে। তেনে অৱস্থাৰ বাবেই দেশৰ সুদূৰ আৰু সুবিস্তীৰ্ণ মংগলৰ কথা শান্তিৰে আৰু সত্য ভাৱে বিচাৰ কৰিবলৈ তেওঁলোক অক্ষম। তেওঁলোকে তেওঁলোকৰ উপস্থিত বেদনাক ইমান তীব্ৰভাবে অনুভৱ কৰে আৰু তাৰেই প্ৰতিকাৰৰ চেষ্টাৰ কথা ইমান উগ্ৰভাৱে মনত ৰাখে যে আত্মসম্বৰণ কৰিব নোৱাৰি দেশৰ সমূহীয়া হিতৰ অপকাৰ কৰাটো তেওঁলোকৰ পক্ষে অসম্ভৱ নহয়।

ইতিবৃত্তৰ শিক্ষাক ভালদৰে বিচাৰ কৰা বৰ টান, সকলো দেশৰ বুৰঞ্জীতে কোনো এটা ডাঙৰ ঘটনাই যেতিয়া মূৰ্ত্তি গ্ৰহণ কৰি দেখা দিয়ে তেতিয়া তাৰ ঠিক আগে আগে আমি এটা প্ৰবল আঘাত আৰু আন্দোলন দেখিবলৈ পাওঁ। ৰাষ্ট্ৰ বা সমাজত অসামঞ্জস্যৰ বোজা অনেক দিনৰপৰা নীৰৱে পুঞ্জীভূত হৈ হৈ এদিন এটা আঘাতত হঠাৎ সি বিপ্লৱত বিস্ফুৰিত হৈ উঠে। সেই সময়ত দেশত যদি অনুকূল উপকৰণ প্ৰস্তুত থাকে, আগৰে পৰা যদি তাৰ ভঁড়ালত নিগূঢ়ভাৱে জ্ঞান-শক্তিৰে সম্বল সঞ্চিত হৈ থাকে, তেন্তে সেই বিপ্লৱৰ প্ৰচণ্ড আঘাত সহ্য কৰি সেই দেশে নিজৰ নতুন জীৱনক নবীন সামঞ্জস্য দান কৰি গঢ়ি তোলে। দেশৰ সেই আভ্যন্তৰিক প্ৰাণ সম্বল-যি অন্তঃপুৰৰ ভাণ্ডাৰত প্ৰচ্ছন্নভাৱে সঞ্চিত হয়—তাক আমি ভাবো, যেন বিপ্লৱৰদ্বাৰাই দেশে সাৰ্থকতা লাভ কৰিলে, বিপ্লৱেই যেন মংগলৰ মূল কাৰণ আৰু মুখ্য উপায়।

বুৰঞ্জীক বাহিৰৰ পৰা এইদৰে চাই এযাৰ কথা পাহৰি গলে নহব যে যি দেশৰ মৰ্ম্মস্থলত সৃষ্টিৰ ক্ষমতা ক্ষীণ হৈ গৈছে, প্ৰলয়ৰ আঘাতক সি কেতিয়াও সহ্য কৰিব নোৱাৰে। গঢ়ি তুলিবলৈ এটা স্বাভাৱিক প্ৰবৃত্তি যাৰ মাজত সজীৱ হৈ আছে, ভাঙনৰ আঘাতে তেওঁলোকৰ সেই জীৱনধৰ্ম্মকে, তেওঁলোকৰ সৃজনী-শক্তিকে সচেষ্ট সচেতন কৰি তোলে। এইদৰে সৃষ্টিকে

নতুন বলত উত্তেজিত কৰে কাৰণেই প্ৰলয়ৰ গৌৰব। নহলে কেৱল ভাঙন, নিৰ্ব্বিচাৰ বিপ্লৱ কোনো মতেই কল্যাণকৰ হব নোৱাৰে।

পালত টানকৈ বলা এছাটি বতাহ লাগোঁতেই যি জাহাজ হুৰে হুৰে কৰে চলি গ'ল নিশ্চয় বুজিব লাগিব যে আন যি কি নহওক সেই জাহাজাৰ খোলৰ তক্তাবোৰৰ মাজত ফাট নাছিল; আগতে যদি আছিলো তেন্তে কেতিয়াবা বাঢ়েয়ে খোলৰ আন্ধাৰত অলক্ষ্যে বহি সেই ফাঁট মাৰি পেলাইছিল। কিন্তু যি খন জীৰ্ণ জাহাজক অলপ লৰাই দিলেই তাৰ সোলোক ঢোলোক হৈ থকা এখন তক্তাৰ ওপৰত আন এখন লাগি ঠক ঠক শব্দ কৰে, সেই টান বতাহজাক তাৰ পালৰ কাৰণে সৰ্ব্বনশীয়া বস্তু নহয়নে? আমাৰ দেশতো অলপ লৰ খালেই হিন্দু মুছলমানৰ মাজত, উচ্চবৰ্ণ আৰু নীহকুলীয়াৰ মাজত সংঘাত লাগি নেযায় নে? ভিতৰত যেতিয়া এনেকুৱা ফাঁট ওলাই আছে তেতিয়া ধুমুহা আৰু ঢৌ অতিক্ৰম কৰি স্বৰাজৰ বন্দৰত উপনীত হবলৈ কেৱল উত্তেজনাত উন্মাদনাত পৰিণত কৰাটোৱেই জানো প্ৰশস্ত উপায়?

বাহিৰৰ পৰা দেশে যেতিয়া অপমান পায়, আমাৰ অধিকাৰ বিস্তাৰ কৰিবলৈ ইচ্ছা কৰিলেই যেতিয়া কৰ্ত্তৃপক্ষৰ পৰা অযোগ্যতাৰ অপবাদ পাই থকা হয়, তেতিয়া আমাৰ দেশৰ কোনো দুৰ্ব্বলতা, কোনো ত্ৰুটি স্বীকাৰ কৰা আমাৰ পক্ষে টান হৈ পৰে। তেতিয়া যে আমি কেৱল আনৰ ওচৰত আত্মসম্মান ৰক্ষা কৰিবলৈকে গৰিমা প্ৰকাশ কৰোঁ এনে নহয়, আহত অভিমানত নিজৰ আত্মা সম্বন্ধে আমাৰ বুদ্ধিও অন্ধ হৈ যায়; আমি যে অৱজ্ঞাৰ যোগ্য নহওঁ তাক চকুৰ পচাৰতে প্ৰমাণ কৰি দিবলৈ আমি একান্ত ব্যগ্ৰ হৈ উঠোঁ। আমি সকলো কৰিব পাৰোঁ আমাৰ সকলোখিনিয়েই সাজু, মাত্ৰ বাহিৰৰ বাধাইহে আমাক অক্ষম কৰি থৈছে এই কথাকে কেৱল আস্বাভাৱিক উচ্চকণ্ঠে কবলৈ চেষ্টা কৰা নহয়, এনে বিশ্বাসতে কামত লাগিবলৈ লাঞ্ছিত হৃদয় উৱাউল হৈ উঠে। এনে ধৰণৰ অতিশয় চিত্তক্ষোভৰ সময়তে আমি বুৰঞ্জীৰ ভুল ব্যাখ্যা কৰোঁ। স্থিৰ কৰি পেলাওঁ যে যিবিলাক পৰাধীন দেশ স্বাধীন হৈছে সেইবিলাকে বিপ্লৱ কৰিছে বুলিয়েই স্বাধীনতা লাভ কৰিছে; এই স্বাধীনতা লাভ কৰা আৰু ৰক্ষা কৰাৰ আন কোনো গুণ থাকিব লাগে নে নেলাগে সেইকথা স্পষ্টকৈ আমি ভাবিবই নোখোজোঁ, অথবা খৰধৰকৈ ভাবি লওঁ যে সেই সকলো গুণ

আমাৰ আছে, অথবা উপযুক্ত সময় উপস্থিত হলে সেই বোৰ আপোনা-আপুনি কোনোমতে যোগাৰ হৈ যাব।

এইদৰে মানুহৰ মনে যেতিয়া অপমানত আহত হৈ নিজৰ গৌৰৱ প্ৰমাণিত কৰিবলৈ যত্ন কৰিছে, সকলো কঠিন বাধাক উন্মত্তৰ দৰে একেবাৰে অস্বীকাৰ কৰি অসাধ্য সাধন কৰাৰ চেষ্টাত আত্মহত্যা কৰিবলৈ উপক্ৰম কৰিছে, তেতিয়া তাৰনিচিনা মৰ্ম্মান্তিক কৰুণাজনক ঘটনা জগতত আৰু কি আছে? এই ধৰণৰ অপচেষ্টাই অনিবাৰ্য্য ব্যৰ্থতালৈ লৈ যাবই তথাপি তাক আমি পৰিহাস কৰিব নাৱাৰোঁ। ইয়াৰ মাজত মানৱ প্ৰকৃতিৰ যি পৰম দুঃখজনক অধ্যৱসায় আছে সি পৃথিবীৰ সকলো ঠাইতে, সকলো কালতে নানা উপলক্ষত, নানা অসম্ভৱ প্ৰত্যাশাত অসাধ্য সাধন কৰিবলৈ গৈ পাখিপোৱা চগাৰ নিচিনাকৈ নিশ্চিত পৰাভৱৰ জুইত অন্ধৰ দৰে জপিয়াই পৰিছে।

যি হওক, যেনে ধৰণেই নহওক, শক্তিৰ অভিমানে আঘাত পাই জাগি উঠিলে তাক জাতিৰ কাৰণে অনিষ্টকৰ বুলি কব নোৱাৰি। কিন্তু কথা হৈছে বিৰোধৰ ৰুদ্ধ আবেগৰ দ্বাৰা আমাৰ এই উদ্যম হঠাৎ আৱিৰ্ভূত হৈছে বুলিয়েই আমাৰ মাজৰ কোনো কোনোৱে দেশৰ শক্তিক বিৰোধৰ মুৰ্ত্তিতে প্ৰকাশ কৰাৰ দুৰ্বুদ্ধি অন্তৰত পোষণ কৰিছে। কিন্তু যিসকলে সহজ অৱস্থাত কোনো দিনেই স্বাভাৱিক অনুৰাগত দেশৰ হিত সাধনৰ কামত ক্ৰমান্বয়ে অভ্যস্ত হোৱা নাই, যিসকলে উচ্চ সংকল্পক বহুদিনৰ ধৈৰ্য্যৰে নানা উপকৰণেৰে নানা বাধা বিঘিনিৰ মাজেদি গঢ়ি তুলিবলৈ নিজৰ প্ৰকৃতিক প্ৰস্তুত কৰা নাই। বহুদিন-ধৰি ৰাষ্ট্ৰ-পৰিচালনাৰ বৃহৎ কৰ্ম্মক্ষেত্ৰৰপৰা দুৰ্ভাগ্যবশতঃ বঞ্চিত হৈ যি সকলে ক্ষুদ্ৰ স্বাৰ্থৰ অনুসৰণত সংকীৰ্ণভাৱে জীৱনৰ কাম কৰি আহিছে তেওঁলোকে হঠাৎ অগ্নিশৰ্মা হৈ নিমিষতে দেশৰ এটা ডাঙৰ হিত সাধন কৰি পেলাব এইটো কোনোমতেই সম্ভৱ হ'ব নোৱাৰে। ফৰকাল বতৰত নাৱৰ কাষকে নেচাপিলো, ধুমুহাৰ সময়ত খৰখেদাকৈ গুৰিৰঠা ধৰি পাকৈত নাৱৰীয়া বুলি দেশে বিদেশে প্ৰশংসা অৰ্জ্জন কৰিম, এনে আচৰিত ঘটনা সপোনতহে ঘটিব পাৰে। গতিকে আমিও কাম আৰম্ভ কৰিব লাগিব সেই গুৰিৰপৰাই। তেনে কৰাত পলম হব পাৰে—বিপৰীত উপায়েৰে আৰু বেছি পলম হব।

মানুহে বিস্তীৰ্ণ মংগল সৃষ্টি কৰে তপস্যাৰদ্বাৰা। ক্ৰোধ বা কামে সেই

তপস্যা ভংগ কৰে, আৰু তপস্যাৰ ফলক এক মুহূৰ্ত্তেতে নষ্ট কৰি পেলায়। নিশ্চয়েই আমাৰ দেশতো কল্যাণময় চেষ্টাৰ নিভৃত তপস্যা চলিছে, তাত দ্রুত ফল লাভৰ লোভ নাই, সাময়িক আশাভংগৰ ক্রোধত সংযত কৰা হৈছে; এনে সময়ত আজি অকস্মাৎ ধৈৰ্য্যহীন উন্মত্ততাই যজ্ঞভূমিত তেজ বৰষি তাৰ বহুদুঃখসঞ্চিত তপস্যাৰ ফলক কলুষিত কৰি নষ্ট কৰিবলৈ উপক্রম কৰিছে।

খঙৰ আবেগে তপস্যাক বিশ্বাসেই নকৰে; তাক নিশ্চেষ্টতা বুলি ধৰে, তাক নিজৰ আশু উদ্দেশ্য সিদ্ধিৰ প্রধান অন্তৰায় বুলি ঘিণ কৰে; উৎপাতৰ-দ্বাৰা সেই তপঃসাধনাক চঞ্চল গতিকে নিষ্ফল কৰিবলৈ মৰো-জীওঁকৈ লাগে। গছৰ গুটিক পকিবলৈ দিয়াকে যি ঔদাসীন্য বুলি ভাৱে, টান মাৰি সেই গুটি ছিঙি অনাকে কি একমাত্র পৌৰুষ বুলি জানে; সি ভাৱে যি মালীয়ে নিতৌ গছৰ গুৰিত পানী দিছে গছৰ ডালত উঠাৰ সাহস তাৰ নাই বুলিয়েই তাৰ এই দীনতা। এই অৱস্থাত মালীৰ ওপৰত তাৰ খং উঠে; পানী দিয়াটোক সি নীহ কম বুলি ভাৱে। উত্তেজিত অৱস্থাত মানুহে উত্তেজনাকে সংসাৰৰ ভিতৰত আটাইতকৈ ডাঙৰ সত্য বুলি জানে; য'ত তাৰ অভাৱ দেখে তাত তেওঁ কোনো সাৰ্থকতা নেদেখে।

কিন্তু ফিৰিঙতি আৰু শিখাৰ মাজত যি প্রভেদ, উত্তেজনা আৰু শক্তিৰ মাজতো সেই প্রভেদ। টিঙিৰিৰ পৰা যি ফিৰিঙতি ওলায় তাৰে ঘৰৰ আন্ধাৰ দূৰ নহয়। তাৰ আয়োজন অনুষ্টুপীয়া, প্রয়োজনো সামান্য। প্রদীপৰ আয়োজন অনেক, তাৰ আধাৰ গঢ়িব লাগে, শলিতা পকাব লাগে, তাৰ তেল যোগাব লাগে। যেতিয়া সকলো কিনা হ'ল, আৰু পৰিশ্রম কৰি সকলো প্রস্তুত কৰা হ'ল, তেতিয়াই প্রয়োজন হলে ফিৰিঙতিয়ে চাকিৰ মুখত নিজকে স্থায়ী শিখাত পৰিণত কৰি ঘৰ পোহৰাই তুলিব পাৰে। যেতিয়া উপযুক্ত চেষ্টাৰে সেই প্রদীপ ৰচনাৰ আয়োজন কৰিবলৈ উদ্যম নেজাগে, যেতিয়া মাত্র ঘনাই টিঙিৰি ঘঁহাৰ চাঞ্চল্যত সকলোটি আনন্দত অভিভূত হৈ উঠিছে, তেতিয়া সত্যৰ বাবে স্বীকাৰ কৰিবই লাগিব যে এই উপায়েৰে ঘৰত চাকি কেতিয়াও জ্বলোৱা নহয়, কিন্তু ঘৰত জুই লগা অসম্ভৱ নহয়।

কিন্তু শক্তিক সুলভ কৰি তুলিবৰ চেষ্টাত মানুহে উত্তেজনাৰ আশ্রয় গ্রহণ কৰে। এই কথা পাহৰি যায় যে এই স্বাভাৱিক সুলভতাই একালে মূল্য

কমাই আনফালেদি ইমান বেছিকৈ মূল্য আদায় কৰি লয় যে গুৰিতে তাৰ দুমূৰ্ল্যতা স্বীকাৰ কৰি ললে তাক আনুপাতিকভাৱে সস্তাত পোৱা যাব পাৰে।

আমাৰ দেশতো যেতিয়া দেশৰ হিত-সাধন-বুদ্ধি বুলিবৰ দুৰ্লভ মহামূল্য বস্তু এটি আকস্মিক উত্তেজনাত আবাল-বৃদ্ধ-বনিতাৰ মাজত অভাৱনীয় ভাৱে প্ৰচুৰ পৰিমাণে ওলাল তেতিয়া আমাৰ নিচিনা দৰিদ্ৰ জাতি পৰমানন্দত উৎফুল্ল হৈ উঠিল। তেতিয়া আমি ভাবি চাবলৈকো ইচ্ছা নকৰিলো যে ভাল বস্তু ইমান সস্তা হোৱা স্বাভাৱিক নহয়। এই ব্যাপক পদাৰ্থক কামত খটুৱাই সংযত আৰু সংহত কৰিব নোৱাৰিলে ইয়াৰ প্ৰকৃত সাৰ্থকতাই নেথাকে। বাটে-পথে মানুহে যুদ্ধ কৰিব বুলি মতলীয়া হৈ উঠিলেই সিহঁতক সৈন্য বুলি ধৰি যদি সহজে কাম কৰাই লোৱাৰ আশাত আনন্দ কৰোঁ তেন্তে আচল যুদ্ধৰ সময়ত ধন-প্ৰাণ দিও এই ধৰণৰ আকস্মিকভাৱে পোৱা সস্তীয়া, সাংঘাতিক দায়ৰপৰা নিস্কৃতি পোৱা নেযায়।

আচল কথা, মদপীয়ে যেনেকৈ নিজৰ আৰু সমূহৰ মাজত ৰাগি বঢ়ায়েই গৈ থাকে, ঠিক তেনেকৈ উত্তেজনাৰ মাদকতা আমি যেতিয়া অনুভৱ কৰো তেতিয়া তাক বঢ়াই তুলিবলৈ আমাৰ প্ৰবৃত্তি অসংযত হৈ উঠে। অথচ এইটো যে এটা নিচাৰ তাড়না সেই কথা স্বীকাৰ নকৰি আমি কবলৈ ধৰোঁ যে প্ৰথমে ভাৱৰ উত্তেজনাই বেছি প্ৰয়োজনীয়, সেইটো ঠিকমতে পকি উঠিলে সি নিজে নিজেই কামত লাগি যাব—গতিকে দিনে-ৰাতিয়ে যিসকলে কাম কাম বুলি বিৰক্ত কৰিছে তেওঁলোক ঠেক মনৰ মানুহ তেওঁলোক ভাবুক নহয়—আমি কেৱল ভাবতেই দেশক মতলীয়া কৰিম। সমগ্ৰ দেশজুৰি আমি ভাৱৰ ভৈৰবী চক্ৰ বহুৱাই দিলো ; তাৰ মন্ত্ৰ হ'ল এই—

পীত্বা পীত্বা পুনঃ পীত্বা পততি ভূতলে
উত্থায় চ নুনঃ পীত্বা পুনৰ্জন্মো ন বিদ্যতে।

চেষ্টা নহয়, ধৰ্ম্ম নহয়, কিবা গঢ়ি তোলা নহয়—কেৱল ভাবোচ্ছ্বাসেই সাধনা, মত্ততাই মুক্তি।

বহুতকেই আহ্বান কৰিলো, বহুতকে গোট খুৱালো, জনতাৰ বিস্তাৰ দেখি আনন্দিত হলোঁ, কিন্তু তেনেকৈ এনে কোনো কৰ্ম্মক্ষেত্ৰ প্ৰস্তুত নকৰিলো যাৰ পৰা উদ্বোধিত শক্তিক সকলোৱে সাৰ্থক কৰিব পাৰে। কেৱল

উৎসাহেই দিবলৈ ধৰিলো, কাম নিদিলোঁ। মানুহৰ মনৰ কাৰণে এনে অস্বাস্থ্যকৰ কাম আৰু একো নাই। ধৰিললো উৎসাহে মানুহক নিভীঁক কৰে আৰু নিভীঁক হলে মানুহে কামৰ বাধা-নিষেধ লংঘন কৰিবলৈ কুণ্ঠিত নহয়। কিন্তু এনে লংঘন কৰাৰ উত্তেজনাই তো কৰ্ম্মসাধনৰ সৰ্ব্বপ্ৰধান অংগ নহয়—স্থিৰ বুদ্ধিৰে বিচাৰৰ শক্তি, সংযত হৈ গঢ়ি তোলাৰ শক্তি যে তাতকৈও ডাঙৰ। এই কাৰণেই বলিয়া হৈ মানুহে হত্যা কৰিব পাৰে, কিন্তু বলিয়া হৈ কোনেও যুদ্ধ কৰিব নোৱাৰে। যুদ্ধত কিছু পৰিমাণে যে মত্ততা নাই এনে নহয়; কিন্তু অপ্ৰমত্ততাই প্ৰভু হৈ তাকে চলায়। সেই স্থিৰ বুদ্ধি দূৰদৰ্শী, কৰ্ম্মোৎসাহী প্ৰভুক বৰ্ত্তমান উত্তেজনাৰ সময়ত দেশে বিচাৰিছে, আহ্বান কৰিছে; দুৰ্ভগীয়া দেশৰ দৈন্যৰ কাৰণে তেওঁৰ সঁহাৰি পোৱা নাই। আমি যি সকল ল-ৰি আছোঁ সেই সকলে কেৱল মদৰ পাত্ৰত মদহে বাকোঁ। ইঞ্জিনত ষ্টীমৰ শক্তিকে বঢ়াই থাকোঁ। যেতিয়া প্ৰশ্ন উঠে, বাট সমান কৰি ৰেল লাইন বহুওৱাৰ আয়োজন কেনে কৰিব, তেতিয়া আমি উত্তৰ দিওঁ যে এইবোৰ নিতান্ত সৰু সুৰা কামৰ লেখ লৈ মূৰ ঘমাবৰ প্ৰয়োজন নাই; সময়মতে নিজে নিজেই সকলো হৈ যাব, বনুৱাৰ কাম বনুৱাসকলেই কৰিব, কিন্তু আমি যিহেতু চালক সেইবাবে আমি কেৱল ইঞ্জিনত শক্তি বৃদ্ধিয়েই কৰি থাকোঁ।

এতিয়ালৈকে যিসকলে সহিষ্ণুতা ৰক্ষা কৰিব পাৰিছে তেওঁলোকে হয়তো মোক প্ৰশ্ন কৰিব, তেনেহলে বংগদেশৰ জনসাধাৰণৰ মাজত যি উত্তেজনাৰ উদ্ৰেক হৈছে তাৰ পৰা একো সুফল আশা কৰিব নোৱাৰি নেকি?

এনে কথা মই কেতিয়াও ভবা নাই। অলস, জড়শক্তিক সচেষ্ট সচেতন কৰি তুলিবলৈ এই উত্তেজনাৰ প্ৰয়োজন আছিল। কিন্তু সচেতন কৰি তোলাৰ পিচত কি কৰিব লাগিব, কাম কৰাব লাগিব নে মতলীয়া কৰিবই লাগিব? যি পৰিমাণৰ মদে ক্ষীণ প্ৰাণক কামৰ কাৰণে উপযোগী কৰি তোলে তাতকৈ সৰহ মদে আকৌ তাৰ উপযোগিতা নষ্ট কৰি পেলায়; যিবোৰ সজ কামত ধৈৰ্য্য আৰু অধ্যৱসায়ৰ প্ৰয়োজন সেইবোৰ কামত মাতালৰ শক্তি আৰু অভিৰুচি বিমুখ হৈ উঠে। ক্ৰমে উত্তেজনাই তাৰ লক্ষ্য হয় আৰু সি বাধ্যত পৰি কৰ্ম্মৰ নামত এনেবোৰ অকৰ্ম্মৰ সৃষ্টি কৰিবলৈ ধৰে, সিবোৰ তাৰ মত্ততাৰ আনুকূল্যইহে কৰিব পাৰে। এই বিলাক উৎপাতৰ ঘটনাক কাৰ্য্যতঃ সিহঁতে মাদক স্বৰূপেই ব্যৱহাৰ কৰে, অথচ তাক স্বদেশৰ হিত নাম দি

উত্তেজনাক উচ্ছ সুৰতে বান্ধি হয়। 'হৃদয়াবেগ' বস্তুটো উপযুক্ত কামৰদ্বাৰা বহিৰ্মুখী নহৈ যেতিয়া কেৱল অন্তৰত সঞ্চিত আৰু বৰ্দ্ধিত হৈ থাকে তেতিয়া সি বিহৰ নিচিনাকৈ কাম কৰে ; তাৰ অপ্ৰয়োজনীয় উদ্যমে আমাৰ স্নায়ুমণ্ডলক বিকৃত কৰি কৰ্ম্মসভাক নৃত্যসভা কৰি তোলে।

টোপনিৰ পৰা উঠি নিজৰ সচল শক্তিক সত্য বুলি জানিবলৈ প্ৰথমে যি এটা উত্তেজনাৰ আঘাতৰ আৱশ্যক আছিল সেইটোৰ প্ৰয়োজন আমাৰ আছিল। মনতে নিশ্চয় স্থিৰ কৰিছিলো, ইংৰাজে জন্মান্তৰৰ সুকৃতি আৰু জন্মকালৰ শুভগ্ৰহ স্বৰূপে আমাৰ কৰ্ম্মহীন দুহাতৰ আঁকলিত আমাৰ সমস্ত মংগল নিজে নিজেই তুলি দিব। ঈশ্বৰ নিৰ্দ্দিষ্ট আমাৰ সেই চেষ্টাহীন সৌভাগ্যক কেতিয়াবা বন্দনা কৰিছিলো, কেতিয়াবা তেওঁলোকৰে সৈতে কাজিয়া কৰি কাল কটাইছিলো, এনেকৈ থাকোঁতে দুপৰীয়া যেতিয়া গোটেই জগতে অফিচ কৰিছে তেতিয়া আমাৰ সুখনিদ্ৰা গাঢ় হৈ উঠিছে।

এনে সময়তে কৰবাৰ পৰা আহি এটা আঘাত লাগিল টোপনিৰ জাল এৰাই গ'ল—আগৰদৰে পুনৰ সুখৰ সপোন দেখিবৰ বাবে চকু মুদিবৰ ইচ্ছাও আৰু নাথাকিল। কিন্তু আচৰিত কথা এয়ে যে আমাৰ সেই সপোনেৰে সৈতে জাগৰণৰ এটা বিষয়ত মিল থাকিয়ে গ'ল।

তেতিয়া আমি নিশ্চিত হৈ আছিলো যে চেষ্টা নকৰাকৈয়ে আমি চেষ্টাৰ ফল পাই থাকিম ; এতিয়াও ভাবিছোঁ ফললাভৰ কাৰণে প্ৰচলিত পথত চেষ্টাক প্ৰয়োগ কৰাৰ প্ৰয়োজন আমি যেন যথেষ্ট সংক্ষিপ্ত কৰি লব পাৰোঁ। সপোনতো অসম্ভৱক সাৱটি পৰি আছিলো, দিঠকতো সেই অসম্ভৱক পৰিহাৰ কৰিব নোৱাৰিলো। শক্তিৰ উত্তেজনা আমাৰ মাজত অতি বেছি হোৱাত অত্যাৱশ্যক বিলম্বক অনাৱশ্যক বোধ হবলৈ ধৰিলে। বাহিৰত সেই আওপুৰণি দৈন্য থাকি গৈছে অথচ অন্তৰত নৱজাগ্ৰত শক্তিৰ অভিমানে মূৰ দাঙি উঠিছে ; উভয়ৰ সামঞ্জস্য কৰিম কেনেকৈ? ধীৰে ধীৰে? ক্ৰমে ক্ৰমে? মাজৰ বিয়াগোম গহবৰটোক শিলৰ সেতুৰে বান্ধি? কিন্তু অভিমানে পলম সহিব নোৱাৰে, মত্ততাই কয়, মোক খটখটী নেলাগে, মই উৰি যাম। সময় লৈ সুসাধ্য সকলোৱে সাধন কৰিব পাৰে, অসাধ্য সাধন কৰি আমি এতিয়াই জগতক চমক লগাই দিম—আমাৰ এই কল্পনা উত্তেজিত হৈ উঠিছে। তাৰ কাৰণ, প্ৰেম যেতিয়া জাগে তেতিয়া সি গুৰিৰে পৰা সকলো কামকে কৰিব খোজে, সি সৰু-ডাঙৰ

একোকে অৱজ্ঞা নকৰে, কিবা কৰ্তব্য ভাগোচা অধিৰুৱা হৈ থাকে—এই আশংকাই তাক এৰা নিদিয়ে। প্ৰেমে নিজক সাৰ্থক কৰিবহে খোজে; সি নিজক প্ৰমাণ কৰিবলৈ উঠি-পৰি নেলাগে। কিন্তু আমাৰ অপমানৰ তাড়নাত মাত্ৰ আত্মাভিমান যেতিয়া জাগি উঠে তেতিয়া সি বুকু ফিন্দাই কয়, মই খোজকাঢ়ি নেযাওঁ, মই জপিয়াই যাম। অৰ্থাৎ পৃথিৱীৰ আনসকলৰ পক্ষে যিটো খাটে, তাৰ পক্ষে সেইটোৰ কোনো প্ৰয়োজন নাই, অধ্যৱসায়ৰ প্ৰয়োজন নাই, সুদূৰ উদ্দেশ্যক লক্ষ্য কৰি সুদীৰ্ঘ উপায় অৱলম্বন কৰা অনাৱশ্যক। ফলত দেখিছো, লোকৰ শক্তিৰ প্ৰতি কালি যেনেকৈ অন্ধ ভাৱে আশা কৰি বহি আছিলো, নিজৰ শক্তিৰ ওচৰত আছি তেনেকৈয়ে অন্ধ প্ৰত্যাশা লৈ আস্ফালন কৰিছোঁ। তেতিয়াও যথাবিহিত কৰ্ম্মক ফাকি দিয়াৰ চেষ্টা আছিল, এতিয়াও সেই চেষ্টাই আছে। সাধুকথাৰ খেতিয়কৰ অকামিলা লৰাহঁতে পিতাক জীয়াই থকালৈকে পথাৰৰ ওচৰলৈকে যোৱা নাই। বাপেকে খেতি কৰিছিল, পুতেকহঁতে সুন্দৰকৈ খাইছিল। পিতাক যেতিয়া মৰিল তেতিয়া পথাৰলৈ যাবলৈ বাধ্য হ'ল; কিন্তু মাটি চহাৰৰ বাবে নহয়—সিহঁতে স্থিৰ কৰিলে, মাটি খান্দি একেকোবেই দৈৱধন পাব। প্ৰকৃততে খেতিৰ শইচেই যে প্ৰকৃত দৈৱধন এইকথা শিকিবলৈ সিহঁতৰ মিছাই বহু সময় নষ্ট হ'ল। আমিও যদি সহজে নিশিকো যে দৈৱধন কোনো অদ্ভুত উপায়ে গোপনে পোৱা নেযায়, সমগ্ৰ পৃথিৱীৰ মানুহে সেই ধন যেনে ধৰণে লাভ কৰিছে আৰু ভোগ কৰিছে আমিও ঠিক তেনেদৰেই কৰিব লাগিব তেতিয়া আঘাত আৰু দুঃখ বাঢ়িয়েই গৈ থাকিব আৰু বিপথে যিমানেই আগুৱাই যাম সিমানেই উলটি অহাৰ বাট দীঘল আৰু দুৰ্গম হৈ উঠিব। অধৈৰ্য্য বা অজ্ঞানতাবশতঃ স্বাভাৱিক পন্থাক অবিশ্বাস কৰি অসামান্য কিবা এটা ঘটাই তুলিবৰ ইচ্ছা অত্যন্ত বেছি হৈ উঠিলে মানুহৰ ধৰ্ম্মবুদ্ধি নষ্ট হয়; তেতিয়া সকলো উপকৰণকে উপকৰণ, সকলো উপায়কে উপায় বুলি ধাৰণা হয়। তেতিয়া সৰু সৰু ল'ৰাকো এই উন্মত ইচ্ছাৰ ওচৰত নিৰ্ম্মম ভাৱে বলি দিবলৈ মনত কোনো দ্বিধা উপস্থিত নহয়।

আমি মহাভাৰতৰ সোমক ৰজাৰ দৰে অসামান্য উপায়েৰে সিদ্ধিলাভৰ প্ৰলোভনত আমাৰ অতি সুকুমাৰ সৰু ল'ৰাটিকে যজ্ঞৰ অগ্নিত সমৰ্পণ কৰিছোঁ—এই নিৰ্বিচাৰ নিষ্ঠুৰতাৰ পাপ চিত্ৰগুপ্তৰ দৃষ্টি এৰাই যোৱা নাই

—তাৰ প্ৰায়শ্চিত্ত আৰম্ভ হৈছে, ল'ৰাহ'তৰ কাৰণে বেদনাত গোটেই দেশৰ হিয়া ভাগি গৈছে। দুখ আৰু কিমান সহিব লাগিব কব নোৱাৰোঁ।

দুখ সহা সিমান টান কথা নহয়, কিন্তু দুৰ্মতিক সম্বৰণ কৰা অতিশয় দুৰূহ। অন্যায়-অত্যাচাৰক এবাৰ যদি কৰ্ম্মসাধনৰ সহায় বুলি গণ্য কৰো তেন্তে অন্তঃকৰণক বিকৃত হোৱাৰ পৰা ৰক্ষা কৰাৰ সকলো স্বাভাৱিক শক্তি অন্তৰ্হিত হয়, কৰ্ম্মৰ স্থিৰতা নেথাকে, তেতিয়া বিশ্বব্যাপী ধৰ্ম্মব্যৱস্থাৰ লগত আকৌ আমাৰ ভ্ৰষ্ট জীৱনৰ সামঞ্জস্য ঘটাবৰ কাৰণে প্ৰচণ্ড সংঘাত অনিবাৰ্য্য হৈ উঠে।

সেই প্ৰক্ৰিয়া কিছুদিনেৰ পৰা আমাৰ দেশত যে চলিছে এই কথা নম্ৰভাৱে, দুখেৰে আমি স্বীকাৰ কৰিবই লাগিব। এই আলোচনা আমাৰ কৰণে একান্ত অপ্ৰিয়, সেইবুলি নীৰৱে ইয়াক গোপন কৰি নাইবা অত্যুক্তিৰে তাক ঢাকি ধৰি অনিষ্টক সাংঘাতিক হৈ উঠিবলৈ দিয়াটো আমাৰ কাৰো পক্ষে কৰ্ত্তব্য নহয়।

আমি যথাসাধ্য বিলাতী পণ্যদ্ৰব্য ব্যৱহাৰ নকৰি দেশীয় শিল্পৰ ৰক্ষা আৰু উন্নতিৰ অৰ্থে প্ৰাণপণে চেষ্টা কৰিম, ইয়াৰ বিৰুদ্ধে মই কিবা কম এনে শংকা নকৰিব। বহুতদিনৰ আগতে মই যেতিয়া লিখিছিলো—

নিজ হস্তে শাক অন্ন তুলে দাও পাতে,
তাই যেন রুচে,—
মোটা বস্ত্ৰ বুনে দাও যদি নিজ হাতে,
তাহে লজ্জা ঘুচে ,

তেতিয়া লৰ্ড কাৰ্জনৰ ওপৰত আমাৰ খং উঠাৰ একো কাৰণেই নাছিল আৰু বহুদিনৰ আগতে যেতিয়া স্বদেশী ভাণ্ডাৰ স্থাপন কৰি দেশী বস্তু প্ৰচলিত কৰাৰ চেষ্টা কৰিছিলো তেতিয়া সময়ৰ প্ৰতিকূলতাৰ বিৰুদ্ধেই আমি থিয় হব লগা হৈছিলো।

তথাপি দেশত বিদেশী পণ্যৰ পৰিবৰ্ত্তে স্বদেশী বস্তুৰ প্ৰচাৰ যিমান ডাঙৰ কামেই নহওক, লেশমাত্ৰ অন্যায়ৰ দ্বাৰা যে তাক সমৰ্থন কৰিব লাগিব এইকথা কোনোমতেই মই স্বীকাৰ কৰিব নোৱাৰোঁ। পলম হোৱা ভাল, প্ৰতিকূলতাও ভাল কিয়নো তাৰদ্বাৰা ভেটি শকত হয় আৰু কাৰ্য্য সফল হয় কিন্তু এনে কোনো ইন্দ্ৰজাল ভাল নহয় যাৰদ্বাৰা একেৰাতিতে অট্টালিকা সাজি দিব পাৰি আৰু আশ্বাস দিয়া হয় যে উচিত মূল্য নগদ তহবিলৰপৰা আমাৰ

দিবৰ কোনো প্ৰয়োজন নাই। কিন্তু হায়, মনত হেনো ভয় আছে যে এক মুহূৰ্ত্তৰ ভিতৰতে মানচেষ্টাৰৰ কল যদি বন্ধ কৰি দিব নোৱাৰোঁ তেন্তে বহুদিন ধৰি অটল নিষ্ঠাৰে এই দুঃসাধ্য উদ্দেশ্য বহন কৰা শক্তি আমাৰ নাই; সেই কাৰণে আৰু কোনোমতে হাতে হাতে পাৰ্টিছনৰ প্ৰতিশোধ লোৱাৰ তাড়নাত আমি পথ বিপথ বিচাৰকৰিবকে খোজা নাই। এইদৰে চাৰিওফালৰ পৰা সাময়িক প্ৰয়োজনৰ কাণ তাল মাৰি ধৰা কলৰৱত বিভ্ৰান্ত হৈ নিজৰ প্ৰতি বিশ্বাসহীন দুৰ্ব্বলতা—স্বভাৱক অশ্ৰদ্ধা কৰি, শুভবুদ্ধিক অমান্য কৰি, ক্ষিপ্ৰলাভ আদায় কৰিব খোঁজে আৰু পিচত বহুদিনলৈ ক্ষতি পূৰণ দিবলৈ চেষ্টা কৰে; মংগলক পীড়িত কৰি মংগল-লাভ স্বাধীনতাৰ মূলত আঘাত কৰি স্বাধীনতা-লাভ এইটো যে কেতিয়াও হব নোৱাৰে—এই কথা ভাবিবলৈকে ইচ্ছা নহয়।

আমি বহুতে সম্পূৰ্ণৰূপে নেজানো আৰু বহুতে স্বীকাৰ কৰিব নোখোজোঁ যে বয়কট ঘটনাটো বহুক্ষেত্ৰত দেশৰ মানুহৰ প্ৰতি দেশৰ মানুহৰ অত্যাচাৰৰ দ্বাৰা সাধিত হৈছে। মই যিটোক ভাল বুলি ভাবো, দৃষ্টান্ত আৰু উপদেশৰ দ্বাৰা অনেক সেইটো বুজাবলৈ যদি মোৰ তৰণি নোহোৱা হয়, পৰৰ ন্যায্য অধিকাৰত বলেৰে হস্তক্ষেপ কৰাটোক অন্যায় বুলি ভবাৰ অভ্যাস যদি দেশৰ পৰা নাইকিয়া হৈ যায় তেন্তে অসংযমক কোনো সীমাৰ মাজত আৱদ্ধ কৰি ৰখাটো অসম্ভৱ হৈ পৰে। কৰ্ত্তব্যৰ নামত যেতিয়া অকৰ্ত্তব্য প্ৰবল হয় তেতিয়া চাই থাকোঁতেই সমগ্ৰদেশ অপ্ৰকৃতিস্থ হৈ উঠে। সেইকাৰণেই স্বাধীনতা লাভৰ অজুহাতত আমি যথাৰ্থ স্বাধীনতা ধৰ্ম্মৰ বিৰুদ্ধে বিদ্ৰোহ কৰিছো; দেশত মতৰ অনৈক্য আৰু ইচ্ছাৰ বিৰোধক বলেৰে একাকাৰ কৰি দিব লাগিব, এনে ধৰণৰ দুৰ্ম্মতিৰ প্ৰাদুৰ্ভাৱ হৈছে। আমি যি কৰিম সকলোৱে তাকে কৰিবই লাগিব, মই যি কম সকলোৱে তাকে কবই লাগিব, এনে বল প্ৰয়োগত দেশৰ সকলো মত, ইচ্ছা আৰু আচৰণ—বৈচিত্ৰ্যৰ অপঘাত মৃত্যুৰ দ্বাৰা পঞ্চত্বলাভকে আমি জাতীয় ঐক্য বুলি স্থিৰ কৰিছো, মতান্তৰক আমি সমাজত পীড়ন কৰিছো, কাকতত অতি কুৎসিত ভাৱে গালি পাৰিছো। আনকি শাৰীৰিক আঘাতেৰেও বিৰুদ্ধ মতক শাসন কৰিম বুলি ভয় দেখুৱাইছো। আপোনালোকে নিশ্চয় জানে আৰু আমি তাতোকৈ ভালদৰে জানো, এনে ধৰণৰ বেনামী শাসনপত্ৰ সময়ে সময়ে আমাৰ দেশৰ বহুতেই পায়

আৰু দেশৰ প্ৰবীণ লোকসকলো অপমানৰ পৰা ৰক্ষা পোৱা নাই। জগতত বহুতো মহাপুৰুষে বিৰুদ্ধ সম্প্ৰদায়ৰ মাজত মত প্ৰচাৰৰ কাৰণে নিজৰ প্ৰাণ পৰ্য্যন্ত বিসৰ্জ্জন দিছে, আমিও মত প্ৰচাৰ কৰিব খোজোঁ, কিন্তু আন সকলৰ দৃষ্টান্ত পৰিহাৰ কৰি একমাত্ৰ কালাপাহাৰকে গুৰু বুলি বৰণ কৰিছো।

আগতেই কৈছো, যাৰ মাজত গঢ়াৰ শক্তি নাই, ভাঙন তাৰ কাৰণে মৃত্যু। প্ৰশ্ন হয়, আমাৰ দেশত সেই গঠনতত্ত্ব ক'ত প্ৰকাশ পাইছে? কি সৃজন শক্তিয়ে আমাৰ মাজত ভিতৰৰপৰা ক্ৰিয়া কৰি আমাক বান্ধি এক কৰি তুলিছে? ভেদৰ লক্ষনেইচোন চাৰিওফালে। নিজৰ মাজত বিচ্ছিন্নতাই যেতিয়া প্ৰবল তেতিয়া কোনোমতেই আমি নিজৰ কৰ্ত্তৃত্বক প্ৰতিষ্ঠিত কৰিব নোৱাৰোঁ। সেইটো যেতিয়া নোৱাৰোঁ তেতিয়া আনে আমাৰ ওপৰত কৰ্ত্তৃত্ব কৰিবই— কোনোমতেই আমি বাধা দিব নোৱাৰোঁ। বহুতে ভাৱে এই দেশৰ পৰাধীনতা মুৰকামোৰণিৰ নিচিনা ভিতৰৰ ব্যাধি নহয়, সি মুৰৰ বোজাৰ দৰে ইংৰাজ গৱৰ্ণমেণ্টৰূপে বাহিৰত আমাৰ ওপৰত উঠি আছে; সেইটোকে যি কোনো উপায়েৰে আজোৰ মাৰি পেলাই দিলেই যে পিছ মুহূৰ্ত্ততে আমাৰ পাতল লাগি যাব—কথাটো ইমান সহজ নহয়। ইংৰাজ গৱৰ্ণমেণ্ট আমাৰ পৰাধীনতা নহয়, সি আমাৰ গভীৰতৰ পৰাধীনতাৰ প্ৰমাণ মাত্ৰ।

কিন্তু গভীৰতৰ কাৰণবিলাকৰ কথাক প্ৰশ্ৰয় দিব পৰা অৱকাশ আৰু মনৰ ভাৱ আজি-কালি আমাৰ নাই। ভাৰতবৰ্ষত ইমান জাতি-বিভাগ সত্ত্বেও কেনেকৈ এক মহাজাতি হৈ স্বৰাজ প্ৰতিষ্ঠা কৰিম এই প্ৰশ্ন যেতিয়া উঠে তেতিয়া আমাৰ মাজৰ যি সকল তৎপৰ লোক সেইসকলে এইবুলি কথাটো সংক্ষেপে উৰুৱাই দিয়ে যে ছুইজাৰলেণ্ডতোতো একাধিক জাতিৰ সমাবেশ হৈছে, কিন্তু তাত জানো স্বৰাজৰ বাধা জন্মিছে?

এনে ধৰণৰ পটন্তৰ দেখুৱাই আমি নিজক পাহৰব পাৰোঁ, কিন্তু বিধাতাৰ চকুত ধূলি মাৰিব নোৱাৰোঁ; প্ৰকৃতপক্ষে জাতিৰ বৈচিত্ৰ্য থাকিলেও স্বৰাজ চলিব পাৰে নে নোৱাৰে সেইটো আচল প্ৰশ্ন নহয়। বৈচিত্ৰ্য নানাপ্ৰকাৰৰ থাকিব পাৰে—যি পৰিয়ালত দহজন মানুহ আছে তাত দহটা বৈচিত্ৰ্য। কিন্তু আচল কথা হৈছে, সেই বৈচিত্ৰ্যৰ মাজত ঐক্যৰ তত্ত্বই কাম কৰিছে নে নাই? ছুইজাৰলেণ্ড যদি নানান জাতিক লৈয়েই এক হৈছে তেন্তে ইয়াকে বুজিব লাগিব যে তাত নানাত্বক অতিক্ৰম কৰিও একত্বই কৰ্ত্তা হৈ উঠিব পাৰিছে।

তাৰ সমাজত এনে এটি ঐক্যধৰ্ম্ম আছে। আমাৰ দেশত বৈচিত্র্যহে আছে, কিন্তু ঐক্যধৰ্ম্মৰ অভাৱত বিশ্লিষ্টতাই ভাষা, জাতি, ধৰ্ম্ম, সমাজ আৰু লোকাচাৰত নানান আকাৰ ধাৰণ কৰি এই বৃহৎ দেশক সৰু-বৰ বহু ভাগত শতধাবিচ্ছিন্ন কৰি থৈছে।

গতিকে উদাহৰণ দাঙি ধৰি নিশ্চিন্ত হোৱাৰ একো কাৰণ নেদেখোঁ, আমাৰ আন সকলো ঠিক হৈ গেছে, এতিয়া মাত্র ইংৰাজক কোনোমতে বাদ দিব পাৰিলেই বঙালী, পাঞ্জাবী, মাৰাঠী, মাদ্রাজী, হিন্দু, মুছলমান সকলোৱে মিলি এক মনে, একপ্রাণে, এক স্বাৰ্থ লৈ স্বাধীন হৈ উঠিব বুলি চকু মুদি কৈ দিলেই ধৰ্ম্মই নুশুনে।

প্রকৃততে আজি ভাৰতবৰ্ষত যিকণ ঐক্য দেখি আমি সিদ্ধিলাভ আসন্ন বুলি ভাবিছো সি যান্ত্রিক, সি জৈৱিক নহয়। ভাৰতৰ বিভিন্ন জাতিৰ মাজত সেই ঐক্য জীৱনধৰ্ম্মৰ বাবে ঘটা নাই—পৰজাতিৰ একশ াসনেহে আমাক বাহিৰৰ বান্ধোনেৰে একেলগে সাঙুৰি থৈছে।

সজীৱ পদাৰ্থ বহু সময়ত যান্ত্রিক ভাৱে একেলগে থাকি থাকি জৈৱিকভাৱে মিলি যায়। এইদৰে বিভিন্ন শ্রেণীৰ ডালে ডালে সাঙুৰি বান্ধি কলম লগাব লগীয়া হয়। কিন্তু যিমান দিনলৈকে কালক্রমত সেই সজীৱ যোৰাটি লাগি নেযায় সিমান দিনলৈকেতো বাহিৰৰ শকত বান্ধটো গোলোকাব নোৱাৰি। অৱশ্যে জৰীৰ বান্ধটো হেনো গছৰ অংগ নহয়; সেইবাবে যেনেকৈয়ে নেথাকক, যিমান উপকাৰেই নকৰক, সি গছক কষ্ট দিবই, কিন্তু বিভিন্নতাক যেতিয়া ঐক্যেৰে কলেবৰ-বদ্ধ কৰিব লাগিব, তেতিয়াই সেই জৰীডালক স্বীকাৰ নকৰি উপায় নাই। যিমান খিনি প্রয়োজন তাতকৈ সি বেছি বান্ধিছে এই কথা সত্য হব পাৰে, কিন্তু তাৰ একমাত্র প্রতিকাৰ—নিজৰ অভ্যন্তৰৰ সকলো শক্তি দি সেই যোৰাৰ মুখত ৰসত ৰস মিলাই, প্রাণত প্রাণ যোগ দি যোৰাটিক একান্ত চেষ্টাৰে সম্পূৰ্ণ কৰি পেলোৱা। এই কথা নিশ্চয় কব পাৰি যে যোৰা লাগি-গলেই আমাৰ মালীয়ে আমাৰ জৰীবোৰ কাটি পেলাব। ইংৰাজ-শাসন নামক বাহিৰৰ বন্ধনটোক স্বীকাৰ কৰি অথচ তাৰ ওপৰত জড়ভাৱে নিৰ্ভৰ নকৰি সেৱাৰদ্বাৰা, প্রীতিৰদ্বাৰা, সমস্ত কৃত্রিম ব্যৱধান নিৰস্ত কৰাৰদ্বাৰা বিচ্ছিন্ন ভাৰতবৰ্ষক নাড়ীৰ বান্ধোনেৰে এক কৰি লব লাগিব। একত্র কৰা হেজাৰ বিধ সৃজনৰ কামত ভৌগোলিক ভূখণ্ডক স্বদেশৰূপে নিজ হাতে গঢ়ি লব

আৰু বিযুক্ত জনসমূহক স্বজাতি ৰূপে নিজ চেষ্টাৰে ৰচনা কৰি লব লাগিব।

শুনিছো এনে কথাও কোনো কোনোৱে কয় যে ইংৰাজৰ প্ৰতি দেশৰ জনসাধাৰণৰ বিদ্বেষেই আমাক ঐক্য দান কৰিব। প্ৰাচ্য পৰজাতীয়ৰ প্ৰতি স্বাভাবিক নিৰ্ম্মমতাত ইংৰাজে ঔদাসীন্য আৰু ঔদ্ধত্যত ভাৰতবৰ্ষৰ সৰু ডাঙৰ সকলোকে ব্যথিত কৰি তুলিছে। দিন যিমানেই গৈছে সেই বেদনাৰ ত্তপত শেল গভীৰ আৰু গভীৰতৰ ভাৱে আমাৰ প্ৰকৃতিত বিদ্ধ হব লাগিছে। নিতৌ বহলি যোৱা এই বেদনাৰ ঐক্যতে ভাৰতৰ নানা জাতি মিলিবৰ উপক্ৰম হৈছে। গতিকে এই বিদ্বেষকে আমি প্ৰধান আশ্ৰয়ৰূপে অবলম্বন কৰিব লাগিব।

এইকথা যদি সঁচাই হয় তেন্তে বিদ্বেষৰ কাৰণটো যেতিয়া নোহোৱা হব, ইংৰাজে যেতিয়াই এই দেশ ত্যাগ কৰিব তেতিয়া কৃত্ৰিম ঐক্যৰ সূতাডাল এক মুহূৰ্ত্ততে ছিগি যাব। তেতিয়া দ্বিতীয় বিদ্বেষৰ বিষয় আমি ক'ত বিচাৰি পাম? তেতিয়া আৰু তাক বিচাৰি দূৰলৈ যাব নেলাগে, বাহিৰলৈ যাব নেলাগে, ৰক্তপিপাসু বিদ্বেষবুদ্ধিৰ দ্বাৰা আমি পৰস্পৰক ক্ষতবিক্ষত কৰিবলৈ ধৰিম।

"সিমানদিনলৈ যি কোনো প্ৰকাৰে কিবা এটা সুযোগ ওলাবই, সম্প্ৰতি যেনেভাৱেই নচলক লাগিলে," এনেকথা যি কয় তেওঁ পাহৰি যায় যে দেশখন অকল তেওঁৰ সম্পত্তি নহয়; ব্যক্তিগত খং-দ্বেষ আৰু ইচ্ছা-অনিচ্ছা লৈ তেওঁ গুচি গ'লেও এই দেশ থাকিব। ট্ৰাষ্টে যেনেকৈ আটাইতকৈ প্ৰশস্ত উপায়ৰ বাহিৰে ন্যস্তধন ইচ্ছা মতে যেনে-তেনে খটাব নোৱাৰে তেনেকৈয়ে দেশ যেতিয়া বহুলোকৰ আৰু বহুকালৰ, তাৰ মংগলক কোনো সাময়িক ক্ষোভৰ বেগত অদূৰদৰ্শী বৰ্ত্তমান বুদ্ধিৰ সংশয়াপন্ন ব্যৱস্থাৰ হাতত চকু মুদি সমৰ্পণ কৰাৰ অধিকাৰ আমাৰ কাৰো নাই। স্বদেশৰ ভবিষ্যৎ-দায়গ্ৰস্ত হব পৰা সোলোক-ঢোলক বিবেচনাৰ কাম বৰ্ত্তমানৰ প্ৰৰোচনাত কৰি পেলোৱাটো কাৰো কৰ্ত্তব্য হব নোৱাৰে। কৰ্ম্মৰ ফল যে অকল মোৰ নহয়, দুঃখ যে অনেকৰ।

সেই কাৰণে বাৰে বাৰে কৈ আহিছোঁ আৰু বাৰে বাৰে কম—শত্ৰুতা-বুদ্ধিক অহৰ্নিশে কেৱল বাহিৰৰ ফালে পৰিচালিত কৰি ৰাখিবলৈ উত্তেজনাৰ জুইত নিজৰ সকলো সঞ্চিত সম্বল আহুতি দিবলৈ যত্ন নকৰিব, সেই শত্ৰুসকলৰ

প্ৰতি দেখুওৱা বিকট মুখখন পৰিবৰ্ত্তন কৰা ; আহাৰ মাহত তাপত শুকান হৈ পৰা তৃষ্ণাতুৰ মাটিৰ ওপৰলৈ যেনেকৈ বৰষুণ দিবলৈ মেঘ নামি আহে তেনেকৈ দেশৰ সকলো জাতিৰ সকলো মানুহৰ মাজত নিজকে বিলাই দিয়া ; নানা ধৰণৰ বহুমুখী জনহিতকৰ কাৰ্য্যৰ ব্যাপক আঁচনিৰদ্বাৰা জন্মভূমিক আবৃত কৰা ; কৰ্মক্ষেত্ৰ সকলোতে বিস্তৃত কৰা—এনে উদাৰভাৱে আৰু ইমান দূৰপ্ৰসাৰীভাৱে বিস্তৃত কৰা যাতে দেশৰ উচ্চ আৰু নীচ, হিন্দু-মুছলমান-খ্ৰীষ্টান সকলোৱে যত সমবেত হৈ হৃদয়েৰে সৈতে হৃদয়। চেষ্টাৰে সৈতে চেষ্টা সম্মিলিত কৰি পাৰে। আমাৰ প্ৰতি ৰজাৰ সন্দেহ আৰু প্ৰতি-কুলতাই আমাক ক্ষণে ক্ষণে প্ৰতিহত কৰিবলৈ চেষ্টা কৰিব। কিন্তু তেতিয়াও আমাক নিৰস্ত কৰিব নোৱাৰিব—আমি জয়ী হমেই—বাধাৰ ওপৰত বলিয়াৰ দৰে নিজৰ মূৰ আফলিয়াই নহয়, অটল অধ্যৱসায়েৰে তাক লাহে লাহে অতিক্ৰম কৰি কেৱল যে জয়ী হম তেনে নহয়, কাৰ্য্য-সিদ্ধিৰ সত্য-সাধনাক দেশৰ মাজত চিৰদিনৰ কাৰণে সঞ্চিত কৰি থম ; আমাৰ বংশধৰ সকলৰ কাৰণে শক্তি-চালনাৰ সকলো পথ এটা এটাকৈ আৱিষ্কাৰ কৰি দিম।

আজি সৌ যে বন্দীশালৰ লোৰ শিকলিৰ কঠোৰ ঝংকাৰ শুনা গৈছে, দণ্ডধাৰী পুৰুষসকলৰ পদশব্দত কঁপি উঠা ৰাজপথ মুখৰিত হৈ উঠিছে, ইয়াকে বৰ বেছি বুলি নধৰিবা। যদি কাণ পাতি শুনা তেন্তে কালৰ মহা-সংগীতৰ মাজত ই কৰবাত নাইকীয়া হৈ যায়। কত যুগৰপৰা বিপ্লৱৰ আবৰ্ত্ত, কত উৎপীড়নৰ মন্থন, এইদেশৰ সিংহদ্বাৰত কিমান ডাঙৰ ডাঙৰ ৰাজপ্ৰতাপৰ প্ৰৱেশ আৰু প্ৰস্থানৰ মাজেদি ভাৰতৰ পৰিপূৰ্ণতা অভিব্যক্ত হৈ উঠিছে, আজিৰ ক্ষুদ্ৰ দিনে তাৰ যি সামান্য বুৰঞ্জী ইয়াক লগত মিলাই দিছে আৰু কিছুদিনৰ পিচত সমগ্ৰৰ মাজত তাক জানো কৰবাত দেখা যাব ? ভয় নকৰোঁ, ক্ষুব্ধ নহওঁ, ভাৰতবৰ্ষৰ যি পৰম মহিমা সকলো কঠোৰ দুখ-সংঘাতৰ মাজত বিশ্বকবিৰ সৃজনানন্দক বহন কৰি ব্যক্ত হৈ উঠিছে-ভক্ত সাধকৰ প্ৰশান্ত ধ্যান-চকুত তাৰ অখণ্ড মূৰ্ত্তি উপলব্ধি কৰিম, চাৰিওদিশৰ কোলাহল আৰু চিত্ত-বিক্ষেপৰ মাজত সাধনাক মহৎ লক্ষ্যৰ ফালে অবিচলিত ভাৱে ৰাখিম। নিশ্চয় জানিম এই ভাৰতবৰ্ষত যুগ-যুগান্তৰৰ মানৱচিত্তত সমস্ত আকাংক্ষাবেগ মিলিত হৈছে—ইয়াতে জ্ঞানেৰে সৈতে জ্ঞানৰ মন্থন হব, জাতিৰে সৈতে জাতিৰ মিলন হব। বৈচিত্ৰ্য ইয়াত অত্যন্ত জটিল, বিচ্ছেদ ইয়াত অত্যন্ত প্ৰবল, বিপৰীতৰ

সমাবেশ ইয়াত অত্যন্ত বিৰোধ-সংকুল। ইমান বহুত্ব, ইমান বেদনা, ইমান সংঘাত কোনো দেশেই ইমান দীৰ্ঘকাল ঘৰি বহন কৰি জীয়াই থাকিব নোৱাৰিলেহেঁতেন—কিন্তু এটা অতি মহৎ, অতি বৃহৎ সমন্বয়ৰ পৰম অভিপ্ৰায়তে এই সকলো একান্ত বিৰুদ্ধতাক ধাৰণ কৰি আছে, পৰস্পৰৰ আঘাতত কাকো উচ্ছেদ হবলৈ দিয়া নাই। এই যে সকলো বিচিত্ৰ উপকৰণ কাল-কালান্তৰ আৰু দেশ-দেশান্তৰৰপৰা ইয়াত আহৰিত হৈছে আমাৰ ক্ষুদ্ৰ শক্তিৰে তাক আঘাত কৰিবলৈ গলে আমি নিজেই আহত হম, তাৰ একো ক্ষতি কৰিব নোৱাৰিম। জানো, বাহিৰৰপৰা অন্যায় আৰু অপমানে আমাৰ এনে প্ৰবৃত্তিক উত্তেজিত কৰিছে যি আঘাত কৰিবহে জানে, যি ধৈৰ্য্য নেমানে, যি বিনাশ স্বীকাৰ কৰিও নিজৰ চৰিতাৰ্থতাকেই সাৰ্থকতা বুলি ভাবে। কিন্তু সেই আত্মাভিমানৰ প্ৰমত্ততাক নিবৃত্ত কৰিবৰ কাৰণে আমাৰ অন্তঃকৰণৰ মাজত সুগম্ভীৰ আত্মগৌৰৱ সঞ্চাৰ কৰিবলৈ অন্তৰত শক্তি জানো ভাৰতবৰ্ষই আমাক দান নকৰিব? যাৰ কাষলৈ আহি আমাৰ পৰিচয় লবলৈ ঘিণ লাগে, যিসকলে দূৰৰপৰা আমাৰ প্ৰতি বিদ্বেষ উদগাৰ কৰে সেইসকল ক্ষণিকৰ-বায়ুৰে ওফন্দি উঠা বাতৰি কাকতৰ মৰ্ম্মৰ ধ্বনি, সেই বিলাতৰ টাইমছ্ অথবা এই দেশৰ টাইম্‌ছ অব ইণ্ডিয়াৰ বিদ্বেষী তীক্ষ্ণ বাণীয়েই জানো অংকুশৰ আঘাতৰ দৰে আমাক বিৰোধৰ বাটত অন্ধাবেগত চালনা কৰিব? আৰু ইয়াতকৈ সত্য আৰু ইয়াতকৈ নিত্য বাণী আমাৰ পিতামহসকলৰ পৱিত্ৰ মুখেদি জানো এই দেশত উচ্চাৰিত হোৱা নাই—যি বাণীয়ে দূৰক কৰিবলৈ কয়, পৰক আপোন কৰিবলৈ আহ্বান কৰে? সেইবিলাক শান্তি-গম্ভীৰ-সনাতন কল্যাণ বাক্য আজি পৰাস্ত হব? ভাৰতবৰ্ষত আমি মিলিম আৰু মিলাম, আমি সেই দুঃসাধ্য সাধনা কৰিম যিহৰ পৰা শত্ৰু-ভেদ লুপ্ত হয়; যি সকলোতকৈ উচ্চ সত্য, যি পৱিত্ৰতাৰ তেজত ক্ষমাৰ বীৰ্য্য প্ৰেমৰ অপৰাজিত শক্তিৰে পূৰ্ণ, আমি তাক কেতিয়াও অপৰাজিত বুলি নেজানিম, তাক নিশ্চিত মংগল বুলি জানি শিৰোধাৰ্য্য কৰি লম। দুঃখ-বেদনাৰ একান্ত পীড়নৰ মাজেদিয়ে যাত্ৰা কৰি আজি উদাৰ আনন্দত মনৰপৰা সকলো বিদ্ৰোহ-ভাৱ দূৰ কৰি দিম, জানি আৰু নেজানি বিশ্বৰ মানৱে এই ভাৰতক্ষেত্ৰত মনুষ্যত্বৰ যি পৰামাশ্চৰ্য্য মন্দিৰ নানা ধৰ্ম্ম, নানাশাস্ত্ৰ, নানাজাতিৰ সন্মিলনত গঢ়ি তুলিবলৈ চেষ্টা কৰিছে সেই সাধনাতে যোগদান কৰিম, নিজৰ অন্তৰৰ

সকলো শক্তিক একমাত্র সৃষ্টি-শক্তিতে পৰিণত কৰি এই ৰচনাকাৰ্য্যত তাক প্রবৃত্ত কৰিম। তাকে যদি কৰিব পাৰোঁ, যদি জ্ঞান, প্রেম আৰু কৰ্ম্মত ভাৰতবৰ্ষৰ এই অভিপ্রায়ৰ মাজত সমস্ত প্রাণ দি নিযুক্ত হব পাৰোঁ তেনেহলেহে মোহমুক্ত পৱিত্র দৃষ্টিৰে স্বদেশৰ ইতিহাসৰ মাজত সেই এক সত্য, সেই নিত্য সত্যক দেখিবলৈ পাম, ঋষিসকলে যাক কৈছে—

স সেতুৰ্বিধৃতিৰেষাং লোকানাম্—তেওঁৰেই সকলোলোকৰ বিধৃতি, তেওঁৰেই সকলো বিচ্ছেদৰ সেতু আৰু তেওঁকেই বোলা হৈছে—

তস্য হবা এতস্য ব্রহ্মণোনাম সত্যম্—সেই যে ব্রহ্ম, নিখিলৰ সকলো প্রভেদৰ মাজত ঐক্যৰক্ষাৰ যি সেতু তেওঁৰে নাম সত্য।

# হিন্দু বিশ্ববিদ্যালয়

আজি-কালি পৃথিৱী জুৰি আহ-যাহ, হাট-বাট হ'ব লাগিছে। মানুহৰ নানা জাতিয়ে নানা উপলক্ষ্যত পৰস্পৰৰ চিনাকি লাভ কৰিছে। গতিকে ভিন ভিন জাতিৰ স্বতন্ত্ৰতা আঁতৰ কৰি পৰস্পৰে মিলি যাবৰ সময় এতিয়া আহিছে বুলি মনতে ভাবিব পাৰি।

কিন্তু আচৰিত এয়ে যে, বাহিৰৰ ফালৰ দুৱাৰ যিমানেই মেল খাইছে, গড় যিমানেই ভাগিছে, মানুহৰ জাতিবিলাকৰ স্বতন্ত্ৰতাৰ ভাব সিমানেই বলী হৈহে উঠিছে। এসময়ত ভাব হৈছিল মিলিবৰ উপায় নাছিল বুলিয়ে মানুহবোৰ বেলেগ হৈ আছে, কিন্তু এতিয়া মিলিবৰ সকলো বাধা যথাসম্ভৱ দূৰ হোৱাতো দেখা গৈছে পাৰ্থক্য দূৰ হোৱা নাই।

ইউৰোপৰ যিবোৰ ৰাজ্যত খণ্ড খণ্ড জাতিবোৰ একপ্ৰকাৰ মিলি আছিল এতিয়া সিবোৰৰ প্ৰত্যেকেই নিজৰ স্বতন্ত্ৰ আসন গ্ৰহণ কৰিবৰ বাবে ব্যগ্ৰ হৈ পৰিছে। নৰৱে, ছুইডেন্ ভাগ হৈ গৈছে। আয়াৰ্‌লেণ্ডে নিজৰ স্বতন্ত্ৰ অধিকাৰ লাভৰ কাৰণে বহুত দিনৰ পৰা অক্লান্ত চেষ্টা কৰি আহিছে। আন কি, নিজৰ বিশেষ ভাষা, বিশেষ সাহিত্যক আইৰিশ্‌সকলে জগাই তোলাৰ প্ৰস্তাৱ কৰিব লাগিছে। ৱেল্‌ছ্‌বাসীসকলৰ মাজতো সেই চেষ্টা দেখা পোৱা যায়। বেলজিয়ামত ইমান দিন এক মাথোঁ ফৰাছী ভাষাৰ প্ৰাধান্য প্ৰবল আছিল, আজি ফ্লেমিশ্‌সকল নিজৰ ভাষাৰ স্বতন্ত্ৰতাক জয়ী কৰিবৰ কাৰণে উৎসাহিত হৈছে; অষ্ট্ৰিয়া ৰাজ্যত বহুত ধৰণৰ সৰু সৰু জাতি একেলগে বাস কৰি আহিছে—সেই বিলাকক এক কৰি মিলাই পেলোৱাৰ সম্ভাৱনা আজি স্পষ্টকৈয়ে দূৰতে বিদূৰ হৈছে। ৰুছিয়াই আজি ফিন্‌সকলক আত্মসাৎ কৰিবৰ কাৰণে বিপুল বল প্ৰয়োগ কৰি আছে সঁচা, কিন্তু দেখা পাইছে বস্তু যিমানে পচা তাক হজম কৰা সিমানেই টান। তুৰস্ক সাম্ৰাজ্যত যে নানা জাতি বাস কৰি আছে অনেক ৰক্তপাতৰ পিছতো সিবিলাকৰ ভেদ-চিন লোপ হ'ব খোজা নাই।

ইংলণ্ডত হঠাতে ইম্পিৰিয়েলিজমৰ এটা ঢৌ উঠিল। উপনিৱেশবোৰক এক সাম্ৰাজ্যতন্ত্ৰেৰে বান্ধি পেলাই এক বিৰাট কলেৱৰ ধাৰণ কৰাৰ প্ৰলোভন

ইংলণ্ডৰ মনত প্ৰবল হৈ উঠিছিল। এইবেলি উপনিৱেশবিলাকৰ কৰ্তৃপক্ষবোৰৰ যি এক মহাসমিতি বহিছিল, তাত যিমানবোৰ বন্ধনৰ প্ৰস্তাৱ হৈছিল, এটাও তিষ্ঠিব নোৱাৰিলে। সাম্ৰাজ্যক এককেন্দ্ৰগত কৰিবৰ কাৰণে য'তেই উপনিবেশবিলাকৰ স্বতন্ত্ৰতা হানি হ'বৰ লেশ মাথোনো আশংকাই দেখা দিছিল, তাতেই প্ৰবল আপত্তি উঠিছিল।

একান্ত মিলনতে যে সবলতা আৰু বৃহৎ হ'লেই যে মহৎ হ'ব পাৰি, এই কথা আজিৰ নহয়। আচল কথা, পাৰ্থক্য য'ত সত্য, তাত সুবিধাৰ অৰ্থে ডাঙৰ দল পাতিবৰ প্ৰলোভনত সেই পাৰ্থক্যক চকু মুদি লোপ কৰিবৰ যত্ন কৰিলে সত্যই তাত সম্মতি দিব নুখুজিব। হেঁচা মাৰি ধৰা পাৰ্থক্য এটা ভয়ানক উৎপাটক পদাৰ্থ, সি যেই কোনো সময়ত খুন্দা খাই হঠাৎ ফাটি গৈ বা আনকো ফালি পেলাই এক বিপ্লৱ ঘটাই তোলে। যিবোৰ প্ৰকৃততে পৃথক, সিহঁতৰ পাৰ্থক্যক সম্মান কৰাই মিলন-ৰক্ষাৰ সজ উপায়।

নিজৰ পাৰ্থক্য যেতিয়া মানুহে যথাৰ্থভাৱে উপলব্ধি কৰে, তেতিয়াই সি ডাঙৰ হৈ উঠিবৰ চেষ্টা কৰে। নিজৰ পাৰ্থক্যৰ প্ৰতি যাৰ কোনো মমতা নাই, সি সকলো চেষ্টা এৰি দি দহৰ লগত মিহলি হৈ একাকাৰ হৈ পৰে। শুই থকা মানুহৰ মাজত প্ৰভেদ নাথাকে; সাৰ পাই উঠিলেই প্ৰত্যেকৰ ভিন্নতাই নানা প্ৰকাৰে নিজকে ঘোষণা কৰে। বিকাশৰ অৰ্থই হৈছে ঐক্যৰ মাজত পাৰ্থক্যৰ বিকাশ। বীজৰ মাজত বৈচিত্ৰ্য নাই। ফুলকলিৰ ভিতৰৰ সকলো পাপৰি ঘনিষ্টভাবে মিলি এক হৈ থাকে; যেতিয়া সিহঁতৰ ভেদ ঘটে তেতিয়াই ফুল বিকশিত হৈ উঠে। প্ৰত্যেক পাপৰিয়ে ভিন ভিন ফালে নিজ বাটেদি নিজকে যেতিয়া পূৰ্ণ কৰি তোলে, তেতিয়াই ফুল সাৰ্থক হয়। আজি পৰস্পৰৰ সংঘাতত সমস্ত পৃথিৱীতেই এটা জাগৰণ সঞ্চাৰিত হৈছে বুলিয়ে বিকাশৰ অনিবাৰ্য নিয়মত মানুহ-সমাজৰ স্বাভাবিক পাৰ্থক্যবোৰ আত্মৰক্ষাৰ নিমিত্তে চাৰিওফালে সচেষ্ট হৈ উঠিছে। নিজকে সম্পূৰ্ণ বিলুপ্ত কৰি আনৰ লগত একেবাৰে মিলি গৈ যে ডাঙৰ হোৱা তাক কোনো জাগ্ৰত সত্তাডাঙৰ হোৱা বুলি ভাবিব পৰা নাই। যি সৰু সিও যেতিয়াই নিজৰ স্বৰূপ স্বতন্ত্ৰতা সম্বন্ধে সচেতন হৈ উঠে, তেতিয়াই তাক জীয়াই ৰাখিবৰ নিমিত্তে প্ৰাণ পণ কৰে—এয়ে প্ৰাণৰ ধৰ্ম। প্ৰকৃততে সি সৰু হৈও জীয়াই থাকিবলৈ বিচাৰে, ডাঙৰ হৈ মৰিব নোখোজে।

ফিনসকল যদি ক্রমে বুদ্ধ হৈ যাব পাৰে তেনেহলে উৎপাতৰ পৰা তেওঁ-লোকে পৰিত্ৰাণ পায়, তেনেহলে এটা ডাঙৰ জাতিৰে চামিল হৈ গৈ ক্ষুদ্ৰত্বৰ সকলো দুখ সমূলে দূৰ কৰিব পাৰে। কোনো এটা নেশ্বনৰ ভিতৰত কোনো প্ৰকাৰ দ্বিধা থাকিলে তাৰ পৰা বল ক্ষয় হয়, এই আশংকাত ফিন-লেণ্ডক বুছিয়াৰ লগত বলেৰে অভিন্ন কৰি দিয়াই বুচৰ অভিপ্ৰায়। কিন্তু ফিনলেণ্ডৰ ভিন্নতা যে এটা সত্য পদাৰ্থ, বুছিয়াৰ সুবিধাৰ ওচৰত সি নিজক বলি দিব নোখোজে। এই ভিন্নতাক যথোচিত উপায়ে বশ কৰাৰ চেষ্টা হ'ব পাৰে, এক কৰিবলৈ চেষ্টা কৰা হত্যা কৰাৰ দৰে অন্যায়। আয়াৰলেণ্ডক লৈও ইংলণ্ডৰ সেই একে সংকট। তাত সুবিধাৰ লগত সত্যৰ যুঁজ চলিছে। আজি পৃথিৱীৰ নানা ঠাইতে যে এই সমস্যাই দেখা দিছে, তাৰ একমাত্ৰ কাৰণ সমস্ত পৃথিৱীতেই এক প্ৰাণৰ বেগ সঞ্চাৰিত হৈছে।

আমাৰ বঙলা দেশৰ সমাজৰ মাজত সম্প্ৰতি যি সৰু সুৰা এটি বিপ্লৱে দেখা দিছে, তাৰো মূল কথাটি সেই একেই। ইয়াৰ আগতে এই দেশত ব্ৰাহ্মণ আৰু শূদ্ৰ, এই দুটি ডাঙৰ ভাগ আছিল। ব্ৰাহ্মণ আছিল ওপৰত, আন সকলো আছিল তলত পৰি।

কিন্তু যেতিয়াই নানা কাৰণত আমাৰ দেশৰ মাজত এক উদ্বোধন উপস্থিত হ'ল, তেতিয়াই অব্ৰাহ্মণ জাতিবিলাক শূদ্ৰ শ্ৰেণীৰ এক-সমতল হীনতাৰ মাজত একাকাৰ হৈ থাকিবলৈ মান্তি নোহোৱা হ'ল। কায়স্থই নিজৰ যি এক বিশেষত্ব অনুভৱ কৰিছে, তাত সি আপোনাক শূদ্ৰত্বৰ মাজত বিলুপ্ত কৰি ৰাখিব নোৱাৰে। তেওঁৰ হীনতা সত্য নহয়। গতিকে সামাজিক শ্ৰেণীবন্ধনৰ অতি প্ৰাচীন সুবিধা তেওঁ চিৰকাল মানিব কেনেকৈ? ইয়াত দেশাচাৰ যদি বিৰুদ্ধ হয়, তেনেহ'লে দেশাচাৰহে পৰাভূত হ'ব লাগিব। আমাৰ দেশৰ সকলো জাতিৰ মাজতে এই বিপ্লৱ বিয়পি পৰিব। কিয়নো, মূৰ্চ্ছাৱস্থা গুচিলেই মানুহে সত্য অনুভৱ কৰে; সত্য অনুভৱ কৰাৰ লগে লগেই কোনো কৃত্ৰিম সুবিধাৰ দাসত্ব-বন্ধন স্বীকাৰ কৰিব নোৱাৰা হয়, বৰং মানুহে অসুবিধা আৰু অশান্তিকো বৰণ কৰি ল'বলৈ সম্মত হয়।

ইয়াৰ ফল কি? ইয়াৰ ফল এই যে, স্বতন্ত্ৰতাৰ গৌৰৱবোধ উপজিলেই মানুহে দুখ স্বীকাৰ কৰিও নিজকে ডাঙৰ কৰি তুলিবলৈ বিচাৰিব। ডাঙৰ হৈ উঠিলে তেতিয়াহে পৰস্পৰৰ মিলন প্ৰকৃত সামগ্ৰী হ'ব। দীনতাৰ মিলন,

অধীনতাৰ মিলন, আৰু দায়ত পৰি হোৱা মিলন হেঁচা দি কৰা মিলন মাথোন।

মনত আছে মোৰ কোনোবা ব্যাকৰণ-বিষয়ক প্ৰবন্ধ লৈ এবাৰ সাহিত্য পৰিষদৰ সভাত এনে এটি আলোচনা উঠিছিল যে, বঙলা ভাষাক যিমান দূৰ পাৰি সংস্কৃতৰ নিচিনা কৰি তোলা উচিত; কাৰণ, সেয়ে হ'লে গুজৰাটী, মাৰাঠী সকলোৰে পক্ষে বঙলা ভাষা সুগম হ'ব।

অৱশ্যে এইটো স্বীকাৰ কৰিব লাগিব যে বঙলা ভাষাৰ যি এক নিজত্ব আছে অন্য দেশবাসীৰ পক্ষে বঙলা ভাষা বুজাৰ সেয়ে প্ৰধান বাধা। অথচ বঙলা ভাষাৰ যিকণ শক্তি, যিকণ সৌন্দৰ্য্য আছে, তাৰ সেই নিজত্বকণ লৈহে হৈছে। আজি ভাৰতৰ পশ্চিমতম প্ৰান্তবাসী গুজৰাটীয়ে বঙলা পঢ়ি বঙলা সাহিত্যৰ পৰা নিজৰ ভাষালৈ ভাঙনি কৰিছে। ইয়াৰ কাৰণ এইটো নহয় যে, বঙলা ভাষাটো সংস্কৃতৰ কৃত্ৰিম সাঁচত ঢলা সকলো প্ৰকাৰৰ বিশেষত্ব-বৰ্জ্জিত সহজ ভাষা। সাঁওতালে যদি বঙালী পাঠকৰ মাজত তেওঁৰ লেখা চলিব বুলি আশা কৰি নিজৰ ভাষাৰ পৰা সমস্ত সাঁওতালিত্ব বৰ্জ্জন কৰে, তেনেহ'লেই তেওঁৰ সাহিত্যৰ আমাৰ মাজত আদৰ হ'ব নেকি? কেৱল, সেই বাধাকণ দূৰ কৰালৈ বাট চায়েই আমাৰ মিলন প্ৰতীক্ষা কৰি বহি আছে নেকি?

গতিকে, বঙালীয়ে বঙলা ভাষাৰ বিশেষত্ব অৱলম্বন কৰিয়ে সাহিত্যৰ যদি উন্নতি কৰে, তেনেহলেই হিন্দীভাষীসকলৰ লগত তেওঁৰ বেচি ৰকমে মিল হ'ব। তেওঁ যদি হিন্দুস্থানী সকলৰ লগত সস্তাতে আপোনত্ব গঢ়ি লবৰ নিমিত্তে হিন্দী ঠাঁচত বঙলা লিখিবলৈ ধৰে, তেতিয়া বঙলা সাহিত্য অধঃপাতে যাব আৰু কোনো হিন্দুস্থানীয়ে তেওঁৰ ফালে দৃক্‌পাতো নকৰিব। মোৰ ভালকৈ মনত আছে, অনেক দিন আগতে এজন বিশেষ বুদ্ধিমান শিক্ষিত লোকে মোক কৈছিল, "বঙলা সাহিত্যই যিমানেই উন্নতি লাভ কৰিছে, সিমানেই সি আমাৰ জাতীয় মিলনৰ পক্ষে অন্তৰায় হৈ উঠিছে। কাৰণ এই সাহিত্যই যদি শ্ৰেষ্ঠতা লাভ কৰে, তেনেহলে ই মৰিবলৈ নিবিচাৰিব; আৰু তাকে অৱলম্বন কৰি শেষ পৰ্য্যন্ত বঙলা ভাষাই মাটিকে কামোৰ মাৰি ধৰি পৰি থাকিব। এই অৱস্থাত ভাৰতবৰ্ষত ভাষাৰ ঐক্য-সাধনৰ পথত সবাতোকৈ ডাঙৰ বাধা দিব বঙলা ভাষাই। গতিকে বঙলা সাহিত্যৰ উন্নতি ভাৰতবৰ্ষৰ পক্ষে মংগলকৰ নহয়।" সকলো প্ৰকাৰ ভেদ ঢেঁকীৰে খুন্দি এটা পিণ্ডাকাৰ

পদাৰ্থ গঢ়ি তোলা জাতীয় উন্নতিৰ চৰম পৰিণাম, তাহানি এয়ে সকলোৰে মনত ভাব হৈছিল। কিন্তু আচল কথা, বিশেষত্ব বৰ্জ্জন কৰি যি সুবিধা পোৱা যাব, সিহে সত্য।

আমাৰ দেশত ভাৰতবৰ্ষীয়সকলৰ মাজত ৰাষ্ট্ৰীয় ঐক্যলাভৰ চেষ্টা যেতিয়াই প্ৰবল হ'ল, অৰ্থাৎ যেতিয়াই নিজৰ সত্তা সম্বন্ধে আমাৰ বিশেষভাৱে চেতনাৰ উদ্ৰেক হ'ল, তেতিয়াই আমি অৱশ্যে ইচ্ছা কৰিছিলোঁ মুছলমান সকলোকো আমাৰ কৰি লওঁ, কিন্তু তাত আমি কৃতকাৰ্য্য হ'ব নোৱাৰিলোঁ। এক কৰি ল'ব পাৰিলে আমাৰ অৱশ্যে সুবিধা হ'লহেতেন, কিন্তু সুবিধা হ'লেই যে এক কৰিব পাৰি, সেইটো নহয়। হিন্দু-মুছলমানৰ মাজত যি এটি সত্য পাৰ্থক্য আছে, তাক ফাকি দি উৰুৱাই দিবৰ উপায় নাই। প্ৰয়োজন সাধনৰ আগ্ৰহবশতঃ সেই পাৰ্থক্যক যদি আমি নাজানো, তেনেহ'লে সিও আমাৰ প্ৰয়োজনক নামানিব।

হিন্দু মুছলমানৰ মাজত সকলো ফালৰ পৰা এটা সত্য ঐক্য ওপজা নাই বুলিয়ে ৰাষ্ট্ৰনৈতিক ক্ষেত্ৰত তেওঁলোকক এক কৰি তুলিবৰ চেষ্টাত সন্দেহ আৰু অবিশ্বাসৰ সূত্ৰপাত হ'ল। সেই সন্দেহক অমূলক বুলি উৰুৱাই দিলে নচলিব। আমি মুছলমানসকলক যেতিয়া আহ্বান কৰিছোঁ, তেওঁলোকক তেতিয়া কাৰ্য্য উদ্ধাৰৰ সহায় বুলিহে মাতিছোঁ, আপোন বুলি মতা নাই। যদি কেতিয়াবা দেখা পাওঁ কামৰ কাৰণে আৰু আৱশ্যক নাই, তেতিয়া তেওঁলোকক অনাৱশ্যক বুলি পিছলৈ ঠেলা মাৰি দিবৰ শংকা আমাৰ নহ'ব। তেওঁলোকক আমাৰ যথাৰ্থ সংগী বুলি আমি অনুভৱ নকৰোঁ, আনুষংগিক বুলি মানি লৈছোঁ। য'ত দুই পক্ষৰ মাজত অসামঞ্জস্য আছে, তাত যদি তেওঁলোক অংশীদাৰ হয়, তেনে মাথোন সিমান দিনলৈকে তেওঁ-লোকৰ বন্ধন থাকে যিমান দিনলৈকে বাহিৰৰ কোনো বাধা-অতিক্ৰমৰ নিমিত্তে তেওঁলোকৰ একেলগে থকাৰ আৱশ্যক হয়; সেই আৱশ্যক ফেৰা পাৰ হ'লেই ভগা-বঁটা কৰাৰ বেলিকা উভয় পক্ষতেই ফাকি চলি থাকে।

মুছলমানসকলে এই সন্দেহটি মনত লৈয়েই আমাৰ চিঞৰ শুনিও সঁহাৰি দিয়া নাই। আমি' দুই পক্ষ একেলগে থাকিলে থূলমূলভাৱে লাভৰ মাত্ৰা বেছি হ'ব নিশ্চয়, কিন্তু লাভৰ অংশ তেওঁৰ ফালে বেছি হ'ব নে নহয়, মুছলমানৰ সেইটোৱেই বিবেচ্য। গতিকে, মুছলমানৰ পক্ষে এই কথা কোৱা

অসংগত নহব,—মই যদি বেলেগে থাকিয়েই ডাঙৰ হ'ব পাৰোঁ, তেন্তে তাৰ পৰাহে মোৰ লাভ।

কিছুমান দিন আগতে হিন্দু-মুছলমানৰ মাজত এই স্বাতন্ত্র্যৰ অনুভূতি তীব্র নাছিল। আমি এনেভাৱে মিলি আছিলো যে আমাৰ মাজৰ ভিন্নতা খিনি চকুত নপৰিছিল। কিন্তু স্বাতন্ত্র্য অনুভূতিৰ অভাৱ এটা অ-ভাৱ মাথোন, সি ভাৱাত্মক নহয়। অৰ্থাৎ আমাৰ মাজত সঁচাসঁচি অভেদ আছিল বাবেই যে ভেদ সম্বন্ধে আমি অচেতন আছিলোঁ, সি নহয়; আমাৰ মাজত প্ৰাণশক্তিৰ অভাৱ ঘটিছিল বুলিহে এক নিশ্চেতনাই আমাক অভিভূত কৰি লৈছিল। এনে এদিন আছিল যেতিয়া হিন্দুৱে নিজৰ হিন্দুত্ব লৈ গৌৰৱ কৰিবলৈ উদ্যত হ'ল। তেতিয়া মুছলমান যদি হিন্দুৰ গৌৰৱ মানি লৈ নিজে মনে মনে পৰি থাকিলহেঁতেন, তেতিয়া হিন্দুৱে বৰ ৰং পালেহেঁতেন, সন্দেহ নাই; কিন্তু যি কাৰণৰ হিন্দুৰ হিন্দুত্ব উগ্ৰ হৈ উঠিল সেই কাৰণতে মুছলমানৰ মুছলমানি মূৰ তুলি উঠিল। এতিয়া তেওঁ মুছলমান ৰূপেই প্ৰবল হ'বলৈ বিচাৰে, হিন্দুৰ লগত সান-মিহলি হৈ প্ৰবল হ'ব নোখোজে।

এতিয়া কি উপায়ে ভেদ গুচাই এক হ'ব, সেইটো জগত জুৰি থকা সমস্যা নহয়, সমস্যা হ'ল ভেদ ৰক্ষা কৰিয়েই মিলন হ'ব। সেইটো কাম টান; কাৰণ, তাত কোনো প্ৰকাৰৰ ফাকি নচলিব, তাত পৰস্পৰে পৰস্পৰক ঠাই এৰি দিব লাগিব। সেইটো সহজ নহয়: কিন্তু যিটো সহজ সি আকৌ সাধ্য নহয়; পৰিণামৰ ফালে চালে দেখা যায় যিটো কঠিন সেইটোহে সহজ।

আজি আমাৰ দেশত মুছলমানে স্বতন্ত্ৰভাৱে থাকি নিজৰ উন্নতি সাধনৰ চেষ্টা কৰিছে। সি আমাৰ কাৰণে যিমানে অপ্ৰিয় হওক আৰু তাৰপৰা দেখাত আমাৰ যিমানেই অসুবিধা হওক, এদিন পৰস্পৰৰ যথাৰ্থ মিলন-সাধনৰ সিয়ে প্ৰকৃত উপায়। ধনী নহলে দান কৰা কষ্টকৰ; মানুহে যেতিয়া নিজক মহান কৰে, তেতিয়াই নিজকে ত্যাগো কৰিব পাৰে। যিমান দিন তেওঁৰ অভাৱ আৰু ক্ষুদ্ৰতা থাকে, সিমান দিন থাকে তেওঁৰ ঈৰ্ষা আৰু বিৰোধ। সিমান দিনলৈকে যদি তেওঁ কাৰোবাৰ লগত মিলে, তেনে দায়ত পৰিহে মিলে, সেই মিল কৃত্ৰিম মিল। সৰু বুলি আত্মলোপ কৰাটো অকল্যাণ, ডাঙৰ হৈ আত্ম-বিসৰ্জ্জন কৰাটোৱেই শ্ৰেয়ঃ।

আধুনিক কালৰ শিক্ষাৰ প্ৰতি সময় থকাতে মনোযোগ নিদিয়া কাৰণে ভাৰতবৰ্ষৰ মুছলমান হিন্দুতকৈ অনেক বিষয়ত পিছ পৰি আছে। সেই বিষয়ত তেওঁ সমান হৈ ল'ব লাগিব। এই বৈষম্যকণ দূৰ কৰিবৰ কাৰণে মুছলমানে সকলো বিষয়তে হিন্দুতকৈ সৰহ দাবী কৰিবলৈ আৰম্ভ কৰিছে। তেওঁলোকৰ এই দাবীত আমাৰ আন্তৰিক সম্মতি থকাই উচিত। পদ, মান, শিক্ষাত তেওঁলোক হিন্দুৰ সমান হৈ উঠা হিন্দুৰ পক্ষেই মংগলকৰ।

বস্তুতঃ বাহিৰৰপৰা যিকণ পোৱা যায়, যিকণ আনৰ ওচৰত খুজি-মাগি পোৱা যায়, তাৰ এটা সীমা আছেই। সেই সীমা হিন্দু মুছলমান দুয়োৰো সমান। সেই সীমা যিমান দিনলৈকে পোৱাগৈ নাযায়, সিমান দিন মনতে এটা আশা থাকে, সীমা বোধ হয় নাই, এই বাটেদিয়ে বোধ হয় পৰমাৰ্থ লাভ কৰা যায়। তেতিয়াই সেই পক্ষৰ পাথেয় কোনে এধানমান বেছি পাইছে, কোনে কম পাইছে, তাকে লৈ পৰস্পৰৰ ঘোৰতৰ ঈৰ্ষা-বিৰোধ হৈ থাকে।

কিন্তু অলপদূৰ আগুৱালেই স্পষ্টকৈ বুজিব পাৰি যে, নিজৰ গুণ আৰু শক্তিতেই আমি নিজৰ স্থায়ী মংগল সাধন কৰিব পাৰোঁ। যোগ্যতা লাভ কৰি অধিকাৰ লাভৰ আন কোনো পথ নাই। এই কথাটো বুজিবৰ সময় যিমান সোনকালে আহে, সিমানেই শ্ৰেয়ঃ। গতিকে আনৰ আনুকুল্য লাভ কৰিবৰ যদি কোনো সুকীয়া পোন বাট মুছলমানে আবিস্কাৰ কৰে, তেনে সেই বাটেদিয়েই তেওঁলোকৰ গতি অব্যাহত হওক। তাত তেওঁলোকৰ প্ৰাপ্যৰ ভাগ আমাতকৈ পৰিমাণত সৰহ হৈছে বুলি অহৰহ কাজিয়া কৰাৰ ক্ষুদ্ৰতা যেন আমাৰ নাথাকে। পদ-মানৰ পথ মুছলমানৰ কাৰণে যথেষ্ট পৰিমাণে সুগম হোৱাই উচিত; সেই পথৰ শেষ গন্তব্য স্থানত প্ৰৱেশ কৰাত তওঁলোকৰ যেন কোনো পলম নহয় ইয়াকে আমি যেন প্ৰসন্নচিত্তে কামনা কৰোঁ।

কিন্তু এই যে বাহ্য অৱস্থাৰ বৈষম্য তাৰ ওপৰত মই বেছি হেঁচা দিব নোখোজোঁ। ই আঁতৰি যোৱা একো টান কথা নহয়। যি কথা লৈ এই প্ৰবন্ধত আলোচনা কৰিছো সি সঁচাসঁচি স্বতন্ত্ৰতা। সেই স্বতন্ত্ৰতাক বিলুপ্ত কৰা আত্মহত্যা কৰাৰ সমান।

'মোৰ নিশ্চিত বিশ্বাস, নিজৰ স্বতন্ত্ৰ বিশ্ববিদ্যালয় স্থাপন আদি উদ্যোগ লৈ মুছলমানসকল যে উৎসাহিত হৈ উঠিছে তাৰ মাজত প্ৰতিযোগিতাৰ ভাব যদি অলপ থাকে, তেন্তে সি স্থায়ী আৰু সত্য পদাৰ্থ নহয়। ইয়াৰ মাজত সত্য

পদাৰ্থ নিজৰ স্বতন্ত্ৰতা উপলব্ধি। মুছলমান নিজৰ প্ৰকৃতিতেই মহৎ হৈ উঠিব, এই ইচ্ছাই মুছলমানৰ সত্য ইচ্ছা।

এনেকুৱা বিচিত্ৰ স্বতন্ত্ৰতাক প্ৰবল হৈ উঠা দেখিলে আমাৰ মনতে এটা ভয় হয়। ভাব হয় স্বতন্ত্ৰতাৰ যি যি অংশত আজি বিৰুদ্ধতা দেখিছোঁ সেই বিলাকেই প্ৰশ্ৰয় পাই অত্যন্ত বাঢ়ি উঠিব, আৰু তেনে হ'লেই মানুহৰ মাজত পৰস্পৰৰ প্ৰতিকূলতা ভয়ংকৰ উগ্ৰ হৈ পৰিব।

এদিন এই আশংকাৰ সময় আছিল। তেতিয়া এটা এটা জাতি নিজৰ মাজতে আবদ্ধ থাকি নিজৰ বিশেষত্বৰ অপৰিমিতৰূপে বঢ়াই কৰিছিল। সমস্ত মানুহৰ পক্ষে সি এক ব্যাধি আৰু অকল্যাণৰ ৰূপ ধাৰণ কৰিছিল।

এতিয়া তেনে ঘটা সম্পূৰ্ণ সম্ভৱপৰ নহয়। এতিয়া আমি প্ৰত্যেক মানুহেই সকলো মানুহৰ মাজত সোমাই পৰিছোঁ। এতিয়া ইমান ডাঙৰ এটা চুক কোনোৱেই বিচাৰি উলিয়াব নোৱাৰিব, য'ত অসংগতভাৱে অবাধে এচহীয়াকৈ বঢ়া এটা অদ্ভুত সৃষ্টি ঘটিব পাৰে।

আজি কালিৰ যি দীক্ষা, তাত প্ৰাচ্য পাশ্চাত্য সকলো জাতিৰে যোগ আছে। কেৱল নিজৰ শাস্ত্ৰ পঢ়ি পণ্ডিত হোৱাৰ আশা কেৱে কৰিব নোৱাৰে। অন্ততঃ এই ফালেই মানুহৰ চেষ্টাৰ গতি দেখা গৈছে; বিদ্যা আজি জ্ঞানৰ এক বিশ্বযজ্ঞ হৈ উঠিছে, সি সমস্ত মানুহৰ চিত্ত-সম্মিলনৰ ক্ষেত্ৰ প্ৰস্তুত কৰিছে।

মানুহৰ এই বৃহৎ চেষ্টাই মুছলমানৰ দুৱাৰত আৰু হিন্দুৰ দুৱাৰত আঘাত কৰিছে। আমি ইমান দিন পুৰা-পুৰি পাশ্চাত্য শিক্ষা পাইছিলোঁ। এই শিক্ষা যেতিয়া এই দেশত প্ৰথম আৰম্ভ হৈছিল, তেতিয়া সকলো প্ৰকাৰ প্ৰাচ্যবিদ্যাৰ প্ৰতি তাৰ অৱজ্ঞা আছিল। আজিকোপতি সেই অৱজ্ঞাৰ মাজত আমি ডাঙৰ দীঘল হৈছোঁ। সেই কাৰণে আই সৰস্বতীৰ ঘৰত গৃহ-বিচ্ছেদ ঘটিছে। তেওঁৰ পূব-ঘৰীয়া সন্তানহঁতে পশ্চিম-ঘৰীয়াৰ ফালে পিছদুৱাৰ জপাই দিছে, আৰু পশ্চিম-ঘৰীয়া সন্তানহঁতে পূব ফালৰ বতাহ হাবিয়লীয়া অস্বাস্থ্যকৰ বতাহ বুলি জ্ঞান কৰি তাৰ অলপমান আভাসতে কাণ পৰ্য্যন্ত ঢাকি ধৰিছে।

ইতিমধ্যে ক্ৰমশঃ সময়ৰ পৰিবৰ্ত্তন ঘটিছে। সকলো ঠাইতে প্ৰাচ্যবিদ্যাৰ অনাদৰ দূৰ হ'ব লাগিছে! মানবৰ জ্ঞানৰ বিকাশত তাৰো প্ৰয়োজন সামান্য নহয়, সেই পৰিচয় প্ৰতিদিনে পোৱা গৈছে।

অথচ আমাৰ বিদ্যাশিক্ষাৰ সংস্থান সেই আগৰ দৰেই আছে। আমাৰ বিশ্ববিদ্যালয়ত কেৱল আমাৰে বিদ্যাৰ উপযুক্ত স্থান নাই। হিন্দু-মুছলমান শাস্ত্ৰৰ অধ্যয়নত এজন জাৰ্ম্মান ছাত্ৰৰ যি সুবিধা আছে আমাৰ সেই সুবিধা নাই। এনে অসম্পূৰ্ণ শিক্ষা লাভৰ পৰা আমাৰ যে ক্ষতি হৈছে সেই বোধ যে আমাৰ মনত জাগ্ৰত হৈ উঠিছে, সি আজিকালিৰ ধৰ্ম্মবশতঃ; আমি যদি কেৱল পশ্চিমৰ শিক্ষা ভাটৌৰ দৰে আওৰাওঁ, তাক দেখি বাটৰ বাটৰুৱাৰ অলপপৰ বিস্ময় আৰু কৌতুক উপজিব মাত্ৰ, তাৰ পৰা পৃথিৱীৰ কোনো লাভ নহয়। আমি নিজৰ বাণী লাভ কৰিম। সমস্ত মানৱে আমাৰপৰা ইয়াকে আশা কৰি আছে।

সেই আশা যদি পূৰণ কৰিব নোৱাৰোঁ, তেনে মানুহৰ মাজত আমাৰ কোনো সম্মান নাই। এই সম্মান-লাভৰ নিমিত্তে প্ৰস্তুত হ'বৰ আহ্বান আহিছে। তাৰ আয়োজন কৰিবৰ উদ্যোগ আমি কৰিব লাগিব।

কিছুদিনৰ পৰা আমাৰ দেশত বিদ্যাশিক্ষাৰ উপায় আৰু প্ৰণালীৰ পৰিবৰ্ত্তন কৰাৰ যি চেষ্টা চলিছে সেই চেষ্টাৰ মূলতে আমাৰ এই আকাংক্ষাই আছে। চেষ্টাই যে ভালকৈ সাৰ্থকতা লাভ কৰিব পৰা নাই, তাৰ মূল কাৰণ আমাৰ ইমান দিনৰ অসম্পূৰ্ণ শিক্ষা। আমি যিটো বস্তু ঠিক মতে পোৱা নাই, তাক দিবলৈ চেষ্টা কৰিও দিব পৰা নাই।

আমাৰ স্বজাতিৰ এনে কোনো এটি বিশিষ্টতা আছে, এই কথা সম্পূৰ্ণ অশ্ৰদ্ধা কৰে, এনে লোকো আছে; তেওঁলোকৰ কথা মই একেবাৰে এৰিয়ে দিছোঁ।

এই বিশিষ্টতাক স্বীকাৰ কৰে অথচ ব্যৱহাৰৰ বেলিকা তাক কম-বেছি অগ্ৰাহ্য কৰে—এনে লোকৰ সংখ্যা তাকৰ নহয়, তেওঁলোকৰ মাজত অনেকে হয়তো আহ্নিক-তৰ্পণো কৰে আৰু তেওঁলোক শাস্ত্ৰালাপতো পটু; কিন্তু জাতীয় আদৰ্শক তেওঁলোকে অত্যন্ত আংশিকভাৱে গ্ৰহণ কৰে। আৰু মুখেৰে যিমান কৰে কামত সিমানকণো নকৰে। এওঁলোকে বিদ্যালয়ত যি পঢ়া মুখস্থ কৰি আহিছে তাক এৰি বেছি দূৰলৈ যাবলৈ সাহ নকৰে।

আৰু এদল আছে, তেওঁলোকে স্বজাতিৰ বিশিষ্টতা লৈ গৌৰৱ কৰে, কিন্তু এই বিশিষ্টতাক তেওঁলোকে অত্যন্ত সংকীৰ্ণভাৱে চাই যিটো প্ৰচলিত, তাকেই তেওঁলোকে ডাঙৰ আসন দিয়ে, যিটো চিৰন্তন, তাক নিদিয়ে। আমাৰ

দুৰ্গতিৰ দিনত যি বিকাৰ বিলাক অসংগত হৈ উঠি সমস্ত মানুহৰ লগত আমাৰ বিৰোধ ঘটাইছে, আমাক খণ্ড খণ্ড কৰি দুৰ্ব্বল কৰিছে, আৰু ইতিহাসত বাৰেপতি মাথোন আমাৰ মুৰ তল কৰাইছে, তেওঁলোকে সেইবিলাককে আমাৰ বিশেষত্ব বুলি সিবোৰৰ ওপৰত নানা প্ৰকাৰ কাল্পনিক গুণ আৰোপ কৰিবলৈ যত্ন কৰিছে। এওঁলোকে কালৰ আৱৰ্জ্জনাকে স্বজাতিৰ প্ৰকৃত পৰিচয় বুলি ভাবি তাকেই চিৰস্থায়ী কৰিবৰ চেষ্টা-কৰিব আৰু দুষিত বাষ্পৰ ধনগুলৈৰ পোহৰকে চন্দ্ৰসূৰ্য্যতকৈও সনাতন বুলি সম্মান কৰিব, তাত সন্দেহ নাই।

গতিকে যিসকলে স্বতন্ত্ৰভাৱে হিন্দু বা মুছলমান বিশ্ববিদ্যালয় প্ৰতিষ্ঠা হোৱাটো ভয় কৰে, সেইসকলৰ ভয়ৰ কোনো কাৰণ নাই, এনে কথা ক'ব নোৱাৰোঁ। তথাপি এই কথা দঢ়াই ক'ব লাগিব যে, যি শিক্ষাত প্ৰাচ্য-পাশ্চাত্য সকলো বিদ্যাৰে সমাৱেশ হৈছে, সেই শিক্ষাই কেতিয়াও চিৰদিন কোনো একান্ত আতিশয্যত প্ৰশ্ৰয় লাভ কৰিব নোৱাৰে। যিবোৰ স্বতন্ত্ৰ, সেইবোৰ পৰস্পৰ ওচৰাও চৰিকৈ থিয় হলেহি তেতিয়াই সিহঁতৰ পৰস্পৰ অসহনশীলতা কমি যায় আৰু সিহঁতৰ সত্যটো যথাৰ্থভাৱে প্ৰকাশ পায়। নিজৰ ঘৰত থাকি ইচ্ছামতে নিজৰ আসন বৰ ওখ কৰি পাতিব পাৰি, কিন্তু পাঁচজনৰ সভাৰ মাজলৈ আহিলেই আপোনাআপুনি নিজৰ উপযুক্ত আসনখন স্থিৰ হৈ যায়। হিন্দু বা মুছলমান বিশ্ববিদ্যালয়ত যদি বিশ্বক স্থান দিৱা হয় তেন্তে তাৰ লগতে নিজৰ স্বতন্ত্ৰতাক স্থান দিলে কোনো বিপদৰ সম্ভাৱনা নাথাকিব। তাৰ পৰাই প্ৰকৃতৰূপে স্বাতন্ত্ৰ্যৰ যথাৰ্থ মূল্য নিৰ্দ্ধাৰিত হৈ যাব।

এই পৰ্য্যন্ত আমি পাশ্চাত্য শাস্ত্ৰবিলাক যেনে বৈজ্ঞানিক, ঐতিহাসিক আৰু যুক্তিমূলক প্ৰণালীত বিচাৰ কৰি আহিছো; আমাৰ নিজৰ শাস্ত্ৰবিলাক তেনে কৰা নাই,—যেন জগতৰ আন সকলো ঠাইতে অভিব্যক্তিৰ নিয়মে কাম কৰি আহিছে, কেৱল ভাৰতবৰ্ষতহে সি প্ৰৱেশ কৰিব পৰা নাই, ইয়াত যেন সমস্ত বস্তুৱেই অনাদি, ইতিহাসৰ অতীত। ইয়াত কোনো দেৱতাই ব্যাকৰণ, কোনো দেৱতাই ৰামায়ণ, কোনো দেৱতাই আয়ুৰ্ব্বেদ গোটভাৱে সৃষ্টি কৰিছে, কোনো দেৱতাৰ মুখ-হস্ত-পদৰ পৰা একেলগে চাৰিবৰ্গ বাহিৰ হৈ আহিছে; সকলো বোৰকে ঋষি আৰু দেৱতা মিলি এক মুহূৰ্ত্ততে থিয় কৰি ধৰিছে। তাৰ ওপৰত আৰু কাৰো কোনো কথাই ৰজিব নোৱাৰে। সেই কাৰণেই

ভাৰতবৰ্ষৰ ইতিহাস—ৰচনাত অদ্ভুত অনৈসৰ্গিক ঘটনা বৰ্ণনা কৰিবলৈ আমাৰ লেখনীৰ লজ্জা-বোধ নহয়: শিক্ষিত মানুহৰ মাজতো তাৰ পৰিচয় প্ৰতিদিনে পোৱা যায়। আমাৰ সামাজিক আচাৰ-ব্যবহাৰতো বুদ্ধি-বিচাৰৰ কোনো অধিকাৰ নাই; আমি এটা কাম কিয় কৰোঁ বা নকৰোঁ, তাৰ কাৰণ বিচৰাটোৱেই অসংগত; কাৰণ, কাৰ্য্য-কাৰণৰ নিয়ম বিশ্ব-ব্ৰহ্মাণ্ডৰ ভিতৰত কেৱলমাত্ৰ ভাৰতবৰ্ষতে নাখাটে, সকলো কাৰণ শাস্ত্ৰ-বাক্যৰ মাজতে নিহিত হৈ আছে। এই বাবে সমুদ্ৰ-যাত্ৰা ভাল নে বেয়া, শাস্ত্ৰৰ পাত মেলি সেইটো নিৰ্ণয় কৰা হ'ব, আৰু কোন মানুহ ঘৰৰ ভিতৰ সোমালে ধঁপাত খোৱা হোকাৰ পানী পেলাব লাগিব, পণ্ডিত মহাশয়ে তাৰ বিধান দিব। কিয় যে এজনে ছোৱা গাখীৰ বা খেজুৰৰ ৰস বা গুৰ খালে অপৰাধ নহয়, পানী খালেহে দায় লাগে, কিয় যবনৰ প্ৰস্তুত মদ খালে জাত নাযায়, ভাত খালে জাত যায়, এইবোৰ প্ৰশ্ন কৰিলে ধোবা-নাপিত বন্ধ কৰি দি মুখো বন্ধ কৰি দিব লাগে।

শিক্ষিত সমাজতো যে এনে অদ্ভুত অসংগত ব্যৱহাৰ চলিছে, তাৰ এটা কাৰণ মোৰ মনত এনে যেন লাগে,—পাশ্চাত্য শাস্ত্ৰ আমি বিদ্যালয়ত শিকোঁ আৰু প্ৰাচ্য শাস্ত্ৰ আমি স্কুলীয়া কাপোৰ সলাই অইন ঠাইত অইন ব্যৱস্থাৰ মাজত পঢ়োঁ। এই বাবে উভয়ৰ সম্বন্ধে আমাৰ মনৰ ভাৱৰ এটা ভেদ ঘটি উঠে; অনায়াসেই আমাৰ ভাৱ হয় বুদ্ধিৰ নিয়ম কেৱল এঠাইতহে খাটে। আন ঠাইত বৰ বেছি হ'লে ব্যাকৰণৰহে নিয়ম খাটিব পাৰে। দুইটাকে একেটা বিদ্যামন্দিৰত একে শিক্ষাৰ অংগ কৰি চালে আমাৰ এই মোহ গুচিবৰ উপায় হ'ব।

কিন্তু আধুনিক শিক্ষিত সমাজতে এই ভাৱটো বাঢ়ি উঠিছে কিয়, এই প্ৰশ্ন আপোনা- আপুনি মনতে উদিত হয়। শিক্ষা পালে বুদ্ধি-বৃত্তিৰ প্ৰতি মানুহৰ অনাস্থা জন্মে বুলিয়ে এনে হয় বুলি মই নাভাবোঁ। মই আগতে ইয়াৰ কাৰণ সম্বন্ধে আলোচনা কৰিছোঁ।

শিক্ষিত সম্প্ৰদায়ৰ মাজত আমাৰ স্বাতন্ত্ৰ্য অভিমানটো প্ৰৱল হৈ উঠিছে। এই অভিমানৰ প্ৰথম জোৱাৰত বিচাৰ বৰ বেছিকৈ নাথাকে, কেৱল বেগহে থাকে। বিশেষকৈ ইমান দিন আমি আমাৰ যি আছে সকলোকেই নিৰ্ব্বিচাৰে অৱজ্ঞা কৰি আহিছোঁ; আজি তাৰ প্ৰৱল প্ৰতিক্ৰিয়াৰ অৱস্থাত আমি মাজে

মাজে বৈজ্ঞানিক বিচাৰৰ ভাও জোৰোঁ, কিন্তু সিও নিৰ্ব্বিচাৰৰে আতিশয্য মাথোন।

এই তীব্ৰ অভিমানৰ আবিলতা কেতিয়াও চিৰদিন তম্ভি থাকিব নোৱাৰে, এই প্ৰতিক্ৰিয়াৰ ঘাত-প্ৰতিঘাত শান্ত হৈ আহিবই, তেতিয়া ঘৰৰ পৰা আৰু বাহিৰৰ পৰা সত্যক গ্ৰহণ কৰা আমাৰ পক্ষে সহজ হ'ব।

হিন্দু সমাজৰ পূৰ্ণ বিকাশৰ মূৰ্ত্তি আমাৰ ওচৰত প্ৰত্যক্ষ কথা নহয়। সুতৰাং হিন্দুৱে কি কৰিছে, আৰু কি কৰিব পাৰে, সেই সম্বন্ধে আমাৰ ধাৰণা দুৰ্ব্বল আৰু অস্পষ্ট। এতিয়া আমি যিটো চকুৰে দেখা পাইছো, সেইটোৱেই আমাৰ ওচৰত প্ৰবল। সি যে নানাভাৱে হিন্দুৰ যথাৰ্থ প্ৰকৃতি আৰু শক্তিক আচ্ছন্ন কৰি তাক বিনাশ কৰিছে, সেই কথা ভবা আমাৰ পক্ষে টান। পঞ্জিকাত সংক্ৰান্তিৰ যিখন ছবি দিয়া থাকে, আমাৰ ওচৰত হিন্দু সভ্যতাৰ মূৰ্ত্তি সেই ধৰণৰ। সি কেৱল যেন স্নান কৰিছে, জপ কৰিছে, আৰু ব্ৰত-উপবাসে থাকি খীনাই-শুকাই জগতৰ যি আছে সকলোৰে সংস্পৰ্শ পৰিহাৰ কৰি অত্যন্ত সংকোচেৰে একাষৰীয়া হৈ থিয় হৈ আছে। কিন্তু এদিন এই হিন্দু-সভ্যতা সজীৱ আছিল; তেতিয়া সি সাগৰ পাৰ হৈছে, উপনিবেশ পাতিছে, দিগ্বিজয় কৰিছে, আনক দিছে আৰু আনৰ পৰা লৈছে; তেতিয়া তাৰ শিল্প আছিল; বাণিজ্য আছিল, তাৰ কৰ্ম্ম-প্ৰৱাহ ব্যাপক আৰু বেগৱান আছিল। তেতিয়া তাৰ ইতিহাসত নতুন নতুন মতৰ অভ্যুত্থান, সমাজবিপ্লৱ আৰু ধৰ্ম্মবিপ্লৱৰ স্থান আছিল; তেতিয়া তাৰ স্ত্ৰীসমাজতো বীৰত্ব, বিদ্যা আৰু তপস্যাৰ স্থান আছিল; তেতিয়া তাৰ আচাৰ-ব্যৱহাৰ যে চিৰকালৰ কাৰণে লোহাৰ সাঁচত ঢালি লোৱা বিধৰ নাছিল মহাভাৰত পঢ়িলে পাতে পাতে তাৰ চিনাকি পোৱা যায়। সেই বৃহৎ বিচিত্ৰ জীৱন-বেগেৰে চঞ্চল, জাগ্ৰত চিত্তবৃত্তিৰ তাড়নাত নৱ নৱ অধ্যৱসায়ত প্ৰবৃত্ত হিন্দু সমাজ যি সমাজে ভুলৰ মাজেদি সত্যৰ ফালে গতি কৰিছিল; পৰীক্ষাৰ মাজেদি সিদ্ধান্তত আৰু সাধনাৰ মাজেদি সিদ্ধিত উত্তীৰ্ণ হৈছিল; যি শ্লোকসংহিতাৰ জটিল ৰজ্জুত বন্ধা কলৰ পুতলাৰ দৰে একেটা নিৰ্জ্জীৱ নাট্যৰ পুনৰাবৃত্তি কৰি নচলিছিল; বৌদ্ধ যি সমাজৰ অংগ, জৈন যি সমাজৰ অংশ; মুছলমান আৰু খ্ৰীস্টানসকল যি সমাজৰ অন্তৰ্গত হ'ব পাৰিছিল; যি সমাজৰ এক মহাপুৰুষে এদিনৰ অনাৰ্য্যসকলক মিত্ৰ-ৰূপে গ্ৰহণ কৰিছিল, আন এক

মহাপুৰুষে কৰ্ম্মৰ আদৰ্শক বৈদিক যাগ-যজ্ঞৰ সংকীৰ্ণতাৰপৰা উদ্ধাৰ কৰি উদাৰ মনুষ্যত্বৰ ক্ষেত্ৰত মুক্তি দান কৰিছিল, আৰু ধৰ্মক বাহ্যানুষ্ঠানৰ বিধি-নিষেধৰ মাজত আবদ্ধ নাৰাখি তাক ভক্তি আৰু জ্ঞানৰ প্ৰশস্ত পথত সৰ্ব্ব-লোকৰ সুগম কৰি দিছিল; সেই সমাজক আজি আমি হিন্দু সমাজ বুলি স্বীকাৰ কৰিবকে নোখোজোঁ; যিটো চলা নাই তাক আমি হিন্দু সমাজ বোলোঁ; প্ৰাণৰ ধৰ্ম্মক আমি হিন্দু সমাজৰ ধৰ্ম্ম বুলি নামানোঁ, কাৰণ, প্ৰাণৰ ধৰ্ম্ম বিকাশৰ ধৰ্ম্ম, পৰিবৰ্ত্তনৰ ধৰ্ম্ম. সি সততে গ্ৰহণ আৰু বৰ্জ্জনৰ ধৰ্ম্ম।

এই বাবেই মনতে আশংকা হয়, যিসকল হিন্দু বিশ্ববিদ্যালয় স্থাপন কৰাত উদ্যোগী. তেওঁলোক কেনেকুৱা হিন্দুত্বৰ ধাৰণা লৈ এই কাৰ্য্যত প্ৰবৃত্ত? কিন্তু সেই আশংকামাত্ৰেই নিৰস্ত হোৱাকে মই শ্ৰেয়স্কৰ বুলি নাভাবোঁ। কাৰণ, হিন্দুত্বৰ ধাৰণাকতো আমি নষ্ট কৰিব নোখোজোঁ, হিন্দুত্বৰ ধাৰণাক আমি ডাঙৰ কৰি তুলিব খোজোঁ। তাক চালনা কৰিবলৈ দিলে আপুনি সি ডাঙৰ হোৱাৰ ফালে যাবই; তাক গাঁতৰ ভিতৰত বান্ধি ৰাখিলেই তাৰ ক্ষুদ্ৰতা আৰু বিকৃতি অনিবাৰ্য্য। বিশ্ববিদ্যালয় সেই চালনাৰ ক্ষেত্ৰ, কাৰণ, তাত বুদ্ধিৰেই ক্ৰিয়া, তাত চিত্তক সচেতন কৰাৰে আয়োজন। সেই চেতনাৰ স্ৰোত প্ৰৱাহিত হৈ থাকিলে আপুনিয়ে সি ধীৰে ধীৰে জড় সংস্কাৰৰ সংকীৰ্ণতাক ক্ষয় কৰি আপোনাকে প্ৰশস্ত কৰি তুলিবই। মানুহৰ মনৰ ওপৰত মোৰ পুৰা বিশ্বাস আছে; ভুল লৈও যদি আৰম্ভ কৰিব লাগে, সিও ভাল, কিন্তু আৰম্ভ কৰিবই লাগিব, নহ'লে ভুল নাযাব! মুক্তি পালে সি চলিবই। এই বাবে যি সমাজে অচলতাকে পৰমাৰ্থ বুলি জ্ঞান কৰে, সেই সমাজে অচেতনাকে আপোনাৰ সহায় বুলি জানে আৰু সকলোতকৈ আগেয়ে মন বস্তুটোকেই কানি খুৱাই বিহ্বল কৰি ৰাখে। সি এনে কিছুমান ব্যৱস্থা কৰে, সেই ব্যৱস্থাত মন কেনিও বাহিৰ হ'ব নোৱাৰে, বাধা-নিয়মত একেবাৰেই বদ্ধ হৈ থাকে, সন্দেহ কৰিবলৈ ভয় কৰে, চিন্তা কৰিবলৈকে পাহৰি যায়। কিন্তু কোনোবা বিশেষ বিশ্ববিদ্যালয়ৰ উদ্দেশ্য যেনেকুৱাই হওক, মনকতো সি বান্ধি থব নোৱাৰে, কাৰণ, মনক চলিবলৈ দিয়াই তাৰ কাম। গতিকে যদি হিন্দুৱে সঁচাকৈয়ে ভাবে, শাস্ত্ৰশ্লোকৰ দ্বাৰা চিৰকাললৈ দৃঢ়বদ্ধ জড়নিশ্চলতাই হিন্দুৰ প্ৰকৃত বিশেষত্ব, তেন্তে সেই বিশেষত্ব ৰক্ষা কৰিবলৈ হ'লে বিশ্ববিদ্যালয়ক সৰ্ব্বতোভাৱে দূৰতে পৰিহাৰ কৰাই তেওঁৰ পক্ষে

কৰ্ত্তব্য হ'ব। বিচাৰহীন আচাৰক মানুহ কৰিবৰ ভাৰ যদি বিশ্ববিদ্যালয়ৰ ওপৰত দিয়া হয়, তেন্তে ডাইনীৰ হাতত ল'ৰা সঁপি দিয়া হ'ব।

কিন্তু যিসকলে বিশ্বাস কৰে, হিন্দুত্বৰ ভিতৰত কোনো গতিবিধি নাই, সি স্থাবৰ পদাৰ্থ, বৰ্ত্তমান কালৰ প্ৰবল আঘাতত জানোচা সি লেশমাত্ৰ বিচলিত হয়, জানোচা তাৰ স্থাবৰ ধৰ্ম্মৰ তিলমাত্ৰ বৈলক্ষণ্য হয় এই বাবে তাক আঁটি আঁটি বান্ধি ৰখাই হিন্দু সন্তানৰ সৰ্ব্বশ্ৰেষ্ঠ কৰ্ত্তব্য; তেওঁলোকে মানুহৰ চিত্তক প্ৰাচীৰেৰে বেৰি বন্দীশালত পৰিণত কৰিবৰ প্ৰস্তাৱ নকৰি বিশ্ববিদ্যাৰ বতাহ বলিবৰ নিমিত্তে তাৰ চাৰিফালে ডাঙৰ ডাঙৰ দুৱাৰ কাটিবৰ উদ্যোগ যে কৰিছে, তাক যে ভ্ৰমেক্ৰমে অবিবেচনাবশতঃহে কৰিছে, সি সত্য নহয়। আচল কথা, মানুহে মুখেৰে যি কয়, সিয়েই যে তেওঁৰ সত্য বিশ্বাস, সি সকলো সময়তে নহয়! তেওঁৰ অন্তৰতম সহজ-বোধৰ ভিতৰত অনেক সময়তে এই বাহ্যবিশ্বাসৰ এটা প্ৰতিবাদ সোমাই থাকে। বিশেষতঃ যি সময়ত দেশত প্ৰাচীন সংস্কাৰৰ লগত নতুন উপলব্ধিৰ দ্বন্দ্ব চলিছে, সেই ঋতুপৰিবৰ্ত্তনৰ সন্ধি-কালত আমি মুখেৰে যি কওঁ, তাকেই আমাৰ অন্তৰৰ প্ৰকৃত পৰিচয় বুলি গ্ৰহণ কৰিব নোৱাৰি। ফাগুনমহীয়া মাজে মাজে বসন্তৰ চেহেৰা সলনি হৈ গৈ হঠাৎ উত্তৰপৰা বতাহ ব'বলৈ ধৰে; তেতিয়া পুহ মাহ ঘূৰি আহিল বুলি ভ্ৰম হয়, তথাপি এই কথা ডাঠকৈ ক'ব পাৰি যে উত্তৰৰ বতাহ ফাগুণৰ অন্তৰৰ বতাহ নহয়। আমৰ যে মল ওলাইছে, কিশলয়ত যি চিকণ তৰুণতা দেখা পাইছোঁ, তাতেই ভিতৰৰ সত্য সংবাদটি প্ৰকাশ হৈ পাৰে। আমাৰ দেশতো প্ৰাণৰ বতাহেই বলিছে, এই বতাহ বলিছে বুলিয়েই আমাৰ জড়তা ভাগিছে আৰু টেঁটু ফালি চিঞৰিছোঁ, আমাৰ যি আছে তাক ৰাখিমেই। এই কথা পাহৰি গৈছোঁ যিটো য'ত যেনেকৈ আছে তাক ত'ত তেনেকৈ পেলাই ৰাখিব যদি খোজোঁ, তেনে কোনো চেষ্টা নকৰাই তাৰ উপায়। পথাৰত বন-বাত বেছি কৰিবলৈ কোনোৱে হাল বাই মৈ দিয়াৰ কথা নকয়। চেষ্টা কৰিবলৈ গ'লেই সেই লৰা-চৰা কৰাতেই ক্ষয়ৰ কাৰ্য্য, পৰিবৰ্ত্তনৰ কাৰ্য্য দ্ৰুতবেগে অগ্ৰসৰ হ'বই। নিজৰ ভিতৰত যি সঞ্জীৱনী শক্তি অনুভৱ কৰিছোঁহক, মনতে ভাবিছোঁ, সেই সঞ্জীৱনী শক্তি প্ৰয়োগ কৰিয়ে মৃতকক ৰক্ষা কৰিম। কিন্তু জীৱনীশক্তিৰ ধৰ্ম্মই এই, সি মৃতক প্ৰবল বেগেৰে মাৰে আৰু য'ত জীৱনৰ কোনো আভাস আছে, ত'তে আপোনাক প্ৰয়োগ কৰে। কোনো বস্তুক স্থিৰ

কৰি ৰখা তাৰ কাম নহয় ; যি বস্তু বাঢ়িব পাৰে তাক সি বঢ়াই তোলে, আৰু যায় বঢ়া শেষ হৈছে তাক সি ধ্বংস কৰি অপসাৰিত কৰি পেলায়। একোকেই সি স্থিৰেৰে নাৰাখে। সেয়হে কৈছিলোঁ, আমাৰ ভিতৰত জীৱনীশক্তিৰ আবিৰ্ভাৱ হৈ আমাক নানা চেষ্টাত প্ৰবৃত্ত কৰিছে ; এই কথাই আজিকালিৰ দিনৰ সকলোতকৈ ডাঙৰ সত্য সি মৃত্যুক চিৰস্থায়ী কৰিবৰ পৰীক্ষাত প্ৰবৃত্ত হৈছে, সিয়ে বৰ কথা নহয়, ই তাৰ এক ক্ষণিক লীলা মাথোন।

শ্ৰীযুক্ত গোখলেৰ প্ৰাথমিক শিক্ষাৰ অৱশ্য প্ৰবৰ্ত্তনৰ বিলখন সম্বন্ধে কোনো কোনো শিক্ষিত লোকে এনে কথা কৈছে যে, আধুনিক শিক্ষাই আমাৰতো মূৰ ঘূৰাইছেই, এইবাৰ আকৌ দেশৰ জনসাধাৰণৰ কি বিপদ ঘটায় ? যিসকলে এই কথা কৈছে, তেওঁলোকে নিজৰ ল'ৰাক আধুনিক বিদ্যালয়ত শিক্ষা দিয়াৰ পৰা ক্ষান্ত হোৱা নাই। এনেকুৱা অদ্ভুত আত্মবিৰোধ কিয় দেখা পাওঁ ? ইযে কপটাচাৰ, সি নহয়। ই আন একো নহয় ; অন্তৰলৈ নৱ-বিশ্বাসৰ বসন্ত আহিছে, মুখত পুৰাতন সংস্কাৰৰ বতাহ মাৰ যোৱা নাই। সেই হেতুকে আমি যি কৰিবলগীয়া তাক কৰিবলৈ ধৰিছোঁ, অথচ কৈছোঁ আন একালৰ কথা। আধুনিক শিক্ষাই যি চঞ্চলতা আনিছে, সেই চঞ্চলতা সত্ত্বেও তাৰ মংগলক আমি মনৰ মাজত উপলব্ধি কৰিছোঁ। তাত যি বিপদ আছে, তাকো আমি স্বীকাৰ কৰি লৈছোঁ। নিৰাপদ মৃত্যুক আৰু আমি বৰণ কৰিবলৈ ৰাজী নহয় ; সেইবাবে জীৱনৰ সমস্ত দায়িত্ব, সমস্ত কণ্টকো মূৰত লৈ ল'বৰ কাৰণে আজি আমি বীৰৰ দৰে প্ৰস্তুত হৈছো। জানো, ওলট-পালট হ'ব ; জানো বিস্তৰ ভুল কৰিম ; জানো, কোনো পুৰাতন ব্যৱস্থাক লৰাবলৈ গ'লেই পোনতে বহুত দিন বিশৃংখলতাৰ নানা দুখ ভোগ কৰিব লাগে, বহুত-দিনীয়া সাঁচতীয়া ধূলিৰ হাতৰ পৰা ঘৰখন মুকলি কৰিবলৈ শোটা-বাঢ়নী লগাবলৈ গ'লেই পোনতে সেই ধূলিৰপৰা বৰ বেছিকৈ কষ্ট পাব লাগে। এই সমস্ত অসুবিধা আৰু দুখ-বিপদৰ আশংকাৰ কথা নিশ্চয় জানো ; তথাপি আমাৰ অন্তৰৰ ভিতৰৰ নতুন প্ৰাণৰ আবেগে আমাকতো ঠিৰেৰে থাকিবলৈ দিয়া নাই! আমি জীয়াই থাকিম, আমি অচল হৈ পৰি নাথাকোঁ,—এই ভিতৰৰ কথাটোৱেই আমাৰ মুখৰ সমস্ত কথাকে বাৰম্বাৰ সবেগে হেঁচি ধৰিছে।

জাগৰণৰ প্ৰথম মুহূৰ্ত্তত আমি নিজকে অনুভৱ কৰোঁ, পিছ মুহূৰ্ত্তে চাৰিফালৰ সমস্তকে অনুভৱ কৰোঁ। আমাৰ জাতীয় উদ্বোধনৰ প্ৰথম আৰম্ভতে

আমি যদি নিজৰ পাৰ্থক্যক প্ৰৱলভাৱে উপলব্ধি কৰিব পাৰোঁ, তেন্তে ভয়ৰ কাৰণ নাই, সেই জাগৰণেই চাৰিফালৰ বৃহৎ উপলব্ধিকো উন্মেষিত কৰি তুলিব। আমি নিজকে পোৱাৰ লগে লগেই সমস্তকে পোৱাৰ আকাংক্ষা কৰিম।

আজি সমস্ত পৃথিৱীতে যেনেকৈ এফালে দেখা পাইছোঁ, প্ৰত্যেক জাতিয়েই নিজৰ স্বাতন্ত্ৰ্য ৰক্ষাৰ কাৰণে প্ৰাণ পণ কৰিছে, কোনো মতেই অন্য জাতিৰ লগত বিলীন হ'ব খোজা নাই, তেনেকৈয়ে দেখা পাইছোঁ, প্ৰত্যেক জাতিয়েই বৃহৎ মানৱ সমাজৰ লগত নিজৰ সংযোগ অনুভৱ কৰিছে। সেই অনুভূতিৰ বলত সকলো জাতিয়েই আজি নিজৰ সেই সকলো বিকট বিশেষত্ব বিসৰ্জ্জন দিছে—যিবোৰ অসংগত অদভুতৰূপে তাৰ একান্ত নিজৰ, যিবোৰে সমস্ত মানুহৰ বুদ্ধি, ৰুচি, আৰু ধৰ্ম্মক আঘাত কৰে, যিবোৰ কাৰাগাৰৰ প্ৰাচীৰৰ দৰে, বিশ্বৰ পিনে যিবোৰৰ বাহিৰ হ'বৰ বা প্ৰৱেশ কৰিবৰ কোনো প্ৰকাৰ বাটেই নাই। আজি প্ৰত্যেক জাতিয়ে তাৰ নিজৰ সমস্ত সম্পদ বিশ্বৰ হাটত যাচি বেচিবৰ বাবে আনিছে। তাৰ নিজত্বক কেৱল তাৰ নিজৰ ওচৰত চকু মুদি ডাঙৰ কৰি তুলি তাৰ কোনো তৃপ্তি নাই, তাৰ নিজত্বক কেৱল নিজৰ ঘৰত ঢোল পিটি ঘোষণা কৰি তাৰ কোনো গৌৰৱ নাই। তাৰ নিজত্বক সমস্ত জগতৰ অলংকাৰ কৰি তুলিব—তাৰ অন্তৰত এই প্ৰেৰণা হৈছে। আজি যেনে দিন আহিছে, আমি আৰু কোনোৰে গ্ৰাম্যতাকে জাতীয়তা বুলি অহংকাৰ কৰিব নোৱাৰিম। আমাৰ যিবিলাক আচাৰ-ব্যৱহাৰ, সংস্কাৰে আমাক ক্ষুদ্ৰ কৰি পৃথক কৰিছে, সিবোৰ থকাত আমাৰ কাৰণে সকলো ফালে কেৱল বাধাহে বাঢ়িব লাগিছে,—ভ্ৰমণত বাধা, গ্ৰহণত বাধা, দানত বাধা, চিন্তাত বাধা, কৰ্ম্মত বাধা,—সেই সমস্ত কৃত্ৰিম বিঘিনি-ব্যাঘাতক দূৰ কৰিবই লাগিব ; নহ'লে মানৱৰ ৰাজধানীত আমাৰ লাঞ্ছনাৰ সীমা নাথাকিব। এই কথা আমি মুখেৰে স্বীকাৰ কৰোঁ বা নকৰোঁ, অন্তৰি কিন্তু তাক বুজি উঠিছোঁ। আমাৰ সেই বস্তুকেই আমি নানা উপায়ে বিচাৰি ফুৰিছোঁ যিটো বিশ্বৰ আদৰৰ ধন, যিটো কেৱল মাথোন ঘৰতে কৰা আচাৰ-অনুষ্ঠান নহয়। সেইটোকেই লাভ কৰিলেই আমি যথাৰ্থ ভাৱে ৰক্ষা পাম ; কাৰণ, তেতিয়া সমস্ত জগতে নিজৰ গৰজত আমাক ৰক্ষা কৰিব। এই ইচ্ছা আমাৰ অন্তৰৰ ভিতৰত জাগি উঠিছে বুলিয়েই আমি আৰু এচুকত বহি থাকিব নোৱাৰা হৈছোঁ। আজি আমি যিবোৰ প্ৰতিষ্ঠানৰ ভেটি পাতিছোঁ, তাৰ মাজত একেলগে আমাৰ স্বাতন্ত্ৰ্য

বোধ আৰু বিশ্ববোধ দুইটাই প্ৰকাশ পাইছে। নহ'লে পঞ্চাশ বছৰৰ পূৰ্ব্বে হিন্দু বিশ্ববিদ্যালয়ৰ কল্পনাও আমাৰ ওচৰত নিতান্ত অদ্ভুত যেন বোধ হ'লহেঁতেন। এতিয়াও এদল মানুহ আছে যাৰ ওচৰত ইয়াৰ অসংগতি কষ্ট-দায়ক যেন লাগে। তেওঁলোকে এই ভাবি গৌৰৱ কৰে যে হিন্দু আৰু বিশ্বৰ মাজত বিৰোধ আছে, সেয়েহে হিন্দুৱে নানা প্ৰকাৰে সকলো কালৰ বিপদৰ দুৱাৰ বন্ধ কৰি দিনে-নিশাই বিশ্বৰ সংশ্ৰৱ ৰাখিবলৈ বিচাৰে। গতিকে হিন্দু টোল হ'ব পাৰে, হিন্দু চতুষ্পাঠী হ'ব পাৰে, কিন্তু হিন্দু বিশ্ববিদ্যালয় হ'ব নোৱাৰে, সি শিয়ালৰ শিং। কিন্তু এই দলটো যে মাথোন কমি আহিছে, সেয়ে নহয়, তেঁওলোকৰ নিজৰ ঘৰৰ আচৰণ দেখিলে বুজা যায়, তেঁওলোকে যিকথা বিশ্বাস কৰিছে বুলি বিশ্বাস কৰে, গভীৰ ভাৱে, আন কি, নিজৰ অগোচৰত তাক বিশ্বাস নকৰে।

যেনেকৈয়ে হওক আমাৰ দেশৰ মৰ্ম্মাধিষ্ঠাত্ৰী দেৱতাক আমি চিৰকাল মন্দিৰৰ অন্ধকাৰ বুকুত বহুৱাই ৰাখিব নোৱাৰোঁ। আজি ৰথ-যাত্ৰাৰ দিন আহিছে ; বিশ্বৰ ৰাজ আলিলৈ, মানুহৰ সুখ দুখ আৰু আদান-প্ৰদানৰ পোহাৰলৈ তেওঁ ওলাই আহিছে। আজি আমি তেঁওৰ ৰথ নিজৰ সাধ্যা-নুসৰি যিয়ে যেনেকৈয়ে তৈয়াৰ নকৰোঁ,—কোনোৱে বা সৰহ দামৰ সঁজুলি লগায়, কোনোৱে বা অলপ দামৰ,—চলোঁতে চলোঁতে কাৰোবাৰ ৰথ বাটতে ভাগি পৰে, কাৰোবাৰ বছৰৰ পিছত বছৰ ধৰি ঠিক থাকে,—কিন্তু আচল কথাটো হ'ল এই যে শুভ লগ্নত ৰথ-যাত্ৰাৰ সময় আহিছে। কোনখন ৰথ কোন খিনি পৰ্য্যন্ত যাব, সেইটো আগৰে পৰা হিচাপ কৰি ক'ব নোৱাৰোঁ; কিন্তু আমাৰ শুভ দিন আহিছে ; আমাৰ সকলোতকৈ যিটো মূল্যবান পদাৰ্থ তাক আজি আমি পুৰোহিতৰ বিধি-নিষেধৰ আঁৰত ধূপ-দীপৰ ধূঁৱলি-কুঁৱলীৰ মাজত লুকাই ৰাখিব নোৱাৰোঁ ; আজি বিশ্বৰ আলোকত আমাৰ যিজন বৰেণ্য, তেওঁ বিশ্বৰ বৰেণ্য-ৰূপে সকলোৰে গোচৰ হ'ব। তাৰেই এখন ৰথ নিৰ্ম্মাণ কৰাৰ কথা আজি আলোচনা কৰিছোঁ। ইয়াৰ পৰিণাম কি, তাক নিশ্চয় নাজানোঁ ; কিন্তু ইয়াৰ মাজত সকলোতকৈ আনন্দৰ কথা এই যে, এই ৰথ বিশ্বৰ ৰাজআলিত চলিছে, প্ৰকাশৰ পথলৈ ওলাই আহিছে ; সেই আনন্দৰ আৱেগতে আমি সকলো মিলি জয়ধ্বনি কৰি তাৰ জৰী টানিবলৈ ঢাপলি মেলিছোঁ।

কিন্তু আমি ভালকৈয়ে দেখা পাইছোঁ, যিসকল কামৰ মানুহ, সিসকল এই সমস্ত ভাৱৰ কথাত বিৰক্ত হৈ উঠিছে। সিসকলে কৈছে, হিন্দু বিশ্ববিদ্যালয় নাম ধৰি যি বস্তুটো তৈয়াৰ হৈ উঠিছে, কামৰ ফালৰপৰা তাক বিচাৰ কৰি চোৱাঁ। হিন্দু নাম দিলেই হিন্দুত্বৰ গৌৰৱ নহয়, আৰু বিশ্ববিদ্যালয় নামটোতে চাৰিওফালে বিশ্ববিদ্যাৰ উহঁ মুকলি নহয়। বিদ্যাৰ চেকুৰটো এতিয়াই আমাৰ যিটো আছে, তেতিয়াও তাতকৈ বেছি দূৰলৈকে হ'ব, এই পৰ্য্যন্ত তাৰতো কোনো প্ৰমাণ দেখা পোৱা নাই ; ইয়াৰ পিছতো কমিটি আৰু নিয়মাৱলীৰ পকা কৰা মজিয়াৰ কোনটো ফাট-ফুটাৰপৰা যে হিন্দুৰ হিন্দুত্ব শতদল বিকশিত হৈ উঠিব, তাকো অনুমান কৰা টান।

এই সম্বন্ধে মোৰ বক্তব্য এই যে, কুমাৰে মূৰ্ত্তি গঢ়াৰ আৰম্ভতে বোকা লৈ ঘূৰণীয়া এচটা সাজে, সেইচটা দেখিয়ে মূৰে কপালে হাত দি বহিলে নচলিব। একেবাৰেই এক মুহূৰ্ত্ততে আমি বিচৰামতে একো নহয়। এই কথা বিশেষকৈ মনত ৰখা দৰকাৰ যে, আমাৰ মনে বিচৰা দৰে যে একো নহয়, তাৰ প্ৰধান দোষ মনৰে, উপকৰণৰ নহয়। যি অক্ষম, সি মনতে ভাবে, সুযোগ পোৱা নাই বুলিয়েই সি অক্ষম। কিন্তু বাহিৰৰ সুযোগ যেতিয়া ওলায়, তেতিয়া সি দেখিবলৈ পায়, পূৰ্ণ শক্তিৰে ইচ্ছা কৰিব নোৱাৰা কাৰণেহে সি অক্ষম। যাৰ ইচ্ছাৰ বল আছে, সি অলপমান এটি সূত্ৰ পালেই নিজৰ ইচ্ছাক সাৰ্থক কৰি তোলে। আমাৰ হতভাগীয়া দেশতেহে আমি প্ৰতিদিনে এই কথা শুনিবলৈ পাওঁ, এই ঠাইত মোৰ মতৰ লগত নিমিলিল গতিকে এইটো এৰি দিম, এইখিনিত মোৰ মনেৰে মিলা নাই গতিকে ইয়াৰ লগত কোনো সম্বন্ধ নাৰাখোঁ। বিধাতাৰ আদৰুৱা ল'ৰা হৈ আমি একেবাৰেই যোল অনা সুবিধা আৰু ৰেখাই ৰেখাই মনৰ মিল দাবী কৰোঁ ; তাৰ অলপমান হেৰফেৰ হ'লেই অভিমানৰ অন্ত নাথাকে। ইচ্ছাশক্তি যাৰ দুৰ্ব্বল আৰু সংকল্প যাৰ অপৰিস্ফুট তাৰে দুৰ্দ্দশা যেতিয়া যিকণ সুযোগ পাওঁ, তাকেই ইচ্ছাৰ বলত সম্পূৰ্ণ কৰিম, নিজৰ মন দি মনেৰে মিলাই ল'ম, এদিনত নহয় বহুত দিনে, অকলে নহ'লে দল বান্ধি, জীৱনত নহ'লেও জীৱনৰ অন্তত,—এই কথা ক'বৰ শক্তি নাই বুলিয়েই আমি সকলো উদ্‌যোগৰ আৰম্ভতে কেৱল ভোৰ ভোৰাবলৈ ধৰোঁ, নিজৰ অন্তৰৰ দুৰ্ব্বলতাৰ পাপক লোকৰ গাত জাপি দি দূৰতে থিয় হৈ বৰ এক শ্ৰেষ্ঠতাৰ বৰাই কৰোঁ। যিকণ পাইছো সেয়েই যথেষ্ট, বাকী

সকলোৱেই মোৰ নিজৰ হাতত,—এয়ে পুৰুষৰ কথা। যদি ইয়াকে নিশ্চয় কৰি জানোঁ যে মোৰ মতেই সত্য মত, তেনে সেই মত গুৰুৰিতেই গ্ৰাহ্য হোৱা নাই বুলি তেতিয়াই ৰোহঘৰলৈ গৈ দুৱাৰত দাং লগাই নিদিওঁ সেই মতকেই জয়ী কৰি তুলিমেই বুলি কঁকালত টঙালি বান্ধি লাগি যাব লাগিব। এই কথা নিশ্চয় সত্য, কোনো বিশেষ প্ৰতিষ্ঠানৰ দ্বাৰা আমি পৰমাৰ্থ লাভ কৰিব নোৱাৰিম, কিয়নো কলত মানুহ তৈয়াৰ নহয়। আমাৰ ভিতৰত যদি মনুষ্যত্ব থাকে, তেহে প্ৰতিষ্ঠানৰ সহায়ত আমাৰ মনোৰথ সিদ্ধি হ'ব। হিন্দুৰ হিন্দুত্ব যদি আমি স্পষ্টকৈ নুবুজোঁ, তেনেহলে হিন্দু বিশ্ববিদ্যালয় হলেই বুজিব, সি নহয়; যদি স্পষ্টকৈ বুজোঁ, তেনে বাহিৰত তাৰ প্ৰতিকূলতা যিমান প্ৰবল হওক লাগিলে, সমস্ত ভেদ কৰি আমাৰ সেই উপলব্ধিয়ে আমাৰ কামৰ মাজত আকাৰ ধাৰণ কৰিবই। এই বাবেই হিন্দু বিশ্ববিদ্যালয় কি ভাৱে আৰম্ভ হৈছে, কেনেকৈ দেহ ধাৰণ কৰিছে, সেই সম্বন্ধে মনতে কোনো প্ৰকাৰ সংশয় ৰাখিব নোখোজোঁ। সংশয় যদি থাকে, তেন্তে সি যেন নিজৰ সম্বন্ধেই থাকে; সাবধান যদি হ'ব লাগে, তেন্তে নিজৰ অন্তৰৰ ফালেই হ'ব লাগিব। কিন্তু মোৰ মনত কোনো দ্বিধা নাই। কিয়নো আলাউদ্দিনৰ চাকি পাইছোঁ বুলি মই উল্লাস কৰা নাই আৰু ৰাতিটোৰ ভিতৰতে বৰ এটা ফল লাভ কৰিম বুলিও আশা কৰা নাই। মই দেখা পাইছোঁ, আমাৰ চিত্ত জাগ্ৰত হৈছে। মানুহৰ সেই চিত্তক মই বিশ্বাস কৰোঁ, সি ভুল কৰিলেও নিৰ্ভুল যন্ত্ৰতকৈও তাক বেছি শ্ৰদ্ধা কৰোঁ। আমাৰ সেই জাগ্ৰত চিত্ত যি কোনো কামত প্ৰবৃত্ত হ'ল সেয়ে আমাৰ যথাৰ্থ কাম; চিত্তৰ বিকাশ যিমানে পূৰ্ণ হ'বলৈ ধৰিব, কামৰ বিকাশো সিমানেই সত্য হৈ উঠিব। সেই সমস্ত কামেই আমাৰ জীৱনৰ সংগী, আমাৰ জীৱনৰ লগে লগে সিহঁত বাঢ়ি যাব, সিহঁতৰ সংশোধন হব, সিহঁতৰ বিস্তাৰ হ'ব; বাধাৰ ভিতৰেদিয়েই সিহঁত প্ৰবল হ'ব, সংকোচৰ ভিতৰেদিয়েই সিহঁত পৰিস্ফূৰ্ত্ত হ'ব আৰু ভ্ৰমৰ ভিতৰেদিয়েই সত্যৰ মাজেদি সাৰ্থক হৈ উঠিব।

# কৰ্ত্তাৰ ইচ্ছাত কৰ্ম্ম

ডাবৰীয়া বতৰত অলপ বৰষুণ দিলে কি নিদিলে, আমাৰ গলি টৌৱাই ঘাই আলিটোলৈকে বানপানী হ'ল, বাটৰুৱাৰ জোতাযোৰ ছাতিৰ দৰেই শিৰোধাৰ্য্য হল, আৰু অন্ততঃ এই গলি-চৰ জীৱসকল যে উভচৰ জীৱতকৈ জীৱনযাত্ৰাত যোগ্যতৰ নহয় এইকথা সৰুৰে পৰা আমাৰ বাৰান্দাৰপৰা বছৰি লক্ষ্য কৰি কৰি মোৰ মূৰৰ চুলি পকিল।

ইতিমধ্যে প্ৰায় ষাঠি বছৰ পাৰ হৈ গ'ল। তেতিয়া বাষ্প আছিল যন্ত্ৰযুগৰ প্ৰধান বাহন, এতিয়া বিদ্যুতে তাক কেৰাহিকৈ চাই হাঁহিবলৈ আৰম্ভ কৰিছে; তেতিয়া পৰমাণুতত্ত্ব পাইছিল গৈ অদৃশ্যত, এতিয়া সি অভাব্য হৈ উঠিল; সিপিনে মৰিবলৈ ওলোৱা পৰুৱাৰ দৰে মানুহে আকাশলৈ পাখি মেলিছে, এদিন এই আকাশৰো ভগোৱা ভাগি লৈ ভাগীসকলৰ মাজত মকদ্দমা চলিব বুলি এটর্নিয়ে দিন লেখিছে; চীন দেশৰ মানুহে একে ৰাতিয়ে তেওঁলোকৰ সাতামপুৰুষীয়া টিকনি কাটি মুকলি কৰিলে, আৰু জাপানে কাল সাগৰত এনে এটা বিপৰ্য্যয়ৰ জাঁপ দিলে যে পঞ্চাশ বছৰতে পাঁচ-শ বছৰ পাৰ হৈ গ'ল কিন্তু বাৰিষাৰ জলৰাশি সম্বন্ধে আমাৰ আলিবাটৰ আতিথেয়তা যেনে আছিল তেনেই আছে। যেতিয়া কংগ্ৰেছৰ ক-টোৰো ভেটি স্থাপন হোৱা নাছিল তেতিয়াও এই বাটৰ জীয়াৰী-বোৱাৰীয়ে গাইছিল—

কতকাল পরে পদচারি করে
দুখসাগর সাঁতরে পার হবে?

আৰু আজি যেতিয়া হোমৰুলৰ পকা ফলটো আমাৰ মুখত ওচৰতে ওলমি পৰিল তেতিয়াও সেই একেই গীত—মেঘমল্লাৰ-ৰাগেন, যতিতালাভ্যাং।

সৰুৰেপৰা কাণ্ডটো দেখি আহিছোঁ কাৰণে ঘটনাটো মোৰ বাবে অভাৱনীয় নহয়। যিটো অভাৱনীয় নহয় সেইটো লৈ কোনেও ভাৱনা নকৰে। আমিও ভাৱনা কৰা নাই, সহ্যই কৰি আহিছোঁ। কিন্তু চিৰিঠত যি কথা এনেয়ে চকুত নপৰাকৈ যায় তাৰ তলত আঁচ মাৰি দিলে যেনেকৈ বিশেষভাৱে মনত লাগে, আমাৰ আলিবাটৰ জলাশয়তাৰ তলত তেনেকৈ যুৰীয়া লাইন কটা দেখি অকল মনৰ ভিতৰতে নহয়, আমাৰ গাড়ীৰ চকাতো ঘনে ঘনে চমক লাগিল; বৰ্ষাও

নামিল, ট্ৰামলাইনৰ মেৰামতিও আৰম্ভ। যাৰ আৰম্ভ আছে তাৰ শেষো আছে বুলি ন্যায়শাস্ত্ৰই কয়, কিন্তু ট্ৰামৱালাসকলৰ অন্যায়শাস্ত্ৰত মেৰামতিৰ আৰু শেষ দেখা নাযায়। সেয়ে এইবাৰ লাইন কটাৰ সহযোগত যেতিয়া চিৎপুৰ ৰোডত জলস্ৰোতৰ লগত জনস্ৰোতৰ দ্বন্দ্ব দেখি দেহ-মন আৰ্দ্ৰ হবলৈ ধৰিলে তেতিয়া বহুদিনৰ পিছত গভীৰ ভাৱে ভাবিবলৈ ধৰিলোঁ, সহ্য কৰোঁ কিয় ?

সহ্য নকৰিলে যে হয় আৰু নকৰিলেই যে ভালদৰে হয় চৌৰংগি অঞ্চলত খোজদিলেই সেইটো বুজা যায়। একেই চহৰ, একেই মিউনিচিপালিটী, পাৰ্থক্য মাত্ৰ এয়ে যে আমাৰ সহ্য হয় তেওঁলোকৰ নহয়। যদি চৌৰংগি পথৰ পোন্ধৰ অনাৰ ভাগ ট্ৰামৰে থাকিলহেঁতেন, আৰু বাটটো খান্দি-কুৰি লাইনৰ মেৰামতি এনে সুমধুৰ গজগমনত চলিলহেঁতেন তেন্তে ট্ৰাম কোম্পানীৰ দিনত আহাৰ, ৰাতি টোপনি নাইকিয়া হ'লহেঁতেন।

আমাৰ নিৰীহ ভাল মানুহজনে কয়, "সেইটো কি কথা! আমাৰ অলপ অসুবিধা হব বুলিয়েই জানো ট্ৰামৰ বাটৰ মেৰামতি নহব ?

"হব নিশ্চয়! কিন্তু এনে আচৰিত সুস্থ মগজুৰে আৰু ইমান দীৰ্ঘম্যাদী ভাৱে নহয়।"

নিৰীহ মানুহজনে কয়, "সি জানো সম্ভৱ ?"

যি হৈছে তাতকৈ বেছি ভাল হব পাৰে, এই আশা ভাল মানুহৰ নাই কাৰণেই অহৰহ চকুৰ লোতকত তেওঁলোকৰ হিয়া উটি যায় আৰু তেওঁ-লোকৰ বাট-পথৰো সেই দশা। এনেকৈয়ে দুখক আমি সৰ্ব্বাংগত সানি লওঁ আৰু ফুটা পিপাৰ আলকতৰাৰ দৰে তাক দেশৰ চাৰিওফালে বিয়পি যাবলৈ দিওঁ।

কথাটো শুনাত সৰু, কিন্তু আচলতে সৰু নহয়। কৰবাত আমাৰ কিবা কৰ্ত্তৃত্ব আছে, এইকথা সম্পূৰ্ণকৈ আমি কোনোমতেই বুজিব নোৱাৰিলোঁ। কিতাপত পঢ়িছোঁ, কাঁচৰ টবৰ মাজত মাছ আছিল ; সি বহুবাৰ মূৰ আফালি শেষত বুজিলে যে সেই কাঁচ পানী নহয়। তাৰ পিচত সি ডাঙৰ পুখুৰীত মুক্তি পালে, কিন্তু তথাপি তাৰ বুজিবৰ শক্তি নহ'ল যে পানীখিনি কাঁচ নহয় ; সেইবাবে সি অকমান ঠাইতে ঘূৰিবলৈ ধৰিলে। সেই মূৰ আফালাৰ ভয়টো আমাৰ হাড়ে হিমজুৰে লগা, গতিকে য'ত সাঁতুৰিব পাৰি তাতো আমি

সাঁতুৰিব নোখোজোঁ। অভিমন্যুৱে মাকৰ গৰ্ভতে বেহুত প্ৰৱেশ কৰাৰ বিদ্যাটো শিকিলে, ওলাই অহাৰ বিদ্যা কিন্তু নিশিকিলে, গতিকে তেওঁ সৰ্ব্বাংগত সপ্তৰথীৰ আঘাত পালে। আমি ওপজাৰ আগৰে পৰা বান্ধ খোৱাৰ বিদ্যাটোকে শিকিলোঁ, গাঁথি মোকলোৱাৰ বিদ্যা নিশিকিলোঁ; তাৰ পিছত জন্মৰ পিছতে বুদ্ধি হবলৈ ধৰাত জগতত যত যিমান ৰক্ষী আছে, আন-কি পদাতিক পৰ্য্যন্ত সকলোৰে দ্বাৰা প্ৰহৃত হবলৈ ধৰিলোঁ। মানুহ, পুথি, ইংগিত, গণ্ডিক বিনাবাক্যে পুৰুষে মানি চলাত আমি ইমানেই অভ্যস্ত যে জগতৰ ক'ৰবাত যে আমাৰ কৰ্ত্তৃত্ব আছে তাক চকুৰ আগত সোঁশৰীৰে উপস্থিত হলেও কোনো মতেই ঠাৱৰ কৰিব নোৱাৰোঁ, আনকি বিলাতী চশমা পিন্ধি ললেও নোৱাৰোঁ।

মানুহৰ কাৰণে আটাইতকৈ ডাঙৰ কথা এয়ে কৰ্ত্তৃত্বৰ অধিকাৰেই মনুষ্যত্বৰ অধিকাৰ। নানা মন্ত্ৰ, নানা শ্লোক, নানা বিধি-বিধানত এই কথাটো যি দেশত তল পৰিল, বিচাৰত জানোচা সামান্য ভুল হয় এই বাবে যি দেশত মানুহে আচাৰেৰে নিজক কটকটীয়াকৈ বান্ধে, বাট বুলোঁতে জানোচা দুখ পায়গৈ সেই বাবেই নিজৰ পথ নিজেই ভাঙি দিয়ে, সেই দেশত ধৰ্ম্মৰ অজুহাত দেখুৱাই মানুহক নিজৰ ওপৰত অপৰিসীম অশ্ৰদ্ধা কৰিবলৈ শিকোৱা হয় আৰু সেই দেশত দাস তৈয়াৰ কৰিবলৈ আটাইতকৈ ডাঙৰ কাৰখানা খোলা হয়।

আমাৰ ৰাজপুৰুষসকলেও শাস্ত্ৰীয় গাম্ভীৰ্য্যৰে সৈতে কৈয়ে থাকে, "তোমালোকে ভুল কৰিবা তোমালোকে নোৱাৰিবা, গতিকে তোমালোকৰ হাতত কৰ্ত্তৃত্ব দিয়া নহব।"

আন যি কি নহওক, মনু পৰাশৰৰ এই সুৰটো ইংৰাজী কণ্ঠত বৰ বেয়া শুনি, গতিকে আমি তেওঁলোকক যি উত্তৰ দিওঁ সেইটো তেওঁলোকৰে সহজ সুৰৰ কথা। আমি কওঁ ভুল কৰাটো সিমান সৰ্ব্বনশীয়া নহয়, যিমান সৰ্ব্বনশীয়া স্বাধীন কৰ্ত্তৃত্ব নোপোৱাটো। ভুল কৰাৰ স্বাধীনতা থাকিলেহে সত্যক পোৱাৰ স্বাধীনতা থাকে। নিখুঁত, নিভুল হোৱাৰ আশাও যদি নিৰংকুশ, নিৰ্জীৱ হব লগা হয় তেন্তে তাতকৈ জানিবা ভুলকেই কৰিলোঁ।

আমাৰ কবলগীয়া কথা আৰু আছে। কৰ্ত্তৃপক্ষক এই কথাও সোঁৱৰাই দিব পাৰোঁ যে আজি তোমালোকে আত্মকৰ্ত্তৃত্বৰ মটৰ গাড়ী চলাইছা, কিন্তু

এদিন ৰাতি যেতিয়া গৰুৰ গাড়ীৰে যাত্ৰা আৰম্ভ হৈছিল তেতিয়া খাল-ডোঙৰ মাজেদি চকা দুটাৰ আৰ্ত্তনাদ ঠিক জয় ধ্বনিৰ দৰে শুনা নগৈছিল। পাৰ্লামেণ্টে সদায়েই সোঁৱে বাঁৱে জোঁকাৰ খাই এটাৰ পিছত আন এটা প্ৰমাণৰ লাইন কটি কাটি আহিছে, পোনচাটেই ষ্টীম ৰোলাৰ টনা পকী আলি পোৱা নাই। কত ভেঁটী দিয়া-দি হতাহতি, দলাদলি, অবিচাৰ আৰু অব্যৱস্থাৰ মাজেদি সি হেলাই-হেঁপাই আহিছে। কেতিয়াবা ৰজা, কেতিয়াবা গীৰ্জা, কেতিয়াবা জমিদাৰ, কেতিয়াবা আকৌ মদ বেপাৰীৰো স্বাৰ্থ সোমাই থাকে। এনে এটা সময় আছিল যেতিয়া জৰিমনা আৰু শাসনৰ ভয়তে সদস্য সকল পাৰ্লামেণ্টত উপস্থিত হৈছিল। আৰু যদি দোষৰ কথা কোৱাঁ, কেতিয়া-বাই সেই আয়াৰ্লেণ্ড আমেৰিকাৰ সম্বন্ধৰেপৰা আৰম্ভ কৰি আজিৰ দিনত বোৱাৰ যুদ্ধ আৰু ডাৰ্ডানেলিচ, মেছপটেমিয়ালৈকে দোষৰ দীঘল তালিকা দিব পৰা যায়, ভাৰত বিভাগৰ তালিকা খনো বৰ সৰু নহয়—সেই কথাৰপৰা লাভ নাই। আমেৰিকাৰ ৰাষ্ট্ৰতন্ত্ৰও কুবেৰ দেৱতাৰ চৰসকলে যিবিলাক কু-কীৰ্ত্তি কৰে সেইবিলাক সামান্য নহয়। ড্ৰেফুচৰ নিৰ্য্যাতন উপলক্ষ্যে ফ্ৰান্সৰ ৰাষ্ট্ৰতন্ত্ৰত সৈনিক প্ৰাধান্যৰ যি অন্যায় প্ৰকাশ পাইছিল তাত ৰিপুৰ অন্ধশক্তিৰেই হাত দেখা যায়। এই বিলাক সত্ত্বেও আজিৰ দিনত কাৰো মনত সন্দেহ অলপো নাই যে আত্মকৰ্ত্তৃত্বৰ চিৰসচলতাৰ বেগতে মানুহে ভুলৰ মাজে দিয়েই ভুলৰ হাত সাৰে, অন্যায়ৰ গাঁতত হাড় মূৰ ভাঙি পৰি গৈও হেঁচা ঠেলা কৰি ওপৰলৈ উঠে। এই কাৰণে মানুহক পাচ মুখীয়াকৈ বান্ধি মুখত পায়স তুলি দিয়াত কৈ তাক স্বাধীনভাৱে ভাত মুঠি মোকলোৱাৰ চেষ্টাত লঘোণে থাকিবলৈ দিয়াই ভাল।

তাতোকৈ ডাঙৰ কথা এটা আমাৰ কবলগা আছে,—সেইটো এয়ে যে ৰাষ্ট্ৰীয় আত্মকৰ্ত্তৃত্বও অকল যে সুব্যৱস্থা বা দায়িত্ববোধ জন্মে সেইটো নহয়, মানুহৰ মনৰ আয়তনো বাঢ়ে। কেৱল গাৱঁলীয়া সমাজত বা সৰু সৰু সামাজিক শ্ৰেণীবিভাগত যিসকলৰ মন আবদ্ধ, তেওঁলোকে ৰাষ্ট্ৰীয় কৰ্ত্তৃত্বৰ অধিকাৰ পালেহে মানুহক বহল পৰিধিৰ মাজত চাবলৈ সুযোগ পায়। সেই সুযোগ অবিহনে মানুহ হিচাপে মানুহ সৰু হৈ থাকে। এই অৱস্থাত সি যেতিয়া মনুষ্যত্বৰ বৃহৎ ভূমিকাৰ ওপৰত নিজৰ জীৱনক বিয়পাই নেচায় তেতিয়া তাৰ চিন্তা, তাৰ শক্তি, তাৰ আশা-ভৰসা সকলো খিনি সৰু হৈ যায়।

যায়। মানুহৰ আত্মাৰ এই খৰ্ব্বতা তাৰ প্ৰাণনাশতকৈ বহু বেছি ডাঙৰ অমংগল।

"ভূমৈব সুখং নাল্পে সুখমস্তি"। গতিকে ভুল ভ্ৰান্তিৰ সকলো আশংকা মানি লৈও আমাক আত্মকৰ্ত্তৃত্ব লাগে। আমি পৰি পৰিও গৈ থাকিম— তোমাক অনুৰোধ, আমাৰ এই পৰাৰ পিনেই চাই আমাৰ যোৱাৰ বাটত বাধা নিদিবা।

এই উত্তৰেই সত্য উত্তৰ। যদি আঁকোৰগোজ হৈ কোনোবা মানুহে এই উত্তৰ দি কৰ্ত্তৃপক্ষক বিৰক্ত কৰি তোলে তেন্তে সেই ফালৰপৰা ইন্‌টাৰ্ণ‍্ড্ হব পাৰে, কিন্তু এই ফালৰ পৰা বাঃ বাঃ পায়। অথচ ঠিক এই উত্তৰটোকে যদি আমাৰ সমাজনেতাসকলৰ ওচৰত দাখিল কৰোঁ, যদি কওঁ, "তোমালোকে কোৱাঁ, যুগটো কলি, আমাৰ বুদ্ধি কম, স্বাধীন বিচাৰত আমাৰ ভুল হয়, স্বধীন ব্যৱহাৰত আমি অপৰাধ কৰোঁ, গতিকে মগজুটোক অগ্ৰাহ্য কৰি পুথিখনকে শিৰোধাৰ্য্য কৰিবলৈকে আমাৰ নতশিৰটো সাজু, কিন্তু ইমান ডাভৰ অপমানৰ কথা নামানোঁ," তেন্তে চণ্ডীমণ্ডপৰ চকু ৰঙা হৈ উঠে আৰু সমাজনেতাই তেতিয়াই ইন্‌টাৰ্নমেণ্টৰ আদেশ জাৰি কৰে। যিসকলে পলিটিকেল আকাশত উৰিবলৈ ডেউকাৰ কোব মাৰে তেওঁলোকেই সামাজিক ভাৰে ভৰি দুটা টান শিকলিৰে বান্ধি থয়।

আচল কথা, নাওখন সোঁফালে চলাবলৈ যি পাট ব'ঠা, বাঁও ফালে চলাবলৈও সেইপাটেই ব'ঠা। এটা মূল কথা আছে, সেইটোক আয়ত্ত কৰিব পাৰিলে সমাজতো মানুহ সত্য হয়, ৰাষ্ট্ৰৰ ক্ষেত্ৰতো মানুহ সত্য হয়। সেই মূল কথাৰ ধাৰণা লৈয়ে চিতপুৰৰে সৈতে চৌৰংগিৰ পাৰ্থক্য। চিতপুৰে একেবাৰে ঠিক কৰি থৈছে যে সকলোখিনি ওপৰৱালাৰ হাতত। সেই কাৰণে সি নিজৰ হাত উদি কৰি চিত হৈ থাকিল। চৌৰংগিয়ে কয়, একোতে আমাৰ হাত নাই, এই কথা যদি সঁচাই হ'লহেতেন তেন্তে আমাৰ হাত দুখনেই নেথাকিলহেঁতেন। ওপৰৱালাৰ হাতৰ লগত আমাৰ হাতৰ এটা অবিচ্ছিন্ন যোগ আছে, চৌৰংগিয়ে এই কথা মানে কাৰণেই জগৎখনক হাত কৰিছে, আৰু চিতপুৰে সেই কথা নেমানে কাৰণেই জগৎখনক হেৰুৱাই দুচকুৰ মণি লুটিয়াই শিৱনেত্ৰ হৈ থাকিল।

আমাৰ ঘৰৰ চুকৰ নিয়মকে আটাইতকৈ ডাঙৰ বুলি ভাবিবলৈ হলে চকু

মুদাই ভাল। চকু মেলিলে দেখোঁ, বিশ্বৰ আগৰপৰা গুৰিলৈকে এটা বিৰাট নিয়ম আছে। নিজৰ চেষ্টাত সেই নিয়মক দখল কৰাই হ'ল শক্তিলাভ, সমৃদ্ধিলাভ, দুঃখৰপৰা পৰিত্ৰাণ লাভ—এই নিশ্চিত ধাৰণাটোৱেই বৰ্ত্তমান ইউৰোপীয় সভ্যতাৰ বাকী ভেটি। ব্যক্তিবিশেষৰ সফলতা কোনো বিশেষ বিধানত নহয়, বিশ্ববিধানত—এইটো ভালদৰে জনাতে শক্তিৰ ক্ষেত্ৰত ইউৰোপৰ ইমান ডাঙৰ মুক্তি।

আমি কিন্তু দুহাত লুটিয়াই দীৰ্ঘনিশ্বাস পেলাই কৈছোঁ—কৰ্ত্তাৰ ইচ্ছাত কৰ্ম্ম। সেই কৰ্ত্তাজনক—ঘৰৰ পূৰ্ব্বপুৰুষৰ, বা পুলিচৰ দাৰোগা, বা পাণ্ডা-পুৰোহিত, বা স্মৃতিৰত্ন, বা শীতলা-মনসা-ওলাদেৱী-দক্ষিণৰায়, শনি-মংগল ৰাহু-কেতু—আদি হেজাৰ নাম দি শক্তিক হেজাৰ ডোখৰ কৰি আকাশত উৰুৱাই দিওঁ।

কলেজীয়া পাঠকে কব—আমিতো এইবোৰ নামানোঁ। আমি বসন্তৰ ছিটা লওঁ; কলেৰা হলে লোণ-পানীৰ পিচকাৰি লোৱাৰ আয়োজন কৰোঁ; আনকি মেলেৰিয়াক আজিও আমি দেৱী বুলি কোৱা নাই, তাক আমি কীটস্য কীট বুলিয়েই গণ্য কৰোঁ;—আৰু তাৰ লগে লগে মন্ত্ৰপুত তাবিজটো পেটভৰা পিলৰ ওপৰত ওলমাই থওঁ।

মুখত কোনটো মানোঁ বা নামানোঁ তাৰপৰা লাভ ক্ষতি একো নহয় কিন্তু সেই মনাৰ বিষত আমাৰ মনৰ ভিতৰখন জৰ্জ্জৰিত। এই মানসিক কাপুৰুষতাৰ ভেটি এটা চৰাচৰব্যাপী অনিশ্চিত ভয়ৰ ওপৰত। অখণ্ড বিশ্বনিয়মৰ মাজত প্ৰকাশিত অখণ্ড বিশ্বশক্তিক নামানোঁ বুলিয়েই হেজাৰ বিধৰ ভয়ৰ কল্পনাত বুদ্ধিটোক আগতেই বৰ্খাস্ত কৰি থওঁ। ভয়ে কেৱলেই কয়, জা-নো আৱশ্যক কি। ভয় বস্তুটোৱেই এনেকুৱা। আমাৰ ৰাজপুৰুষ-সকলৰ মাজতো দেখোঁ, ৰাজ্যশাসনৰ কোনোবা এটা ছিদ্ৰইদি ভয় সোমালেই তেওঁলোকে পাশ্চাত্য স্বধৰ্ম্মকে পাহৰি যায়—যি ধ্ৰুব আইনত তেওঁলোকৰ শক্তিৰ ধ্ৰুব নিৰ্ভৰ তাৰেই ওপৰত চকু মুদি কোৰৰ চাব বহুৱাই দিয়ে। তেতিয়া ন্যায় ৰক্ষাৰ ওপৰত ভৰসা নথকা হয়, প্ৰেষ্টিজ ৰক্ষাক তাতকৈ ডাঙৰ ধুলি ধৰা হয়—আৰু বিধাতাৰ ওচৰত ভাও জুৰি ভাবে যে প্ৰজাৰ চকুপানীক জোৰ কৰি আন্দামানলৈ পঠাব পাৰিলেই তেওঁলোকৰ পক্ষে লংকাৰ ধোঁৱা-খিনিক মনোৰম কৰিব পৰা যায়। এইটোৱেইতো বিশ্ববিধানৰ প্ৰতি অবিশ্বাস,

নিজৰ বিশেষ বিধানৰ প্ৰতি ভৰসা। ইয়াৰ মূলত ক্ষুদ্ৰ ভয়, কিম্বা ক্ষুদ্ৰ লোভ, নাইবা কাম সহজ কৰিবলৈ অতি ক্ষুদ্ৰ চাতুৰী। আমিও অন্ধভয়ৰ তাড়নাত মনুষ্যধৰ্ম্মক বিসৰ্জ্জন দিবলৈ মান্তি। ব্যতিব্যস্ত হৈ, য'ত যি আছে আৰু নাই, সকলোখিনিকে হাতযোৰ কৰি মানিবলৈ লাগি গৈছোঁ। সেয়ে আমি জীৱবিজ্ঞান বা বস্তুবিজ্ঞানহে পঢ়োঁ আৰু ৰাষ্ট্ৰতন্ত্ৰৰ পৰীক্ষা পাছহে কৰোঁ, "কৰ্ত্তাৰ ইচ্ছাত কৰ্ম্ম" এই বীজমন্ত্ৰটোক মনৰপৰা জোঁকাৰি পেলাব নোৱাৰোঁ। সেয়ে, যদিও আমাৰ এই কালৰ ভাগ্যত দেশৰ বহুতো ৰাজহুৱা কামৰ ভেটি বন্ধা হৈছে তথাপি আমাৰ সেই কালৰ ভাগ্যত সেই দহজনৰ কাম এজনৰ হৈ উঠিবৰ কাৰণে কেৱলেই হেঁচা দি থাকে। ক'ৰবাৰপৰা হঠাৎ এজন-নহয়-এজন কৰ্ত্তা গজি ওলায়। তাৰ একমাত্ৰ কাৰণ, যি দহজনৰ কথা কোৱা হৈছে তেওঁলোকে উঠে-বহে, খায়-বয়, বিয়া আৰু চিতাৰোহণ কৰে আৰু পৰকালত পিণ্ড লবলৈ হাত আগবঢ়াই দিয়ে কৰ্ত্তাৰ ইচ্ছাত ; কিহত পাপ আৰু কিহত পুণ্য, কোনটো কোঠাত সোমালে ধোঁৱাখোৱাৰ পানী পেলাব লাগে, কেইহাত বেৰৰ নাদৰ পানীৰে গা ধোৱা যায়, ভোক্তাৰ ধৰ্ম্মৰক্ষাৰ পক্ষে মিঠাইৱালাৰ লুচিৰেই বা কি গুণ ৰুটিৰেই বা কি, মেলেচে কৰা মদৰেই বা কি আৰু মেলেচে চুই দিয়া পানীৰেই বা কি, কৰ্ত্তাৰ ইচ্ছাৰ ওপৰত ভাৰ দি সেই বিচাৰ তেওঁলোকে চিৰকালৰ কাৰণে শেষ কৰি থৈছে। যদি কওঁ 'পানী-পাঁড়ে'ই লেতেৰা ঘটি বুৰাই যি পানী বাল্টিওত লৈ আহিছে সি খাবৰ যোগ্য নহয় আৰু 'পানী-মিঞা'ই ফিল্টাৰৰপৰা যি পানী আনিলে সেই পানীয়েই শুচি আৰু স্বাস্থ্যকৰ, তেন্তে উত্তৰ পাম, সেইটোতো তুচ্ছ যুক্তিৰ কথা, কিন্তু সেইটোতো কৰ্ত্তাৰ ইচ্ছা নহয়। যদি কওঁ, কৰ্ত্তাৰ ইচ্ছা নহলেই যেনিবা, তেন্তে নিমন্ত্ৰণ বন্ধ। অকল অতিথিসৎকাৰ নহয়, অন্ত্যেষ্টিসৎকাৰ পৰ্য্যন্ত অচল। ইমান নিষ্ঠুৰ বাধ্যবাধকতাৰদ্বাৰা যিসকলক অতি সামান্য খোৱা-ছোৱাৰ অধিকাৰৰপৰা পদে পদে বঞ্চিত কৰা হয়, আৰু সেইটোক যিসকলে কল্যাণ বুলিয়েই ধৰি লয় তেওঁলোকে ৰাষ্ট্ৰৰ ক্ষেত্ৰত অবাধ অধিকাৰ দাবী কৰিবৰ সময়ত সংকোচ বোধ নকৰে কিয় ?

যেতিয়া আপোন শক্তিৰ মূলধন লৈ জনসাধাৰণৰ কাৰবাৰ নচলে তেতিয়া সকলো বিষয়তে মানুহে দৈৱৰ ওচৰত, গ্ৰহৰ ওচৰত, পৰৰ ওচৰত হাত পাতি ভয়ে ভয়ে কটায়। এই ভাবটোৰ বৰ্ণনা যদি ক'ৰবাত খুব স্পষ্টভাৱে ফুটি

উঠিছে সি হৈছে বংগদেশৰ প্ৰাচীন মংগল কাব্যত। চাঁদ সদাগৰৰ মনৰ আদৰ্শ মহৎ বাবে যি দেৱতাক নিকৃষ্ট বুলি কোনো পধ্যেই তেওঁ মানিব খোজা নাছিল বহু দুঃখত সেই শক্তিৰ ওচৰত তেওঁ হাৰ মানিব লগা হ'ল। এই শক্তি, ইয়াৰে সৈতে জ্ঞান বা ন্যায়ধৰ্ম্মৰ যোগ নাই। মান্য পাত্ৰ যিমানেই যথেচ্ছাচাৰী সিমানেই সি ভয়ংকৰ, সিমানেই তাৰ ওচৰত নতি স্তুতি। বিশ্বকৰ্ত্তৃত্বৰ এই ধাৰণাৰ লগত তেতিয়াৰ ৰাষ্ট্ৰীয় কৰ্ত্তৃত্বৰ যোগ আছিল। কবিকংকণৰ ভূমিকাতে তাৰ বাতৰি পোৱা যায়। আইন নাই, বিচাৰ নাই, জোৰ যাৰ মুলুক তাৰ; প্ৰবলৰ অত্যাচাৰত বাধা দিবলৈ কোনো বৈধ পথ নাই; দুৰ্ব্বলৰ একমাত্ৰ উপায় স্তৱ-স্তুতি, ভেঁটী দিয়া আৰু অৱশেষত পলায়ন। দেৱচৰিত্ৰ কল্পনাত যেনেকুৱা, সমাজতো তেনেকুৱা, ৰাষ্ট্ৰতন্ত্ৰতো সেই একে।

অথচ এদিন উপনিষদত বিধাতাৰ কথা কোৱা হৈছিল, যাথাতথ্যতোঽৰ্থান ব্যদধাৎ শাশ্বতীভ্যঃ সমাভ্যঃ। অৰ্থাৎ তেঁওৰ বিধান যথাতথ, সি খেলি-মেলি নহয়, আৰু সেই বিধান শাশ্বত কালৰ। সি নিত্যকালৰপৰা আৰু নিত্যকালৰ কাৰণে বিহিত, সি মুহূৰ্ত্তে মুহূৰ্ত্তে নতুন নতুন ব্যৱস্থা নহয়। গতিকে সেই নিত্য বিধানক আমি প্ৰত্যেকেই জ্ঞানৰ দ্বাৰা বুজি কৰ্ম্মৰ দ্বাৰা আপোন কৰি লব পাৰোঁ। তাক যিমানেই পাম সিমানেই নতুন নতুন বাধা অতিক্ৰম কৰি যাম। কিয়নো যি বিধানত নিত্যতা ক'তো সি একেবাৰে বৈ যাব নোৱাৰে, বাধা সি অতিক্ৰম কৰিবই। এই নিত্য আৰু যথাতথ বিধানক যথাতথৰূপে জনাটোৱেই বিজ্ঞান। সেই বিজ্ঞানৰ বলত ইউৰোপত মনত ইমান ডাঙৰ এটা আশা উপজিছে, যে সি কৈছে, মেলেৰিয়াক নিৰ্ম্মূল কৰিমেই, কোনো ৰোগকে তিষ্ঠিবলৈ নিদিওঁ, জ্ঞান আৰু অন্নৰ অভাৱ লোকালয়ৰ পৰা দূৰ হবই, মানুহৰ ঘৰত জন্মলোৱা সকলো লোকেই দেহে মনে সুস্থ-সবল আৰু ৰাষ্ট্ৰতন্ত্ৰত ব্যক্তি স্বাতন্ত্ৰ্যৰ লগত বিশ্বকল্যাণৰ সামঞ্জস্য সম্পূৰ্ণ হৈ উঠিব।

আধ্যাত্মিক অৰ্থত এদিন ভাৰতবৰ্ষই কৈছিল, অবিদ্যাই বন্ধন, মুক্তি জ্ঞানত, সত্যক পোৱাতে আমাৰ পৰিত্ৰাণ। অসত্য কিহক কয়? নিজক একান্ত বিচ্ছিন্ন কৰি জনাটোৱেই অসত্য। সৰ্ব্বভূতেৰে সৈতে আত্মাৰ মিল থকাটো জানি পৰমাত্মাৰ লগত আধ্যাত্মিক সংযোগ থকাটো জনাই সত্যক জনা। ইমান ডাঙৰ সত্যক মনলৈ আনিব পৰাটো যে কি পৰমাশ্চৰ্য্য ঘটনা সেইটো আজি আমি বুজিবই নোৱাৰিম।

ইফালে আধিভৌতিক ক্ষেত্ৰত ইউৰোপে যি মুক্তিৰ সাধনা কৰিছে তাৰো মূল কথাটো এই একেই। ইয়াতো দেখা যায় অবিদ্যাই বন্ধন, সত্যক পোৱাতে মুক্তি। সেই বৈজ্ঞানিক সত্যই মানুহৰ মনক বিচ্ছিন্নতাৰপৰা বিশ্ব ব্যাপকতালৈ লৈ গৈছে আৰু সেই পথত মানুহৰ বিশেষ শক্তিক বিশ্বশক্তিৰে সৈতে সংযুক্ত কৰিছে।

ভাৰতত ক্ৰমে ঋষিসকলৰ যুগ অৰ্থাৎ গৃহস্থ তাপসসকলৰ যুগ গ'ল; ক্ৰমে বৌদ্ধ সন্ন্যাসীৰ যুগ আহিল। ভাৰতবৰ্ষই যি মহাসত্য পাইছিল তাক জীৱনৰ ব্যৱহাৰৰ পথৰপৰা বেলেগ কৰি দিলে। ফলত, সন্নাসী হ'লেহে মুক্তিৰ সাধনা সম্ভৱপৰ হয়। তাৰ ফলত এই দেশত বিদ্যাৰে সৈতে অবিদ্যাৰ এটা মিলন হৈ গ'ল; বিষয় বিভাগৰ দৰে উভয়ৰ মহল বিভাগ হৈ মাজত এখন প্ৰাচীৰ উঠিল। সংসাৰত সেয়ে ধৰ্ম্ম কৰ্ম্মত, আচাৰ বিচাৰত যিমান সংকীৰ্ণতা, যিমান স্থূলতা, যিমান মূঢ়তাই নাথাকক উচ্চতৰ সত্যৰ দিশৰপৰা তাৰ প্ৰতিবাদ নাই, বৰং সমৰ্থনহে আছে। গছৰ তলত বহি জ্ঞানীয়ে কৈছে, "যি মানুহে নিজক সৰ্ব্বভূতক নিজৰ মাজত একাত্ম কৰি চাইছে সি সত্যক দেখিছে", কোৱা মাত্ৰকে ভক্তিত গলি গৈ সংসাৰীয়ে তেওঁৰ চ'ৰাত বহি কৈছে, "যিজনে সৰ্ব্বভূতক যিমান দূৰ সম্ভৱ পৃথক কৰি নথয় তাৰে সৈতে সকলো সম্পৰ্ক বন্ধ" আৰু জ্ঞানীয়ে আহি তেওঁৰ মূৰত পদুধূলি দি আশীৰ্ব্বাদ কৰি গ'ল, "জীয়াই থাক বোপাই।" এই কাৰণেই এই দেশৰ কৰ্ম্মসংসাৰত বিচ্ছিন্নতা, জড়তা পদে পদে বাঢ়ি গ'ল, ক'তো তাক বাধা দিয়াৰ দিহা নাই। এই কাৰণেই শ-শ বছৰ ধৰি কৰ্ম্ম সংসাৰত আমাৰ ইমান অপমান, ইমান পৰাজয়।

ইউৰোপত ইয়াৰ ঠিক বিপৰীত। ইউৰোপত সত্য সাধনাৰ ক্ষেত্ৰ কেৱল জ্ঞানত নহয়, ব্যৱহাৰতো। তাত ৰাজ্য আৰু সমাজত কিবা খুঁত ওলালে এই সত্যৰ পোহৰত সকলোৱে মিলি তাৰ বিচাৰ কৰে, এই সত্যৰ সহায়ত সকলোৱে মিলি তাৰ সংশোধন কৰে। সেই কাৰণে এই সত্যই যি মুক্তি আৰু যি শক্তি দান কৰিছে তাত সকলো মানুহৰে অধিকাৰ, যি সকলো মানুহকে আশা দিয়ে, সাহ দিয়ে তাৰ বিকাশ তন্ত্ৰ-মন্ত্ৰৰ কুৱঁলীৰে ঢকা নহয়, মুক্ত আলোকত সকলোৰে সমুখত সি বাঢ়ি উঠিছে, আৰু সকলোকে বঢাই তুলি লছে।

এই যে কৰ্ম্ম সংসাৰত শ-শ বছৰ ধৰি অপমান সহ্য কৰিলোঁ, সেইটো আমাৰ আগত দেখা দিছে ৰাষ্ট্ৰীয় পৰাধীনতাৰ আকাৰত। য'ত ব্যথা তাতেই হাত পৰে। এই কাৰণেই ইউৰোপীয় জাতিয়ে প্ৰভুত্ব পালে সেই জাতিৰ ৰাষ্ট্ৰ ব্যৱস্থাৰ ফালেই আমাৰ সমস্ত মনে ঢাল ললে। আমি আন সকলো কথা পাহৰি মাত্ৰ এই কথাই কৈছোঁ যে ভাৰতৰ শাসনতন্ত্ৰৰে আমাৰ ইচ্ছাৰ সংযোগ ঘটক—ওপৰৰ পৰা যি ইচ্ছা সেইমতে নিয়ম বান্ধি দিব আৰু আমি অনিচ্ছা সত্ত্বেও সেই নিয়ম মানি লম এনে কথা হব নোবাৰে। কৰ্ত্তৃত্বক কান্ধত জাপি দিলেই বোজা হৈ উঠে, তাক এনে এখন চকা-লগা ঠেলা গাড়ীৰ ওপৰত তুলি দিয়া হওক যিখন আমিও নিজ হাতে ঠেলিব পাৰোঁ।

আজিৰ দিনত এই প্ৰাৰ্থনা পৃথিৱীৰ সকলো দেশতে জাগি উঠিছে যে বাহিৰৰ কৰ্ত্তাৰ সম্পূৰ্ণ একপক্ষীয় শাসনৰপৰা মানুহে মুক্তি লব। এই প্ৰাৰ্থনাত আমি যে যোগ দিছোঁ সেইটো যুগৰ ধৰ্ম্ম—যদি নিদিলোহেঁতেন, যদি কলোঁহেঁতেন যে ৰাষ্ট্ৰৰ কামত আমি চিৰদিন প্ৰভুৰ আজ্ঞাবাহী, তেন্তে সেইটো আমাৰ কাৰণে নিতান্ত লাজৰ কথা হ'লহেঁতেন। অন্ততঃ এটা সুৰুভাইদি হলেও সত্য আমাৰ চকুত পৰিলক্ষিত হৈছে, এইটো শুভ লক্ষণ।

সত্যই দেখা দিছে বুলিয়েই আমি ইমান জোৰ দি কৈছোঁ যে দেশৰ যি আত্মাভিমানে আমাৰ শক্তিক সমুখলৈ ঠেলি দিছে তাক ধইন দিওঁ, কিন্তু যি আত্মাভিমানে পাছলৈ টানি বলিৰ পঠাৰ নিচিনাকৈ বান্ধিব খোজে তাক দিওঁ ধিক্কাৰ! এই আত্মাভিমানত বাহিৰৰ ফালে মুখ-কৰি কৈছোঁ, ৰাষ্ট্ৰতন্ত্ৰৰ কৰ্ত্তৃত্ব সভাত আমাৰ আসন লাগে, আকৌ সেই অভিমানতে ঘৰৰ পিনে মুকৰি চিঞৰি কৈছোঁ, "সাবধান, ধৰ্ম্মতন্ত্ৰত, সমাজত, আনকি ব্যক্তিগত ব্যৱহাৰতো কৰ্ত্তাৰ আদেশ বিনে এখোজ দিয়া নহব"—ইয়াকেই কওঁ হিন্দুয়ানিৰ পুনৰুজ্জীবন। দেশাভিমানৰ ফালৰপৰা আমাৰ ওপৰত আদেশ হল, "আমাৰ এটা চকু সাৰে থাকিব আৰু এটা চকু শুই থাকিব। এনে আদেশ অমান্য কৰাই টান।

বিধাতাৰ শাস্তিত আমাৰ পিঠিত যেতিয়া কোব পৰিল তেতিয়া ধৰফৰাই উঠি দেশাভিমানে কলে, "সেই বেতনি খনকে ধ্বংস কৰা।" পাহৰি গৈছে যে বেতনি গলেও বাঁহনি থাকিব। অপৰাধ বেততো নাই বাঁহতো নাই, আছে আপোনাৰ মাজতহে। অপৰাধটো এয়ে যে সত্যৰ ঠাইত আমি কৰ্ত্তাক মানোঁ,

চকুতকৈ চকুৰ পতাক শ্ৰদ্ধা কৰাই আমাৰ চিৰদিনৰ অভ্যাস। যিমান দিনলৈ এই দৰে চলিব সিমান দিনলৈ ক'ৰবাত নহয় ক'ৰবাত বেতৰ গছ আমাৰ কাৰণে অমৰ হৈ থাকিব।

সমাজৰ সকলো বিভাগতে ধৰ্ম্মতন্ত্ৰৰ শাসন এসময়ত ইউৰোপতো প্ৰবল আছিল। তাৰ আবৰণ ভেদ কৰি যেতিয়া বাহিৰ ওলাই আহিল তেতিয়াৰপৰাই তাৰ জনসাধাৰণে আত্মকৰ্ত্তৃত্বৰ পথত বেছ দীঘলীয়া দীঘলীয়া খোজ পেলাবলৈ ধৰিলে। ইংৰাজৰ দ্বৈপায়নতা ইংৰাজৰ বাবে এটা ডাঙৰ সুযোগ আছিল। কিয়নো ইউৰোপীয় ধৰ্ম্মতন্ত্ৰৰ প্ৰধান আসন ৰোমত। সেই ৰোমৰ পূৰ্ণ প্ৰভাৱ অস্বীকাৰ কৰাটো বিচ্ছিন্ন ইংলণ্ডৰ পক্ষে টান হোৱা নাছিল। ধৰ্ম্মতন্ত্ৰ বুলিলে যি বুজায় ইংলণ্ডত আজিও তাৰ একো চিন চাব নাই, এনে কথা কোৱা নাই। কিন্তু বৰলোকৰ ঘৰৰ গৃহিণী বিধৱা হলে যেনে হয় তাৰ অৱস্থাও তেনে। এসময়ত যিসকলৰ ওচৰত সি শিং জোকাৰিছিল, ন্যায় অন্যায়ত আজি তেওঁলোকৰ মন জোগাই চলে; ওচৰৰ ঘৰত তাৰ থকা ঠাই, খোৰাকী হিচাপে সামান্য অলপ খৰচ। আজিৰ ল'ৰাহঁতে আগৰ দস্তুৰ মতে বুঢ়ীক সপ্তাহে সপ্তাহে প্ৰণাম কৰে হয়, কিন্তু মান নকৰে। এই গৃহিণীৰ কৰ্ত্তৃত্ব যদি আগৰ দৰে থাকিলহেঁতেন তেন্তে ল'ৰাহঁতৰ কোনেও আজি মুখেৰে মাত এষাৰ মাতিব নোৱাৰিলেহেঁতেন।

ইংলণ্ডে এই বুঢ়ীৰ শাসনৰপৰা বহু দিনতে মুক্তি পালে, কিন্তু স্পেনে এতিয়াও সম্পূৰ্ণৰূপে মুক্তি পোৱা নাই। এদিন স্পেনৰ পালত কোবাল বতাহ লাগিছিল; সেই দিনা স্পেনে পৃথিৱীৰ ঘাটে অঘাটে নিজৰ জয়ধ্বজা উৰুৱালে। কিন্তু স্পেনৰ গুৰি বঠা ধৰোঁতা আছিল সেই বুঢ়ী, সেয়ে আজি একেবাৰে পিছুৱাই গৈছে। প্ৰথম কোবতে ইমান লৰ মাৰিলে, তথাপি অলপ পিছতে আৰু উশাহ লব নোৱৰা হ'ল তাৰ কাৰণ কি? তাৰ কাৰণ বুঢ়ী জনী একেৰাহে বহি আছিল স্পেনৰ কান্ধত। বহুদিনৰ আগতেই, যেতিয়া ইংৰাজেৰে সৈতে স্পেনৰ ৰজা ফিলিপৰ নৌযুদ্ধ লাগিল তেতিয়াই—স্পেনৰ ফোঁপনি উঠাৰ লক্ষণ দেখা যায়। সিদিনা হঠাৎ ধৰা পৰিল যে স্পেনৰ ধৰ্ম্ম-বিশ্বাস যেনেকৈ সনাতন প্ৰথাত আবদ্ধ তাৰ নৌযুদ্ধ-বিদ্যাও তেনেকুৱাই। ইংৰাজৰ যুদ্ধ জাহাজে চঞ্চল সাগৰীয় বায়ুৰ নিয়মৰ কথা ভালদৰে বুজি লৈছিল, কিন্তু স্পেনৰ যুদ্ধ জাহাজে নিজৰ অচল নিয়মক এৰিব পৰা নাছিল।

যাৰ নৈপুণ্য বেছি তাৰ কৌলিন্য যেনে কি নহওক, সি ইংৰাজ যুদ্ধ জাহজৰ চন্দ্দাৰ হব পাৰিলেহেঁতেন, কিন্তু কুলীন বাদে স্পেনৰ ৰণতৰীৰ নেতৃত্বত কাৰো অধিকাৰ নাছিল।

আজি ইউৰোপৰ সৰু-বৰ যিকোনো দেশতে জনসাধাৰণ মূৰ দাঙি উঠিব পাৰিছে, সকলোতে ধৰ্ম্মতন্ত্ৰৰ অন্ধ কৰ্ত্তৃত্বৰপৰা নিজকে আঁতৰাই আনি মানুহে নিজক শ্ৰদ্ধা কৰিবলৈ শিকিছে। গণসমাজত য'ত এই শ্ৰদ্ধা নাই—যেনে ৰুছিয়াত—সেই ঠাইৰ সমাজখন গৰাকী নোহোৱা পথাৰৰ দৰে নানা গৰাকীৰ কাঁইটীয়া গছৰ হাবিয়নি হৈ উঠে। তাত এই কালৰ পিয়দাৰপৰা সেই কালৰ পুথি পৰ্য্যন্ত সকলোৱে মনুষ্যত্বৰ কাণত ধৰি অন্যায় খাজনা আদায় কৰে।

মনত ৰাখিব লাগিব যে ধৰ্ম্ম আৰু ধৰ্ম্মতন্ত্ৰ একেটা বস্তু নহয়। সেয়া যেন জুই আৰু ছাই। ধৰ্ম্মতন্ত্ৰৰ ওচৰত ধৰ্ম্ম যেতিয়া সৰু হয় তেতিয়া নৈৰ বালিয়ে নৈৰ পানীৰ ওপৰত ওস্তাদি কৰিব ধৰে। তেতিয়া সোঁত নবয়, মৰুভূমিয়ে ছানি ধৰে। তাৰ উপৰি সেই অচলতাকে লৈ মানুহে যেতিয়া বুকু ফিন্দায় তেতিয়া গণ্ডোস্যোপৰি বিস্ফোটকম্।

ধৰ্ম্মই কয়, মানুহক যদি শ্ৰদ্ধা নকৰাঁ তেন্তে অপমানিত আৰু অপমানকাৰী কাৰো কল্যাণ নহয়। কিন্তু ধৰ্ম্মতন্ত্ৰই কয়, মানুহক নিৰ্দ্দয়ভাৱে অশ্ৰদ্ধা কৰাৰ বিস্তৃত নিয়মাৱলী যদি নিখুঁতভাৱে নামানা তেন্তে ধৰ্ম্মভ্ৰষ্ট হবা। ধৰ্ম্মই কয়, জীৱক নিৰৰ্থক কষ্ট যি দিয়ে সি আত্মাকে হত্যা কৰে। কিন্তু ধৰ্ম্মতন্ত্ৰই কয়, যিমান অসহ্য কষ্টই হওক, বিধৱা ছোৱালীৰ মুখত যি মাকবাপেকে বিশেষ তিথিত অন্নজল দিযে তেওঁলোকে পাপক লালন কৰে। ধৰ্ম্মই কয়, অনুশোচনা আৰু কল্যাণ কৰ্ম্মৰদ্বাৰা অন্তৰে বাহিৰে পাপৰ শোধন। কিন্তু ধৰ্ম্মতন্ত্ৰই কয় গ্ৰহণৰ দিনা বিশেষ পানীত বুৰ দিলে অকল নিজৰে নহয়, চৈধ্য পুৰুষৰ পাপ উদ্ধাৰ। ধৰ্ম্মই কয়, সাগৰ-পৰ্ব্বত পাৰহৈ পৃথিৱী খনক চাই লোৱাঁ, তাতেই মনৰ বিকাশ। ধৰ্ম্মতন্ত্ৰই কয়, সাগৰ যদি পাৰাপাৰ কৰাঁ, তেন্তে খুব দীঘলীয়াকৈ নাকটো মাটিত ঘঁহি প্ৰায়শ্চিত্ত কৰিব লাগিব। ধৰ্ম্মই কয়, যি ঘৰতে জন্ম নলওক যথাৰ্থ মানুহ পূজনীয়। ধৰ্ম্মতন্ত্ৰই কয়, যি মানুহ ব্ৰাহ্মণ সি যিমান ডাঙৰ অভাজনেই নহওক মূৰত ভৰি তুলিবৰ যোগ্য। অৰ্থাৎ মুক্তিৰ মন্ত্ৰ গায় ধৰ্ম্মই আৰু দাসত্বৰ মন্ত্ৰ গায় ধৰ্ম্মতন্ত্ৰই।

মই জানোঁ এদিন এজন ৰজা কলিকতাত আন এজন ৰজাক দেখা কৰিবলৈ

গৈছিল। ঘৰ যাৰ তেওঁ কলেজ পাছ কৰা সুশিক্ষিত। অতিথি যেতিয়া সাক্ষাৎ শেষ কৰি গাড়ীত উঠিবলৈ যায়, তেতিয়া ঘৰ যাৰ তেওঁ ৰজাৰ কাপোৰত ধৰি টান দিলে, কলে, "আপোনাৰ মুখত পাণ?" গাড়ী যাৰ তেওঁ বাধ্যত পৰি মুখৰ পাণখন পেলাই দিলে, কিয়নো সাৰথি মুছলমান। এই কথা সুধিবৰ অধিকাৰেই নাই "সাৰথি যিয়েই নহওক মুখৰ পাণখন পেলাব লাগে কিয়?" ধৰ্ম্মবুদ্ধি বা কৰ্ম্মবুদ্ধি ক'তো অলপো বাধা নেপালেও গাড়ীত বহি স্বচ্ছন্দে তামোলখন খাবৰ স্বাধীনতা যি দেশৰ মানুহে অনায়াসে বৰ্জন কৰিব পাৰে সেই দেশৰ মানুহে স্বাধীনতাৰ অন্ত্যেষ্টি সৎকাৰ কৰিছে। অথচ দেখোঁ যে যিসকলে গুৰিত ঘাপ মাৰে তেওঁলোকেই আগত পানী দিবলৈ ব্যগ্ৰ হৈ আগবাঢ়ে।

নিষ্ঠা বস্তুটোৰ এটা শোভা আছে। কোনো কোনো বিদেশীয়ে এই দেশলৈ আহি সেই শোভাৰ ব্যাখ্যা কৰে। এইটোক বাহিৰৰ পৰা তেওঁলোকে সেইভাৱেই চায় যি ভাৱে এজন আৰ্টিষ্টে পুৰণি ভগা ঘৰৰ চিত্ৰযোগ্যতা চায়, তাৰ বাসযোগ্যতাৰ খবৰ নলয়। স্নানযাত্ৰাৰ উৎসৱত বৰিশালৰপৰা কলিকতালৈ অহা গংগাস্নান-যাত্ৰীক দেখিছোঁ, তাৰ সৰহভাগেই তিৰোতা মানুহ। ষ্টীমাৰৰ ঘাটে ঘাটে, ৰেলৰেৰ ষ্টেশনে ষ্টেশনে তেওঁলোকৰ কষ্ট আৰু অপমানৰ সীমা নাছিল। বাহিৰৰপৰা এই ব্যাকুল সহিষ্ণুতাৰ সৌন্দৰ্য্য আছে। কিন্তু আমাৰ দেশৰ অন্তৰ্য্যামীয়ে এই অন্ধ নিষ্ঠাৰ সৌন্দৰ্য্যক গ্ৰহণ কৰা নাই। তেওঁ পুৰস্কাৰ নিদিলে, শাস্তিয়েই দিলে। দুঃখ বাঢ়িয়েই গ'ল। এই আইসকলে উচৰ্গা-স্বস্ত্যয়ণৰ চাৰিবেৰৰ মাজত যিবোৰ ল'ৰাক মানুহ কৰিছে সিহঁতে ইহকালৰ সকলো বস্তুৰ ওচৰতে মূৰ দোঁৱালে আৰু পৰকালৰ সকলো ছায়াৰ ওচৰতে মূৰ খুন্দিয়াবলৈ ধৰিলে। নিজৰ কামৰ বাধাক বাটৰ কেঁকুৰিয়ে কেঁকুৰিয়ে গোজ মাৰি দিয়াই এওঁলোকৰ কাম, আৰু নিজৰ উন্নতিৰ অন্তৰায়ক আকাশৰ মান ওখ কৰি তোলাকে এওঁলোকে উন্নতি বোলে। সত্যৰ কাৰণে মানুহে কষ্ট সহিব, এইটোৱেই সুন্দৰ। কণা-বুদ্ধি নাইবা খোৰা-শক্তিৰ হাতত মানুহে যদি অকমানো কষ্ট পায় তেন্তে সেইটো কুদৃশ্য। কাৰণ বিধাতাই আমাক আটাইতকৈ ডাঙৰ যি সম্পদ দিছে— ত্যাগ-স্বীকাৰৰ বীৰত্ব—এই কষ্ট তাৰেই হিছাপ নোহোৱা বাজে খৰচ। আজি আমাৰ তাৰেই খতিয়ান লোৱা হৈছে—ইয়াৰ ঋণৰ তালিকাই হ'ল ডাঙৰ।

চকুৰ আগতে দেখিছোঁ হেজাৰ হেজাৰ মুনিহ-তিৰোতা পুণ্যৰ সন্ধানত যি বাটেদি স্নান কৰিবলৈ গৈছে ঠিক তাৰেই দাঁতিতে মাটিত পৰি এটি বিদেশী ৰোগী মৰিল, সি কোন জাতৰ মানুহ নজনা কাৰণে কোনেও তাক নুছুলে। এয়েইতো ঋণদায়ত দেউলীয়াৰ লক্ষণ। এই কষ্টসহিষ্ণু পুণ্যকামীসকলৰ নিষ্ঠা দেখাত সুন্দৰ, কিন্তু ইয়াৰ লোকচান সৰ্ব্বনশীয়া। যি অন্ধতাই মানুহক পুণ্যৰ কাৰণে পানীত গা ধুবলৈ দৌৰায় সেই অন্ধতাই তাক অজ্ঞান মুমূৰ্ষুক সেৱা কৰাৰ পৰা নিৰস্ত কৰে। একলব্যই পৰম নিষ্ঠুৰ দ্ৰোণাচাৰ্য্যক তেওঁৰ বুঢ়া আঙুলি কাটি দিলে, কিন্তু এই অন্ধ নিষ্ঠাৰ দ্বাৰা তেওঁ নিজৰ চিৰজীৱনৰ তপস্যাফলৰপৰা তেওঁৰ সকলো আপোনজনক বঞ্চিত কৰিলে। এইযে মূঢ় নিষ্ঠাৰ নিৰতিশয় নিষ্ফলতা, বিধাতাই ইয়াক সমাদৰ নকৰে— কিয়নো ই তেওঁৰ দানৰ অৱমাননা। গয়াতীৰ্থত দেখা গৈছে যে যি পাণ্ডাৰ নাই বিদ্যা, নাই চৰিত্ৰ, তেওঁৰ ভৰিত অজস্ৰ টকা ঢালি দি চহকী তিৰোতা মানুহে পূজা কৰিছে। সেই সময়ত তেওঁৰ ভক্তিবিহ্বলতা ভাবুকৰ চকুত সুন্দৰ, কিন্তু এই অবিচলিত নিষ্ঠাই, এই পৰিমিত বদান্যতাই জানো সত্য দয়াৰ পথেদি এই মহিলা গৰাকীক আগবঢ়াই নিছে? তাৰ উত্তৰ এয়ে যে তথাপি তেওঁতো টকা খৰচ কৰিছে; তেওঁ যদি পাণ্ডাক পৱিত্ৰ বুলি নাভাবিলে হেঁতেন তেন্তে টকা খৰচ নকৰিলেই হেঁতেন, অথবা নিজৰ বাবে কৰিলে হেঁতেন। সেইটো ঠিক,—কিন্তু তেওঁৰ এটা ডাঙৰ লাভ হ'লহেঁতেন, সেইটো এয়ে যে সেই খৰচ-নকৰাটো নাইবা নিজৰ বাবে খৰচ-কৰাটোক তেওঁ ধৰ্ম্ম বুলি নিজক নাপাহৰিলেহেঁতেন,—এই মোহৰ দাসত্বৰপৰা তেওঁৰ মন মুক্ত হৈ থাকিলহেঁতেন। মনৰ এই মুক্তিৰ অভাবতে দেশৰ শক্তি বাহিৰলৈ আহিব পৰা নাই। কিয়নো যাক চকু মুদি চলিবলৈ অভ্যাস কৰোৱা হৈছে চকু মেলি চলিব লাগিলে তেওঁৰ থৰক-বৰক লাগে, অনুগত দাসৰ দৰে যি কেৱল গৰাকীৰ বাবেই প্ৰাণ দিবলৈ শিকিছে তাৰ পক্ষে নিজে প্ৰভু হৈ স্বেচ্ছাই ন্যায়ধৰ্ম্মৰ বাবে প্ৰাণ দিয়া অসম্ভৱ।

এই বাবেই আমাৰ গাঁৱত আহাৰ, পানী, স্বাস্থ্য, শিক্ষা, আনন্দ সকলো আজি ভাটাৰ মুখত। আত্মশক্তি জগাব নোৱাৰিলে গাঁওবাসীৰ উদ্ধাৰ নাই— এই কথা মনত ৰাখি নিজৰ কল্যাণ নিজে সাধিবৰ শক্তিক এটা বিশেষ চুবুৰীত জগাই তুলিবলৈ চেষ্টা কৰিলোঁ। এদিন চুবুৰীত জুই লাগিল, ওচৰত

ক'তো পানী এটোপা নাই; চুবুৰীৰ মানুহে থিয় হৈ 'হায় হায়' কৰিছে। মই তেওঁলোকক কলোঁ, "নিজৰ মজুৰিৰে যদি তোমালোকে চুবুৰীটোত এটা নাদ খন্দাই দিয়া তেন্তে সেইটো বন্ধোৱাৰ খৰচ মই দিম।" তেওঁলোকে ভাবিলে, পুণ্য হব সেই সিয়ান মানুহটোৰ, আৰু তাৰ মজুৰি যোগাম আমি, এইটো এটা ফাকি। সেই নাদ খন্দা আৰু নহ'ল, পানীৰ কষ্ট থাকিয়ে গ'ল, আৰু অগ্নিকাণ্ড তাত নিয়মীয়া ঘটনা।

এই যে অটল দুৰ্দ্দশা, ইয়াৰ কাৰণ,—গাঁৱৰ যিবোৰ সমূহীয়া কাম এতিয়ালৈকে হৈছে সেইবোৰ পুণ্যৰ প্ৰলোভনত হৈছে। সেয়ে মানুহৰ সকলো অভাব পূৰণৰ ভাৰ হয় বিধাতৰ ওপৰত, নহয় কোনো আগন্তুকৰ ওপৰত। পুণ্যৰ প্ৰত্যাশী যদি উপস্থিত নাথাকে তেন্তে তেওঁলোকে পানী নেখাই মৰি গলেও নিজ হাতেৰে মাটি এচাব নেকাটে। কিয়নো এওঁলোক এতিয়াও সেই বুঢ়ীৰ কোলাৰপৰা নমা নাই—যি বুঢ়ীয়ে এওঁলোকৰ জাতি-কুল, ধৰ্ম্ম-কৰ্ম্ম, ভালবেয়া শোৱাবহা সকলোখিনিকে বাহিৰৰপৰা বান্ধি দিছে। এওঁলোকক দোষ দিব নোৱাৰোঁ, কিয়নো বুঢ়ীয়ে এওঁলোকৰ মনটোকে কানি খুৱাই শুৱাই থৈছে। কিন্তু যেতিয়া দেখোঁ, ইয়াৰ বৰ্ত্তমান শিক্ষিত ডেকাসকলে, আনকি কলেজৰ ডেকা ছাত্ৰসকলেও এই বুঢ়ীতন্ত্ৰৰ গুণ গাইছে—তেতিয়া অবাক হব লাগে। ভাৰতবৰ্ষক সনাতন ধাত্ৰীৰ কোলাত উঠা দেখি এওঁলোকৰ বৰ গৰ্ব্ব; কয়, সেইটো বৰ উচ্চস্থান, তাৰপৰা মাটিত—ভৰি নপৰেই; কয় সেই কোলাত থাকিয়েই আত্মকৰ্ত্তৃত্বৰ ৰাজদণ্ড হাতত ললে বৰ শোভনীয় হব।

অথচ স্পষ্ট ভাৱে দেখোঁ, দুঃখৰ পিছত দুঃখ, দুৰ্ভিক্ষৰ পিছত দুৰ্ভিক্ষ; যমৰ ঘৰৰ যিমানবোৰ চৰ আছে গোটেইখনে আমাৰ ঘৰে ঘৰে আহি বহি ললে। বাঘ আৰু ডকাইতে খেদি আহিলেও যেনেকৈ আমাৰ অস্ত্ৰ দাঙিবলৈ আদেশ নাই ঠিক তেনেকৈ এই অমংগলবোৰে যেতিয়া জপিয়াই আমাৰ গাত পৰি কামোৰ মাৰিবলৈ আহে তেতিয়া দেখোঁ, সামাজিক বন্দুকৰ পাছ নাই। এইবোৰক খেদিবৰ অস্ত্ৰ জ্ঞানৰ অস্ত্ৰ, বিচাৰবুদ্ধিৰ অস্ত্ৰ। বুঢ়ীৰ শাসনৰ প্ৰতি যিসকলৰ ভক্তি অটল তেওঁলোকে কয়, "সেই অস্ত্ৰ জানো আমাৰ একেবাৰে নাই? আমিও ছায়েন্স শিকিম আৰু যিমান খিনি পাৰোঁ খটাম।" অস্ত্ৰ একেবাৰে নাই বুলিলে অত্যুক্তি হয়, কিন্তু অস্ত্ৰ-পাছৰ আইন বৰ

কটকটীয়া। অস্ত্র ব্যবহাৰ কৰিবলৈ দিও যিমানখিনি নিদিব পৰা যায় তাৰ প্ৰতি যোল অনা উদ্যম। ব্যৱহাৰৰ গণ্ডী ইমানেই, তাৰ অলপ ইফালসিফাল হলেই ইমান দুৰ্জ্জয় কাণচেপা, সকলো গুৰুপুৰোহিত তাবিজ-মাদলি সংস্কৃত শ্লোক আৰু আইহঁতৰ মন্ত্র ইমান ভয়ে ভয়ে সাৱধানে বচাই ৰাখিব লগা হয় যে ডকাইতি হলে ডকাইততকৈ অনভ্যাসৰ বন্দুকটো লৈয়েই বিপদত পৰিব লগা হয়।

সি যি নহওক, ভৰিৰ বেড়িয়া অক্ষয় হওক বুলিয়েই যেতিয়া আশীর্ব্বাদ কৰা হ'ল তেতিয়া দয়ালুলোকে এই কথাও কবলৈ বাধ্য হয় যে মানুহৰ কান্ধত উঠি ফুৰিবলৈ প্ৰস্তুত হোৱা। ৰাজ্যৰ যত জাতৰ বেড়িয়া, আচাৰৰ বেড়িয়া যেৰামত কৰি পকা কৰাই যদি পুনৰুজ্জীৱন হয়, যদি এইদৰে জীৱনৰ ক্ষেত্ৰক বাধাগ্রস্ত আৰু বুদ্ধিৰ ক্ষেত্ৰক সংকীর্ণ কৰাই আমাৰ গৌৰৱৰ কথা হয় তেন্তে তাৰ লগতে এই কথাও কব লাগিব যে এই অক্ষমহঁতক দুবেলা লালন কৰিবৰ বাবে দল বান্ধা। কিন্তু দুই বিপৰীত কুলক একেলগে ৰক্ষা কৰিবৰ সাধ্য কোনো শক্তিমানৰে নাই। তুযাত্তৰ ঘটি-বাটি সকলো চুৰমাৰ কৰিব, তাৰ পিছত চালনীৰে পানী আনিবলৈ ঘনাই ঘাটৰপৰা ঘৰলৈ অহা-যোৱা, এই জেদ বিধাতাৰ সহ্য নহয়।

বহুতে, কয়, এই দেশত পদে পদে ইমান দুঃখ-দাৰিদ্র্য তাৰ মুল কাৰণ ইয়াৰ সম্পূর্ণ শাসনভাৰ পৰজাতিৰ ওপৰত। কথাটো বিচাৰ কৰি চোৱা আৱশ্যক।

ইংৰাজ ৰাষ্ট্রনীতিৰ মুলতত্বই হৈছে ৰাষ্ট্রতন্ত্রেৰে সৈতে প্ৰজাসকলৰ শক্তিৰ যোগ। এই ৰাষ্ট্রতন্ত্রই চিৰদিন একপক্ষীয় আধিপত্যৰ বুকুত শেল মাৰিছে, এই কথা আমাৰ ওচৰতো লুকাই থকা নাই। এই কথাকে চৰকাৰী বিদ্যালয়ত আমি সদৰত বহি পঢ়োঁ, শিকোঁ আৰু পঢ়ি পৰীক্ষা পাছ কৰোঁ। এই কথাটো এতিয়া আমাৰপৰা ঘুৰাই লোৱাৰ আৰু উপায় নাই।

কংগ্রেছ বোলোঁ, লীগ বোলোঁ, এই সকলোৰে মুলেই এই খিনিত। যেনেকৈ ইউৰোপীয় বিজ্ঞানত আমাৰ সকলোৰে অধিকাৰ সেই বিজ্ঞানৰে প্ৰকৃতিগত, তেনেকৈ ইংৰাজ-ৰাষ্ট্রতন্ত্রত ভাৰতৰ প্ৰজাৰ আপোন অধিকাৰ সেই ৰাষ্ট্রনীতিৰ জীৱনধর্ম্মৰ মাজতে। কোনো এজন বা দহজন বা পাঁচশজন ইংৰাজে কব পাৰে, ভাৰতীয় ছাত্ৰক বিজ্ঞান শিকাৰ সুযোগ নিদিয়াই ভাল,

কিন্তু বিজ্ঞানে সেই পাঁচশ ইংৰাজৰ কণ্ঠক লাজ দি বজ্ৰস্বৰত কব, "আহাঁ তোমালোক, তোমালোকৰ বৰ্ণ যেনেকি নহওক, তোমালোকৰ দেশ য'তেই নেথাকক, মোক গ্ৰহণ কৰি শক্তি লাভ কৰাঁ।" সেই দৰে কোনো দহজন বা দহ হেজাৰজন ইংৰাজে ৰাজসভাৰ মঞ্চত বা বাতৰি কাকতৰ পাতত কব পাৰে যে ভাৰত শাসনতন্ত্ৰত ভাৰতীয় প্ৰজাৰ কৰ্ত্তৃত্বক নানা প্ৰকাৰে প্ৰৱেশত বাধা দিয়াই ভাল, কিন্তু সেই দহ হেজাৰ ইংৰাজৰ মন্ত্ৰনাক তিৰস্কাৰ কৰি ইংৰাজৰ ৰাষ্ট্ৰনীতিয়ে বজ্ৰস্বৰে কৈছে, "আহা তোমালোক, তোমালোকৰ বৰ্ণ যেনেকি নহওক, তোমালোকৰ দেশ য'তেই নেথাকক, ভাৰত-শাসনতন্ত্ৰত ভাৰতীয় প্ৰজাৰ আপোন অধিকাৰ আছে, তাক গ্ৰহণ কৰাঁ।"

কিন্তু ইংৰাজৰ ৰাষ্ট্ৰনীতি আমাৰ বেলিকা নেখাটে, এনে এটা চোকা উত্তৰ শুনাৰ আশংকা আছে। ভাৰতত ব্ৰাহ্মণে যেনেকৈ কৈছিল যে উচ্চতৰ জ্ঞানত, ধৰ্ম্ম-কৰ্ম্মত শূদ্ৰৰ অধিকাৰ নাই, ইও তেনে ধৰণৰে কথা। কিন্তু ব্ৰাহ্মণে এই অধিকাৰ ভেদৰ ব্যৱস্থাটোক আগৰপৰা গুৰিলৈকে পকা কৰি বান্ধিছিল— যাক বাহিৰত—পংগু কৰিব তাৰ মনকো পংগু কৰিছিল। জ্ঞানৰ ফালে গুৰি কটা গলেই কৰ্ম্মৰ ফালে ডাল-পাত আপোনা-আপুনি শুকাই যায়। শূদ্ৰৰ সেই জ্ঞানৰ শিপা-ডাল কটাৰ পিছত আৰু বেছি একো কৰিব লগা হোৱা নাছিল; তাৰ পিছৰপৰা তাৰ মূৰটো নিজে নিজেই দোঁ খাই ব্ৰাহ্মণৰ পদৰজত আহি লাগি থাকিল। ইংৰাজে আমাৰ জ্ঞানৰ দুৱাৰ বন্ধ কৰা নাই, অথচ সেয়ে মুক্তিৰ সিংহদুৱাৰ। ৰাজপুৰুষসকলে সেই বাবে বোধহয় খেদ কৰে আৰু লাহে লাহে বিদ্যালয়ৰ দুই-এখন দুৱাৰ-খিড়িকীও বন্ধ কৰিব খোজা যেন দেখা যায়, কিন্তু তথাপি এই কথা তেওঁলোকে কোনো দিনেই একেবাৰে পাহৰি যাব নোৱাৰে যে সুবিধাৰ বাবে নিজৰ মনুষ্যত্বক আঘাত কৰিলে তাৰ ফল স্বৰূপে সেইটো আত্মহত্যাৰ দৰেই হয়।

ভাৰত-শাসনত আমাৰ ন্যায্য অধিকাৰ ইংৰাজৰ মনস্তত্ত্বৰ মাজতে নিহিত—এই আশাৰ কথাটো যদি আমাৰ শক্তিৰে ধৰিব পাৰোঁ, তেন্তে তাৰ বাবে বিস্তৰ দুঃখ সহা, ত্যাগ কৰা আমাৰ পক্ষে সহজ হয়। যদি আমাৰ দুৰ্ব্বল অভ্যাস বশতঃ কৈ পেলাওঁ, কৰ্ত্তাৰ ইচ্ছাত কৰ্ম্ম, তাৰ লৰচৰ নাই তেন্তে যি গভীৰ নৈৰাশ্য আহে তাৰ দুই ধৰণৰ প্ৰকাশ দেখিবলৈ পাওঁ—হয় গোপনে চক্ৰান্ত কৰি আকস্মিক উপদ্ৰৱৰ বিস্তাৰ কৰি যাওঁ, অমুক লাটচাহাৰ

ভাল বা বেয়া, অমুক মানুহজন মন্ত্ৰী সভাৰ সচিব হৈ থাকিলে আমাৰ কল্যাণ নাই, মৰ্লি চাহাব ভাৰত সচিব হলে হয়তো আমাৰ সুদিন আহিব, নহলে আমাৰ ভাগ্যত ঘৰৰ মেকুৰী হাবিলৈ গৈ বনৰীয়া হোৱাটোহে ঘটিবগৈ। অৰ্থাৎ নৈৰাশ্যত হয় আমাক মাটিৰ তলৰ সুৰংগলৈ ঠেলি দি শক্তিৰ বিকাৰ ঘটায়, নহয় ঘৰৰ চুকৰ মেলত বহুৱাই শক্তিৰ ব্যৰ্থতা সৃষ্টি কৰে; হয় উন্মাদ কৰি তোলে, নহয় বোবা কৰি থয়।

কিন্তু মনুষ্যত্বক অবিশ্বাস নকৰোঁ; ইমান জোৰেৰে চলিম যেন ইংৰাজ ৰাষ্ট্ৰনীতিৰ মাজত কেৱল শক্তিয়েই সত্য নহয়, নীতি তাতোকৈ ডাঙৰ সত্য। প্ৰতি দিনেই তাৰ বিৰুদ্ধতা দেখিম; দেখিম স্বাৰ্থপৰতা, ক্ষমতাপ্ৰিয়তা, লোভ, ক্ৰোধ, ভয় আৰু অহংকাৰ সকলোৰে লীলা চলিছে: কিন্তু মানুহৰ এই ৰিপুবোৰে তাতেই আমাক মাৰে য'ত আমাৰ অন্তৰতো ৰিপু আছে, য'ত আমিও ক্ষুদ্ৰ ভয়ত ভীত, ক্ষুদ্ৰ লোভত লুব্ধ, য'ত আমাৰ পৰস্পৰৰ প্ৰতি ঈৰ্ষা, বিদ্বেষ, অবিশ্বাস। য'ত আমি ডাঙৰ, আমি বীৰ, আমি ত্যাগী তপস্বী শ্ৰদ্ধাবান, তাত আনপক্ষৰ যিখিনি মহৎ তাৰে সৈতে আমাৰ সত্য যোগ হয়; তাত আন পক্ষৰ ৰিপুৰ মাৰ খালেও আমি জয়ী হওঁ, বাহিৰত নহলেও অন্তৰত। আমি যদি ভয়াতুৰ হওঁ, সৰু হওঁ, তেন্তে ইংৰাজ গৱৰ্ণমেণ্টৰ নীতিক সৰু কৰি তাৰ ৰিপুটোকেই প্ৰবল কৰিম। য'ত দুই পক্ষ লৈ কাম তাত দুই পক্ষৰ শক্তিৰ যোগতে শক্তিৰ উৎকৰ্ষ, দুই পক্ষৰ দুৰ্ব্বলতাৰ যোগত চৰম দুৰ্ব্বলতা। অব্ৰাহ্মণে যেতিয়াই হাতযোৰ কৰি অধিকাৰহীনতাক মানি ললে, ব্ৰাহ্মণৰ অধঃপতনৰ গাঁতটো তেতিয়াই দকৈ খনা হ'ল। সবল দুৰ্ব্বলৰ পক্ষে যিমান ডাঙৰ শত্ৰু, দুৰ্ব্বল সবলৰ পক্ষে তাতকৈ কম ডাঙৰ শত্ৰু নহয়।

এজন উচ্চপদস্থ ইংৰাজ ৰাজপুৰুষে মোক কৈছিল, "তোমালোকে প্ৰায়েই কোৱাঁ, পুলিচে তোমালোকৰ ওপৰত অত্যাচাৰ কৰে,ময়ো সেইটো অবিশ্বাস নকৰোঁ, কিন্তু তোমালোকেতো তাৰ প্ৰমাণ নিদিয়াঁ।" কোৱা বাহুল্য, পুলিচৰ লগত মৰামৰি কৰা, এনে কথা তেওঁ কোৱা নাই। কিন্তু অন্যায়ৰ লগত তো গাৰ বলেৰে যুঁজিব নোৱাৰি, সেই যুঁজ তেজৰ, সেই তেজ কৰ্ত্তব্য বুদ্ধিৰ। দেশক নিৰন্তৰ পীড়নৰ পৰা ৰক্ষা কৰিবলৈ একদল খামি-ডাঠ মানুহৰ আৱশ্যক, অন্যায়ক তেওঁলোকে প্ৰাণপণ কৰি প্ৰমাণ কৰিব, পুনঃপুনঃ ঘোষণা কৰিব। জানো, পুলিচৰ এজন চকিদাৰো এজন মানুহ মাত্ৰ নহয়, সি এটা প্ৰকাণ্ড শক্তি।

এজন পুলিচ-পিয়দাক সৰুবাবৰ কাৰণে মকদ্দমাত চৰকাৰে হেজাৰ হেজাৰ টকা খৰচ কৰে। অৰ্থাৎ—আদলাত-মহাসাগৰ পাৰ হবৰ বেলিকা পিয়দাৰ কাৰণে চৰকাৰী ষ্টীমাৰ, আৰু দুখীয়া ফৰিয়াদীয়ে ধুমুহাত সাঁতুৰি পাৰ হব লাগিব, এখন কলৰ ভুৰো নাই। ই যেন এক লেখীয়া স্পষ্টভাৱে কৈ দিয়া, "বোপাই, মাৰ যদি খায় তেন্তে নিঃশব্দে মৰাই অতিশয় স্বাস্থ্যকৰ।" ইয়াৰ পিছত আৰু হাত-ভৰি নচলে। প্ৰেষ্টিজ! সেইটো যেন আমাৰ বহুদিনৰ চিনাকি মানুহ। সেয়েতো কৰ্ত্তা, সেয়েতো আমাৰ কবিকঙ্কণৰ চণ্ডী, সেয়েতো বেউলা-কাব্যৰ মনসা, ন্যায়-ধৰ্ম্ম সকলোবে ওপৰত তেওঁকেইতো পূজা দিব লাগিব, নহলে হাড় গুৰি হৈ যাব, এতেকে—

যা দেবী ৰাজ্যশাসনে
প্ৰেষ্টিজ ৰূপেন সংস্থিতা
নমস্তস্যৈ নমস্তস্যৈ
নমস্তস্যৈ নমোনমঃ।

কিন্তু এয়েইতো অবিদ্যা, এয়েইতো মায়া। যিটো স্থূল দৃষ্টিত প্ৰতীয়মান হৈছে সেয়ে কি সত্য? প্ৰকৃত সত্য, মোক লৈয়ে গবৰ্ণমেণ্ট। এই সত্য সকলো ৰাজ-পুৰুষতকৈ ডাঙৰ। এই সত্যৰ ওপৰতে ইংৰাজ বলী—সেই বল মোৰো বল। ইংৰাজ চৰকাৰেও এই সত্য হেৰুৱায়, যদি এই সত্যৰ বল মোৰ মাজতো নাথাকে। মই যদি ভীৰু হও, ইংৰাজ ৰাষ্ট্ৰতন্ত্ৰৰ নীতিতত্বত মোৰ যদি শ্ৰদ্ধা নেথাকে, তেন্তে পুলিচে অত্যাচাৰ কৰিবই, মেজিষ্ট্ৰেটৰ পক্ষে সুবিচাৰ কৰা টান হবই, প্ৰেষ্টিজ দেৱতাই নৰবলি দাবী কৰিয়ে থাকিব আৰু ইংৰাজৰ শাসনে ইংৰাজৰ চিৰকলীয়া ঐতিহাসিক ধৰ্ম্মৰ প্ৰতিবাদ কৰিব।

এই কথাৰ উত্তৰত শুনিম, "ৰাষ্ট্ৰতন্ত্ৰৰ নীতিয়েই শক্তিতকৈ সত্য—এই কথাটো পাৰমাৰ্থিকভাৱে মানিব পাৰি কিন্তু ব্যৱহাৰিকভাবে মানিবলৈ গলে বিপদ আছে, এতেকে হয় গোপনে পৰম-নিঃশব্দে গৰম-পন্থা—নহলে প্ৰেছ এক্টৰ গৰাহৰ তলত পৰম-নিঃশব্দে নৰম পন্থা।"

"হয়, বিপদ আছে নিশ্চয়, তথাপি জ্ঞানত যিটো সত্য ব্যৱহাৰতো তাক সত্য কৰিম।"

"কিন্তু আমাৰ দেশৰ মানুহেই ভয়ত বা লোভত ন্যায়ৰ পক্ষে সাক্ষ্য নিদিয়ে, বিৰুদ্ধেই দিব।"

"এইটোও ঠিক। তথাপি সত্যক মানি চলিব লাগিব।"

কিন্তু আমাৰ দেশত মানুহেই প্ৰশংসা বা পুৰস্কাৰৰ লোভত জোপোহাৰ আঁৰৰপৰা মোৰ মূৰত লাঠিৰ কোব মাৰিব।"

"এইটোও ঠিক। তথাপি সত্যক মানিব লাগিব।"

ইমানখিনি জানো আশা কৰিব পাৰি?

হয়, ইমানখিনিয়েই আশা কৰিব লাগিব, তাতকৈ অলপো কম নহয়। গবৰ্ণমেণ্টৰ ওচৰতো আমি ডাঙৰ দাবীয়েই কৰিম, কিন্তু নিজৰপৰা তাতোকৈ ডাঙৰ দাবী কৰিব লাগিব, নহলে আন দাবী নৰজে। এই কথা মানো, সকলো মানুহ বলিষ্ঠ নহয় আৰু বহু মানুহেই দুৰ্ব্বল; কিন্তু সকলো ডাঙৰ দেশত নিতৌ অনেক মানুহৰ জন্ম হয় যিসকল সকলো মানুহৰ প্ৰতিনিধি—যিসকলে সকলোৰে দুখক বহন কৰে, সকলোৰে বাট কাটি দিয়ে, যিসকলে সমস্ত বিৰুদ্ধতাৰ মাজতো মনুষ্যত্বক বিশ্বাস কৰে আৰু ব্যৰ্থতাৰ গভীৰতম অন্ধকাৰৰ পুৰ-প্ৰান্তও পুৰেৰণৰ প্ৰতীক্ষাত সাৰ পাই থাকে। তেওঁলোকে অবিশ্বাসীৰ সমস্ত পৰিহাসক উপেক্ষা কৰি জোৰেৰে কয়—

"স্বল্পমপ্যস্য ধৰ্ম্মস্য ত্ৰায়তে মহতো ভয়াৎ।"

অৰ্থাৎ কেন্দ্ৰস্থলত যদি অলপো ধৰ্ম্ম নাথাকে তেন্তে পৰিধিৰ পিনে অজস্ৰ ভয়কো ভয় কৰিব নেলাগে। ৰাষ্ট্ৰতত্ত্বত নীতি যদি ক'ৰবাতো থাকে তেন্তে তাকেই নমস্কাৰ—ভয়ক নহয়। ধৰ্ম্ম আছে, গতিকে মৰণ পৰ্য্যন্ত মানিও তাক মানিব লাগিব।

ধৰি লোৱা ল'ৰাৰ টান নৰিয়া। সেই কাৰণে দূৰৰপৰা স্বয়ং ইংৰাজ চিভিল ছাৰ্জনক মাতি আনিছোঁ। খৰচো নিচেই কম কৰা নাই। হঠাৎ যদি দেখোঁ যে তেওঁ মন্ত্ৰ মাতি মাৰি-ধৰি ভূতজৰা বেজৰ নিচিনাকৈ ভীষণ জৰা-ফুকা আৰম্ভ কৰি দিয়ে, ৰোগীৰ আত্মপুৰুষে ত্ৰাহি ত্ৰাহি কৰিবলৈ ধৰে, তেন্তে ডাক্তৰক জোৰ কৰিয়েই কম, "ক্ষমা কৰক চাহেব, ভূত জাৰিব নেলাগে, চিকিৎসা কৰক।" তেওঁ চকু পকাই কব পাৰে, "তুমি কোন? মই ডাক্তৰ, মই যি কৰোঁ সেয়ে ডাক্তৰী।" ভয়ত যদি বুধি ছুটি হৈ নেযায় তেন্তে তেওঁক এই কথা কবৰ অধিকাৰ আছে, "যি ডাক্তৰী-তত্ত্ব লৈ তুমি ডাক্তৰ, মই তাক তোমাতকৈ ডাঙৰ বুলিহে জানোঁ, তাৰ মূল্যই তোমাৰ মূল্য।"

এই যে অধিকাৰ ইয়াৰ আটাইতকৈ ডাঙৰ বল সেই ডাক্তৰ সম্প্ৰদায়ৰ

ডাক্তৰী শাস্ত্ৰত আৰু ধৰ্ম্ম নীতিৰ মাজত। ডাক্তৰে যিমানেই আস্ফালন নকৰক, এই বিজ্ঞান আৰু নীতিৰ কথা স্বীকাৰ কৰিলে লাজ নোপোৱাকৈ—থাকিবই নোৱাৰে। আনকি খণ্ডৰ ভমকত তেওঁ মোক ঘোচাও মাৰিব পাৰে—কিন্তু তথাপি লাহে লাহে মোৰ চালাম আৰু চালামী জেপত ভৰাই গাড়ীত বহাতকৈ এই ঘোচাৰ মূল্য বেছি। এই ঘোচাৰে তেওঁ মোক যিমান মাৰে নিজক তাতকৈ বেছি মাৰে। সেয়ে কৈছোঁ, যিটো কথা ইংৰাজৰ কথা নহয় কেবল ইংৰাজ আমোলাঁহতৰ কথা, সেই কথাত যদি আমি সঁহাৰি নিদিওঁ তেন্তে আজি দুখ হব পাৰে কিন্তু কাইলৈ দুখ গুচিব।

দেড়-শ বছৰ ইংৰাজে ভাৰতত শাসন কৰাৰ পিছত আজি এনে কথা শুনা গ'ল, মাদ্ৰাজ চৰকাৰে ভাল-বেয়া যিহকে নকৰক বংগদেশে তাকে লৈ দীঘল হমুনিয়াহ পেলোৱাৰ অধিকাৰ বঙালীৰ নাই। ইমান দিনে ইয়াকে জানিছিলোঁ যে ইংৰাজৰ অখণ্ড শাসনত মাদ্ৰাজ, বংগদেশ, পঞ্জাব, মাৰাঠা, ভিতৰে-বাহিৰে এক হৈ উঠিছে, এই গৌৰৱেই ইংৰাজ সাম্ৰাজ্যৰ মুকুটৰ কহিনুৰ মণি। বেলজিয়াম আৰু ফ্ৰান্সৰ দুৰ্গতিক নিজৰ দুৰ্গতি বুলি ধৰি ইংৰাজে যুদ্ধক্ষেত্ৰত প্ৰাণ দিবলৈ লৰি গৈছে, সাগৰৰ পশ্চিম পাৰত যেতিয়া এই বাতৰি ওলাল তেতিয়া সাগৰৰ পূব পাৰত এনে নীতি এদিন হলেও অনুসৃত হবনে যে মাদ্ৰাজৰ ভাল-বেয়া, সুখ দুখত বঙালীৰ কোনো মূৰ কামোৰণি নাই? এনে আদেশ আমি তলমূৰকৈ মানি লমনে? এই কথা নিশ্চয় নাজানোঁ নে যে মুখত এই আদেশ যিমান জোৰেৰেই কৰা নহওক ইয়াৰ আঁৰত এটা ডাঙৰ লাজ আছে? ইংৰাজৰ এই অন্যায়ৰ গোপন লাজ আৰু আমাৰ মনুষ্যত্বৰ প্ৰকাশ্য সাহস—এই দুটাৰ মিলন ঘটাব লাগিব। ইংৰাজ ভাৰতৰ ওচৰত সত্যত আবদ্ধ; ইংৰাজে ইউৰোপীয় সভ্যতাৰ দায়িত্ব বহন কৰি এই পূব দেশলৈ আহিছে; সেই সভ্যতাৰ বাণীৱেই তেওঁলোকৰ প্ৰতিশ্ৰুতি-বাণী। এই দলিলকে আমি আটাইতকৈ ডাঙৰ দলিল কৰি চলিম—এই কথা তেওঁলোকক কেতিয়াও কবলৈ নিদিওঁ যে ভাৰতবৰ্ষক মাছৰ দৰে টুকুৰা-টুকুৰ কৰিবৰ বাবেই সাগৰ পাৰ হৈ আহিছোঁ।

যি জাতিয়ে ডাঙৰ সম্পদ পাইছে সি তাক দেশে দেশে, দিকে দিকে দান কৰিবৰ কাৰণেই পাইছে। যদি সি কৃপণতা কৰে তেন্তে নিজকেই বঞ্চিত কৰিব। ইউৰোপৰ প্ৰধান সম্পদ বিজ্ঞান জনসাধাৰণৰ ঐক্যবোধ আৰু আত্ম

কৰ্ত্তৃত্ব লাভ। এই সম্পদ, এই শক্তি ভাৰতক দিয়াৰ মহৎ দায়িত্বই ভাৰতত ইংৰাজ শাসনৰ বিধিদত্ত ৰাজ-পৰোৱানা। এই কথা শাসনকৰ্ত্তাসকলক সোঁৱৰাই দিয়াৰ ভাৰ আমাৰ ওপৰতো আছে। কাৰণ দুই পক্ষৰ যোগ নহলে বিস্মৃতি আৰু বিকাৰ ঘটে।

ইংৰাজে নিজৰ বুৰঞ্জীৰ অজুহাত দেখুৱাই এনে কথা কব পাৰে—"জন-সাধাৰণৰ আত্মকৰ্ত্তৃত্বটো এনে এটা ডাঙৰ বস্তু যিটো আমি নানা বিপ্লবৰ মাজেদিহে বুজি উঠিছোঁ আৰু নানা সাধনাৰ মাজেদিহে তাক গঢ়ি তুলিছোঁ।" এই কথা স্বীকাৰ কৰোঁ। জগতত এটা এটা অগ্ৰগামী দলে একো একোটা বিশেষ সত্যক আবিষ্কাৰ কৰে। সেই আবিষ্কাৰৰ গুৰিত অনেক ভুল, অনেক দুঃখ, অনেক ত্যাগ আছে। কিন্তু তাৰ ফল যিসকলে পায় তেওঁলোকে সেই ভুল, সেই দুখৰ গোটেই দীঘল বাটটো অতিক্ৰম কৰিব নেলাগে। দেখিলোঁ বঙালী ল'ৰাই আমেৰিকালৈ গৈ হাতে কামে লাগি ইঞ্জিন তৈয়াৰ কৰিলে আৰু তাৰ তত্ত্বও শিকি ললে, কিন্তু জুইত কেটলি তুলি দিয়াৰ পৰা ষ্টীম ইঞ্জিনৰ গোটেইটো ঐতিহাসিক কাম কৰিব লগা হোৱা হলে সত্য যুগৰ পৰমায়ু নহলে নহ'লহেঁতেন। ইউৰোপত যি গছ গজিবলৈ বহু যুগৰ ৰ'দ-বৰষুণ ধুমুহা লাগিল জাপানে তাক শিপাৰে সৈতে বুৰৰ বেলিকা বেছি সময় নেলাগিল। আমাৰ চৰিত্ৰ আৰু অভ্যাসত যদি কৰ্ত্তৃশক্তিৰ বিশেষ অভাৱ ঘটিছে তেন্তে কৰ্ত্তৃত্বৰ চৰ্চ্চা কৰা আমাৰেই বিশেষ আৱশ্যক। ব্যক্তি-বিশেষৰ মাজত একো নাই বুলি যদি গুৰিতেই ধৰি লোৱা তেন্তে তেওঁৰ মাজত কিবা যে আছে সেইটো আৱিষ্কাৰ কোনো কালেই নহব। আত্মকৰ্ত্তৃত্বৰ সুযোগ দি আমাৰ ভিতৰত নতুন নতুন শক্তি আৱিষ্কাৰৰ বাট মুকলি কৰি দিয়াঁ—তাক ৰোধ কৰি যদি আমাক অৱজ্ঞা কৰাঁ আৰু বিশ্বৰ আগত চিৰদিন অৱজ্ঞাভাজন কৰি থোৱাঁ তেন্তে তাতকৈ পৰম শত্ৰুতা আৰু একোৱেই হব নোৱাৰে। সোঁৱে-বাঁৱে দুখোজ আগ বঢ়ালেই যাৰ মূৰ ধুম কৰে বেৰত লাগেগৈ তাৰ মনত জানো সেই ডাঙৰ আশা কেতিয়াবা টিকিব পাৰে—যাৰ বলত মানহে সকলো বিভাগতে আপোন মহত্ত্বক প্ৰাণ দিও প্ৰমাণিত কৰে?

দেখিছোঁ, বুৰঞ্জীত যেতিয়া প্ৰভাত হয় তেতিয়া সূৰ্য্য পুৱ ফালে উদয় হয় সঁচা, কিন্তু তাৰ লগে লগে উত্তৰ, দক্ষিণ আৰু পশ্চিমতো পোহৰ সিঁচৰতি হৈ যায়। এক ইঞ্চিকৈ খাপে খাপে যদি জাতিৰ উন্নতি হ'লহেঁতেন তেনেহলে

মহাকালেও হাৰ মানিব লগা হ'লহেঁতেন। মানুহ আগতে সম্পূৰ্ণ যোগ্য হব, তাৰ পিছত সুযোগ পাব, এইটোৱেই যদি সত্য হয় তেন্তে পৃথিৱীত কোনো জাতিয়েই আজি স্বাধীনতাৰ যোগ্য হোৱা নাই। ডেমক্ৰেচিৰ বাহাদুৰি দেখুৱাইছে! কিন্তু ইউৰোপৰ জনসাধাৰণৰ মাজত আজিও প্ৰচুৰ বীভৎসতা আছে—সেইবোৰ কুৎসাৰ কথা উকটিবলৈ ইচ্ছা নহয়। যদি কোনোবা কৰ্ণধাৰে কলেহেঁতেন এইবোৰ যেতিয়ালৈকে আছে তেতিয়ালৈকে ডেমক্ৰেচিয়ে তাৰ কোনো অধিকাৰ নেপাব, তেন্তে বীভৎসতাতো থাকিলেইহেঁতেন, আকৌ সেই পাপৰ স্বাভাৱিক প্ৰতিকাৰৰ উপায়ো নোহোৱা হৈ গ'লহেঁতেন।

তেনেকৈ আমাৰ সমাজত, আমাৰ ব্যক্তিস্বাতন্ত্ৰ্যৰ ধাৰণাত যে দুৰ্ব্বলতা যথেষ্ট আছে সেই কথা ঢাকিব খুজিলেও ঢাক নেখায়। তথাপি আমাক আত্ম-কৰ্ত্তৃত্ব লাগে। আন্ধাৰ কোঠাত এচুকৰ চাকিটো ঢিমিক-ঢামাককৈ জ্বলি আছে বুলিয়েই যে আন এচুকৰ চাকি জ্বলাবৰ দাবী নাই, তাৰ কোনা অৰ্থ নাই। যি কালৰ যি শলিতাৰে হওক চাকি জ্বলাবই লাগিব। আজি মনুষ্যত্বৰ দেৱালী মাহোৎসৱত কোনো দেশেই তাৰ সকলো চাকি পুৰাকৈ জ্বলাই উঠিব পৰা নাই—তথাপি উৎসৱ চলিছে। আমাৰ ঘৰৰ চাকিটো কিছু কালৰ পৰা নুমাই গৈছে তোমালোকৰ শিখাৰপৰা যদি সেইটো জ্বলাই লবলৈ যাওঁ তেন্তে তাকে লৈ খং-ৰাগ কৰাটো কল্যাণকৰ নহয়। কিয়নো, ইয়াৰ পৰা তোমালোকৰ পোহৰ কমি নেযায়, বৰং উৎসৱৰ পোহৰ বাঢ়িবহে।

উৎসৱৰ দেৱতাই আজি আমাক ভিতৰৰপৰা মাতিছে। পাণ্ডাই জানো আমাক নিষেধ কৰি আটক কৰিব পাৰিব? সি যে অকল চহকী যজমানক দেখিলেহে গদগদ হৈ উঠে, কানডা-অষ্ট্ৰেলিয়াৰ নামত যে ষ্টেশ্যনলৈকে লৰ দি যায়—আৰু দুখীয়াৰ বেলিকা তাৰ ব্যৱহাৰ ওলোটাটো হয়—এইটে সহ্য নহব, দেৱতাই যে দেখিছে। ইয়াৰপৰা স্বয়ং অন্তৰ্যামীয়ে যদি লাজৰূপে অন্তৰত দেখা নিদিয়ে, তেন্তে খংৰূপে বাহিৰৰপৰা দেখা দিব।

কিন্তু আশাৰ কাৰণ তেওঁলোকৰ মাজত আছে, আমাৰ মাজতো আছে। বঙালীক মই শ্ৰদ্ধা কৰোঁ। মই জানোঁ আমাৰ ডেকাকালৰ যৌবন ধৰ্ম্মই কেতিয়াও চিৰদিন ধাৰকৰা বাৰ্দ্ধক্যৰ মুখা পিন্ধি বিজ্ঞ হৈ নেদেখুৱায়। আকৌ আমি ইংৰাজৰ মাজতো এনে মহাত্মা বহুত দেখিলোঁ যিসকলে স্বজাতিৰ ওচৰত লাঞ্ছনা পায়ো ইংৰাজ-ইতিহাস বৃক্ষৰ অমৃত ফলটি ভাৰতবাসীৰ

অধিকাৰলৈ আনিবৰ বাবে উৎসুক। আমাৰ পৰাও আমি তেনে মানুহৰ লেখিয়া মানুহ বিচাৰোঁ যিসকল বাহিৰৰপৰা দুঃখ আৰু স্বজনৰপৰা ধিক্কাৰ সহিৰলৈ সাজু, যিসকল বিফলতাৰ আশংকাক অতিক্রম কৰিও মনুষ্যত্ব প্ৰকাশ কৰিবলৈ সাজু।

ভাৰতৰ জৰাবিহীন জাগ্ৰত ভগৱানে আজি আমাৰ আত্মাক আহ্বান কৰিছে যি আত্মা অপৰিমেয়, যি আত্মা অপৰাজিত, অমৃতলোকত যাৰ অনন্ত অধিকাৰ, অথচ যি আত্মাই আজি অন্ধ প্ৰথা আৰু প্ৰভুত্বৰ অপমানত ধূলিৰ মাজত মুখ লুকুৱাইছে। আঘাতৰ পিছত আঘাত, বেদনাৰ পিছত বেদনা দি তেওঁ আহ্বান কৰিছে, আত্মানং বিদ্ধি। নিজক জানা।

আজি আমি সন্মুখত দেখিলোঁ বিৰাট এই মানুহৰ পৃথিৱী, মহৎ এই মানুহৰ ইতিহাস। মনুষ্যৰ মাজত ভূমাক আমি প্ৰত্যক্ষ কৰিছোঁ; শক্তিৰ ৰথত উঠি তেওঁ মহাকালৰ ৰাজপথেদি গৈছে, ৰোগ তাপ বিপদ মৃত্যু একোৱে তেওঁক বাধা দিব নোৱাৰিলে, বিশ্ব প্ৰকৃতিয়ে বৰমাল্যেৰে তেওঁক বৰণ কৰিলে, জ্ঞানৰ জ্যোতিৰ্ম্ময় তিলকেৰে তেওঁৰ উচ্চ ললাট মহোজ্জ্বল, সুদূৰ ভৱিষ্যতৰ শিখৰচূড়াৰপৰা তেওঁৰ কাৰণে আগমনীৰ প্ৰভাত ৰাগিনী বাজিছে। সেই ভূমাই আজি মোৰ মাজতো নিজৰ আসন বিচাৰিছে। হে অকাল-জৰা-জৰ্জ্জৰিত, আত্ম অবিশ্বাসী ভীৰু, অসত্য-ভাৰাৱনত মূঢ়, আজি ঘৰৰ মানুহ-বোৰক লৈ ক্ষুদ্ৰ ঈৰ্ষাত ক্ষুদ্ৰ বিদ্বেষত কাজিয়া কৰাৰ দিন নহয়, আজি তুচ্ছ আশা তুচ্ছ পদমানৰ বাবে কঙালৰ নিচিনাকৈ কঢ়া-আজোৰা কৰাৰ সময় উকলি গৈছে, আজি সেই মিছা অহংকাৰেৰে নিজক পাহৰাই নথওঁ যি অহংকাৰে কেৱল নিজৰ ঘৰৰ চুকৰ আন্ধাৰতে লালিত হৈ স্পৰ্দ্ধা কৰে, বিৰাট বিশ্বসভাৰ সন্মুখত যি উপস্থিত, লজ্জিত। আনক অপবাদ দি আত্মপ্ৰসাদলাভৰ চেষ্টা অক্ষমৰ চিত্তবিনোদন, তাত আমাৰ আৱশ্যক নাই। যুগে যুগে আমাৰ পুঞ্জ পুঞ্জ অপৰাধ গোট খাই উঠিছে, তাৰ ভৰত আমাৰ পৌৰুষ দলিত, আমাৰ বিচাৰ-বুদ্ধি মুমূৰ্ষু,—সেই বহু শতাব্দীৰ আবৰ্জ্জনাক সবলে সতেজে তিৰস্কাৰ কৰাৰ দিন। আগলৈ যোৱাৰ প্ৰবলতম বাধা আমাৰ পাছ ফালে; আমাৰ অতীতে সম্মোহন-বাণেৰে আমাৰ ভৱিষ্যতক আক্ৰমণ কৰিছে; তাৰ ধূলিৰ দ'ম আৰু শুকান পাতে আজিৰ নতুন যুগৰ প্ৰভাত সূৰ্য্যক ম্লান কৰিলে, নতুন নতুন অধ্যৱসায়শীল আমাৰ যৌৱন ধৰ্ম্মক অভিভূত কৰি দিলে, আজি

নিৰ্ম্মম বলেৰে আমাৰ পাছ ফালৰ দিশটোক মুক্তি দিব লাগিব, তেতিয়াহে নিত্য সন্মুখ-গামী মহৎ মনুষ্যত্বৰে সৈতে যোগ দি আমি অসীম ব্যৰ্থতাৰ লাজৰপৰা ৰক্ষা পৰিম, সেই মনুষ্যত্ব যে মৃত্যুঞ্জয়ী, যি চিৰজাগ্ৰত চিৰসন্ধানৰত যি বিশ্বকৰ্ম্মাৰ সোঁ হাত, জ্ঞানজ্যোতিৰালোকিত সত্যৰ পথত যি চিৰযাত্ৰী, প্ৰতি যুগৰ ন-ন তোৰণদ্বাৰত যাৰ জয়ধ্বনি উচ্ছ্বসিত হৈ দেশ-দেশান্তৰত প্ৰতিধ্বনিত।

বাহিৰৰ দুঃখ শাওণৰ বৰষুণৰ দৰে আমাৰ মূৰত নিৰন্তৰে পৰিব ধৰিছে, অহৰহ এই দুঃখভোগৰ যি তামসিক অশুচিতা, আজি তাৰ প্ৰায়শ্চিত্ত কৰিব লাগিব। তাৰ প্ৰায়শ্চিত্ত ক'ত? নিজৰ মাজত নিজৰ ইচ্ছাৰে দুঃখক বৰণ কৰাত। সেই দুঃখেই পবিত্ৰ হোমাগ্নি,—সেই জুইত পাপৰ দাহ হক, মূঢ়তা বাষ্প হৈ উৰি যাব, জড়তা ছাই হৈ মাটিত মিহলি হৈ যাব। আহা প্ৰভু, তুমি দীনৰ প্ৰভু নোহোৱাঁ। আমাৰ মাজত যি অদীন, যি অমৰ, যি প্ৰভু, যি ঈশ্বৰ আছে, হে মহেশ্বৰ তুমি তাৰেই প্ৰভু— মাতা আজি তাক তোমাৰ ৰাজসিংহাসনৰ দক্ষিণপাশলৈ। দীন লজ্জিত হক, দাস লাঞ্ছিত হক, মূঢ় তিৰস্কৃত হৈ চিৰনিৰ্ব্বাসিত হক।

# সত্যৰ আহ্বান

পৰাসক্ত পোক বা জন্তু আনৰ ৰস আৰু তেজ শোষণ কৰি জীয়াই থাকে। নিজ শক্তিৰে খাদ্য বস্তুক নিজ শৰীৰৰ উপকৰণত পৰিণত কৰে। সিহঁতৰ দৈহিক যন্ত্ৰ অচল হৈ পৰে। এনেদৰে শক্তি অলস হোৱাৰ ফলত প্ৰাণী জগতত এই বোৰ জীৱৰ অধঃপতন ঘটে। মানুহৰ ইতিহাসতো এই কথা প্ৰযোজ্য। কিন্তু পৰাসক্ত মানুহ বুলিলে কেৱল আনৰ প্ৰতি জড় ভাবে আসক্ত মানুহকে নুবুজায়। চিৰকাল চলি অহা ৰীতি-নীতিৰ সৈতে যিয়ে নিজক সাঙুৰি থয় আৰু প্ৰচলিত পৰিস্থিতিৰ সোঁতত যিয়ে নিজক এৰি দি আত্ম সমৰ্পণ কৰে, তেৱোঁ পৰাসক্ত। কাৰণ বাহিৰখন আমাৰ অন্তৰখনৰ কাৰণে পৰ। সি যেতিয়া সকল অভ্যাসৰ বলেৰে আমাক চলাই লৈ যায় তেতিয়া আমাৰ পৰাসক্ত অন্তৰ নিৰুদ্যম হৈ উঠে। পিছত মানুহৰ অসাধ্য সাধন কৰাৰ ভাব সিদ্ধ নহয়।

এই পিনৰ পৰা চালে জন্তুবোৰ এই জগতত পৰাসক্ত। সিহঁত প্ৰচলিত সোঁতত গা উটুৱাই দি চলে। সিহঁত প্ৰাকৃতিক নিয়ম অনুযায়ী জীয়ে, মৰে, আসুৱায় নাইবা পিছুৱায়। এই কাৰণে সিহঁতৰ অন্তঃকৰণখন বাঢ়িব নোৱাৰিলে। লাখ লাখ বছৰ আগৰ পৰা মৌ মাখিয়ে যি চাক সজাই আনিছে সেই চাক সজাৰ একেটা ধৰণ সি গুচাব পৰা নাই, ইয়াৰ ফলত সিহঁতৰ চাক নিখুঁত যেন হৈছে যদিও সিহঁতৰ অন্তঃকৰণ এই চিৰ চলিত অভ্যাসৰ গণ্ডীৰ মাজত আবদ্ধ হৈ আছে। সিহঁতে নিজকে নানা ফালে বিয়পাব পৰা নাই। এইবোৰ জীৱৰ ক্ষেত্ৰত প্ৰকৃতিৰ যেন সাহসৰ অভাব দেখা গৈছে, তেওঁ ইহঁতে নিজে চলিবলৈ ললে বিপদত পৰিব বুলি ভাবি ইহঁতৰ অন্তৰৰ চলৎ শক্তিক কাটি ৰাখিছে।

কিন্তু সৃষ্টিকৰ্ত্তাৰ জীৱ-ৰচনাৰ পৰীক্ষাত মানুহ সম্বন্ধে হঠাৎ বৰ সাহসেৰে কাম কৰা দেখিবলৈ পোৱা যায়। তেওঁ মানুহৰ অন্তঃকৰণক বাধা নিদিলে। প্ৰাণীটোক বাহিৰ পিনৰ পৰা সকলো প্ৰকাৰে বিবস্ত্ৰ, নিৰস্ত্ৰ আৰু দুৰ্ব্বল কৰি অন্তঃকৰণক এৰি দিলে। এই মুক্তিৰ আনন্দত মানুহে কৈ উঠিল— আমি অসাধ্য সাধন কৰিম। অৰ্থাৎ যিটো চিৰদিনৰ পৰা চলি আহিছে

সেইটো যে চিৰদিনলৈ চলি থাকিব সেইটো আমি সহ্য নকৰোঁ। যিটো হোৱা নাই সিও হব। সেই হেতুকে মানুহ প্ৰথম অৱস্থাত যেতিয়া চাৰিও পিনে অতিকায় জন্তুবোৰৰ বিকট নখদন্তৰ মাজত পৰিল, তেতিয়া সি হৰিণৰ দৰে পলাবলৈ নিবিচাৰিলে, কাছৰ নিচিনাকৈ লুকাবলৈও ইচ্ছা নকৰিলে; সি অসাধ্য সাধন কৰিলে—চিকচিকীয়া শিল কাটি কাটি বেছি শক্তিশালী নখদন্তৰ সৃষ্টি কৰিলে। জন্তুবোৰৰ নখ আৰু দাঁত বাহিৰৰ দান। তাৰ পৰিবৰ্ত্তন বা উন্নতি প্ৰাকৃতিক নিৰ্ব্বাচনৰ ওপৰত নিৰ্ভৰশীল। কিন্তু মানুহৰ নখদন্ত অন্তঃকৰণৰ সৃষ্টি। মানুহে শিলৰ ওপৰতে নিৰ্ভৰ কৰি নেথাকি সমস্ত অস্ত্ৰ-শস্ত্ৰ শিলৰ পৰা গৈ লোৰে তৈয়াৰ কৰিবলৈ ললে। ইয়াৰ পৰা প্ৰমাণিত হ'ল যে মানুহৰ অন্তঃকৰণে অনুসন্ধান চলাইছে। তাৰ চাৰিও কালে থকা বস্তুৰ সৈতে সি আসক্ত নহয়, তাৰ হাতৰ মুঠিত নথকা বস্তুকো হাতৰ মুঠিলৈ আনিছে। সমুখত পৰি থকা শিলত সি সন্তুষ্ট হোৱা নাই। মাটিৰ তলত লো আছে। তালৈ গৈও সি খুন্দিয়াইছে। শিল ঘঁহি-মাজি তাৰ পৰা অস্ত্ৰ-শস্ত্ৰ তৈয়াৰ কৰা সহজ। কিন্তু তাতো তাৰ মনে সন্তুষ্টি নেপালে। লোক জুইত গলাই হাতুৰিৰে পিটি সাঁচত ঢালি নিজৰ অনুগত কৰি তুলিলে। এইটোৱে মানুহৰ অন্তঃকৰণৰ ধৰ্ম্ম। নিজক খটুৱাত অকল যে সফলতাহে আছে এনে নহয়, আনন্দও আছে। মানুহে ওপৰ ভাগৰ পৰা ভিতৰ-ভাগত, প্ৰত্যক্ষৰ পৰা অপ্ৰত্যক্ষত, সহজৰ পৰা কঠিনত, পৰা সক্তিৰ পৰা আত্মকৰ্ত্তৃত্বত, প্ৰকৃতিৰ তাড়নাৰ পৰা বিচাৰ-বুদ্ধিৰ ব্যৱস্থাত প্ৰৱেশ কৰিবলৈ বিচাৰে। এনেদৰে সি জয়যুক্ত হৈছে। কিন্তু কোনো এদল মানুহে 'এই শিলৰ অস্ত্ৰ আমাৰ পিতৃ-পিতামহৰ অস্ত্ৰ, ইয়াক এৰি আন কিবা কৰিবলৈ ললে আমাৰ জাত যাব' বুলি কলে সিহঁতৰ মনুষ্যত্বৰ মূলত আঘাত কৰা হব। সেয়ে হলে তেওঁলোকে যাক জাত ৰক্ষা বুলি ভাবিছে, সি ৰক্ষিত হব পাৰে; কিন্তু সিহঁতকৈও ডাঙৰ জাত হৈছে মনুষ্যজাত। ইয়াত সিহঁতৰ কৌলিন্যৰ মৃত্যু ঘটিব। আজিও যিবোৰে প্ৰস্তৰ যুগৰ অস্ত্ৰৰ বেছি আগ বাঢ়িব পৰা নাই, সিহঁত বনে-জংঘলে লুকাই ফুৰিছে। সিহঁত বাহিৰৰ অৱস্থাৰ ওচৰত পৰাসক্ত, প্ৰচলিত সোঁতৰ বেগত সিহঁত চকু মুদি গৈ থাকে। সিহঁতে অন্তৰৰ স্বৰাজ পোৱা নাই। সেই হেতুকে বাহিৰৰ স্বৰাজৰ অধিকাৰৰ পৰাও সিহঁত ভ্ৰষ্ট। সিহঁতে নেজানে যে মানুহে নিজ শক্তিৰ বশত অসাধ্য

সাধন কৰিব লাগিব, যিখিনি হৈছে তাৰ মাজত সি আবদ্ধ নেথাকিব, যিখিনি হোৱা নাই তাৰ পিনেও সি আগ বাঢ়িব। সি এই গতিপথত আগ বাঢ়িব আত্মশক্তিৰ উদ্বোধন আৰু অন্তঃকৰণৰ সাধনাৰ বলত, জয়ঢোল বজাই বুকু ফিন্দাই নহয়।

আজিৰ পৰা ত্ৰিশ বছৰ আগৰ 'সাধনা' কাগজত লিখা সময়ত আমাৰ দেশৰ মানুহক এই কথাই কবলৈ চেষ্টা কৰিছিলো। সেই সময়ত ইংৰাজী শিকা ভাৰতবৰ্ষ আনৰ ওচৰত অধিকাৰ ভিক্ষা কৰা কামত ভীষণ ব্যস্ত আছিল। তেতিয়া মই এই কথাষাৰ বুজাবলৈ বাৰে বাৰে প্ৰয়াস কৰিছিলো যে মানুহে নিজৰ অধিকাৰ আনৰ পৰা খুজি লব নেলাগে, অধিকাৰ সৃষ্টি কৰিবহে লাগে। কিয়নো মানুহ প্ৰধানকৈ অন্তৰদ্বাৰা চালিত জীৱ। বাহিৰৰ লাভত অন্তৰৰ লোকচান হয়। মই কৈছিলো যে আমাৰ মূৰৰ ওপৰৰ 'আবেদন-নিবেদনৰ থালখনৰ' বোজাৰ তুলনাত আমি অধিকাৰৰ পৰা বঞ্চিত হোৱা দুখৰ বোজাটো সিমান গধুৰ নহয়। তাৰ পিছত 'বংগদৰ্শন' চলোৱা ভাৰ যেতিয়া মোৰ হাতলৈ আহিল, তেতিয়া বংগবিভাগ আন্দোলনত গোটেই বংগদেশ উত্তপ্ত। মনৰ ক্ষোভত বঙালীয়ে তেতিয়া মাঞ্চেষ্টাৰৰ কাপোৰ বৰ্জন কৰি বোম্বাই মিলৰ সদাগৰবোৰৰ লোভ বৃদ্ধি কৰি তুলিছিল। ইংৰাজ চৰকাৰৰ ওপৰত অভিমান এই বস্তু বৰ্জনৰ মূল কাৰণ আছিল। সিদিনাখন এই ষাৰ কথা কবলপীয়া হৈছিল যে 'এহ ৱাহ্য'। ইয়াৰ প্ৰত্যক্ষ লক্ষ্য হৈছে ইংৰাজ-সকল, ভাৰতবাসীসকল উপলক্ষ্য মাত্ৰ। এই উত্তেজনাৰ মূল দেশবাসীৰ প্ৰতি প্ৰেম নহয়, বিদেশী লোকৰ প্ৰতি ক্ৰোধহে। সিদিনাখন দেশৰ মানুহক এই কথা কৈ সাবধান কৰি দিবলগীয়া হৈছিল যে ভাৰতত ইংৰাজসকল থকা কথাটো বাহ্যিক, দেশখন যে আছে এইটোহে আমাৰ ভিতৰৰ কথা। এই ভিতৰৰ কথাটোৱে চিৰসত্য আৰু বাহিৰটো হৈছে মায়া। বাহিৰৰ পৰা খঙতে হওক বা অনুৰাগতে হওক সমস্ত মন-প্ৰাণ দি চাই থকালৈকে মায়াই বৃহৎ আকাৰ ধাৰণ কৰে। দোৰি গৈ তাৰ ভৰিত কামুৰি দিয়াটো যিদৰে তীব্ৰ আসক্তি, ভক্তিত ভৰি সাবটি ধৰাও তেনে। তাক নিবিচাৰিলেও তাৰ কথা ভাবিলে আমাৰ অন্তৰখন উত্তেজিত হয়, বিচাৰিলে তো কথাই নাই। মায়া অন্ধকাৰৰ নিচিনা। বাহিৰ ফালৰ পৰা যান্ত্ৰিক বাহনৰ সহায়তো তাক অতিক্ৰম কৰি যাব নোৱাৰি, পানীৰে ধুই পেলাব খুজিলেও সাত সমুদ্ৰ তেৰ নদী শুকাই যায়।

সত্য পোহৰ স্বৰূপ। তাৰ শিখা জ্বলা মাত্ৰকে মায়া আঁতৰি যায়। সেই কাৰণে শাস্ত্ৰত কোৱা হৈছে :

স্বল্পমপ্যস্য ধৰ্মস্য ত্ৰায়তে মহতো ভয়াৎ

অৰ্থাৎ ভয় হৈছে মনৰ নাস্তিকতা। ধৰ্ম্ম হৈছে সত্য। সেইটো হ'ল মনৰ আস্তিকতা। ইয়াৰ অলপ মাত্ৰ আবিৰ্ভাৱে ডাঙৰ কাম কৰে, ভাৰতত ইংৰাজসকলৰ আবিৰ্ভাৱৰ বিষয়টো বহুৰূপী। আজি সি ইংৰাজৰ ৰূপ লৈ, কাইলৈ অন্য বিদেশীৰ মূৰ্ত্তি ধৰি, তাৰ পিছত নিজৰ দেশৰ মানুহৰ বেশেৰে ওলাবহি। এই পৰতন্ত্ৰতাক হাতত ধনুৰ্ব্বাণ লৈ বাহিৰৰ পৰা আঘাত কৰিলে সি নিজৰ মোট সলাই থাকিব। আমিও মিছাতে কষ্ট ভুগিম। কিন্তু আমাৰ দেশ এখন আছে। এইটোহে সত্য। ইয়াক পালে বাহিৰৰ মায়া আপোনা আপুনি নাইকিয়া হব।

আমাৰ এখন দেশ আছে এই আস্তিক ভাবটোৰ পুৰিত এটা সাধনাও আছে। দেশত জন্মিছোঁ কাৰণে দেশগণ আমাৰ এই কথাষাৰ উপৰুৱা। যি দেশক মানুহে নিজৰ জ্ঞান, বুদ্ধি, প্ৰেম আৰু কৰ্ম্মৰ দ্বাৰা সজাই তোলে সেই দেশখনেই তাৰ স্বদেশ। ১৯০৫ চনত মই বঙালীসকলক মাতি এই কথা-টোকে কৈছিলো যে আত্মশক্তিৰ দ্বাৰা ভিতৰৰ ফালৰ পৰা দেশক সজোৱা, কাৰণ সৃষ্টিৰ মাজেৰে উপলব্ধিৰ সত্যতা প্ৰমাণিত হয়। বিশ্বকৰ্ম্মাই নিজৰ সৃষ্টিৰ মাজত নিজকে পায়। দেশক পোৱা মানে দেশৰ মাজত নিজৰ আত্মাক ব্যাপকভাবে উপলব্ধি কৰা। নিজৰ চিন্তা, কৰ্ম্ম আৰু সেৱাৰ দ্বাৰা দেশখনক যেতিয়া নিজে গঢ়ি তোলা হয়, তেতিয়াই নিজৰ আত্মাক দেশৰ ভিতৰত সত্য ৰূপে দেখা পোৱা যায়। মানুহৰ দেশ মানুহৰ মনৰ সৃষ্টি। দেশৰ মাজতে মানুহৰ আত্মাৰ ব্যাপ্তি আৰু প্ৰকাশ।

যি দেশত জন্মিছো, কি উপায়ৰে সেই দেশখনক আমাৰ আপোন কৰি তুলিব পাৰোঁ সেই সম্পৰ্কে বহুদিন আগতে 'স্বদেশী সমাজ' নামৰ প্ৰবন্ধত বহলভাবে আলোচনা কৰিছোঁ। সেই আলোচনাত বহুতো ত্ৰুটি থাকিলেও এই কথাটো জোৰ দি কোৱা হৈছে যে দেশ জয় কৰিব লাগিব নিজৰ নৈষ্কৰ্ম্য আৰু ঔদাসীন্যৰ হাতৰ পৰা, আনৰ হাতৰ পৰা ননয়। দেশৰ যি কোনো উন্নতি সাধন কৰিবলৈ যিবোৰ উপলক্ষ্যত আমি চৰকাৰৰ দুৱাৰ মুখত থিয় দিছোগৈ সেই উপলক্ষ্যবোৰে আমাৰ নৈষ্কৰ্ম্যক কেৱল গভীৰ কৰিহে তুলিছে।

ইংৰাজ চৰকাৰৰ কীৰ্ত্তি আমাৰ কীৰ্ত্তি নহয়। বাহিৰৰ ফালৰ পৰা সেই কীৰ্ত্তিত আমাৰ উপকাৰ যিমানেই নহওক লাগে, ভিতৰ ফালৰ পৰা আমাৰ দেশক আমি হেৰুৱাওঁ। অর্থাৎ আত্মাৰ বিনিময়ত সফলতা লাভ কৰোঁ। যাজ্ঞবল্কই কৈছে, "ন বা অৰে পুত্ৰস্য কামায় পুত্ৰঃ প্ৰিয়ো ভৱতি। আত্মনস্তু কামায় পুত্ৰঃ প্ৰিয়ো ভৱতি।" দেশৰ ক্ষেত্ৰতো একে কথা। দেশ আমাৰেই আত্মা। সেই কাৰণে আমাৰ প্ৰিয়। এইটো বুজি পালে দেশ নিৰ্ম্মাণ কাৰ্য্যত পৰৰ মুখলৈ চাই থকাটো সহ্য নহয়।

সিদিনাখন মই দেশক যিটো কথা কবলৈ চেষ্টা কৰিছিলো সেইটো বিশেষ একো নতুন কথা নহয় আৰু তাৰ স্বদেশ হিতৈষীসকলৰ কাণত বজা এনে কোনো কথাও নাছিল। আন কাৰো মনত নপৰিলেও মোৰ হলে স্পষ্টভাৱে মনত আছে যে মোৰ এইবোৰ কথাত দেশৰ মানুহবোৰ ক্ৰুদ্ধ হৈ উঠিছিল। কটু ভাষা ব্যৱসায়ী সাহিত্যিক গুণ্ডাবোৰৰ কথা মই কোৱা নাই, গণ্য-মান্য আৰু শিষ্ট শান্ত ব্যক্তিসকলেও মোৰ ক্ষেত্ৰত ধৈৰ্য্য ধৰিব নোৱাৰিলে। ইয়াৰ কাৰণ প্ৰধানকৈ দুটা: প্ৰথমটো ক্ৰোধ আৰু দ্বিতীয়টো লোভ। ক্ৰোধৰ তৃপ্তি সাধন একপ্ৰকাৰ ভোগ-সুখেই। এই ভোগ-সুখৰ উন্মত্ততাত আমাৰ বাধা নিচেই কম আছিল। আমি মনৰ আনন্দেৰে কাপোৰ পুৰি ফুৰিছিলো, পিকেটিং কৰিছিলো, যিবোৰ আমাৰ বাটেৰে যোৱা নাছিল সিহঁতৰ বাটত কাঁইট পুতিছিলো আৰু ভাষাৰ ব্যৱহাৰত আমাৰ কোনো বান্ধ নোহোৱা হৈছিল। এই আটাইবোৰ অমিতাচাৰৰ কিছুদিন পিছত এজন জাপানীয়ে এদিন মোক কৈছিল, "তোমালোকে নিঃশব্দে, দৃঢ় আৰু গূঢ় ধৈৰ্য্যৰ সৈতে কাম কৰিব নোৱাৰা কিয়? কেৱল শক্তিৰ অপব্যৱহাৰ কৰাটো উদ্দেশ্য সাধনৰ সদুপায় নহয়।" ইয়াৰ উত্তৰত সেই জাপানী ভদ্ৰলোকক এই বুলি কবলগীয়া হৈছিল: উদ্দেশ্য সাধনৰ কথাটোৱে যেতিয়া মনত উজ্জ্বল হৈ থাকে তেতিয়া মানুহে স্বাভাৱিকতে আত্ম সংযম কৰি সকলো শক্তি সেই পিনে নিয়োগ কৰে। কিন্তু যেতিয়া তৃপ্তি সাধনৰ উন্মত্ততাই উদ্দেশ্য সাধনক চেৰ পেলায়, তেতিয়া শক্তি খৰচ কৰি দেউলীয়া হোৱাত একোৱে বাধা দিব নোৱাৰা হয়। যি সময়ত বঙালী সকলে কিছু দিনৰ কাৰণে ক্ৰোধ-তৃপ্তিৰ সুখ-ভোগত বিশেষ বাধা পোৱা নাছিল আৰু আটাইবোৰ কথাই এটা আচৰিত সপোন যেন বোধ হৈছিল সেই সময়ত তেওঁলোকক অন্য উপায়ৰ কথা কবলৈ গৈ মই ক্ৰোধ-ভাজন হৈ

পাৰিছিলো। তাৰ উপৰিও আন এটা কথা হৈছে লোভৰ কথা। ইতিহাসত পোৱা যায় যে সকলো জাতিয়ে দুৰ্গম বাটেৰে গৈ দুৰ্লভ বস্তু লাভ কৰিছে। আমি তেওঁলোকতকৈ বহুত সস্তাত পাম; হাত যোৰ কৰা ভিক্ষাৰ দ্বাৰা নহয়, চকু ৰঙা কৰা ভিক্ষাৰে পাম। এই ভাবৰ আনন্দত সিদিনাখন দেশ উতলা হৈছিল। ইংৰাজ দোকানীবোৰে যাক 'ৰিডুইচড্ প্ৰাইচ চেল' বুলি কয়, ভাগ্যৰ বজাৰত বঙালীৰ পলিটেকেল মালৰ তেনে সস্তা দামৰ বতৰ উপস্থিত হৈছিল, সম্বল কম থকা লোকে সস্তাৰ নাম শুনি ইমান বেছি আনন্দিত হয় যে বস্তুটোনো কি, সি কেনেকুৱা ইত্যাদি কথাৰ খবৰ নলয়, আৰু কোনোবাই সেই বিষয়ে সন্দেহ কৰিলেও তাক ধৰি মাৰিবলৈ যায়। মুঠৰ ওপৰত সিদিনাখন বাহিৰৰ মায়াটোহে আমাৰ লক্ষ্য আছিল। সেয়েহে সেই সময়ৰ এজন নেতাই আমাৰ এখন হাত ইংৰাজ চৰকাৰৰ টেঁটুট আৰু আন এখন হাত ভৰিত থকা বুলি অভিমত প্ৰকাশ কৰিছিল। অৰ্থাৎ দেশৰ কাৰণে এখন হাতো শুদা নাছিল। সেই সময়তে নাইবা তাৰ কিছুদিন পিছত এই দ্বিধাটো হয়তো বহুতৰ মনৰ পৰা আঁতৰি গৈছে। এটা দলৰ দুয়োখন হাতেই হয়তো চৰকাৰৰ টেঁটুৰ পিনে আগ বাঢ়িছে আৰু আন এটা দলৰ হয়তো দুয়োখনেই ভৰিৰ পিনে গতি কৰিছে, মায়াৰ হাতৰ পৰা মুক্তি লাভ কৰিবলৈ হলে এই দুয়োটাই বাহিৰৰ পথ। এনে ক্ষেত্ৰত কেৱল ইংৰাজক লৈয়ে আমাৰ মন নিবিষ্ট হৈছে।

সেই সময়ত বংগদেশত চাৰিওপিনৰ পৰা হৃদয়াবেগৰ আহ্বান আহিছিল। অকাল হৃদয়াবেগে জুইৰ নিচিনাকৈ সমুখত পৰা বস্তুবোৰ পুৰি ছাই কৰি পেলায়, সৃষ্টি নকৰে। মানুহৰ অন্তঃকৰণে ধৈৰ্য্য, নৈপুণ্য আৰু দূৰদৃষ্টিৰ সৈতে এই জুইত টান উপাদানবোৰ গলাই নিজৰ প্ৰয়োজনৰ সামগ্ৰী গঢ়ি তোলে। সেই সময়ত দেশৰ অন্তঃকৰণক সজাগ কৰা নহ'ল। ইমান শক্তিশালী হৃদয়াবেগ সৃষ্টি হোৱা সত্বেও কোনো এটা স্থায়ী ব্যৱস্থা গঢ়ি নুঠিল।

ইয়াৰ কাৰণ আমাৰ নিজৰ ভিতৰতে আছে। বহুদিনৰ পৰা আমাৰ ধৰ্ম্ম আৰু কৰ্ম্মৰ ক্ষেত্ৰত আমি এজাতে হৃদয়াবেগ আৰু আনহাতে অভ্যস্ত ৰীতি-নীতিক খামোচ মাৰি ধৰি আহিছোঁ। বহুদিনৰ পৰা আমাৰ অন্তঃকৰণে কোনো কাম কৰা নাই। সেই কাৰণে আমাৰ দ্বাৰা কোনো কাম সিদ্ধ কৰাব লগা হ'লে হৃদয়াবেগৰ ওপৰত নিৰ্ভৰ কৰিবলগীয়া হয় আৰু নানাভাবে যাদুমন্ত্ৰ পাঠ কৰি মন মুগ্ধ কৰাৰ আৱশ্যকতাই দেখা দিয়ে। অৰ্থাৎ গোটেই দেশ জুৰি

এনে এটা অৱস্থাৰ সৃষ্টি কৰা হয় যে সি অন্তঃকৰণৰ পক্ষে কাম কৰা অৱস্থাৰ প্ৰতিকূল হৈ পৰে।

অন্তঃকৰণৰ জড়তাৰ পৰা উদ্ভৱ হোৱা ক্ষতি একোৱে পূৰাব নোৱাৰি। কেতিয়াবা পূৰাবলৈ বিচাৰিলেও মোহৰ আশ্ৰয় লবলৈ মন যায়। আলাউদ্দিনৰ চাকিৰ উৰা বাতৰি শুনি অক্ষমসকলৰ লোভ একেবাৰে উজাৰ দি উঠে। এই কথাষাৰ সকলোৱে এক বাক্যে স্বীকাৰ কৰিব যে আলাউদ্দিনৰ চাকিৰ নিচিনা আচৰিত ধৰণৰ সুবিধাৰ বস্তু আৰু নাই। এই বস্তুটো ক'তো পোৱা নেযায় এইটোৱে মাত্ৰ তাৰ অসুবিধা। যাৰ লোভ বেছি অথচ সামৰ্থ্য কম তেনে মানুহে এই বস্তুটোযে পোৱা নেযায় এই কথাষাৰ বুকু ডাঠি কব নোৱাৰে। কোনোবাই আলাউদ্দিনৰ চাকিৰ আশ্বাস দিয়ালৈকে তেওঁৰ উদ্যম পূৰ্ণৰূপে জাগি থাকে। কোনোবাই সেই আশ্বাস হৰণ কৰিবলৈ গ'লে এনেভাবে চিৎকাৰ আৰম্ভ কৰে যেন তেওঁক সৰ্ব্বস্বান্ত কৰাহে হ'ল।

বংগ বিভাগৰ উত্তেজনাৰ সময়ত যুবকসকলৰ এটা দলে ৰাষ্ট্ৰ বিপ্লৱৰদ্বাৰা দেশত যুগান্তৰ সৃষ্টি কৰিবলৈ বিচাৰিছিল। আন নহলেও এই প্ৰলয় হুতাশনত তেওঁলোকে নিজকে আহুতি দিছিল। তাৰ বাবে তেওঁলেকি অকল আমাৰ দেশতে নহয়, সকলো দেশতে সকলোৰে নমস্য। তেওঁলোকৰ নিষ্ফলতাও আত্মাৰ জেউতিৰে সমুজ্জ্বল। পৰম ত্যাগ আৰু পৰম দুখৰ মাজত তেওঁলোকে এই কথা স্পষ্টভাৱে জানিব পাৰিছে যে ৰাষ্ট্ৰ সাজু নহলে ৰাষ্ট্ৰ বিপ্লৱৰ চেষ্টা কৰা মানে বাট এৰি অবাটে যোৱা। প্ৰকৃত পথৰ তুলনাত অপথটো দেখাত চুটি যেন লাগে সচা; কিন্তু তাক অনুসৰণ কৰিবলৈ গ'লে লক্ষ্যত উপনীত হব নোৱাৰি, মাত্ৰ মাজতে ভৰি দুখন কাঁইটৰ মাজে মাজে বুলোঁতে ক্ষতবিক্ষত হয়। যি বস্তুৰ যি দাম তাক পূৰাকৈ দিব নোৱাৰিলে পইচাতো যায়েই বস্তুৱেও নোজোৰে।

সেই দুঃসাহসিক যুবকসকলে সেই সময়ত তেওঁলোকৰ কেইজনমানৰ আত্মোৎসৰ্গৰ দ্বাৰা ৰাষ্ট্ৰবিপ্লৱ আনিব বুলি ভাবিছিল। তেওঁলোকৰ পক্ষে এইটো সৰ্ব্বনাশৰ কথা; কিন্তু দেশৰ পক্ষে ই সন্তোষ। গোটেই দেশৰ অন্তঃকৰণৰ পৰা সমস্ত দেশৰ উদ্ধাৰ সজাগ হয়। দেশৰ কোনো এটা অংশৰ পৰা নহয়। ৰেলগাৰীত প্ৰথম শ্ৰেণীৰ উঠাৰ সুবিধা যিমানেই নেথাকক আৰু তাৰ টিকটৰ মূল্য যিমানেই নহওক লাগে, সি তাৰ লগত সংযুক্ত তৃতীয় শ্ৰেণীৰ

ডবাটো এৰি থৈ আগ্‌বাই যাব নোৱাৰে। মই ভাবোঁ তেওঁলোকে এতিয়া বুজিছে যে সমগ্র দেশ বোলা বস্তুটো গোটেই দেশখনৰ মানুহৰ সৃষ্টি। মানুহৰ হৃদয়বৃত্তি, বুদ্ধিবৃত্তি আৰু ইচ্ছাশক্তিৰ প্রকাশৰ মাজেৰে ই ৰূপ লয়। ই হৈছে যোগলব্ধ ধন অর্থাৎ মানুহৰ সকলো বৃত্তি একমুখী হৈ ইয়াক ৰূপায়িত কৰি তোলে। পলিটিকেল যোগ বা ইকনমিক যোগ পূর্ণযোগ নহয়। সর্ব্বশক্তিৰ যোগ লাগে। আন দেশৰ বুৰঞ্জীলৈ চালে পলিটিকেল ঘোঁৰাটোহে প্রথমতে চকুত পৰে। মনত ভাব হয় যে এই চাৰিঠেঙীয়া জন্তুটোৱে গোটেই জাতিটোক টানি আগ্‌বাই নিছে। তেতিয়া ভালদৰে ভাবি-চিন্তি চোৱা নহয়। ইয়াৰ পিছ পিনে দেশ বুলি যিখন গাৰী আছে সেইখন চলিব পৰা গাৰী। তাৰ এটা চকাৰ সৈতে আন এটাৰ সামঞ্জস্য আছে। এটা অংশৰ সৈতে আনি এটা অংশ ভালদৰে সাঙোঁৰা। এই গাৰীখন সজাই তোলোঁতে অকল যে জুই, হাতুৰি, কৰত আৰু কলকব্জাহে লাগিছে এনে নহয়। ইয়াৰ লগত জড়িত আছে অনেক লোকৰ অনেক চিন্তা, অনেক সাধনা আৰু অনেক ত্যাগ। বাহিৰৰ ফালৰ পৰা স্বাধীন দেশো মই দেখিছোঁ। পলিটিকেল বাহনটোৱে তাক টানি নিয়া সময়ত তাৰ হৰ-হৰ, ঘৰ-ঘৰ শব্দত ওচৰচুবুৰীয়াৰ টোপনি ভাগে, জোকাৰণিত আৰোহণকাৰীৰ বুকু আৰু পিঠি বিষায়। যাওঁতে যাওঁতে বাটত ভাগি ভাগি পৰে ; বন্ধা-ছটা কৰোঁতে কৰোঁতে দিন উকলি যায়। ভালেই হওক বা বেয়াই হওক, চকা বেঁকাই হওক বা পোণেই হওক, স্ক্রু থাককে বা নেথাককে, ইয়ো এখন গাৰী। কিন্তু যিখন গাৰী ঘৰে-বাহিৰে সাত টুকুৰা হৈ পৰি আছে, যাৰ সমগ্র ৰূপ এটা নাই বৰং বিৰুদ্ধতাৰে ভৰা, তাক ক্রোধেই হওক বা লোভেই হওক যিকোনো এটা প্রবৃত্তিৰ বান্ধেৰে বান্ধি হেই-হেই-কৈ টানিলে অলপ সময়ৰ কাৰণে লৰাব পৰা যাব সচাঁ, কিন্তু তাক দেশ-দেৱতাৰ ৰথযাত্রা বুলিব নোৱাৰি। গতিকে ঘোঁৰাটোক বর্ত্তমান ঘোঁৰাশালত বান্ধি থৈ গঢ়া পিটাৰ কামটো আগতে কৰাটো বেছি আৱশ্যক নহয় নে? যম দেৱতাৰ ফাঁচি বিভাগৰ সিংহদুৱাৰৰ পৰা বংগদেশৰ যিসকল যুৱক ঘৰলৈ উভতি আহিছে, তেওঁলোকৰ লিখনি পঢ়ি আৰু তেওঁলোকৰ কথা শুনি মই ভাবোঁ যে তেওঁলোকেও এই কথা ভাবিছে। তেওঁলোকে কৈছে যে সর্ব্বপ্রথম আমাৰ যোগ সাধনৰ আৱশ্যক হৈছে। এই যোগ হৈছে দেশৰ সমস্ত চিত্তবৃত্তিৰ সম্মিলন আৰু পৰিপূর্ণতা সাধনৰ যোগ। বাহিৰৰ

ফালৰপৰা কোনো অন্ধ বাধ্যতাৰে ই সম্ভৱ নহয়; ভিতৰৰপৰা জ্ঞানৰ জেউতিৰে উজ্জ্বল হৈ উঠা মনৰ আত্মোপলব্ধিৰ দ্বাৰাহে ই সম্ভৱ হব। যি কাৰ্য্যৰপৰা গোটেই দেশৰ অন্তঃকৰণ উদ্বোধিত নহয়, অভিভূতহে হয়, সি পূৰ্ণযোগৰ অন্তৰায় মাথোন।

নিজৰ সৃষ্টি শক্তিৰ জৰিয়তে দেশক নিজৰ কৰি তোলৰ আহ্বান এটা ডাঙৰ আহ্বান। সি কোনো বাহিৰা অনুষ্ঠানৰ কাৰণে সকীয়াই দিয়া কথা নহয়। আমাকে কোৱা হৈছে যে মানুহে মৌমাখিৰ নিচিনাকৈ কেৱল একে ধৰণে মৌচাক নাসাজে, নাইবা মকৰাৰ নিচিনাকৈও একে ধৰণেৰে জাল নোগোঁঠে। মানুহৰ সকলোতকৈ ডাঙৰ শক্তি হৈছে অন্তঃকৰণৰ শক্তি। এই আহ্বান সেই অন্তঃকৰণৰ প্ৰতিহে আহ্বান, জড় অভ্যাসপৰতাৰ প্ৰতি নহয়। কোনো লোভৰ বলত পৰি যদি মানুহক কাম কৰিবলৈ কোৱা হয়, চিন্তা কৰিবলৈ হাক দিয়া হয়, তেনেহলে যি মোহত আবদ্ধ হৈ আমাৰ দেশৰ মৃত্যু ঘটিছে, সেই মোহক আশ্ৰয় দিয়া হব। ইমান দিন আমি অনুশাসন আৰু চলিত প্ৰথাৰ সমুখত মানৱ মনৰ সৰ্ব্বোচ্চ অধিকাৰ—বিচাৰ শক্তিৰ অধিকাৰ—বিক্ৰী কৰি নিশ্চিন্ত আৰু অলস হৈ বহি আছোঁ। আমি কৈছোঁ যে আমি সমুদ্ৰৰ সি পাৰলৈ নেযাওঁ, কাৰণ মনুৱে তাক নিষেধ কৰিছে। মুছলমানৰ লগত বহি নেখাওঁ, কাৰণ শাস্ত্ৰ তাৰ বিৰোধী। অৰ্থাৎ যি প্ৰণালীৰে চলিলে মানুহৰ মন বোলা কথাটোৰ কোনো দৰকাৰ নহয়, যিটো কেৱল চিন্তাহীন অভ্যাসনিষ্ঠাৰ কাম, আমাৰ সংসাৰ যাত্ৰাৰ পোন্ধৰ অনা কাম তেনে প্ৰণালীৰে কৰা হয়। সকলো বিষয়ত চাকৰৰ ওপৰত নিৰ্ভৰ কৰি চলা মানুহৰ যেনে পংগু অৱস্থাৰ সৃষ্টি হয়, বাহিৰা আচাৰ-পদ্ধতিৰ দ্বাৰা চালিত লোকসকলৰো অৱস্থা তদ্ৰূপ। বাহ্যিক আচাৰৰদ্বাৰা চালিত মানুহ যন্ত্ৰ চালিত পুতলাৰ নিচিনা। এজন চালকৰ জাতৰপৰা তাক মুক্তি দিলে আন এজন চালকৰ জাতত তাক সমৰ্পণ কৰিবলগীয়া হয়। পদাৰ্থবিদ্যাত নিশ্চেষ্টতা (ইনাৰ্ছিয়া) বোলা কথাটোৰ একান্ত সাধনাক পৱিত্ৰতা বুলি অভিমান কৰা মানুহ স্থাৱৰ আৰু জংগম দুয়ো অৱস্থাতে নিজ কৰ্তৃত্বশূন্য হৈ পৰে। সকলো প্ৰকাৰে পৰাধীন হোৱাৰ কাৰণে অন্তঃকৰণৰ জড়তা উত্তৰ হয়। তাৰপৰা মুক্ত কৰাৰ উপায় চকুত ধূলি দিয়া বাধ্যতাও নহয় আৰু যন্ত্ৰ চালিত পুতলাৰ নিচিনা বাহ্যানুষ্ঠানো নহয়।

বংগবিভাগ আন্দোলনৰ পিছত দেশৰ আকৌ যি আন্দোলন উপস্থিত হৈছে তাৰ পৰিমাণ আগতকৈ বহুত বেছি। সমগ্ৰ ভাৰতবৰ্ষ জুৰি তাৰ প্ৰভাৱ বিস্তাৰিত হৈছে। বহুদিনৰপৰা আমাৰ ৰাজনৈতিক নেতাসকলে ইংৰাজী পঢ়া লোকৰ দলটোৰ বাহিৰে আনলৈ চকু দিয়া নাছিল। কাৰণ তেওঁলোকৰ দেশখন আছিল ইংৰাজী ইতিহাস পঢ়া এখন পুথিগত দেশ। সেই দেশখন ইংৰাজী ভাষাৰ বাষ্পৰদ্বাৰা ৰচিত এটা মৰীচিকা, তাৰ মাজত বাৰ্ক, গ্লেড্‌ষ্টোন, মেটছিনি আৰু গেৰিবল্ডীৰ অস্পষ্ট মূৰ্তি ভাহি ফুৰিছিল। প্ৰকৃত আত্মত্যাগ নাইবা দেশৰ মানুহৰ প্ৰতি যথাৰ্থ সহানুভূতি তাত দেখা নগৈছিল। এনে সময়তে ভাৰতৰ বহু কোটি দুখীয়াৰ দুৱাৰত মহাত্মাগান্ধী আহি উপস্থিত হ'লহি। তেওঁ তেওঁলোকৰ নিজৰ বেশত আহিল আৰু তেওঁলোকৰ সৈতে তেওঁলোকৰ নিজৰ ভাষাত কথা কলে। এইটো এটা সত্য বস্তু; ইয়াত পুথিগত দৃষ্টি নাই। সেই হেতুকে তেওঁক দিয়া মহাত্মা নামটো সাৰ্থক হৈছে। ভাৰতৰ ইমান মানুহক নিজৰ আপোনি বুলি কোনেও গ্ৰহণ কৰিব পৰা নাই। সত্যৰ স্পৰ্শ মাত্ৰকে আত্মাৰ অন্তৰ্নিহিত শক্তিৰ মুকলি হয়। ভাৰতবাসীৰ বহুদিনৰ পৰা বন্ধ দুৱাৰৰ সমুখত প্ৰকৃত প্ৰেম উপস্থিত হোৱা মাত্ৰকে দুৱাৰ মেল খালে। কাৰো মনত আৰু কাৰ্পণ্য নেথাকিল; সত্যৰ স্পৰ্শত সত্য জাগি উঠিল। চাতুৰীৰ দ্বাৰা চালিত ৰাষ্ট্ৰনীতি যে বন্ধ্যা এই কথাষাৰ শিকাৰ আৱশ্যকতা আমাৰ বহুদিন আগৰ পৰাই আছিল। মহাত্মাৰ অনুগ্ৰহত সত্যৰ শক্তিৰ পৰিচয় প্ৰত্যক্ষভাবে আমি দেখিবলৈ পাইছোঁ। ভীৰু আৰু দুৰ্ব্বল-সকলৰ কৰ্ম্ম হৈছে চাতুৰী। আজিৰ দিনতো বহুতো বিজ্ঞলোকে মহাত্মাৰ চেষ্টাক পলিটিকেল জুৱাখেলাৰ এটা গোপন চালৰ সৈতে সাঙুৰিবলৈ বিচাৰে। প্ৰেমৰ স্পৰ্শত দেশৰ অন্তৰৰ যি প্ৰেম উদ্বেলিত হৈছে, সি অবান্তৰ নহয়। এই কথাখিনি সিহঁতে বুজি নেপায়, কাৰণ সিহঁতৰ মন মিছাৰে জীৰ্ণ। এইটোৱে মুক্তি। ইংৰাজসকল দেশৰ ভিতৰত থাককে বা নাথাককে সেই কথাৰ ইয়াত স্থান নাই। এই প্ৰেমক স্বপ্ৰকাশ বুলি কব পাৰি।

প্ৰেমৰ আহ্বানত জাগি উঠা ভাৰতবৰ্ষৰ এই আশ্চৰ্য্য উদ্বোধনৰ সুৰ সমুদ্ৰৰ সিপাৰে মোৰ কাণত পৰিছিলগৈ। তেতিয়া পৰম আনন্দত ভাবিছিলোঁ যে এইবাৰ এই উদ্বোধনৰ দৰবাৰলৈ আমাৰ সকলোলৈকে আহ্বান আহিব। ভাৰত-বাসীৰ মনৰ ঢাক খাই থকা শক্তিৰ বিচিত্ৰ ৰূপবোৰ প্ৰকাশিত হব। এয়েই

আমাৰ দেশৰ মুক্তি—প্ৰকাশেই হৈছে মুক্তি। এদিনাখন ভাৰতত বুদ্ধদেৱে নিজ সত্য সাধনাৰদ্বাৰা সৰ্ব্বভূতৰ প্ৰতি মৈত্ৰীমন্ত্ৰ প্ৰকাশ কৰিছিল। তাৰ ফল স্বৰূপে সেই সত্যৰ প্ৰেৰণাত ভাৰতৰ মনুষ্যত্ব, শিল্প, কলা, বিজ্ঞান আৰু ঐশ্বৰ্য্যৰ মাজেৰে পৰিব্যক্ত হৈ উঠিছিল। ৰাষ্ট্ৰ শাসনৰ পিনৰপৰা সেই সময়তো ভাৰতে বাৰে বাৰে এক সূত্ৰত সংযোজিত হোৱাৰ চেষ্টা কৰিছিল যদিও বিফল হৈছিল। তথাপি ভাৰতৰ চিত্তই সুপ্তি আৰু অপ্ৰকাশৰপৰা মুক্তি লাভ কৰিছিল। এই মুক্তিৰ শক্তি ইমান যে সিয়ে মানুহক নিজ দেশৰ ক্ষুদ্ৰ সীমাৰ ভিতৰত আবদ্ধ কৰি নেৰাখি সমুদ্ৰৰ সিপাৰৰ দূৰ দেশকো স্পৰ্শ কৰি সেই দেশৰ চিত্তৰ ঐশ্বৰ্য্য উদ্ঘাটন কৰিছে। আজিকালিৰ কোনো বণিক বা সৈনিকে এনে কাম কৰিব পৰা নাই। তেওঁলোকে পৃথিবীৰ যি ঠাইকে স্পৰ্শ কৰিছে, সেই ঠাইতে বিৰোধ, কষ্ট আৰু অপমান জাগ্ৰত হৈ বিশ্ব প্ৰকৃতিৰ শ্ৰী নষ্ট কৰি পেলাইছে। কিয় এনে হ'ল? তাৰ উত্তৰ হৈছে, লোভ সত্য বস্তু নহয়, প্ৰেমহে সত্য। প্ৰেমে যি মুক্তি দান কৰে সি একেবাৰে ভিতৰৰ পৰা দিয়ে। লোভে স্বাতন্ত্ৰ্যৰ কাৰণে কৰোঁতে কিন্তু জোৰ-জবৰদস্তিৰদ্বাৰা নিজৰ উদ্দেশ্য সাধন কৰিবলৈ অস্থিৰ হৈ উঠে। এইটো লক্ষ্য কৰিছোঁ যে বংগ বিভাগৰ সময়ত বাহিৰৰ পৰা নানা প্ৰকাৰৰ হেঁচা দি আমি দুখীয়াবোৰক ত্যাগৰ দুখ স্বীকাৰ কৰিবলৈ বাধ্য কৰিছোঁ, প্ৰেমৰদ্বাৰা তেনে কৰা হোৱা নাই। লোভে অলপ সময়ৰ ভিতৰতে এটা বিশেষ সংকীৰ্ণ ফল লাভ কৰিবলৈ চেষ্টা চলায়। প্ৰেমৰ ফল এদিন বা অলপ দিনৰ ভিতৰত পোৱা ফল নহয়। নিজৰ ভিতৰতে এই ফলৰ সাৰ্থকতা।

ইমান দিনৰ মূৰত আমাৰ দেশত এনে আনন্দময় মুক্তিৰ বতাহ বলিছে বুলি কল্পনা কৰি এই দেশত উপস্থিত হলোঁহি। আমি এটা কথা দেখি হতাশ হৈ পৰিছোঁ। দেখিবলৈ পাইছোঁ দেশৰ মনৰ ওপৰত কিহবাৰ এটা ডাঙৰ হেচাঁ পৰিছে। বাহিৰৰ কিহবাৰ এটা বলত সকলোকে একে কথা কবলৈ আৰু একে কাম কৰিবলৈ যেন বাৰে বাৰে সকীয়াই দিয়া হৈছে।

মই যেতিয়া প্ৰশ্ন কৰিবলৈ যাওঁ, মোৰ হিতৈষীসকলে ব্যাকুল হৈ মোক মাতিবলৈ হাক দিয়ে। দেশৰ পৰিস্থিতিৰ মাজত এটা প্ৰবল উৎপীড়নে দেখা দিছে। সেই উৎপীড়ন কোনো লাঠী-টাঙোনৰ উৎপীড়ন নহয়। তাতকৈয়ো ডাঙৰ উৎপীড়ন, অলক্ষ্য উৎপীড়ন। বৰ্ত্তমানৰ প্ৰচেষ্টা সম্বন্ধে যাৰ মনত

অলপো সংশয় আছে তেওঁ সেই সংশয় অতি সাৱধানে প্ৰকাশ কৰিলেও পিছ মুহূৰ্ত্ততে তেওঁৰ বিৰুদ্ধে এটা শাসন ভিতৰে ভিতৰে উদ্যত হৈ উঠে। কোনো এখন বাতৰি কাকত এদিন কাপোৰ পোৱা সম্বন্ধে অতি মৃদু মন্দ মধুৰ কণ্ঠত অলপ আপত্তিৰ আভাস প্ৰকাশিত হৈছিল। সেই কাকতৰ সম্পাদকে কলে যে পিছদিনাখনেই পাঠকসকলৰ চাঞ্চল্যই তেওঁক চঞ্চল কৰি তুলিলে। যি জুয়ে কাপোৰ পুৰিছে সেই জুয়ে তেওঁৰ কাগজ পোৰোঁতে বেছি সময় নেলাগিব। ইয়াৰ পৰা ইয়াকে দেখিবলৈ পাইছে যে এক পক্ষৰ লোক অত্যন্ত ব্যস্ত হৈ উঠিছে আৰু এক পক্ষৰ লোক হৈছে ত্ৰস্ত। গোটেই দেশৰ বিদ্যা আৰু বুদ্ধিক এনেদৰে হেঁচা দি ৰাখিব লাগিব। কেৱল বাধ্যতাক আঁকোৱালি লব লাগিব। এই বাধ্যতা হৈছে মন্ত্ৰশক্তিৰ বাধ্যতা আৰু অন্ধবিশ্বাসৰ বাধ্যতা।

বাধ্যতাই বা কিয়? তাৰ উত্তৰত আকৌ সেই লোভৰ ৰিপুৰ কথাই আহে। অতি কম সময়তে অতি দুৰ্লভ ধন অতি সস্তাত পোৱাৰ এটা আশ্বাস দেশবাসীৰ সমুখত উপস্থিত হৈছে। এইটো কোনো সন্ন্যাসীৰ মন্ত্ৰশক্তিৰ দ্বাৰা সোণ লাভৰ আশ্বাস। ইয়াৰ প্ৰলোভনত মানুহে নিজৰ বিচাৰ বুদ্ধিক অনায়াসে জলাঞ্জলি দিব পাৰে আৰু যি জলাঞ্জলি দিবলৈ ৰাজী নহয় তেওঁৰ ওপৰত ভীষণ ক্ৰোধ প্ৰকাশ কৰে। সকলোৱে যে এই আশ্বাসত সম্পূৰ্ণ বিশ্বাস কৰে এনে নহয়, তেওঁলোকে কয় যে দেশৰ এনে প্ৰলোভনৰ সময়ত এদল মানুহৰদ্বাৰা এটা বিশেষ উদ্দেশ্য সাধন কৰাব পৰা যাব পাৰে। 'সত্যমেৱ জয়তে নানৃতম্' যি ভাৰতৰ এনে বাণী তেওঁলোকৰ মতে সেই ভাৰতে স্বৰাজ পাবই নোৱাৰে। আৰু এটা কথা। যিটো লাভৰ দাবী কৰা হৈছে তাৰ এটা নাম থোৱা হৈছে, কিন্তু তাৰ সংজ্ঞা দিয়া হোৱা নাই। ভয়ৰ কাৰণটো অস্পষ্ট হলে ভয় আৰু ভয়ংকৰ হোৱাৰ নিচিনা, লোভৰ বিষয়টো অস্পষ্ট হলে তাৰো প্ৰবলতা বাঢ়ি যায়; কাৰণ তাক লৈ কল্পনা কৰাত কোনো বাধা নেথাকে। প্ৰত্যেক মানুহে নিজৰ মন অনুযায়ী তাৰ গঢ় দিব পাৰে। প্ৰশ্নৰ দ্বাৰা আক্ৰমণ কৰিলেও সি এটা নহয় এটাৰ আঁৰত নিজক ঢাকি ৰাখে। এনেকৈ এপিনে লোভৰ লক্ষ্যটো অনিৰ্দ্দিষ্ট হোৱাত যথেষ্ট বিস্তৃত হৈছে; আনপিনে তাক পোৱাৰ সাধনাটো সময় আৰু উপায় দুয়ো ফালৰ পৰা অতি সংকীৰ্ণ কৰি দেখুৱা হৈছে। এনে ভাবে মানুহৰ মনক মোহাচ্ছন্ন কৰি তোলে।

বিদ্যা-বুদ্ধি, প্ৰশ্ন-বিচাৰ সকলো পুৰি ছাই হৈ যায়। কেৱল বাধ্যতাৰ ওপৰত গুৰুত্ব দিয়া হয়। মানুহ তেতিয়া সম্মত হোৱাত পলম নহয়। কোনো এটা বাহিৰা অনুষ্ঠানৰ দ্বাৰা অদূৰবৰ্ত্তী কোনো এটা বিশেষ মাহৰ বিশেষ তাৰিখে স্বৰাজ লাভ হব বুলি কৰা ঘোষণাক দেশৰ বেছি ভাগ মানুহে অতি সহজে বিনা তৰ্কে স্বীকৰ কৰি হাতত গদা লৈ সকলো তৰ্ক-বিতৰ্ক চুৰমাৰ কৰিবলৈ যেতিয়া প্ৰবৃত্ত হয়, অৰ্থাৎ নিজৰ বুদ্ধিৰ স্বাধীনতা বিসৰ্জ্জন দিয়ে আৰু আনৰ বুদ্ধিৰ স্বাধীনতা হৰণ কৰিবলৈ উদ্যত হয়; তেতিয়া সেই অৱস্থাটো এটা বিষম চিন্তাৰ কথা হৈ নুঠে নে? এই ভূত জাৰিবলৈ আমি বেজ বিচৰা উচিত। কিন্তু স্বয়ং ভূতে যদি বেজ হৈ দেখা দিয়ে তেতিয়া হলে বিপদৰ সীমা নেথাকে।

মহাত্মাই সত্য আৰু প্ৰেমৰদ্বাৰা ভাৰতৰ হৃদয় জয় কৰিছে। এই ক্ষেত্ৰত আমি সকলো তেওঁৰ ওচৰত পৰাজিত। সত্যৰ শক্তিৰ দৰ্শন হোৱাত আমি কৃতাৰ্থ মানিছোঁ। চিৰন্তন সত্যৰ কথা আমি কিতাপত পঢ়োঁ, মুখেৰেও কওঁ; যি মুহূৰ্ত্তত আমাৰ সম্মুখত দেখোঁ সি আমাৰ পুণ্যক্ষণ। বহুদিনৰ মূৰত অকস্মাৎ আমাৰ এই সুযোগ আহিল। প্ৰত্যেক দিনে আমি কংগ্ৰেছক গঢ়িব পাৰোঁ, ভাঙিবও পাৰোঁ। ভাৰতৰ ৰাজ্যই ৰাজ্যই ইংৰাজীত পলিটিকেল বক্তৃতা দি ফুৰাও আমাৰ সাধ্যৰ ভিতৰুৱা। কিন্তু সত্য আৰু প্ৰেমৰ যি সোণৰ শলাৰে এশ বছৰৰ সুপ্ত চিত্ত জাগ্ৰত হয় তাক আমাৰ ওচৰত থকা দোকানত গঢ়িব নোৱাৰি। যাৰ হাতত এই দুৰ্লভ বস্তু দেখিলোঁ, তেওঁক আমি প্ৰণাম জনাইছোঁ।

সত্যক প্ৰত্যক্ষৰূপে দেখা সত্বেও সত্যৰ প্ৰতি আমাৰ নিষ্ঠা নহলে একো লাভ নাই। প্ৰেমৰ সত্যক প্ৰেমৰ দৃষ্টিৰে যিদৰে মানোঁ, বুদ্ধিৰ সত্যক বুদ্ধিৰ সত্যক বুদ্ধিৰ দৃষ্টিতে তেনেকৈ আমি মানিব লাগিব। কংগ্ৰেছ আদি কোনো বাহিৰা অনুষ্ঠানৰ কামত দেশৰ হৃদয় সজাগ হোৱা নাই; মহৎ অন্তৰৰ অকৃত্ৰিম প্ৰেমৰ পৰশতহে জাগিছে। আন্তৰিক সত্যৰ প্ৰভাৱ আমি ইমান স্পষ্টভাবে যিহেতু দেখা পাইছোঁ, স্বৰাজ লাভৰ সময়তো সেই সত্যক আমি বিশ্বাস নকৰি থাকিম নে? উদ্বোধনৰ সময়ত যাক মানিছোঁ, অনুষ্ঠানৰ সময়ত তাক বিসৰ্জ্জন দিম নে?

ধৰি লোৱা মই এজন বীণাৰ ওস্তাদ বিচাৰিছোঁ। পূব আৰু পশ্চিমৰ

বহুতকে পৰীক্ষা কৰিলোঁ। হৃদয়ৰ তৃপ্তি নহ'ল। তেওঁলোকে ডাঙৰ ডাঙৰ কথা কয়, কৌশলো যথেষ্ট জানে, দৈনিক আয়ো যথেষ্ট হয়। তেওঁলোকৰ বাহাদুৰি দেখি মনত প্ৰশংসাৰ ভাব উদয় হয়; কিন্তু প্ৰেমৰ সঞ্চাৰ নহয়। অৱশেষত এজনক পোৱা গ'ল। তেওঁ তাঁৰত দুটামান ঘঁহনি মৰা মাত্ৰকে অন্তৰৰ আনন্দৰ উৎসৰ মুখত বহু দিনৰ পৰা থকা মোহৰ এক মুহূৰ্ত্ততে গলি গ'ল। ইয়াৰ কাৰণ কি? এই ওস্তাদৰ অন্তৰত থকা আনন্দময়ী শক্তিটোৱে প্ৰকৃত বস্তু। সিয়ে নিজৰ আনন্দ শিখাৰ পৰা অতি সহজে হিয়াই হিয়াই আনন্দ শিখা জ্বলাই দিয়ে। সেইটো জানি তেওঁকেই ওস্তাদ বুলি মানিলোঁ, তাৰ পিছত মোৰ এখন বীণা সজাবলগীয়া হ'ল। এই বীণা তৈয়াৰ কৰা বিদ্যাত যি সত্যৰ দৰকাৰ সি আন বিধৰ সত্য। তাত অনেক চিন্তা, অনেক শিক্ষা, অনেক বস্তুতত্ত্ব, অনেক মাফ-জোখ আৰু অনেক অধ্যৱসায়ৰ আৱশ্যক। তেনে অৱস্থাত মোৰ গুৰুৱে মোৰ দৰিদ্ৰ অৱস্থাৰ প্ৰতি লক্ষ্য কৰি এনেদৰে হঠাৎ মোক কলে নহব, "বাচা, বীণা সাজোঁতে বহুতো বস্তুৰ দৰকাৰ, এই সেইবোৰ যোগাৰ কৰিব নোৱাৰিবি। তই এই কাঠীডালত এডাল তাঁৰ বান্ধি ঝংকাৰ দিবলৈ আৰম্ভ কৰ। অমুক মাহৰ অমুক তাৰিখে এই কাঠীডালেই বীণা হৈ বাজিবলৈ আৰম্ভ কৰিব।" গুৰুৱে মোৰ অক্ষমতাৰ প্ৰতি দয়া দেখুৱা উচিত নহয়। তেওঁ এনেকৈহে কোৱা উচিত যে 'এইবোৰ বস্তু সোনকালে আৰু সস্তাত পোৱা বস্তু নহয়।' তেৱেঁ আমাক স্পষ্টকৈ বুজাই দিব যে বীণাৰ এডাল মাত্ৰ তাঁৰ নহয়। ইয়াৰ উপকৰণ বহুতো, ইয়াৰ নিৰ্মাণ কাৰ্য্য সূক্ষ্ম, নিয়মৰ অলপ ত্ৰুটি হলেই আচল সুৰ নেবাজে। গতিকে জ্ঞানৰ তত্ত্ব আৰু নিয়ম ভাবিচিন্তি যত্ন সহ পালন কৰিব লাগিব। দেশৰ হৃদয়ৰ গভীৰতাৰ পৰা সহাঁৰি পোৱাই হ'ল গুৰুৰ বীণাবাদন। এই বিদ্যাত প্ৰেমে যে কিমান উচ্চ স্থান অধিকাৰ কৰি আছে সেই কথাটো আমি মহাত্মাৰ পৰা নিখুঁতভাবে শিকিবলৈ ওলাইছোঁ। এই সম্বন্ধে তেওঁৰ প্ৰতি আমাৰ শ্ৰদ্ধা অক্ষুণ্ণ হৈ থাকক। কিন্তু স্বৰাজ গঢ়ি তোলা তত্ত্ব বিস্তৃত; ইয়াৰ প্ৰণালীও দুঃসাধ্য আৰু সময় সাপেক্ষ। তাৰ কাৰণে যিদৰে আকাংক্ষা আৰু হৃদয়াবেগৰ আৱশ্যক, তেনেদৰে তথ্যানুসন্ধান আৰু বিচাৰবুদ্ধিৰো দৰকাৰ। এই ক্ষেত্ৰত যিসকল অৰ্থশাস্ত্ৰবিদ তেওঁলোকে চিন্তা কৰিব লাগিব, যন্ত্ৰবিদসকলে খাটিব লাগিব, শিক্ষাতত্ত্ববিদ আৰু ৰাষ্ট্ৰবিদ সকলোৱেই গভীৰ চিন্তা কৰিব লাগিব আৰু

কামত লাগিব লাগিব। অর্থাৎ দেশৰ অন্তঃকৰণ সকলো পিনৰ পৰা পূৰ্ণ উদ্যমত জাগৃত হব লাগিব। তাৰ কাৰণে দেশৰ মানুহৰ জিজ্ঞাসা বৃত্তি যাতে সদায় নির্ম্মল আৰু নিৰভিভূত হয় আৰু যাতে কোনো গোপনীয় বা প্রকাশ্য শাসনৰদ্বাৰা সকলোৰে বুদ্ধিক ভীৰু আৰু নিশ্চেষ্ট কৰি তোলা নহয়। দেশৰ বিচিত্র শক্তিক আহ্বান কৰি নিজৰ নিজৰ কামত লগাব কোনে পাৰে? সকলো আহ্বানত দেশে সহাঁৰি নিদিয়ে তাৰ পৰীক্ষা আগতে বহুবাৰ হৈ গৈছে। দেশৰ সকলো শক্তিক দেশৰ সৃষ্টি কাৰ্য্যৰ সৈতে আজি পৰ্য্যন্ত কোনেও যোগযুক্ত কৰিব পৰা নাই কাৰণেই আমাৰ ইমান দিন গ'ল। সেয়েহে ইমান দিনে অপেক্ষা কৰি আছোঁ। দেশৰ মানুহক আহ্বান কৰিবলৈ যাৰ আচল অধিকাৰ আছে তেৱেঁই সকলোকে সকলোৰে আত্মশক্তি অনুযায়ী নিযুক্ত কৰিব। এদিনাখন ভাৰতৰ তপোবনত আমাৰ দীক্ষা গুৰুৱে সত্য জ্ঞানৰ বলত দেশৰ ব্ৰহ্মচাৰীসকলক মাতি কৈছিল,

যথাপঃ প্ৰৱতায়ন্তি যথা মাসা অহৰ্জৰম্

এৱং মাং ব্ৰহ্মচাৰিণো ধাতৰায়ন্তু সৰ্ব্বতঃ স্বাহা

পানীয়ে যি দৰে নামনি ঠাইলৈ গতি কৰে, মাহবোৰ যিদৰে সংবৎসৰৰ পিনে ধাবিত হয়, তেনেদৰে সকলো পিনৰ পৰা ব্ৰহ্মচাৰীসকল মোৰ ওচৰলৈ আহক। তাহানিখনৰ সত্য দীক্ষাৰ ফল আজিও জগতত অমৰ হৈ আছে আৰু তাৰ আহ্বান আজিও বিশ্বৰ কাণত বাজে। আজি আমাৰ কৰ্ম্ম গুৰুৱেও তেনেকৈ দেশৰ সকলো কৰ্ম্মশক্তিক আহ্বান নকৰিব কিয় আৰু নকব কিয়, আয়ন্তু সৰ্ব্বতঃ স্বাহা—সকলো পিনৰ পৰা তেওঁলোক আহক। দেশৰ সকলো শক্তিৰ জাগৰণেই দেশৰ জাগৰণ। সকলো প্ৰকাৰৰ জাগৰণেই মুক্তি। মহাত্মাজীৰ কণ্ঠত ভগবানে আহ্বানৰ শক্তি দিছে। ই সত্য জড়িত। গতিকে এইটোৱে আছিল আমাৰ সুন্দৰ সুযোগ। কিন্তু তেওঁ এটা মাত্ৰ সংকীৰ্ণ ক্ষেত্ৰত আহ্বান জনালে। তেওঁ কলে 'সকলোৱে মিলি সূতা কাটা, কাপোৰ বোৱা।' এই আহ্বান সেই 'আয়ন্তু সৰ্ব্বতঃ স্বাহা'ৰ সৈতে একে নে? এই আহ্বান নতুন যুগৰ মহান সৃষ্টিৰ আহ্বান জানো? বিশ্ব প্ৰকৃতিয়ে মৌমাখিক মৌচাকৰ সংকীৰ্ণ জীৱন যাত্ৰাৰ পথত আহ্বান জনোৱাৰ লগে লগে মৌমাখিয়ে কামৰ সুবিধাৰ কাৰণে সেই আহ্বানত নিজকে ক্লীব কৰি পেলালে। এই আত্মত্যাগ সিহঁতৰ মুক্তিৰ পৰিপন্থী হ'ল। যি দেশৰ অধিকাংশ মানুহে কোনো প্ৰলোভন নাইবা

অনুশাসনত পৰি অন্ধভাবে নিজৰ শক্তিৰ ক্লীবত্ব সাধন কৰিবলৈ কুণ্ঠিত নহয়, তেওঁলোকৰ বন্দী অৱস্থাৰ কাৰণে তেওঁলোকৰ অন্তৰখনেই দায়ী। সূতা কটা এপিনৰ পৰা চালে অত্যন্ত সহজ। সেই হেতুকে সকলো মানুহৰ কাৰণে সি টান। সহজৰ আহ্বান মানুহৰ কাৰণে নহয়, মৌমাখিৰ কাৰণেহে। মানুহৰ পৰা চূড়ান্ত শক্তিৰ দাবী আহিলেহে আত্ম প্ৰকাশৰ ঐশ্বৰ্য্য উদঘাটন কৰিব পাৰি। স্পাৰ্টাই এটা লক্ষ্য লৈ চাই মানুহৰ শক্তিক সংকীৰ্ণ কৰি সেই লক্ষ্যক বলবান কৰিবলৈ চেষ্টা কৰিছিল। স্পাৰ্টাৰ জয় ন'হল। এথেন্স মানুহৰ সকলো শক্তিক উন্মুক্ত কৰি সেইবোৰক পূৰ্ণতা দান কৰিবলৈ বিচাৰিছিল। এথেন্সৰ জয় হ'ল। সেই জয় ধ্বজা আজিও মানব সভ্যতাৰ উচ্চ শিখৰত উঠিছে। ইউৰোপত সৈনিক থকা ঠাই নাইবা কাৰখানাত মানব শক্তি ক্লীবত্ব সাধন হোৱা নাই জানো? লোভৰ বশীভূত হৈ উদ্দেশ্য সাধনৰ খাতিৰত মানুহৰ মনুষ্যত্বক সংকীৰ্ণ কৰি পেলোৱা নাই নে? এই কাৰণতেই আজি ইউৰোপীয় সমাজত নিৰানন্দ ঘনীভূত হৈ উঠা নাই নে? বৃহৎ কলৰদ্বাৰাও মানুহক সংকীৰ্ণ কৰা হয়, সৰু কলৰদ্বাৰাও সৰু কৰা হয়। ইঞ্জিনৰদ্বাৰাও কৰা হয় আৰু যঁতৰৰ দ্বাৰাও কৰা হয়। স্বাভাবিক ক্ষেত্ৰত যতঁৰে কোনো অপকাৰ নকৰে; বৰং উপকাৰ হে কৰে। মানব মন বিচিত্ৰ। সেইবাবে য'ত স্বাভাৱিক অৱস্থা নাই তাত যঁতৰেৰে সূতা কটাৰ পৰিবৰ্ত্তে মনৰো বহুত ক্ষতি হয়। মন বস্তুটো সূতাতকৈ কম মূল্যবান নহয়।

এটা কথা কোৱা হৈছে যে ভাৰতত আশীজন মানুহে খেতি কৰে। সিহঁত বছৰৰ ভিতৰত ছ মাহ সময় এনেয়ে থাকে। সিহঁতক সূতা কটা কামত উৎসাহিত কৰিবলৈ কিছুদিন সকলো ভদ্ৰলোকে সূতা কটা আৱশ্যক। ইয়াৰ আগতে ভালদৰে তথ্য পাতি সংগ্ৰহ কৰি এই কথাষাৰ প্ৰতিপন্ন কৰাটোহে প্ৰথম দৰকাৰী কথা। খেতিয়কসকলে কিমানখিনি সময় খেতি কৰে, কিমান সময় কৰ্ম্মহীন হৈ থাকে। খেতিৰ কাম বন্ধ থকা সময়ত তেওঁলোকে যি উপায়েৰে জীৱিকা উপাৰ্জন কৰে সূতা কটাৰ পৰা তাতকৈ বেছি উপাৰ্জন কৰিব নে নাই। খেতিৰ কথা বাদ দিও জীৱিকাৰ এটা মাত্ৰ উপায়েৰে সকলো খেতিয়কক আবদ্ধ ৰখা দেশৰ মংগলৰ কাৰণে উচিত হয় নে নহয় সেই বিষয়েও সন্দেহ আছে। মুঠৰ ওপৰত কাৰো মুখৰ কথাত নিৰ্ভৰ কৰি অনুমানৰ দ্বাৰা আমি সাৰ্ব্বজনীন কোনো পন্থা অবলম্বন কৰিব নোৱাৰোঁ। বিশ্বাসযোগ্য

প্ৰণালীৰে তথ্য অনুসন্ধান কৰাৰ পিছতহে উপায়ৰ যথাযোগ্যতা সম্বন্ধে ভাবি চাব পৰা যাব।

কোনো কোনোৱে কয় যে আমি দেশখনৰ চিত্তশক্তিক চিৰদিনৰ কাৰণে সংকীৰ্ণ কৰিবলৈ বিচৰা নাই; অলপ কেই দিনমানৰ কাৰণেহে বিচৰা হৈছে। অলপ সময়ৰ কাৰণেনো কিয়? কাৰণ এই কম সময়ৰ ভিতৰতে আমি স্বৰাজ পাম। তাৰ যুক্তি ক'ত? নিজৰ কাপোৰ নিজে বই লোৱাটোৱে স্বৰাজ নহয়। আমাৰ বস্ত্ৰ স্বচ্ছলতাৰ ওপৰতে স্বৰাজ প্ৰতিষ্ঠিত নহয়। আমাৰ মনৰ ওপৰত স্বৰাজৰ ভিত্তি। মনে তাৰ বহুধা শক্তিৰদ্বাৰা আৰু আত্মশক্তিৰ আস্থাৰদ্বাৰা স্বৰাজ সৃষ্টি কৰে। কোনো দেশত এই স্বৰাজ সৃষ্টিৰ কাম শেষ হোৱা নাই। সকলো দেশতে লোভ নাইবা মোহৰ প্ৰৰোচনাত কোনো কোনো ক্ষেত্ৰত বন্ধন ৰৈ গৈছে। তাৰ বীজ মানুহৰ চিত্তত নিহিত। সেইবোৰ দেশত সদায় এই চিত্তৰ ওপৰত জোৰ দিয়া হৈছে। আমাৰ দেশতো চিত্তৰ বিকাশৰ ওপৰত স্বৰাজ তিষ্ঠিব পাৰিব। তাৰ কাৰণে বাহিৰৰ কাম নাইবা বাহিৰা ফলৰ দৰকাৰ নাই। জ্ঞান-বিজ্ঞানৰহে দৰ্কাৰ। আমি এনে স্বৰাজক কেই দিনমান সূতা কাটিয়েই লাভ কৰিম এই কথাৰ যুক্তি নাই। যুক্তি নোহোৱাকৈ উক্তিৰে কাম নহয়। আমাৰ দেশত হেজাৰ বিধ মাৰাত্মক উপসৰ্গ আছে। তাতে যদি আমি মানুহৰ মুখৰ পৰা দৈৱবাণীও শুনিবলৈ আৰম্ভ কৰোঁ, তেতিয়া হলে ই সেইবোৰৰ ভিতৰত অন্যতম আৰু প্ৰবলতম হৈ দেখা দিব। দৈৱবাণীৰ বাহিৰে আন একোতে আমাৰ দেশৰ চেতনা নেজাগে। সেয়ে হলে ক্ষণিক লাভৰ আশাত ৰাতিপুৱা আৰু সন্ধিয়া নতুন নতুন বাণী সাজিব লগীয়া হব, অন্য সকলো বাণী প্ৰভাৱহীন হৈ উঠিব। এনেকৈ স্বৰাজৰ গুৰি কাটি আগত পানী ঢালিলে একো লাভ নহব। আমাৰ দেশত দৈৱবাণী, দৈৱ-ঔষধ, বাহিৰা দৈৱ-ক্ৰিয়া আদিৰ প্ৰভাৱ যে বৰ বেছি তাক স্বীকাৰ কৰিছোঁ। সেই কাৰণে আমাৰ দেশত স্বৰাজৰ ভেঁটি স্থাপন কৰিবলৈ হলে দৈৱবাণীৰ ঠাইত বুদ্ধিৰ বাণীক সুদৃঢ়কৈ বহুৱাব লাগিব। জগতত আজি যি সকলে আত্মবুদ্ধিৰ বলত আত্ম কৰ্তৃত্বৰ গৌৰৱ উপলব্ধি কৰিব পাৰিব আৰু সেই গৌৰৱক কোনো লোভ বা মোহৰ বশৱৰ্তী হৈ আনৰ চৰণত সমৰ্পণ কৰিবলৈ নিবিচাৰিব, তেওঁলোকে স্বৰাজ পাব আৰু তাক ৰক্ষাও কৰিব পাৰিব।

আজি বস্ত্ৰাভাৱত লজ্জাকাতৰ মাতৃভূমিৰ প্ৰাংগণত দ'মে দ'মে কাপোৰ পোৰা হৈছে। দৈৱবাণীৰ আহ্বানতে দেশৰ মানুহে আজি তেনে কৰা নাই নে? কাপোৰ ব্যৱহাৰ বা বৰ্জন বিষয়ৰ সৈতে অৰ্থশাস্ত্ৰিক তত্ত্বৰ ঘনিষ্ঠ সম্বন্ধ আছে। এই বিষয়ত এই তত্ত্বৰ ভাষাত দেশবাসীসকলৰ সৈতে কথা পাতিব লাগিব। বুদ্ধিৰ ভাষা শুনা অভ্যাস বহুদিনৰ পৰা যদি দেশত নাইকিয়া হৈছে তেনেহলে বাকী সকলো কাম এৰি অকল তাৰ লগতে যুঁজিব লাগিব। এই অনভ্যাসেই আমাৰ মৌলিক পাপ ( original sin )। এই পাপক প্ৰশ্ৰয় দি আজি ঘোষণা কৰা হৈছে যে বিদেশী কাপোৰ অপৱিত্ৰ, তাক পুৰি পেলোৱা। অৰ্থশাস্ত্ৰক বহিষ্কৃত কৰি তাৰ ঠাইলৈ জোৰ কৰি ধৰ্ম্মশাস্ত্ৰক টানি অনা হ'ল। অপৱিত্ৰ কথাষাৰ ধৰ্ম্মশাস্ত্ৰৰ কথা। আমাৰ প্ৰয়োজন সিদ্ধ নহয় বা নষ্ট হয় কাৰণেই যে মিছা বৰ্জন কৰিব লাগিব বা মিছাটো অপৱিত্ৰ এনে নহয়। তাৰ পৰা আমাৰ আত্মা মলিন হৈ পৰে। গতিকে এই বিষয়ত অৰ্থশাস্ত্ৰ বা ৰাষ্ট্ৰশাস্ত্ৰৰ কথা নেখাটে, ধৰ্ম্মশাস্ত্ৰৰ বাণীয়েই প্ৰৱল। কিন্তু কাপোৰ পোৰা বা নোপোৰা বিষয়ত কিবা ভুল থাকিলে সি অৰ্থতত্ত্ব বা স্বাস্থ্যতত্ত্ব বা সৌন্দৰ্য্য-তত্ত্বৰ ভুল,—এইটো ধৰ্ম্মতত্ত্বৰ ভুল নহয়। ইয়াৰ উত্তৰত কোনো কোনোৱে কয় যে ভুলৰ কাৰণে শৰীৰ আৰু মনৰ দুখ হয়, সেইটোৱে অধৰ্ম্ম। তাৰ উত্তৰত মই কওঁ যে যি কোনো ভুলত দুখ আছেই। জ্যামিতিৰ ভুলৰ কাৰণে আলিবাট বেয়া হয়, ভেঁটি বেকা হয়, দলঙৰ ওপৰেদি ৰেলগাড়ী গ'লে ভয়ংকৰ দুৰ্ঘটনা ঘটে। কিন্তু এই ভুলৰ সংশোধন ধৰ্ম্মশাস্ত্ৰ অনুযায়ী নহয়। অৰ্থাৎ ছাত্ৰই যি বহীত জ্যামিতিৰ ভুল কৰে, অপৱিত্ৰ বুলি সেই বহীটো ফালি পেলালে ভুলৰ সংশোধন নহয়। জ্যামিতিৰ আচল নিয়মেৰে তাক শুধৰাব লাগিব। শিক্ষকে হয়তো এনেদৰে ভাবিব পাৰে যে ভুলৰ বহীটো অপৱিত্ৰ বুলি নকলে ল'ৰাই ভুলক ভুল বুলি গণ্য নকৰিব। যদি সেয়ে সচাঁ হয় তেনেহলে আন সকলো কাম এৰি সকলো উপায় অবলম্বন কৰি এনে চিত্তগত দোষৰ সংশোধন কৰিব লাগিব। তেতিয়া হলেহে এই ছাত্ৰবোৰ মানুহ হৈ উঠিব পাৰিব। আমাৰ ওপৰত এতিয়া কাপোৰ পোৰা হুকুম জাৰি হৈছে। ইয়াক মই হুকুম বুলি মানিব নোৱাৰোঁ। কাৰণ চকু মুদি হুকুম মনাৰ বিষম বিপত্তিৰ পৰা দেশক উদ্ধাৰ কৰিবলৈ আমি যুঁজিব লাগিব। এটা হুকুমৰ পৰা আন এটা হুকুম এনেদৰে হুকুম সমুদ্ৰৰ সাত ঘাটত পানী খুৱাই দেশখনক

মাৰিব নোৱাৰোঁ। দ্বিতীয় কথা হ'ল, যিবোৰ কাপোৰ আমি পুৰিবলৈ ওলাইছোঁ সেইবোৰ আমাৰ কাপোৰ নহয়। প্ৰকৃততে দেশবাসীসকলৰ ভিতৰত আজি যিবোৰৰ কাপোৰ নাই এই কাপোৰবোৰ তেওঁলোকৰেই। সেইবোৰ পুৰিবলৈ আমাৰ কি অধিকাৰ আছে। তেওঁলোকে যদি পুৰিবলৈ কয় তেনেহলে আত্মঘাতীৰ ওপৰতে আত্মহত্যাৰ ভাৰ দিয়া হয়। যিয়ে ত্যাগ কৰিছে তেওঁৰ বহুতো কাপোৰ আছে, যাক জোৰ কৰি ত্যাগৰ দুখ ভোগোৱা হৈছে কাপোৰৰ অভাৱত সি বেচেৰা ঘৰৰ পৰা বাহিৰ ওলাব পৰা নাই। মই বাৰে বাৰে কৈছোঁ, আকৌ কওঁ যে বাহিৰা ফল-লাভৰ আশাত মনটো হেৰুৱাব নোৱাৰোঁ ) যি কলৰ দৌৰাত্ম্যত সমস্ত পৃথিবী পীড়িত, মহাত্মাই সেই কলৰ লগত যুঁজিবলৈ বিচাৰিছে। এই ক্ষেত্ৰত আমি তেওঁৰ দলত আছোঁ। কিন্তু আমাৰ দেশৰ সকলো দৈন্য আৰু অপমানৰ গুৰিত থকা মোহ মুগ্ধ, মন্ত্ৰ-মুগ্ধ অন্ধ বাধ্যতাৰ আশ্ৰয় লৈ এই যুঁজ চলাব নোৱাৰিম। তাৰ লগতে আমাৰ প্ৰধান যুঁজখন। তাক আঁতৰাব পাৰিলে আমি অন্তৰ আৰু বাহিৰ দুয়ো ক্ষেত্ৰতে স্বৰাজ লাভ কৰিম।

কাপোৰ পোৰাত মোৰ সম্মতি আছে; কিন্তু কোনো উক্তিৰ জোৰত নহয়। বিশেষজ্ঞলোকে যথেষ্ট সময় লৈ যথোচিত উপায়েৰে প্ৰমাণ কৰি কাপোৰ পিন্ধা বিষয়ত আমাৰ দেশত হোৱা অৰ্থনৈতিক অপৰাধখিনিৰ প্ৰতিকাৰ কেনে ব্যৱস্থাৰে হব পাৰে সুযুক্তি সহ আমাক বুজাই দিয়ক। কোনো এখন কাপোৰ ব্যৱহাৰ কৰি আমি যি আৰ্থিক অপৰাধ কৰিছোঁ, সেই কপোৰখন পুৰি অপৰাধৰ মূলটো আৰু ব্যাপক কৰি দিয়া নাই বুলি আৰু তাৰ পৰা মাঞ্চে-ষ্টাৰৰ ফাঁচ-গাঁঠি পৰিণাম আৰু পৰিমাণত আৰু টান নহব বুলি বিনা প্ৰমাণে আৰু বিনা যুক্তিৰে নিশ্চিতভাবে কোৱা কেনেকৈ সম্ভৱ হব পাৰে? এই তৰ্ক মই বিশেষজ্ঞ হিচাপে উথাপন কৰা নাই। মই বিশেষজ্ঞ নহওঁ, জিজ্ঞাসুভাবেই কৰিছোঁ। বিশেষজ্ঞই যি কয় সিয়ে বেদবাক্য বুলিও মই কোৱা নাই। কিন্তু তেওঁলোকে বেদবাক্যৰ ছন্দত কথা নকয়। প্ৰকাশ্যভাবে তেওঁলোকে আমাৰ বুদ্ধিক আহ্বান জনায়।

আমি এষাৰ কথা ভাবিবৰ সময় আহিছে। ভাৰতৰ আজিৰ এই উদ্বোধন গোটেই পৃথিবীৰ উদ্বোধনৰ অংগ। এখন মহাযুদ্ধৰ তূৰ্যধ্বনিত আজি যুগা-ৰম্ভৰ দুৱাৰ মুকলি হৈছে। মহাভাৰতত পঢ়িছোঁ, আত্মপ্ৰকাশৰ আগৰ

কালছোৱা হৈছে অজ্ঞাতবাসৰ কাল। কিছুদিনৰ পৰা পৃথিবীত মানুহবোৰৰ পাৰস্পৰিক সম্বন্ধ ঘনিষ্ঠ হৈ উঠা কথাটো স্পষ্ট হোৱা সত্বেও অজ্ঞাত আছিল। অৰ্থাৎ ঘটনাটো বাহিৰে বাহিৰেহে আছিল, আমাৰ মনত প্ৰবেশ কৰা নাছিল। যুদ্ধৰ আঘাতত এক মুহূৰ্তত্তে সমস্ত পৃথিবীৰ মানুহ যেতিয়া বিচলিত হৈ উঠিল তেতিয়া এই কথাটো গুপ্ত হৈ নেথাকিল। এদিন হঠাৎ আধুনিক সভ্যতা অৰ্থাৎ পাশ্চাত্য সভ্যতাৰ ভেঁটি কঁপি উঠিল। এই কম্পন মূল কোনো এডোখৰ ঠাইত সীমিত নহয় আৰু ই অলপ সময়ৰ কাৰণেও হোৱা নাই। গোটেই বিশ্বত ই বিয়পি আছে। মানুহৰ সৈতে মানুহৰ সম্বন্ধ এখন মহাদেশৰ পৰা আন এখন মহাদেশলৈকে ব্যাপ্ত। তাৰ ভিতৰত সত্যৰ সামঞ্জস্য নোহোৱালৈকে এই কাৰণৰ নিবৃত্তি নহয়। এতিয়াৰ পৰা প্ৰত্যেক দেশে নিজৰ বাবে চিন্তা কৰাৰ লগতে গোটেই জগতখনৰ পটভূমিত চিন্তা কৰিব লাগিব। চিত্তৰ এনে বিশ্বমুখী বৃত্তিৰ চৰ্চা কৰাটোৱেই বৰ্ত্তমান যুগৰ শিক্ষাৰ সাধনা। কিছুদিনৰ পৰা ভাৰত ৰাষ্ট্ৰ শাসনত এটা মূল নীতিৰ পৰিবৰ্তন পৰিলক্ষিত হৈছে। এই পৰিবৰ্তন হৈছে ভাৰতৰ ৰাষ্ট্ৰীয় সমস্যাক বিশ্ব সমস্যাৰ অন্তৰ্গত কৰি চোৱাৰ চেষ্টা। যুদ্ধই আমাৰ মনৰ পৰা এখন পৰ্দা আঁতৰালে। যিটো বিশ্বৰ স্বাৰ্থ নহয় সেইটো আমাৰ নিজ স্বাৰ্থ-বিৰোধী—এই কথাষাৰ মানুহে অকল কিতাপৰ পাতত নহয়, বাস্তৱ ক্ষেত্ৰত আজি দেখিবলৈ পাইছে। মানুহে আকৌ বুজিছে যে অন্যায়ক ক্ষেত্ৰত বাহিৰা অধিকাৰ থাকিলেও সত্য অধিকাৰ নেথাকে। বাহ্য অধিকাৰ খৰ্ব্ব কৰি হলেও সত্য অধিকাৰ পালে লাভত বাহিৰে লোকচান নাই। মানুহৰ মাজত দেখা বুদ্ধিৰ এই বিৰাট পৰিবৰ্তনত মানব-চিত্ত ক্ষুদ্ৰৰ পৰা বিৰাটৰ পিনে আগুৱাইছে। ভাৰতৰ ৰাষ্ট্ৰনীতি পৰিবৰ্তনৰ মাজতো ইয়ে কাম কৰিবলৈ আৰম্ভ কৰিছে। ইয়াত যথেষ্ট অসম্পূৰ্ণতা আছে। বাধা-বিঘিনিও যথেষ্ট নোহোৱা নহয়। স্বাৰ্থ-বুদ্ধিয়ে শুদ্ধবুদ্ধিক পদে পদে আক্ৰমণ কৰিবই। সেই বুলি শুদ্ধবুদ্ধিক সম্পূৰ্ণ কপট আৰু স্বাৰ্থবুদ্ধিক সম্পূৰ্ণ অকৃত্ৰিম বুলি ভবাটো অন্যায়। মোৰ এই ষাঠি বছৰীয়া অভিজ্ঞতাৰ পৰা ইয়াকে বুজিছো যে কপটতাৰ নিচিনা দুঃসাধ্য আৰু দুৰ্লভ বস্তু একোৱেই নাই। একেবাৰে কপট লোক ক্ষণজন্মা। অতি অকস্মাৎ তেওঁৰ আবিৰ্ভাব হয়। সকলো মানুহৰ মাজতে কম-বেছি পৰিমাণে চাৰিত্ৰিক দ্বৈধ আছে। আমাৰ মনেৰে দুটা বিৰোধী পদাৰ্থৰ

মূল্য নিৰূপণ কৰাটো কঠিন কাৰণে ভালৰ লগত বেয়াটো দেখিলে লৰালৰিকৈ ভালটোকে চাতুৰী বুলি ধৰি লওঁ। আজিৰ দিনত পৃথিবীত সাৰ্ব্বজনীন যিবোৰ প্ৰচেষ্টা চলিবলৈ ধৰিছে তাৰ প্ৰত্যেক স্তৰতে মানুহৰ এই চাৰিত্ৰিক দ্বৈধ দেখা যাব। তেনে অৱস্থাত তাক অতীত যুগৰ দৃষ্টিৰে চালে স্বাৰ্থবুদ্ধিকে আচল বুলি ধাৰণা হয়। অতীতৰ নীতি আছিল ভেদবুদ্ধিৰ নীতি। কিন্তু সেই প্ৰচেষ্টাক ভবিষ্যত কালৰ দৃষ্টিৰে চালে শুভবুদ্ধিকে আচল বুদ্ধি বুলি মানিব লাগিব। মানুহক সংযুক্ত কৰিবলৈ ভাবী যুগৰ এটা প্ৰেৰণা আহিছে। যি বুদ্ধিয়ে সকলোকে সংযুক্ত কৰে সিয়ে শুভবুদ্ধি। লিগ্ অব্ নেছন্‌চৰ প্ৰতিষ্ঠা নাইবা ভাৰত শাসন সংস্কাৰ, এই আটাইবোৰ হৈছে ভাবী যুগ সম্বন্ধে পশ্চিম দেশৰ বাণী। এই বাণীয়ে সত্যক সম্পূৰ্ণৰূপে প্ৰকাশিত নকৰিলেও ইয়াৰ চেষ্টা সত্যৰ অভিমুখে।

বিশ্বচিত্ত উদ্বোধনৰ এই প্ৰভাত কালত আমাৰ দেশৰ জাতীয় যি কোনো প্ৰচেষ্টাৰ সৈতে বিশ্বৰ সাৰ্ব্বজনীন কোনো বাণী নিহিত নহলে আমাৰ দীনতা প্ৰকাশ পাব। আমাৰ আশু প্ৰয়োজনৰ যিবোৰ কাম সেইবোৰ যে আমি একেবাৰে এৰি পেলাব লাগে সেইটো মই কোৱা নাই। ৰাতিপুৱা চৰাই-চিৰিকতিবোৰ যেতিয়া উঠে তেতিয়া অকল আহাৰৰ অন্বেষণতে সিহঁতৰ জাগৰণৰ সম্বন্ধ নহয়, আকাশৰ আহ্বানত সিহঁতে অক্লান্ত পাখিদুখন জোকাৰি দিয়ে আৰু পোহৰৰ আনন্দত সিহঁতৰ কণ্ঠত গান বাজি উঠে। সৰ্ব্বমানবৰ চিত্তই আজি আমাৰ চিত্তলৈ সেই আহ্বান পঠিয়াইছে। আমাৰ চিত্তই আমাৰ ভাষাত সহঁাৰি দিয়ক। আহ্বানৰ যোগ্য সহঁাৰি দিয়া ক্ষমতাই প্ৰাণশক্তিৰ লক্ষণ। এদিনাখন পৰমুখাপেক্ষী পলিটিক্সত সংযুক্ত থকা সময়ত আমি কেৱল আনৰ অপৰাধৰ তালিকা মুখস্থ কৰি আনৰ কৰ্ত্তব্য ত্ৰুটিৰ কথা সুঁৱৰিছিলো। আজি আমি পৰপৰায়ণতাৰ পৰা আমাৰ পলিটিক্সক মুক্ত কৰিবলৈ বিচাৰোঁ। কিন্তু আজিও সেই আনৰ অপৰাধৰ মন্ত্ৰ জপি জপি আমাৰ বৰ্জ্জননীতিক পালন-পোষণ কৰিবলৈ বিচাৰিছে। এই বিষয়ত আমাৰ মনোভাব যি ধৰণে প্ৰবল হৈছে তাৰ পৰা আমাৰ মন-আকাশলৈ ৰঙা ধূলি উৰি আহি বৃহৎ জগতৰ পৰা আমাৰ চিন্তাক আবৰি ৰাখিছে। প্ৰবৃত্তিৰ দ্ৰুত চৰিতাৰ্থতাৰ পিনে আমাৰ উত্তেজনা কেৱল বঢ়াইছে। গোটেই জগতৰ সৈতে সংযুক্ত ভাৰতৰ বিৰাট ৰূপ আমাৰ দৃষ্টিগোচৰ নোহোৱা কাৰণে আমাৰ কৰ্ম্ম আৰু চিন্তাৰ

মাজেৰে ভাৰতৰ যিটো পৰিচয় দিবলৈ ওলাইছে। সি অতি ক্ষুদ্ৰ, দীপ্তিহীন ; সি আমাৰ ব্যৱসায়ী-বুদ্ধিক প্ৰধানকৈ দেখুৱাইছে। এনে বুদ্ধিয়ে কেতিয়াও একো মহান কাম কৰা নাই। পাশ্চাত্য দেশত এই ব্যৱসায়-বুদ্ধিক অতিক্ৰম কৰি শুভবুদ্ধি সজাগ কৰিবলৈ এটা আকাংক্ষা আৰু উদ্যম দেখা গৈছে। তাত বহুতো মানুহ দেখিছো। তেওঁলোকে এই সংকল্প লৈ সন্ন্যাসী হৈছে। অৰ্থাৎ তেওঁলোকে স্বজাতিৰ বান্ধোন ছিঙি ঐক্যৰ সাধনাত ৰত হৈ অদ্বৈতৰ সন্ধান পাইছে। ইংৰাজসকলৰ মাজত এনেকুৱা সন্ন্যাসী বহুত দেখিছো। তেওঁলোকে নিজ জাতিৰ আত্মম্ভৰিতাৰ পৰা দুৰ্বলক ৰক্ষা কৰাৰ সাধনাত স্বজাতিৰ পৰা আঘাত, অপমান আদি সহিবলৈও কুণ্ঠাবোধ কৰা নাই। তেনে সন্ন্যাসী ফ্ৰান্সতো দেখিছো ; যেনে ৰোমা ৰোলাঁ। তেওঁ নিজ দেশৰ লোকৰ দ্বাৰা বৰ্জিত। তেনে সন্ন্যাসী মই ইউৰোপৰ অখ্যাত দেশবোৰতো লগ পাইছো। ইউৰোপৰ ছাত্ৰসকলৰ বহুতৰে সৰ্বমানবৰ ঐক্য সাধনাত মুখচ্ছবি দীপ্তিমান। ভাবী যুগৰ মহিমাৰ কাৰণে বৰ্তমান যুগৰ সকলো আঘাত ধৈৰ্য্যৰ সৈতে বহন কৰিবলৈ তেওঁলোকে বিচাৰে ; সকলো অপমান বীৰ্য্যৰ দ্বাৰা ক্ষমা কৰিবলৈ বিচাৰে। আজি এই শুভ দিনৰ প্ৰভাত কালত আমিয়েই "পঞ্চকন্যাং স্মৰেন্নিত্যং" অৰ নিচিনা কেৱল আনৰ অপৰাধ স্মৰণ কৰিয়েই থাকিম নে ? আমাৰ জাতীয় সৃষ্টি কাৰ্য্য বাদ-বিবাদ আৰু হাই-কাজিয়াৰ ওপৰতে প্ৰতিষ্ঠা কৰিম নে ? এই প্ৰভাত সময়ত আমি সেই শুভবুদ্ধিদাতাক স্মৰণ নকৰিম নে ?—যঃ একঃ, যিজন এজনেই ; অবৰ্ণঃ, যিজন বৰ্ণহীন, বহুধা শক্তিযোগাৎ বৰ্ণাননেকান্ নিহিতাৰ্থো দধাতি, যিজনে বহুধা শক্তিৰ বলত নানা বৰ্ণৰ মানুহৰ কাৰণে তেওঁলোকৰ অন্তৰ্নিহিত প্ৰয়োজন বিধান কৰিছে ; তেওঁৰ ওচৰতে আমি এই-দৰে প্ৰাৰ্থনা নজনাম নে, স নো বুদ্ধ্যা শুভয়া সংযুনক্তু—তেওঁ আমাৰ সকলোকে শুভবুদ্ধিৰে সংযুক্ত কৰক।

# স্বৰাজ সাধন

আমাৰ দেশৰ জ্ঞানী লোকসকলে সংস্কৃত ভাষাত উপদেশ দিছে যে 'যিমানেই মন যায় কওতে কৰা কিন্তু লেখি প্ৰকাশ নকৰিবা।' মই এই উপদেশ মনা নাই, তাৰ ভূৰি প্ৰমাণ আছে। কিছু পৰিমাণে মানিছোও, সেইটো কেৱল উত্তৰ লেখা সম্বন্ধে। মোৰ যি কবলগীয়া আছে তাকে কবলৈ শপত খোৱা নাই; কিন্তু বাদ যেতিয়া গৈ প্ৰতিবাদ হয়গৈ তেতিয়া কলম বন্ধ কৰোঁ।

মত বোলা এটা বস্তুৰে য়ে আমাক লাগ দি বহি থাকে সেইটো অধিকাংশ ক্ষেত্ৰতে বিশুদ্ধ যুক্তি দি গঢ়া বস্তু নহয়, তাৰে ভিতৰত ভালেমান অংশ আছে যাক বুলিব পাৰি আমাৰ মেজাজ। যুক্তি পোৱা কাৰণে বিশ্বাস কৰাটো অলপ ক্ষেত্ৰতে হয়; বিশ্বাস কৰোঁ কাৰণেই যুক্তি গোটাই আনো. সেইটোহে অধিক ক্ষেত্ৰত হয়। একমাত্ৰ বৈজ্ঞানিক মতহে খাটি প্ৰমাণৰ পথেদিগৈ সিদ্ধান্তত উপস্থিত হয়; অন্য জাতিৰ মত বিলাকৰ বাৰ অনাই ৰাগবিৰাগৰ আকৰ্ষণত ব্যক্তিগত ইচ্ছাৰ কেন্দ্ৰক প্ৰদক্ষিণ কৰি ঘূৰিফুৰে।

এই কথাটো খুব খাটে তেতিয়া, যেতিয়া মতটো কোনো দল লোভৰ ওপৰত প্ৰতিষ্ঠিত হয় আৰু সেই লোভে যেতিয়া বহুসংখ্যক লোকৰ মনক অধিকাৰ কৰে। সেই বহুলোকৰ লোভক উত্তেজিত কৰি সিহঁতক খেদি নি কোনো এটা পথত প্ৰবৃত্ত কৰিবলৈ যুক্তিৰ প্ৰয়োজন নহয়, কেৱল পথটো খুব সহজ হোৱাটো প্ৰয়োজন আৰু প্ৰয়োজন দ্ৰুত দললাভৰ আশাৰ।

খুব সহজে আৰু খুব বেগেতে স্বৰাজ পোৱা যাব পাৰে, এই কথাটোৱে কিছুদিনৰ পৰা দেশৰ মনক মতলীয়া কৰি ৰাখিছে। গণমনৰ এনে ধৰণৰ উত্তেজিত অবস্থাত এই বিষয়ে কোনো প্ৰশ্ন লৈ কৰা বাদ-প্ৰতিবাদে উত্তৰ প্ৰত্যুত্তৰে কেৱলমাত্ৰ বাগ্‌বিতণ্ডাৰ সাইক্লোনৰ আকাৰহে ধাৰণ কৰিব, সেই বতাহত পাল তুলি দি কোনো মতকে নি কোনো বন্দৰ পোওৱাটো সম্ভৱ নহয়। বহুদিনৰ পৰা আমাৰ ধাৰণা আছিল যে স্বৰাজ পোৱা দুৰূহ, এনে সময়তে আমাৰ কাণত পৰিল যে স্বৰাজ পোৱা খুব সহজ আৰু অতি অলপদিনৰ ভিতৰতে পোৱা অসাধ্য নহয়, তেতিয়া এই বিষয়ে প্ৰশ্ন কৰিবলৈ বিচাৰ কৰিবলৈ মানুহৰ আগ্ৰহ নাথাকিল। তামৰ পইছাক সন্ন্যাসীয়ে সোণৰ মোহৰ কৰি দিব

পাৰে, এই কথাত যিবিলাক মতলীয়া হৈ উঠে তেওলোকে বুদ্ধি নাই কাৰণেই যে মতলীয়া হয় তেনে নহয়, লোভত পৰি বুদ্ধি খুটৱাবলৈ ইচ্ছা নকৰে কাৰণেই তেওঁলোকৰ এনে উত্তেজনা।

আজি অলপদিন হ'ল, স্বৰাজ আহি হাতৰ ওচৰ পাইছেহি বুলি দেশৰ মানুহ বিচলিত হৈ উঠিছিল। তাৰ পিছত মিয়াদ উত্তীর্ণ হৈ গ'লত কথা উঠিল, সর্ত পালন কৰা হোৱা নাই কাৰণেই আমি বঞ্চিত হৈছো। এই কথা খুব অলপ মানুহেই ভাবি চালে যে আমাৰ সমস্যাই হৈছে সর্ত প্রতিপাদনক লৈ। স্বৰাজ পোৱাৰ সর্ত আমি পালনকৰা নাই বুলিয়েই যে স্বৰাজ পোৱা নাই, এই কথাতো স্বতসিদ্ধ। হিন্দুমুচলমানে যদি আত্মীয়ভাবে মিলিব পাৰে তেতিয়া হলেই স্বৰাজ পোৱাৰ এটা ডাঙৰ ধাৰা তৈয়াৰী হয়, এই কথা কোৱাই বাহুল্য। বাধা হল সেইখিনিতে যে, হিন্দুমুচলমানৰ মিলন নহ'ল ; যদি মিলন হ'লহেঁতেন তেতিয়া হ'লে পাঁজিত প্রতি বছৰে যি ৩৬৫টা দিন আছে সেই কেউটা দিনেই শুভ দিন হ'লহেঁতেন। এই কথা সঁচা যে, পঞ্জিকাত দিন স্থিৰ কৰি দিলে নিচা লাগে, সেই বুলি নিচা লাগিলেই যে পথ সহজ হয় সেইটো ক'ব নোৱাৰোঁ।

পাঁজিৰ নিৰ্দ্দিষ্ট দিন অনেকদিনৰ আগতেই ভাঁহি গুচি গল কিন্তু নিচা খোৱা নাই। সেই নিচাৰ বিষয়টো এই যে, স্বৰাজিয়া সাধন হৈছে সহজিয়া সাধন। এটা বা দুটা সংকীর্ণ পথেই তাৰ পথ। সেই পথৰ অন্তর্গত হৈ পৰিছে যঁতৰ।

তেনে হ'লেই এই প্রশ্নটো কৰিবলগীয়া হয় যে, স্বৰাজ বস্তুটো কি। আমাৰ দেশ নায়কবিলাকে স্বৰাজৰ সুস্পষ্ট ব্যাখ্যা কৰা নাই। স্বাধীনতা শব্দটোৰ মানে বিস্তৃত। নিজৰ যঁতৰত নিজৰ সূতা কাটিবৰ স্বাধীনতা আমাৰ আছে। নাকাটো যে তাৰ কাৰণ হৈছে কলৰ সূতাৰ সৈতে সাধাৰণতঃ যঁতৰৰ সূতাই ফেৰ মাৰিব নোৱাৰে। হয়তো পাৰে, যদি ভাৰতৰ বহু কোটি মানুহে নিজৰ বিনামূল্যৰ অৱসৰকাল সূতাকটাত নিযুক্ত কৰি মানুহে যঁতৰৰ সূতাৰ মূল্য কমাই দিয়ে। এইটো যে সম্ভৱপৰ নহয় তাৰ প্রমাণ এই যে বংগদেশত যিবিলাকে যঁতৰৰ পক্ষে লেখনী চলাইছে তেওঁলোকৰ বহুতেই নিজে যঁতৰ চলোৱা নাই।

দ্বিতীয় কথা হৈছে এই যে দেশত সকলোৱেমিলি যঁতৰ চলালে অর্থকষ্ট

কিছু দূৰ হ'ব পাৰে, কিন্তু সিও স্বৰাজ নহয়। নহক, কিন্তু সেইটো তো অৰ্থই। দৰিদ্ৰৰ পক্ষে সেইটোও জানো কম? দেশৰ খেতিয়ক বিলাকে তেওলোকৰ অৱসৰকাল বিনাউপাৰ্জ্জনে নষ্টকৰে, তেওঁলোকে যদি সকলোৱেই সূতা কাটে তেতিয়া হলে তেওঁলোকৰ দৈন্য বহুখিনি দূৰ হয়।

স্বীকাৰ কৰি লোৱা হক যে, অৱশ্যে ইও এটা বিশেষ সমস্যা। খেতিয়ক-বিলাকৰ বাহি সময়খিনিক কামত লগাব লাগিব। কথাটো শুনিবলৈ যিমান সহজ আচলতে সিমান সহজ নহয়। এই সমস্যাৰ সমাধানৰ ভাৰ যদি ল'বই লাগে তেনে হ'লে এই সম্বন্ধে বুদ্ধিৰ দূৰূহ সাধনাৰ দৰ্কাৰ! সংক্ষেপে কৈ দিলেই নহ'ব—সিহতে যঁতৰত সূতা কাটক।

খেতিয়কে খেতি কৰাৰ নিয়মীয়া অভ্যাসৰ দ্বাৰা নিজৰ মনক আৰু দেহক এটা বিশেষ প্ৰৱণতা দিছে। কৃষিৰ পথেই তাৰ সহজ পথ। যেতিয়া তেওঁ খেতি কৰে তেতিয়া তেওঁ কাম কৰে, যেতিয়া খেতি নকৰে তেতিয়া কামো নকৰে। এলেহুৱা কাৰণে কাম নকৰে, এই অপবাদ তেওঁক দিয়াটো অন্যায়। যদি ওৰে বছৰ তেওঁৰ খেতি চলিব পাৰিলে হেঁতেন তেতিয়া ওৰে বছৰ ধৰিয়ে তেওঁ কাম কৰিলে হেঁতেন।

কৃষি প্ৰভৃতি হাতৰ কামৰ স্বভাৱেই এনে যে সিহঁতে ব্যবহাৰৰ অভাৱত মনটোক নিশ্চেষ্ট কৰি পেলায়। এটা চিৰকলীয়া অভ্যাসৰ কামৰ পৰা আৰু এটা ভিন্ন প্ৰকৃতিৰ কামলৈ যাবলৈ হ'লেই মনৰ সক্ৰিয়তাৰ দৰ্কাৰ। কিন্তু কৃষি আদি পৰিশ্ৰমৰ কাম লাইন বন্ধা কাম। সি চলে ট্ৰামগড়ীৰ দৰে। হাজাৰ প্ৰয়োজন হ'লেও লাইনৰ বাহিৰত নতুন বাট তাৰ কাৰণে সহজ নহয়।

খেতিয়কক খেতিৰ বাহিৰে আন যি কাম কৰিবলৈ কোৱা হয় তাত তেওঁৰ মন ডিৰেইল্‌ড্‌ হৈ যায়। তথাপি ঠেলিঠুলি তাক হয়তো লৰাব পৰা যাব পাৰে কিন্তু তাত শক্তিৰ বিস্তৰ অপব্যয় ঘটে।

বংগদেশৰ অন্ততঃ দুখন জিলাৰ খেতিয়কৰ সৈতে মোৰ ঘনিষ্ট পৰিচয় আছে। অভ্যাসৰ বান্ধোন যে তেওঁলোকৰ কাৰণে কিমান কঠিন তাৰ অভিজ্ঞতা আমাৰ আছে। এখন জিলা একবিধ খেতিৰ দেশ। তাত ধান উৎপন্ন কৰিবলৈ খেতিয়ক বিলাকে হাড়ভঙা পৰিশ্ৰম কৰে। তাৰ পিছত তেওঁলোকৰ বাৰীৰ মাটিত তেওঁলোকৰ অৱসৰ সময়ত শাকপাচলি উৎপন্ন কৰিব পাৰিলে হেঁতেন। উৎসাহ দিছিলো কিন্তু ফল নেপালো। যিবিলাকে ধান খেতিৰ কাৰণে প্ৰাণপণ

কৰিব পাৰে তেওঁলোকে শাকপাচলি খেতিৰ কাৰণে অকনো ইকাটি সিকাটি কৰিবলৈ নিবিচাৰে। ধানৰ লাইনৰ পৰা শাকপাচলিৰ লাইনলৈ তেওঁলোকৰ মনক ঠেলি তোলা কঠিন।

আৰু এখন জিলাৰ খেতিয়ক বিলাকে ধান, পাট, কুহিয়াৰ প্ৰভৃতি সকলো বিলাক খেতিতেই লাগি আছে। কিন্তু যিবিলাক মাটিত এই বিলাক শস্য সহজে নহয় তেওঁলোকৰ সেই মাটি এনেয়ে চন পৰি থাকে, তাৰ খাজনা ভৰি থাকে। অথচ বছৰে বছৰে পশ্চিম অঞ্চলৰ পৰা খেতিয়ক আহি—এই মাটিতে তৰমুজ, খৰমুজ, চিৰাল প্ৰভৃতি ফলাই যথেষ্ট লাভকৰি দেশলৈ ঘূৰি যায়। তথাপি স্থানীয় খেতিয়কে এই অনভ্যস্ত শস্য কৰি নিজৰ অৱস্থাৰ উন্নতি কৰিবলৈ বিমুখ। তেওঁলোকৰ মন নেযায়।

যি খেতিয়কে পাটৰ খেতি কৰে তাকো স্বভাৱত এনেহুৱা বুলি বদনাম দিব নোৱাৰি। শুনিছো পৃথিবীৰ আন ক'ৰবাত ক'ৰবাত পাট উৎপন্ন কৰা টান নহয়, কিন্তু সেইটাইৰ মানুহ বিলাক পাট উৎপন্ন কৰাৰ দুঃসাধ্য দুঃখ বহন কৰিবলৈ নাৰাজ। বঙ্গদেশত যে পাটৰ খেতি একচেটীয়া তাৰ একমাত্ৰ কাৰণ ইয়াৰ মাটিত নহয়, ইয়াৰ খেতিয়কতহে। অথচ আমি দেখিছো, এই খেতিয়কেই তেওঁৰ বালীয়া মাটিত তৰমুজৰ খেতিকৰি লাভকৰা দৃষ্টান্ত বছৰে বছৰে স্বচক্ষে দেখা সত্ত্বেও এই অনভ্যস্ত বাটেদি যাবলৈ নিবিচাৰে।

যেতিয়াই কোনো এটা সমস্যাৰ কথা ভাবিবলগীয়া হয় তেতিয়াই মানুহৰ মনক কেনেকৈ এটা পথৰপৰা আনএটা পথলৈ লৈ যাবপাৰি সেই কঠিন কথাটো ভাবিব লাগে; কোনো এটা সহজ উপায় বাহ্যিকভাৱে কৈ দিলেই যে কাম হ'ব সেইটো বিশ্বাস নকৰোঁ—মানুহৰ মনৰ লগত এটা নিষ্পত্তি কৰাই হ'ল মূলকাম। হিন্দুমুচলমানৰ মিলন হক, বাহিৰৰ পৰা এটা আদেশ জাৰি কৰা কঠিন কাম নহয়। এই উপলক্ষ্যে হিন্দুবিলাকে খিলাফত আন্দোলনত যোগ দিবপাৰে কিয়নো সেইদৰে যোগ দিয়াটো খুব সহজ। আনকি নিজৰ আৰ্থিক সুবিধাও মুচলমাইনবিলাকৰ কাৰণে বহু পৰিমাণে ত্যাগ কৰিব পাৰে; সেইটোযে কঠিন তাতো সন্দেহ নাই, তথাপি 'এহ বাহ্য'। কিন্তু হিন্দুমুচলমানৰ মিলনৰ কাৰণে পৰস্পৰৰ মনৰ বিৰাগত সংস্কাৰৰ পৰিবৰ্ত্তন কৰা সহজ নহয়। সমস্যাটো হৈছে এইখিনিতে। হিন্দুৰ ওচৰত মুচলমান অশুচি, আৰু মুচলমানৰ ওচৰত হিন্দু কাফেৰ—স্বৰাজ লাভৰ লোভতো এই কথাটো ভিতৰে ভিতৰে

কোণেও পাহৰিব নোৱাৰে। মই এজন ইংৰাজক নকল কৰা মানুহৰ কথা জানিছিলো, হোটেলৰ খানাৰ প্ৰতি তেওঁৰ খুব লোভ আছিল। তেওঁ বাকী সকলো বস্তুকে তৃপ্তিৰে আহাৰ কৰিছিল, কেৱল গ্ৰেট-ইষ্টান'ৰ ভাতটোহে বাদ দিছিল, কৈছিল বোলে মুচলমানে ৰান্ধা ভাত চোন কোনো পধ্যেই মুখলৈ যাব নোখোজে। যি সংস্কাৰগত কাৰণত ভাত খাবলৈ সংকোচ হয় সেই সংস্কাৰ-গত কাৰণতে মুচলমানৰ সৈতে ভালদৰে মিলাটো তেওঁৰ সংকোচ হ'ব। ধৰ্ম-নিয়মৰ আদেশমতে মনৰ যিবিলাক অভ্যাস আমাৰ অন্তৰ্নিহিত সেই অভ্যাসৰ মাজতে হিন্দু-মুচলমান বিৰোধৰ দৃঢ়তাই নিজৰ কৌটিকলীয়া গড় বান্ধি সোমাই আছে ; খেলাফতৰ অনুকূল্য বা আৰ্থিক ত্যাগ স্বীকাৰ তাৰ অন্তৰ্পুৰত গৈ নোসোমায়গৈ।

আমাৰ দেশৰ এই বিলাক সমস্যা আন্তৰিক কাৰণেই ইমান দুৰূহ। বাধা আমাৰ প্ৰত্যেকৰ মনৰ মাজতে আছে ; তাক দূৰ কৰাৰ কথা ক'লে আমাৰ মন বিদ্ৰোহী হৈ উঠে। এই কাৰণে এটা অত্যন্ত সহজ বাহ্যিক প্ৰণালীৰ কথা শুনিলেই আমি স্বস্তিৰ নিশ্বাস পেলাওঁ। ঠিক পথেদি অৰ্থ উপাৰ্জনৰ বাধা যাৰ মনৰ ভিতৰত আছে তেৱেঁজনেই জুৱা খেলি ৰাতিটোৰ ভিতৰতে ডাঙৰ মানুহ হ'বৰ দুৰাশাত নিজৰ সৰ্বনাশ কৰিবলৈকো ওলায়।

যঁতৰত সূতাকটাটো স্বৰাজসাধনাৰ প্ৰধান অংগ। এই কথা যদি জনসাধাৰণে স্বীকাৰ কৰে তেতিয়া হ'লে মানিবই লাগিব যে জনসাধাৰণৰ মতে স্বৰাজটোও এটা বাহ্য ফললাভ। সেই কাৰণেই দেশৰ মংগল সাধনত আত্মপ্ৰভাৱৰ যি-বিলাক চৰিত্ৰগত আৰু সামাজিক প্ৰথাগত বাধা আছে সেই প্ৰধান বিষয়ৰ পৰা আমাৰ মনক আতৰাই আনি যঁতৰ চলোৱাৰ ওপৰত তাক সম্পূৰ্ণভাৱে নিবিষ্ট কৰিলে মানুহবিলাক বিস্মিত নহয়, বৰঞ্চ আৰাম পায়। এনে অবস্থাত ধৰিয়েই লোৱা হক যে, খেতিয়ক বিলাকে তেওলোকৰ অবসৰ কাল যদি লাভবান কামত লগায় তেতিয়া হলে আমাৰ স্বৰাজ লাভৰ এটা প্ৰধান অন্তৰায় দূৰ হ'ব পাৰে ; ধৰিয়ে লোৱা হক যে এই বাহ্যিক বিষয়টোৱেই আজি আমাৰ দেশত আটাইত কৈ পৰম চিন্তনীয় বিষয়।

তেনে হ'লে দেশনায়ক বিলাকে ভাবিব লাগিব, খেতিয়ক বিলাকে অবসৰ কাল কি উপায়ে ভালভাৱে কামত খটাব পাৰে। এই কথা নক'লেও হয় যে খেতিৰ কামত লগাব পাৰিলেই ঠিক বাটটো পোৱাযায়। মোৰ যদি কঠোৰ

দৈন্য সংকট ঘটে তেতিয়া মোৰ পৰামৰ্শদাতা হিতৈষীয়ে এই কথা সকলোতকৈ আগতে চিন্তা কৰিব লাগিব যে মই দীৰ্ঘকাল ধৰি সাহিত্য ৰচনাতে অভ্যস্ত। বাগব্যৱসায়ৰ প্ৰতি তেওঁৰ সিমানেই অশ্ৰদ্ধা থাকক লাগিলে তথাপি মোৰ উপকাৰ কৰিবলৈ হ'লে এই কথা তেওঁ উলাই কৰিব নোৱাৰে। তেওঁ হয়তো হিছাপকৰি মোক স্পষ্টভাবে দেখুৱাই দিব পাৰে যে ছাত্ৰবিলাকৰ কাৰণে কলেজৰ ওচৰত যদি চাহৰ দোকান খোলো তেতিয়া হ'লে শতকৰা ৭৫ টকা হাৰে লাভ হ'ব পাৰে।

হিছাপৰ পৰা মানুহৰ মনটোক বাদ দিলে লাভৰ অংকটো খুব ডাঙৰ কৰি দেখুৱাটো সহজ। চাহৰ দোকান কৰিবলৈ গৈ মই যে নিজকে সৰ্বস্বান্ত কৰিব পাৰোঁ তাৰ কাৰণ এইটো নহয় যে সুযোগ্য চাহ দোকানীৰ দৰে মোৰ বুদ্ধি নাই, তাৰ কাৰণ—চাহ দোকানীৰ দৰে মোৰ মন নাই। সেই কাৰণে হিতৈষী বন্ধুৱে যদি মোক ডিটেক্‌টিভ গল্প লিখিবলৈ অথবা স্কুল কলেজৰ পাঠ্যবিষয়ৰ নোট লিখিবলৈ কয়, তেতিয়া নিতান্ত বাধ্যত পৰিলে হয়তো সেইটো চেষ্টা কৰি চাব পাৰোঁ। মোৰ বিশ্বাস, চাহৰ দোকান খোলাতকৈ তাত মোৰ সৰ্বনাশৰ সম্ভাৱনা কম হ'ব। লাভৰ কথাত সন্দেহ থাকিলেও অন্ততঃ এই কথাটো নিশ্চিত যে, সাহিত্যিকৰ মনটোক কাৰ্যৰ লাইনৰ পৰা ডিটেকটিভ্ গল্পৰ লাইনলৈ সুইচ্‌কৰি দিয়াটো দুঃসাধ্য নহয়।

চিৰজীৱন ধৰি খেতিয়কৰ দেহমনৰ যি শিক্ষা আৰু অভ্যাস হৈছে তাৰপৰা তাক অকস্মাৎ ঠেলি পঠালে তাক সুখী বা ধনী কৰা সহজ নহয়। পূৰ্বতে কৈছে যে মনৰ চৰ্চা যাৰ কম গোৰামি তেওঁলোকৰ বেছি, সামান্য পৰিমাণৰ নতুনত্বতো তেওঁলোকৰ আপত্তি। নিজৰ প্লেনৰ অত্যন্ত সহজত্বৰ প্ৰতি অনুৰাগবশতঃ মনস্তত্বৰ এই নিয়মটো তাৰ জোৰেৰে লংঘন কৰিবৰ চেষ্টা কৰিলে দলত মনস্তত্ব অবিচলিত হৈ থাকিব, কিন্তু প্লেনটো ঘূনীয়া হ'ব।

খেতিয়কক খেতিৰ ক্ষেত্ৰতে ক্ৰমান্বয়ে অধিক পৰিমাণে সফল কৰিবৰ চেষ্টা অন্যান্য কোণে কোনো কৃষিক্ষেত্ৰ বহুলদেশত চলিছে। সেই বিলাক ঠাইত বৈজ্ঞানিক বুদ্ধি খটুৱাই মানুহে খেতিৰ বিস্তৰ উন্নতি কৰিছে।

আমাৰ দেশৰ লগত তুলনা কৰিলে দেখা যায় যে তেওঁলোকে তেওঁলোকৰ মাটিৰ পৰা আমাতকৈ দুগুণ চাৰিগুণ বেচি শস্য উলিয়াইছে। এই জ্ঞানালোকিত পথ সহজ পথ নহয়, সত্য পথ। এই পথ আবিষ্কাৰত মনুষ্যত্বৰ প্ৰমাণ

হয়। কৃষিৰ উৎকৰ্ষ-উদ্ভাৱনৰ দ্বাৰা খেতিয়কৰ উদ্যমক যোল অনা খটুৱাৰ চেষ্টা নকৰি তাক যঁতৰ ঘূৰাবলৈ কোৱাটো শক্তিহীনতাৰ পৰিচয়। আমি খেতিয়কক এনেহুৱা বুলি দোষ দিওঁ, কিন্তু তেওঁৰ অৱস্থাৰ উন্নতি সাধনৰ কাৰণে আমি যেতিয়া তেওঁক যঁতৰ ঘূৰাবলৈ পৰামৰ্শ দিওঁ তেতিয়া তাতেই আমাৰ মানসিক আলস্যৰ প্ৰমাণ হয়।

ইমানপৰে এই যে আলোচনা কৰাহ'ল সেইটো এই ভাবিয়ে কৰিলো যে সূতা আৰু খদ্দৰ দেশত বহুল পৰিমাণে উৎপন্ন হ'লে তাৰ ফলত এদল শ্ৰমিকৰ অৰ্থকষ্ট দূৰ হ'ব। কিন্তু, সেইটোও ধৰি লোৱা কথাহে। এই বিষয়ে যি-বিলাকৰ অভিজ্ঞতা আছে তেওঁলোকে সন্দেহ প্ৰকাশ কৰে; মোৰ দৰে অনভিজ্ঞই সেই তৰ্কত প্ৰবেশ কৰাৰ প্ৰয়োজন নাই। মোৰ আপত্তি এয়ে যে যঁতৰৰ লগত স্বৰাজক জড়িত কৰি স্বৰাজ সম্বন্ধে দেশৰ জনসাধাৰণৰ বুদ্ধিক ঘোলাকৰি পেলোৱা হৈছে।

দেশৰ কল্যাণ বুলিলে যে কিমানখিনি বুজায় তাৰ বিষয়ে ধাৰণাটো আমাৰ সুস্পষ্ট হ'ব লাগিব। এই ধাৰণাক অত্যন্ত বাহ্যিক আৰু অত্যন্ত সংকীৰ্ণ কৰাৰ দ্বাৰা আমাৰ শক্তিক সৰু কৰি দিয়া হয়। আমাৰ মনৰ ওপৰত দাবি কমাই দিলে অলস মন নিজীৱ হৈ পৰে। দেশৰ কল্যাণ সাধনত যঁতৰক প্ৰধান স্থান দিয়াটো অৱমানিত মনক নিশ্চেষ্ট কৰি তোলাৰ উপায়। দেশৰ কল্যাণৰ এটা বিশ্বৰূপ মনৰ আগত উজ্জ্বল কৰি ৰাখিলেহে দেশৰ লোকৰ শক্তিৰ বিচিত্ৰ ধাৰাই সমস্ত হৃদয় আৰু বুদ্ধি শক্তিৰ দ্বাৰা সেই ফালে যোৱাৰ পথ গঢ়ি তুলিব পাৰে। সেই ৰূপটিক যদি সৰু কৰোঁ আমাৰ সাধনাকো সৰু কৰা হয়। পৃথিৱীত যিসকলে দেশৰ হকে মানুহৰ হকে দুঃসাধ্য ত্যাগ স্বীকাৰ কৰিছে তেওঁলোকে দেশৰ বা মানুহৰ কল্যাণ ছবিক উজ্জ্বল পোহৰত, বিৰাট ৰূপে ধ্যান চকুৰে দেখিছে। মানুহৰ ত্যাগ যদি বিচাৰো তেনে হ'লে তেওঁৰ সেই ধ্যানৰ সহায়তা কৰা প্ৰয়োজন। বহুল পৰিমাণে সূতা আৰু খদ্দৰৰ ছবি দেশৰ কল্যাণৰ ডাঙৰ ছবি নহয়। এইখন হ'ল হিছাপী মানুহৰ ছবি; ইয়াত সেই প্ৰকাণ্ড বেহিছাপী শক্তিক জগাই দিব নোৱাৰে যি বৃহতৰ উপলব্ধি-জনিত আনন্দত কেৱল যে দুঃখক আৰু মৃত্যুক স্বীকাৰ কৰিবলৈ প্ৰস্তুত হয় এনে নহয়, আনকি মানুহৰ প্ৰত্যাখ্যান আৰু ব্যৰ্থতাকো গ্ৰাহ্য নকৰে।

শিশুৱে আনন্দৰ সৈতে ভাষা শিকে। কিয়নো সি নিজৰ বাপেকৰ মুখত,

মাকৰ মুখত সদায়ে ভাষাৰ সমগ্ৰ ৰূপটো দেখিবলৈ পায়। যেতিয়া সি স্পষ্ট কৰি বুজিবও নোৱাৰে, তেতিয়া ইয়েই তাক অনবৰত আকৰ্ষণ কৰে। সেই কাৰণেই এই প্ৰকাশৰ পূৰ্ণতা লাভৰ কাৰণে অনবৰত তাৰ এটা আনন্দময় চেষ্টা জাগি থাকে। শিশুৰ মনক বেৰি ধৰি যদি এই পৰিপূৰ্ণ ভাষাই অনবৰত বিৰাজ নকৰিলে হেতেন যদি তাৰ চাৰিও ফালে কেৱল মুগ্ধবোধ ব্যাকৰণৰ সূত্ৰহে ঘূৰি ফুৰিলে হেতেন, তেতিয়া হ'লে বেতৰ কোবেৰে কন্দুৱাই তাক মাতৃভাষা শিকাব লাগিল হেঁতেন আৰু তাকো শিকিবলৈ বহুত দীঘল সময় লাগিল হেতেন।

এই কাৰণে মই ভাবো, দেশক যদি স্বৰাজ সাধনাত সঁচাকৈয়ে দীক্ষিত কৰিব খোজোঁ তেন্তে সেই স্বৰাজৰ সমগ্ৰমূৰ্তি প্ৰত্যক্ষগোচৰ কৰি তুলিবৰ চেষ্টা কৰিব লাগিব। অলপ সময়তে সেই মূৰ্তিৰ আয়তন যে খুব ডাঙৰ হ'ব, এই কথা নকওঁ; কিন্তু যি সম্পূৰ্ণ হ'ব, সত্য হ'ব, এই দাবি কৰা উচিত। প্ৰাণ থকা বস্তুৰ পৰিণতিয়ে প্ৰথমৰ পৰাই সমগ্ৰতাৰ বাট ধৰি চলিলে। সেয়ে যদি নহ'ল হেতেন শিশুৱে প্ৰথমে কেৱল বুঢ়া আঙুলি হৈ জন্ম ল'লেহেঁতেন; তাৰ পিছত সেইটো লাহেলাহে আঠুলৈকে ভৰি হ'ল হেতেন; তাৰ পিছত ১৫/২০ বছৰে সমগ্ৰ মানৱ দেহটোৱে দেখাদিলেহেঁতেন। শিশুৰ গাত সমগ্ৰতাৰ আদৰ্শ প্ৰথমৰ পৰাই আছে, সেই কাৰণেই তাৰ মাজত আমি ইমান আনন্দ দেখাপাওঁ। সেই আনন্দত তাক মানুহ কৰি তোলাৰ কঠিন দুখো মাকবাপেকে সহ্য কৰিব পাৰে। নহলে যদি আঠুলৈকে ভৰি এখন লৈয়ে সি চাৰি পাচ বছৰ কটাব লগীয়া হ'লহেতেন, তেতিয়া সেই আংশিকৰ দাসত্ব তেওঁলোকৰ কাৰণে অসহ্য হৈ উঠিল হেঁতেন। স্বৰাজক যদি প্ৰথমতে বহুকাল ধৰি কেৱল যতঁৰৰ সূতাৰ আকাৰতে দেখি থাকো তেতিয়া হ'লে আমাৰ সেই দশাই হ'ব। এনে ধৰণৰ অন্ধ সাধনাত মহাত্মাৰ দৰে মানুহে হয়তো কিছুদিনৰ কাৰণে আমাৰ দেশৰ এদল লোকক প্ৰবৃত্ত কৰাবও পাৰে, কাৰণ তেওঁৰ ব্যক্তিগত মাহাত্ম্যৰ ওপৰত তেওঁলোকৰ শ্ৰদ্ধা আছে। এই কাৰণে তেওঁৰ আদেশ পালন কৰাকে বহুতে ফললাভ বুলি গণ্য কৰে। মই ভাবো যে এনে মতি স্বৰাজলাভৰ কাৰণে অনুকূল নহয়।

স্বদেশৰ দায়িত্বক কেৱল সূতা কটাতে নহয়, সম্যকভাৱে গ্ৰহণ কৰাৰ সাধনা সৰু সৰু আকাৰত দেশৰ নানা ঠাইত প্ৰতিষ্ঠিত কৰাটো মই অত্যা-

ৰশকীয় বুলি ভাবোঁ। সাধাৰণৰ মঙ্গল কথাটো বহুত ব্যাপাৰৰ সমবায়। সিহঁত পৰস্পৰ ঘনিষ্ঠভাবে জড়িত। সিহঁতৰ এটাক পৃথক কৰি নিলে ফল পোৱা নেযায়। স্বাস্থ্যৰ লগত, বুদ্ধিৰ লগত, জ্ঞানৰ লগত, কৰ্মৰ লগত, আনন্দৰ লগত মিলাই ল'ব পাৰিলেহে মানুহৰ সকলো কাম সম্পূৰ্ণ ভাল হৈ উঠে। স্বদেশৰ সেই ভালৰ ৰূপটো আমি চকুৰে দেখিবলৈ বিচাৰো। সহস্ৰ উপদেশতকৈ তাত হে আমি কাম পাম। বিশেষ বিশেষ লোকালয়ত সাধাৰণৰ কল্যাণসাধনৰ দায়িত্ব প্ৰত্যেকেই এটা নহয় এটা আকাৰত গ্ৰহণ কৰি এটা সুস্থ জ্ঞানবান শ্ৰীসম্পন্ন সম্মিলিত প্ৰাণযাত্ৰাৰ ৰূপক জগাই তুলিছে, এনে বিলাক দৃষ্টান্ত চকুৰ আগত ধৰা দৰ্কাৰ। নহলে স্বৰাজ কিহক বোলে সেইটো আমি সূতা কাটি খদ্দৰ পিন্ধি, কথাৰ উপদেশ শুনি কোনো পধ্যেই বুজাব নোৱাৰো। যিবস্তুটো সমগ্ৰ ভাৰতবৰ্ষত পাবলৈ বিচাৰোঁ ভাৰতবৰ্ষত কোনো এটা ক্ষুদ্ৰ অংশত তাক যদি স্পষ্টভাৱে দেখা যায় তেতিয়া হ'লে সাৰ্থকতাৰ প্ৰতি আমাৰ শ্ৰদ্ধা জন্মিব। তেতিয়া হ'লে আত্মপ্ৰভাৱৰ যে কি মূল্য সেইটো বুজিব পাৰিম—ন মেধয়া ন বহুনা শ্ৰুতেন, বুজিম তাৰ সাক্ষাৎ দৰ্শনৰ দ্বাৰা। ভাৰতবৰ্ষত এখনমাত্ৰ গাৱঁৰ লোকেও যদি আত্মশক্তিৰ দ্বাৰা সমগ্ৰ গাৱঁক সম্পূৰ্ণ আপোন কৰিব পাৰে তেতিয়া হ'লেই স্বদেশক স্বদেশৰূপে লাভ কৰাৰ কাম তাতেই আৰম্ভ হ'ব। জীৱজন্তুৱে স্থানবিশেষে জন্মগ্ৰহণ কৰে কিন্তু জন্মগ্ৰহণ কৰাৰ দ্বাৰায়ে দেশখন তাৰ নহয়। মানুহে নিজৰ দেশক নিজে সৃষ্টি কৰে। সেই সৃষ্টিৰ কামত আৰু ৰক্ষণৰ কামত দেশৰ লোকৰ পৰস্পৰৰ মাজত সম্বন্ধ ঘনিষ্ট হয়, আৰু সেই সৃষ্টি কৰা দেশকে তেওঁলোকে প্ৰাণতকৈও ভালপাব পাৰে। আমাৰ দেশৰ মানুহ দেশত মাত্ৰ জন্মিছেহে—তেওঁলোকে দেশক সৃষ্টি কৰি তোলা নাই; এই কাৰণে তেওঁলোকৰ পৰস্পৰ মিলনৰ কোনো গভীৰ উপলক্ষ্য নাই, দেশৰ অনিষ্টত তেওঁলোকৰ প্ৰত্যেকৰ অনিষ্টবোধ নেজাগে। দেশক সৃষ্টি কৰাৰ দ্বাৰাই দেশক লাভ কৰাৰ সাধনা আমি ধৰাই দিব লাগিব। সেই সৃষ্টিৰ বিচিত্ৰ কৰ্মত মানুহৰ বিচিত্ৰ শক্তিৰ প্ৰয়োজন। নানা পথেদি এক লক্ষ্য অভিমুখে সেই বিচিত্ৰ শক্তিৰ প্ৰয়োগৰ দ্বাৰাই আমি নিজকে দেশৰ মাজত উপলব্ধি কৰোঁ। এই দেশ সৃষ্টিৰ সাধনা ওচৰৰ পৰা আৰম্ভ কৰি ক্ৰমে দূৰলৈ প্ৰসাৰিত কৰিলেহে আমি ফল পাম। যদি এনে

ধৰণৰ উদ্যোগক আমি আয়তনত সৰু বুলি অবজ্ঞাকৰোঁ তেতিয়া গীতাৰ সেই কথাটো যেন মনলৈ আছে—

"স্বল্পমপ্যস্য ধৰ্মস্য ত্ৰায়তে মহতো ভয়াৎ।" সত্যৰ জোৰ আয়তনৰ কাৰণে নহয়, তাৰ নিজৰ কাৰণেই।

সম্মিলিত আত্মকৰ্তৃত্বৰ চৰ্চা, তাৰ পৰিচয়, তাৰ বিষয়ে গৌৰৱ বোধ জনসাধাৰণৰ মাজত ব্যাপ্ত হ'লেহে সেই পকা ভেটিৰ ওপৰত স্বৰাজ সত্য হৈ উঠিব পাৰে। যেতিয়া গাঁৱে গাঁৱে অন্তৰে-বাহিৰে তাৰ অভাৱ—আৰু সেই অভাৱেই যেতিয়া দেশৰ মানুহৰ অন্নৰ অভাৱ, শিক্ষাৰ অভাৱ, স্বাস্থ্যৰ অভাৱ, জ্ঞানৰ অভাৱ, আনন্দৰ অভাৱৰ মূলহে উঠিছে, তেতিয়া দেশৰ জনসংঘৰ এই চিত্তদৈন্যক ছেৰাই গৈ কোনো বাহ্য অনুষ্ঠানৰ জোৰত এই দেশত স্বৰাজ প্ৰতিষ্ঠিত হ'ব পাৰে—এই কথা একেবাৰেই অশ্ৰদ্ধেয়।

ইংৰাজীত এটা কথা আছে, সিদ্ধিয়েই সিদ্ধিক টানে, তেনেকৈ স্বৰাজেই স্বৰাজক আবাহন কৰি আনে। বিশ্ববিধাতাৰ যি অধিকাৰ আছে সেয়ে হৈছে তেওঁৰ স্বৰাজ অৰ্থাৎ বিশ্বক সৃষ্টি কৰিবৰ অধিকাৰ। আমাৰো স্বৰাজ হৈছে সেই ঐশ্বৰ্য্য অৰ্থাৎ নিজৰ দেশক নিজে সৃষ্টি কৰি তুলিবৰ অধিকাৰ। সৃষ্টি কৰাৰ দ্বাৰাই তাৰ প্ৰমাণ হয়, আৰু তাৰ উৎকৰ্ষ সাধন হয়। বাচি থকাৰ দ্বাৰাই প্ৰমাণ হয় যে আমাৰ প্ৰাণ আছে। কিছুমানে হয়তো ক'ব পাৰে যে, সূতা কটাও সৃষ্টি। সেইটো নহয়। তাৰ কাৰণ যঁতৰত মানুহ যঁতৰৰে অংগ হয়, অৰ্থাৎ যিটো কাম কলেৰে কৰাহ'ল হেঁতেন তেওঁ সেইটোকে কৰে—তেওঁ ঘূৰায়। কলবস্তুটো মনোহীন কাৰণেই সি অকলশৰীয়া নিজৰ বাহিৰে তাৰ একো নাই। তেনেকৈ যি মানুহে সূতা কাটিছে তেৱোঁ অকলশৰীয়া; তেওঁৰ যঁতৰৰ সূত্ৰ অন্য কাৰো সৈতে তেওঁৰ অন্তৰৰ যোগৰ সূত্ৰ নহয়। তেওঁৰ প্ৰতিবেশী কোনোৱা যে আছে সেই কথা তেওঁ জনাৰ কোনো দৰ্কাৰ নাই। পাটপলুৱে যেনেকৈ একান্তমনে নিজৰ চাৰিওফালে পাট সূতাৰ জালতৰে, তেওঁৰ কামো তেনেকুৱাই। তেওঁ যন্ত্ৰ, তেওঁ নিঃসংগ, তেওঁ বিচ্ছিন্ন। কংগ্ৰেছৰ কোনো সভ্যই যেতিয়া সূতা কাটে তেতিয়া তাৰলগতে দেশৰ ইকনমিকস্-স্বৰ্গৰ ধ্যান কৰিবও পাৰে, কিন্তু এই ধ্যান মন্ত্ৰৰ দীক্ষা তেওঁ অন্য উপায়ে পাইছে—যঁতৰৰ মাজতে এই মন্ত্ৰৰ বীজ নাই। কিন্তু যিজন মানুহে গাঁৱৰপৰা মহামাৰী দূৰকৰবলৈ চেষ্টা কৰিছে, তেওঁ

যদি দুৰ্ভাগ্যক্ৰমে সম্পূৰ্ণ অকলশৰেও কাম কৰিব লগীয়া হয় তথাপি তেওঁৰ কামৰ আদিত আৰু অন্ততঃ সমগ্ৰ গাঁওখনৰ চিন্তা নিবিড়ভাৱে যুক্তহৈ আছে। এই কামৰ দ্বাৰাই নিজৰ গাঁতে সমগ্ৰ গাঁওগণকে তেওঁ উপলব্ধি কৰে। গাঁৱৰ সৃষ্টিতে তেওঁৰ সজ্ঞান আনন্দ। তাৰ কামতে স্বৰাজ সাধনাৰ প্ৰকৃত আৰম্ভ হয়। তাৰ পিছত সেই কামত যদি গোটেই গাঁৱৰ লোকে পৰস্পৰে যোগ দিয়ে তেতিয়া হ'লেই বুজিম গাঁৱে নিজকে নিজে সৃষ্টি কৰাৰ দ্বাৰায় নিজকে নিজে যথাৰ্থ ৰূপে লাভ কৰিবৰ ফালে আগ বাঢ়িছে; এই লাভ কৰাকে বোলে স্বৰাজ লাভ। পৰিমাণত কম হ'লেও সত্য হিছাপে কম নহয়। অৰ্থাৎ শতকৰা এশ হাৰে লাভ ন'হলেও হয়তো শতকৰা একৰ হাৰে লাভ; এই লাভেই শতকৰা এশৰ সগোত্ৰ আনকি সহোদৰ ভাই। যি গাঁৱৰ লোক পৰস্পৰৰ শিক্ষা-স্বাস্থ্য-অন্ন-উপাৰ্জনত আনন্দবিধানত সমগ্ৰভাৱে সন্মিলিত হৈছে সেই গাঁৱেই সমগ্ৰ ভাৰতবৰ্ষৰ স্বৰাজ লাভৰ পঞ্চপ্ৰদীপ জ্বলাইছে। তাৰ পিছত এটা চকিৰ পৰা আৰু এটা চকিৰ শলিতা জ্বলোৱা টান নহ'ব, স্বৰাজে নিজেই নিজকে অগ্ৰসৰ কৰি নিব, যন্ত্ৰৰ যান্ত্ৰিক প্ৰদক্ষিণ পথত নহয়, প্ৰাণৰ আত্মপ্ৰবৃত্ত সমগ্ৰ বৃদ্ধিৰ পথত।

# 'ৰবীন্দ্ৰনাথৰ ৰাষ্ট্ৰনৈতিক মত'

যেতিয়া খবৰ পাওঁ, ৰাষ্ট্ৰনীতি, সমাজনীতি, ধৰ্ম্মনীতি সম্বন্ধে মোৰ বিশেষ মত কি তাক মোক ৰচনাৰ পৰা কোনোবাই উদ্ধাৰ কৰিবৰ চেষ্টা কৰিছে, তেতিয়াই ভালকৈ জানো মোৰ মতৰ লগত তেওঁৰ মত মিহলি হৈ যাব। দলিলৰ সাক্ষ্যৰ লগত উকিলৰ ব্যাখ্যা লগ লাগি যিটো হৈ উঠে তাক প্ৰমাণ বুলি মানিব নোৱাৰি। কিয়নো সিপক্ষৰ উকিলেও সেই একে দলিলৰ হতুৱাই অন্য কথা কোৱায়; কাৰণ বাছি উলিওৱা বাক্যৰ বিশেষ অৰ্থ নিৰ্ভৰ কৰে বিশেষকৈ বাছি উলিওৱাৰ ওপৰতে।

ৰাষ্ট্ৰনীতি সম্বন্ধে মোৰ আলোচনা কৰি সম্প্ৰতি ইংৰাজী ভাষাত এখন কিতাপ[১] লিখা হৈছে। ব্যক্তিগত দিশৰপৰা মই লেখকৰ প্ৰতি কৃতজ্ঞ; তেখেতে মোৰ প্ৰতি অসম্মান প্ৰকাশ কৰাৰ চেষ্টা কৰা নাই, শ্ৰদ্ধা কৰিয়েই লিখিছে। মোৰ প্ৰতি তেখেতৰ অনুকূল ভাৱ থকাৰ কাৰণেই মোৰ মতক অনেক অংশত প্ৰচলিত মতৰ অনুকূল কৰি সজাই মোক সাধাৰণৰ প্ৰতিকূলতাৰ পৰা ৰক্ষা কৰিবৰ চেষ্টা কৰিছে।

কিতাপখন মই পঢ়িবই লগা হ'ল। কাৰণ মোৰ ৰাষ্ট্ৰনৈতিক মতে কোন পাঠকৰ এচৰত কি ৰূপ লৈছে তাক জানিবৰ কৌতূহল দমাব নোৱাৰিলো। মই জানো মোৰ মত ঠিক কি তাক সংগ্ৰহ কৰা সহজ নহয়। বাল্যকালৰপৰা আজি পৰ্যন্ত দেশৰ নানা অৱস্থা আৰু মোৰ নানা অভিজ্ঞতাৰ মাজেদি দীৰ্ঘ-কাল মই চিন্তা কৰিছো আৰু কামো কৰিছো। বাক্য ৰচনা কৰাটো মোৰ এটা স্বভাৱ। গতিকে যেতিয়াই যি মনলৈ আহিছে তেতিয়াই তাক প্ৰকাশ কৰিছো। ৰচনা কৰা সময়ৰ প্ৰয়োজনৰ লগত সেইবিলাক ৰচনাৰ সম্বন্ধ ছিঙি বেলেগ কৰি চালে তাৰ সম্পূৰ্ণ তাৎপৰ্য গ্ৰহণ কৰা সম্ভৱপৰ নহয়। যি মানুহে বহু দিন ধৰি চিন্তা কৰি কৰি লিখিছে তেওঁৰ ৰচনাৰ ধাৰাক ঐতিহাসিক ভাৱে চোৱাই যুগুত। যেনেকৈ এই কথা ক'ব নোৱাৰি যে ব্ৰাহ্মণ আদি চাৰি জাতি সৃষ্টিৰ আদি কালতে ব্ৰহ্মাৰ মুখৰ পৰা একেবাৰেই পৰিপূৰ্ণ ৰূপে প্ৰকাশ পাইছে, যেনেকৈ স্বীকাৰ কৰিবই লাগিব যে, আৰ্য্য জাতিৰ সমাজত

১। *Political Philosophy of Rabindranath* by **Sachindranath Sen.**

জাতিভেদৰ প্ৰথা কালে কালে নানা পৰিৱৰ্তনৰ মাজেদি পৰিণত, তেনেকৈয়ে অন্ততঃ মোৰ সম্বন্ধে জনা উচিত যে, ৰাষ্ট্ৰনীতিৰ নিচিনা বিষয়ত কোনো ধৰাবন্ধা মত একেবাৰেই সম্পূৰ্ণভাৱে কোনো এটা বিশেষ সময়ত মোৰ মনত জন্ম হোৱা নাই, জীৱনৰ অভিজ্ঞতাৰ লগে লগে নানা পৰিৱৰ্তনৰ মাজেদি সেই মত গঢ়ি উঠিছে। সেই সকলো পৰিৱৰ্তনৰ মাজত এটা যে ঐক্যসূত্ৰ আছে সি ঠিক। সেইটো উদ্ধাৰ কৰিবৰ হ'লে ৰচনাৰ কোনটো অংশ মুখ্য, কোনটো গৌণ, কোনটো এটা সময়ৰ প্ৰভাৱত লিখা, কোনটোৱে এটা বিশেষ সময়ৰ সীমা অতিক্ৰম কৰি গৈছে তাৰ বিচাৰ কৰি চোৱা উচিত। প্ৰকৃততে বেলেগ বেলেগ অংশত বিচাৰি তাক পোৱা নহব, সমগ্ৰভাৱে অনুভৱ কৰিলেহে তাক পোৱা হয়।

কিতাপখন পঢ়ি মই নিজৰ মতৰ ঠিক স্বৰূপটো নেপালো। মনে বাধা পালে। বাধা পোৱাৰ আন আন কাৰণৰ লগতে এটা কাৰণ হ'ল তাৰ মাজত বহুত ভাঙনি আছে যাৰ ভাষা মোৰ নহয় অথচ মোৰ যে নহয় তাৰ কোনো চিন নাই। ভাষাৰ ইংগিতে বহুত সময়ত কথা কয়। সেইটো যেতিয়া বাদ পৰে তেতিয়া কথাৰ অৰ্থ পোৱা যায় কিন্তু তাৰ ব্যঞ্জনা মৰা পৰে। আন যি হওক নহওক, নিজৰ ভাষাৰ দায়িত্ব নিজেই লব লাগিব কিন্তু লোকৰ ভাষাৰ দায়িত্ব লোকে ল'ব নোৱাৰে।

তথাপি এই ত্ৰুটিও আওকান কৰিব পাৰি কিন্তু এই কথা কবই লগীয়া হ'ল যে, নানা ৰচনাৰ পৰা বাক্য বুটলি লৈ মোৰ মতৰ যি এটা মূৰ্তি দিয়া হৈছে তাত কিজানি আংশিকভাৱে সকলো কথাই আছে কিন্তু সামগ্ৰিকভাৱে মূল কথাটো প্ৰকাশ পোৱা নাই। এনে হোৱাটো বোধ হয় অৱশ্যম্ভাৱী। কোনটো কথাৰ গুৰুত্ব বেছি, কোনটোৰ কম লিখকে সেইটো নিজৰ অভিমত আৰু ৰুচিৰ দ্বাৰা স্থিৰ কৰে আৰু সেইভাৱেই গোটেইখিনিকে গঢ়ি তোলে।

এই উপলক্ষে মোৰ গোটেই চিন্তাৰ ক্ষেত্ৰৰ ওপৰত নিজকে এবাৰ চাই লব লগীয়া হ'ল। ৰাষ্ট্ৰিক সমস্যা সম্বন্ধে মই কি ভাবিছো, কি কৰলৈ বিচাৰিছো তাক নিজেই বুটলি আনি চমুকৈ মুঠি বান্ধিবলৈ চেষ্টা কৰা ভাল বুলি ভাবো। ইয়াৰ কাৰণে দলিলপত্ৰ খুচৰিবলৈ নেযাওঁ, নিজৰ সোঁৱৰণীৰ ওপৰ ভাগত স্পষ্ট হৈ যি সচেতনভাৱে আছে তাৰেইহে অনুসৰণ কৰিম মাত্ৰ।

লৰাকালৰ বহুতো প্ৰভাৱ জীৱনপথত শেহলৈকে লগৰীয়া হৈ থাকে। প্ৰত্যক্ষে নেথাকিলেও সিহঁতৰ প্ৰণোদনা থাকি যায়। আমাৰ ব্ৰাহ্ম পৰিয়াল আধুনিক হিন্দুসমাজৰ বাহ্যিক আচাৰ-বিচাৰ ক্ৰিয়াকৰ্ম এৰাব নোৱাৰা বান্ধৰপৰা মুক্ত আছিল। মোৰ বিশ্বাস, সেই যে অলপ এটা দূৰত্ব আছিল তাৰ কাৰণে ভাৰতবৰ্ষৰ সৰ্ব্বজনীন, সৰ্ব্বকালীন আদৰ্শৰ প্ৰতি মোৰ গুৰুজনৰ শ্ৰদ্ধা আছিল অত্যন্ত প্ৰৱল। সেই গৌৰৱ-বোধেই তেতিয়াৰ দিনত নানান আকাৰে আমাৰ ঘৰৰ ভিতৰৰ চাল-চলন আৰু বাহিৰৰ ব্যৱহাৰক অধিকাৰ কৰিছে। তেতিয়াৰ দিনত চলি থকা আনুষ্ঠানিক হিন্দুধৰ্মৰ প্ৰতি যিসকলৰ আস্থা বিচলিত হৈছিল তেওঁলোকৰ মনক হয় ইউৰোপৰ অষ্টাদশ শতাব্দীৰ এক বিশেষ ধৰণৰ নাস্তিকতা, নহয় খ্ৰীষ্টান ধৰ্মপ্ৰৱণতাই লম্ভিছিল। কিন্তু এই কথা সকলোৱে জানিছিল যে তেতিয়াৰ দিনত আমাৰ পৰিয়ালত ভাৰতৰে শ্ৰেষ্ঠ আদৰ্শ অনুসৰণ কৰি ভাৰতৰ ধৰ্মসংস্কাৰ কৰাৰ উৎসাহ সদায় জাগি আছিল।

নকলেও হয়, স্বাভাৱিকতে লৰাকালৰ সেই উৎসাহে মোৰ মনক এটা বিশেষ ভাবেৰে দীক্ষিত কৰিছিল।

সেই ভাৱটো হৈছে, এয়ে যে জীৱনৰ এটহিতকৈ যি শ্ৰেষ্ঠ দান সি আমাৰ আন্তঃপ্ৰকৃতিৰ মাজৰপৰাহে ওলোৱা। আমাৰ স্বভাৱ-সীমাৰ বাহিৰত শ্ৰেষ্ঠ বস্তুৰ অভাৱ নাই, লোভনীয় বস্তু বহুত আছে। কিন্তু যদি সিহঁতক আমাৰ প্ৰকৃতিৰ মাজলৈ আনি আমি আপোন কৰি লব নোৱাৰো, তেন্তে সেইবিলাক বস্তু আমি গ্ৰহণ কৰিব নোৱাৰোঁ। আমি যেতিয়া বাহিৰৰ কোনো বস্তুত মুগ্ধ হওঁ, তেতিয়া লুব্ধ মনটোৱে অনুকৰণৰ মৰীচিকা বিস্তাৰ কৰি সেই বস্তু লাভ কৰিবলৈ আকুল হৈ পৰে। অনুকৰণ গৈ অতিকৰণত পৰেগৈ। তাত আমি ৰহণ লগাও বেছি, তাৰ শব্দ হয় প্ৰৱল আৰু তাৰ চিঞৰ-বাখৰ হয় অতি উগ্ৰ। অতিপাত গাৰ বলেৰে নিজৰ আগতে আমি প্ৰমাণ কৰিব খোজোঁ যে, বস্তুটো আমাৰেই, কিন্তু ইফালে কেবা ফালৰপৰা তাৰ ভংগুৰতা, তাৰ আত্মবিৰোধ প্ৰকাশ পাবলৈ ধৰে। বাহিৰৰ বস্তু যেতিয়া আমি নিজৰ অন্তৰৰ কৰি তুলিবলৈ চেষ্টা কৰোঁ তেতিয়া তাৰ ভাবটো হয়তো অক্ষুণ্ণ থাকিব পাৰে কিন্তু তাৰ প্ৰকাশ হয় নিজৰ অনুযায়ী। কিন্তু যেতিয়ালৈকে সি আমাৰ বাহিৰত যোৰা লাগি থাকে, ভিতৰত মিলি নেযায়, তেতিয়ালৈকে সি হয় ভোটা

কলমেৰে বোলাই বোলাই লিখা আখৰৰ নিচিনা, আচল আখৰতকৈ আকাৰত ডাঙৰ, কিন্তু তাৰ গাত-গা-লগাই লিখা আখৰ। তাৰপৰা বেলেগ হৈ সেই আখৰটোৱে-লেখকৰ নিজা বাক্যত লেখকৰ নিজা ভাৱক লিপিবদ্ধ কৰিব নোৱাৰে। আমাৰ ৰাষ্ট্ৰীয় চেষ্টাত বাহিৰৰপৰা, ইস্কুলত পঢ়া কিতাপৰপৰা, আমি যি পাইছো সি আমাৰ প্ৰাণত সৰ্ব্বাংগীণ হৈ উঠা নাই কাৰণেই বহুত সময়ত তাৰ বাহিৰৰ প্ৰকাশটোকে অতিপাত জাকজমকেৰে ঈপ্সিত বস্তুৰ লগত মিলাবৰ কাৰণে আমি মূৰৰ ঘাম মাটিত পেলাই চেষ্টা কৰো আৰু সেইকন মিল ঘটায়েই আমি ভাবোঁ, আমি পাব লগীয়াখিনি পাই গলো, কৰিব লগীয়াখিনিও কৰা হৈ গ'ল।

'সাধনা' আলোচনীত ৰাষ্ট্ৰীয় বিষয়ত মই প্ৰথম আলোচনা আৰম্ভ কৰোঁ। তাত মই কথাটোৰ ওপৰতেই বেছি ভৰ দিছো, তেতিয়াৰ দিনত চকু ৰঙা কৰি ভিক্ষা কৰা আৰু গলধন ফিন্দাই চৰকাৰক পালোৱানীৰ ভয় দেখুওৱাটো আমি বীৰত্ব বুলি ভাবিছিলো। আমাৰ দেশত পলিটিকেল অধ্যৱসায়ৰ সেই অবাস্তৱ ভূমিকাৰ কথা আজিৰ দিনৰ ডেকাসকলে ঠিকমতে কল্পনাই কৰিব নোৱাৰিব। তেতিয়াৰ পলিটিক্সৰ গোটেই আবেদনটো আছিল ওপৰৱালাৰ ওচৰত, দেশৰ মানুহৰ ওচৰত একেবাৰেই নাছিল। সেই কাৰণেই প্ৰাদেশিক ৰাষ্ট্ৰসম্মিলনীত গাঁৱলীয়া মেলত, ইংৰাজী ভাষাত বক্তৃতা দিয়াটো কোনেও অনুচিত বুলি ভাবিবই নোৱাৰিছিল। ৰাজসাহী সম্মিলনীত নাটোৰৰ পৰলোকগত মহাৰাজ জগদিন্দ্ৰনাথৰ লগত চক্ৰান্ত কৰি সভাত আমি যেতিয়া বঙলা ভাষা প্ৰৱৰ্তন কৰাৰ প্ৰথম চেষ্টা কৰোঁ, তেতিয়া উমেশচন্দ্ৰ বন্দ্যোপাধ্যায় ডাঙৰীয়াকে আদি কৰি সেই সময়ৰ ৰাষ্ট্ৰনেতাসকলে মোৰ প্ৰতি তেনেই খণ্ডত একোনাই হৈ কঠোৰ বিদ্ৰূপ কৰিছিল। বিদ্ৰূপ আৰু বাধা মোৰ জীৱনৰ সকলো কামতে মই প্ৰচুৰ পৰিমাণেই পাইছো, এই ক্ষেত্ৰতো তাৰ অন্যথা হোৱা নাই। পিছৰ বছৰত অসুখীয়া গাৰেই ঢাকা-কনফাৰেঞ্চতো এই চেষ্টাত লাগি থাকিব লগীয়া হৈছিল। মোৰ এই দেশত-নোহোৱা উৎসাহ দেখি তেতিয়া এনে এটা বুবু-বা-বা চলিছিল যে, ইংৰাজী ভাষাৰ জ্ঞান মোৰ নাই কাৰণেই ৰাষ্ট্ৰসভাৰ নিচিনা অনুপযুক্ত ঠাইত মই বঙলা চলাবৰ চেষ্টা কৰিছো। বঙালীৰ লৰাৰ কাৰণে যি গালি এটাইতকৈ লাজৰ, সেইটোকে সেই দিনা মোৰ প্ৰতি প্ৰয়োগ কৰা হৈছিল, অৰ্থাৎ মই ইংৰাজী নেজানো। ইমান ডাঙৰ দুঃসহ লাঞ্ছনা মই নীৰৱে

সহ্য কৰিছিলো ; তাৰ এটা কাৰণ, ইংৰাজী ভাষা শিকাত সৰুকালৰে পৰাই সঁচায়ে মই আওহেলা কৰিছো ; দ্বিতীয় কাৰণ, পিতাদেউৰ শাসনত তেতিয়াৰ দিনতো আমাৰ পৰিয়ালত ইজন-সিজনৰ মাজত চিঠি লিখা আদি বিষয়ত ইংৰাজীভাষা ব্যৱহাৰ কৰাটো অপমানজনক বুলি ভবা হৈছিল।

ইতিমধ্যতে কাৰ্জন লাটৰ আদেশত দিল্লীৰ দৰবাৰৰ আয়োজন হ'ল। তেতিয়া ৰাজশাসনৰ পয়োভৰ স্বীকাৰ কৰিও মই তাক তীব্ৰ ভাষাত আক্ৰমণ কৰিছিলো। সেই প্ৰবন্ধ যদি আজিকালিৰ পাঠকসকলে পঢ়ি চায় তেতিয়া দেখিব, ইংৰাজৰ লগত ভাৰতবাসীৰ যান্ত্ৰিক সম্বন্ধৰ বেদনা আৰু অপমান যে ক'ত মোৰ সেই লিখাখিনিত কিছু কিছু প্ৰকাশ কৰিছো। মই ইয়াকে ক'ব খুজিছিলো, দৰবাৰ বস্তুটো প্ৰাচ্য ; পাশ্চাত্য কৰ্তৃপক্ষই যেতিয়া তাক ব্যৱহাৰ কৰে, তেতিয়া তাৰ যিটো শূন্যৰ দিশ সেইটো নেদেখুৱায়। প্ৰাচ্য অনুষ্ঠানৰ প্ৰাচ্যতা কি হ'ত ? সেইটো হৈছে দুই পক্ষৰ মাজত আত্মিক সম্বন্ধ স্বীকাৰ কৰাত। তৰোৱালৰ বলত প্ৰতাপৰ যি সম্বন্ধ সি হ'ল বিৰুদ্ধ সম্বন্ধ আৰু মহৎ উদাৰতাৰ দ্বাৰা যি সম্বন্ধ সিহে ওচৰ সম্বন্ধ। দৰবাৰত সম্ৰাটে নিজৰ প্ৰচুৰ উদাৰতা প্ৰকাশ কৰিবলৈ উপলক্ষ্য পাইছিল—সেইদিনা আছিল তেওঁৰ দুৱাৰ মুকলি, তেওঁৰ দান অপৰিমিত। পাশ্চাত্য নকল দৰবাৰত সেই দিকটোত কঠিন কৃপণালি। তাত সাধাৰণ মানুহৰ স্থান সংকীৰ্ণ, প্ৰহৰীৰ অস্ত্ৰশস্ত্ৰত ৰজাঘৰীয়া লোকৰ সংশয়বুদ্ধি কণ্টকিত, তাৰ উপৰি এই দৰবাৰৰ খৰচ-পাতি কৰিব লাগে দৰবাৰৰ অতিথিসকলেই। কেৱলমাত্ৰ তলমুখ কৰি ৰজাৰ প্ৰতাপ স্বীকাৰ কৰাৰ কাৰণেই এই দৰবাৰ। উৎসৱৰ সমাৰোহৰ দ্বাৰা পৰস্পৰৰ সম্বন্ধৰ মাজত লুকাই থকা অপমানটোকে আড়ম্বৰ কৰি বাহিৰত প্ৰকাশ কৰা হয়। এই কৃত্ৰিম হৃদয়হীন আড়ম্বৰত প্ৰাচ্য দেশৰ মানুহৰ অন্তঃকৰণ গলি যাব পাৰে বুলি চিন্তা কৰাটোও উদ্ধতালিৰ বাহিৰে একো নহয়। তাৰ উপৰি তাকে কৰি প্ৰজাৰ প্ৰতি অপমান কৰাহে হ'ব। ভাৰতবৰ্ষত ইংৰাজৰ প্ৰভুত্ব তেওঁলোকৰ আইনত, মন্ত্ৰগৃহত, তেওঁলোকৰ শাসনতন্ত্ৰত বিয়পি আছে, কিন্তু তাকে উৎসৱৰ আকাৰ দি উৎকট কৰি তোলাৰ কোনো প্ৰয়োজন নাই।

বৰং এই ধৰণৰ কৃত্ৰিম উৎসৱৰ দ্বাৰা ফটকটীয়াকৈ দেখুৱাই দিয়া হয় যে, ভাৰতবৰ্ষত ইংৰাজ অতিপাত কঠিন হৈ আছে কিন্তু তাৰ লগত আমাৰ মনৰ-

সম্বন্ধ নাই যান্ত্রিক সম্বন্ধহে আছে। এই দেশৰ লগত তেওঁলোকৰ লাভৰ যোগ আছে, হৃদয়ৰ যোগ নাই। কৰ্ত্তব্যৰ জালে দেশখন ছাটি থৈছে, সেই কৰ্ত্তব্যৰ নিপুণতা আৰু উপকাৰিতা স্বীকাৰ কৰিলেও আমাৰ মানৱ-প্ৰকৃতি স্বভাৱতে সেই প্ৰাণহীন শাসনতন্ত্ৰই মনত তিতা লগাই দিয়ে।

এই বেদনাকে মনত লৈ মোৰ লিখাবিলাকত বিশেষকৈ, আৰু বাৰে বাৰে কৈছো যে ভাৰতবৰ্ষৰ সকলো প্ৰকাৰ হিতকৰ দান কোনো এটা বলবান শক্তিশালী যন্ত্ৰৰ যোগেদি গ্ৰহণ কৰাতে যদি ভাৰতবাসী অভ্যস্ত হৈ পৰে, তেন্তে তাৰপৰা সুযোগ-সুবিধা যিমানেই নহওক লাগে, তাতকৈ বেছি দুৰ্গতি আমাৰ আৰু হবই নোৱাৰে। চৰকাৰ বাহাদুৰ নামক এটা অমানৱিক প্ৰভাৱৰ বাহিৰে আমাৰ অভাৱ-নিবাৰণৰ আৰু কোন উপায় আমাৰ হাতত নাই, এনেকুৱা ধাৰণা আমাৰ মনত শিপাবলৈ দিলেই আমি আমাৰ নিজৰ দেশক নিজেই প্ৰকৃততে হেৰুৱাই পেলাম। আমাৰ নিজৰ দেশ যে আমাৰ নিজৰ হোৱা নাই তাৰ প্ৰধান কাৰণ এইটো নহয় যে, এই দেশ বিদেশীৰ শাসনাধীন হৈ আছে। আচল কথাটো হ'ল, যি দেশত আমি কপালৰ গুণত জন্ম লৈছো কেৱল সেই দেশখন সেৱাৰ দ্বাৰা, ত্যাগৰ দ্বাৰা, তপস্যাৰ দ্বাৰা, জনাৰ দ্বাৰা, বুজাৰ দ্বাৰা সম্পূৰ্ণ আত্মীয় কৰি আমি তোলা নাই। দেশখন অধিকাৰ কৰিব পৰা নাই। নিজৰ বুদ্ধি দি. প্ৰাণ দি, প্ৰেম দি যাক আমি গঢ়ি তোঁলো তাকেই আমি অধিকাৰ কৰোঁ; তাৰেই ওপৰত অন্যায় আমি মৰি গলেও সহ্য কৰিব নোৱাৰোঁ। কোনো কোনোৱে কয়, আমাৰ দেশ পৰাধীন কাৰণেই তাৰ সেৱা সম্বন্ধে দেশৰ মানুহ উদাসীন হৈ থাকে। এনে কথা শুনাৰ যোগ্য নহয়। প্ৰকৃত প্ৰেম অনুকূল, প্ৰতিকূল সকলো অৱস্থাতে সেৱাৰ ভিতৰেদি নিজে নিজেই আত্ম-ত্যাগ কৰিবলৈ আগ বাঢি যায়। বাধা পালে তাৰ উদ্যম বাঢ়েহে, নকমে। আমি কংগ্ৰেছ কৰিছো, তীব্ৰ ভাষাত হৃদয়ৰ আবেগ প্ৰকাশ কৰিছো; কিন্তু যিবিলাক অভাৱৰ তাড়নাত আমাৰ দেহ ৰোগত শুকায়, লঘোনত শুকায়, কামত অকৰ্মণ্য, আমাৰ মন অন্ধ সংস্কাৰেৰে ভৰি পৰে, আমাৰ সমাজ শ-শ 'ভাগত বিভক্ত হয়, তাক নিজৰ বুদ্ধিৰ দ্বাৰা, বিদ্যাৰ দ্বাৰা, সংঘবদ্ধ চেষ্টাৰ দ্বাৰা দূৰ কৰিবলৈ অলপো চেষ্টা কৰা নাই। আমি কেৱল নিজক আৰু আনক এই বুলি আভুৰা ভাৰি যওঁ যে যিদিনা আমাৰ হাতলৈ স্বৰাজ আহিব, তাৰ পিছ দিনাৰপৰাই সকলোখিনি আপোনা-আপনি ঠিক হৈ যাব। এনেকৈয়ে

কৰ্ত্তব্যক দূৰলৈ ঠেলি থোৱা, নিজ অকৰ্মণ্যতা ঢাকি ৰাখিবলৈ কিছুমান অৰ্থহীন কৈফিয়ৎ সাজি উলিওৱা—এইবোৰ আগ্ৰহ নোহোৱা উদ্যম নোহোৱা মনৰ মানুহৰ পক্ষেহে সম্ভৱ।

আমাৰ দেশখন সম্পূৰ্ণভাৱে কোনেও কাঢ়ি নিব নোৱাৰে আৰু এই দেশ-খনক বাহিৰৰ পৰা দয়া কৰি কোনোবাই আমাৰ হাতত চমজাই দিব, এনে শক্তিও কাৰো নাই। দেশৰ ওপৰত আমাৰ নিজৰ স্বাভাৱিক অধিকাৰ যিমানখিনি আমি এৰি দিছো সিমানখিনি অইনে তাক অধিকাৰ কৰিছে। ইয়াকে ভাবি চিন্তিয়েই এদিন মই 'স্বদেশী সমাজ' নাম দি এটা বক্তৃতা দিছিলো। তাৰ সাৰ কথাখিনি আৰু এবাৰ চমুকৈ ক'ব লগীয়া হৈছে।

ভাৰতবৰ্ষ আৰু চীনদেশত সদায় সমাজতন্ত্ৰহে প্ৰৱল, ৰাষ্ট্ৰতন্ত্ৰ তাৰ তলতহে। দেশে যথাযথভাৱে আত্মৰক্ষা কৰি আহিছে সমাজৰ সম্মিলিত শক্তিত। সমাজেই বিদ্যাৰ ব্যৱস্থা কৰিছে, তৃষ্ণাতুৰক পানী দিছে, ক্ষুধাতুৰক অন্ন, পূজাৰ্থীক মন্দিৰ, অপৰাধীক দণ্ড, শ্ৰদ্ধেয়ক শ্ৰদ্ধা, গাঁৱে গাঁৱে দেশৰ চৰিত্ৰক ৰক্ষা কৰিছে আৰু তাৰ সৌন্দৰ্য্য প্ৰতিষ্ঠা কৰিছে। দেশৰ ওপৰেদি ৰাজ্য-সাম্ৰাজ্যৰ পৰিবৰ্তন হৈ গ'ল, স্বদেশী ৰজাই-ৰজাই সদায় ৰাজত্ব লৈ ফেৰিয়া-ফেৰি চলিল; বিদেশী ৰজাসকল আহি সিংহাসন কঢ়া-আঁজোৰা কৰিবলৈ ধৰিলে—লুটপাত অত্যাচাৰো কম হোৱা নাই—কিন্তু তথাপি দেশৰ আত্মৰক্ষা হৈ আছিল; কাৰণ সমাজে নিজৰ কাম নিজে কৰি গৈছিল, দেশৰ অন্নবস্ত্ৰ, ধৰ্ম্ম-কৰ্ম্ম সকলো নিজৰ হাততে আছিল। এনেকৈয়ে দেশ আছিল দেশৰ মানুহৰ, ৰজা আছিল তাৰ এক অংশত মাত্ৰ, মূৰৰ ওপৰত যেনেকৈ মুকুট থাকে তেনেকৈ। ৰাষ্ট্ৰপ্ৰধান দেশত ৰাষ্ট্ৰতন্ত্ৰৰ মাজতে দেশৰ মৰ্মস্থান বিশেষভাৱে বন্ধা থাকে; সমাজপ্ৰধান দেশৰ প্ৰাণ সকলোতে বিয়পি থাকে। ৰাষ্ট্ৰপ্ৰধান দেশত ৰাষ্ট্ৰতন্ত্ৰৰ পতনেই দেশৰ অধঃপতন সূচায়, তাৰ দ্বাৰায় সেই দেশৰ মৃত্যু ঘটে। গ্ৰীচ, ৰোমৰ এনেকৈয়ে মৃত্যু ঘটিছে। কিন্তু চীন আৰু ভাৰতে ৰাষ্ট্ৰীয় পৰিবৰ্তনৰ মাজেদিয়েই, ৰাষ্ট্ৰীয় পৰিবৰ্তনৰ ভিতৰেদিয়েই সুদীৰ্ঘকাল আত্মৰক্ষা কৰিছে—তাৰ কাৰণ সৰ্ব্বব্যাপী সমাজত তাৰ আত্মা প্ৰসাৰিত হৈ আছে।

পাশ্চাত্য ৰজাৰ শাসনত এইখিনিতে ভাৰতবৰ্ষই আঘাত পাইছে। গাঁৱে গাঁৱে ভাৰতৰ যি সামাজিক স্বৰাজ চাৰিওফালে বিয়পি আছিল, ৰজাৰ শাসনে

তাৰ ঠাই অধিকাৰ কৰিলে! যেতিয়াৰপৰাই এই অধিকাৰ পকা হৈ উঠিল, তেতিয়াৰপৰাই গাঁৱে গাঁৱে পুখুৰীৰ পানী গ'ল শুকাই; ভগা-ছিগা মন্দিৰত, শূন্য অতিথিশালাত উঠিল আহত গছ, জালজুৱাচুৰি, মিছা-মকৰ্দ্দমা বাধা দিবলৈ আৰু একো নাথাকিল; ৰোগ, তাপ, দৈন্য, অজ্ঞান, অধৰ্মত গোটেই দেশ ৰসাতললৈ নামি গ'ল।

এটাইতকৈ ডাঙৰ বিপদ হ'ল—দেশে দেশৰ মানুহৰপৰা কিবা বিচাৰিলে কোনো সঁহাৰি নোপোৱাটো। জলদান, অন্নদান, বিদ্যাদান—এই সকলোৰে কাৰণে চৰকাৰ বাহাদুৰৰ মুখলৈ চাব লগীয়া হয়। ইয়াতেই দেশে গভীৰভাৱে নিজকে হেৰুৱাইছে। দেশৰ মানুহৰ লগত সেৱাৰ সম্বন্ধত দেশ যথাৰ্থভাৱে যুক্ত আৰু তাতেই ঘটিছে মৰ্মান্তিক বিচ্ছেদ। আগতে স্বৰাজ পালে পিছত সেই স্বাভাৱিক সম্বন্ধৰ কাম চলি থাকিব এই কথা যেনেকুৱা, আৰু আগতে ধন লাভ হ'ব আৰু তাৰ পিছত লৰাই মাকক মানিব—এই কথাও তেনেকুৱাই। দাৰিদ্ৰ্য মাজতো স্বাভাৱিক সম্বন্ধৰ কাম চলা উচিত—দৰাচলতে সেই অৱস্থাত সম্বন্ধৰ দাবী বাঢ়েহে, নকমে। স্বদেশী সমাজত আমি সেই কাৰণে কৈছিলো আমাৰ ৰজা ইংৰাজ নে আন কোনোবা—এই কথা লৈ বাক-বিতণ্ডাত সময় নষ্ট নকৰি সেৱাৰ দ্বাৰা, ত্যাগৰ দ্বাৰা নিজৰ দেশক নিজে সচাঁসঁচিকে অধিকাৰ কৰাৰ চেষ্টা সকলোতকৈ আগতে কৰিব লাগিব। দেশৰ সমস্ত বুদ্ধি-শক্তি আৰু কৰ্ম্ম-শক্তি সংঘবদ্ধ আকাৰত কেনেকৈ দেশত বহলাব পাৰি, স্বদেশী সমাজত মই তাৰেই আদৰ্শ ব্যাখ্যা কৰিছিলো। খদ্দৰ পিন্ধা দেশেই যে সমগ্ৰ দেশৰ সম্পূৰ্ণ আদৰ্শ এই কথা মই কোনো মতেই মানিব নোৱাৰোঁ; যেতিয়া দেশৰ আত্মা সজাগ আছিল, তেতিয়া দেশে যে কেৱল নিজৰ তাঁতত বোৱা কাপোৰকে নিজে পিন্ধিছিল সেইটো নহয়, তেতিয়া দেশৰ সমাজত নিজৰ বহুধা শক্তিয়ে বিচিত্ৰ সৃষ্টিৰ মাজেদি নিজকে সাৰ্থক কৰিছে। আজি সমগ্ৰভাৱেই সেই শক্তিৰ দৈন্য ঘটিছে, কেৱল যঁতৰত সুতা কটা শক্তিৰ দৈন্যই নহয়।

আজি আমাৰ দেশত যঁতৰ অঁকা পতাকা উৰাইছো। কিন্তু ই যে ঠেক জড়শক্তিৰ নিচান, ইয়াত যে চিত্তশক্তিৰ কোনো আহ্বান নাই। সমস্ত জাতিক মুক্তিৰ পথলৈ যি আমন্ত্ৰণ সেই আমন্ত্ৰণ যে কোনো বাহ্য প্ৰক্ৰিয়াৰ অন্ধ পুন-ৰাবৃত্তিৰ আমন্ত্ৰণ হ'ব নোৱাৰে। তাৰ কাৰণে লাগে পূৰ্ণ মনুষ্যত্বৰ

উদ্বোধন ; সি জানো এই যুঁতৰ চলোৱাত আছে ? চিন্তাবিহীন মূঢ় বাহ্য অনুষ্ঠানকে ঐহিক, পাৰত্ৰিক সিদ্ধিলাভৰ উপায় বুলি মানি লৈয়েই জানো ইমান দিন জড়ত্বৰ আবৰণেৰে আসি মনক, কৰ্মক বান্ধি ৰখা নাই ? আমাৰ দেশৰ এটাহঁতকৈ ডাঙৰ দুৰ্গতিৰ কাৰণ জানো সিয়েই নহয় ? আজি জানো আমাক বুদ্ধি নেলাগে, বিদ্যা নেলাগে, প্ৰীতি নেলাগে, পুৰুষালি নেলাগে, অন্তৰ প্ৰকৃতিৰ মুক্তি নেলাগে, লাগে মাত্ৰ সকলোতকৈ ডাঙৰ কৰি, একমাত্ৰ কৰি, চকু মুদি লৈ মনটো নিষ্ক্ৰিয় কৰি দি, হাত চলাবলৈ বহুত হাজাৰ বছৰৰ আগতে যেনেকৈ চলোৱা হৈছিল তাৰেই অনুকৰণ কৰি ? স্বৰাজ সাধন যাত্ৰাৰ এয়েনেকি ৰাজপথ ? এনেকুৱা কথা কলে মানুহক জানো অপমান কৰা নহয় ?

দৰাচলতে যেতিয়া সমগ্ৰভাৱে দেশৰ বুদ্ধিশক্তি, কৰ্মশক্তি উদ্যত থাকে তেতিয়া অইন দেশৰপৰা কাপোৰ কিনি পিন্ধিলেও স্বৰাজৰ মূলত আঘাত নালাগে। গছৰ গুৰিত বিদেশী সাৰ দিলেই গছ বিদেশী নহয়। যি মাটি স্বদেশী, তাৰ মূলগত প্ৰাধান্য থাকিলে কথা নাই, পৃথিৱীত স্বৰাজী এনে কোনো দেশেই নাই য'ত আন দেশৰ আমদানি বস্তু বহুল পৰিমাণে ব্যৱহাৰ নকৰে। কিন্তু তাৰ লগে লগেই তেওঁলোকে নানা চেষ্টাৰ দ্বাৰা নিজৰ শক্তিকো সাৰ্থক কৰিছে—কেৱল এফালে নহয়, কেৱল বেপাৰীৰ নিচিনাকৈ পণ্য উৎপাদত নহয়, বিদ্যা অৰ্জনত, বুদ্ধিৰ আলোচনাত, মানুহৰ হিতসাধনত, শিল্প-সাহিত্য-সৃষ্টিত, মনুষ্যত্বৰ পূৰ্ণ বিকাশত। সেই ফালে যদি আমাৰ দেশৰ অভাৱ থাকে তেন্তে নিজৰ হাত দুখনক মনোবিহীন কালৰ আকাৰত পৰিণত কৰি আমি যিমানেই সূতা কাটোঁ আৰু কাপোৰ বওঁ, আমাৰ লাজ নাযায়, আমি স্বৰাজো নাপাওঁ।

প্ৰথমৰপৰাই মই ৰাষ্ট্ৰীয় প্ৰসংগত এই কথাই বাৰে বাৰে কৈছো, যি কাম নিজে কৰিব পাৰি সেই কাম গোটেই বাকি পেলাই থৈ, আনৰ ওপৰত ঠেঁহ পাতিয়েই সদায় কৰ্মহীন উত্তেজনাৰ মাত্ৰা বঢ়াই দিন কটোৱাকে মই ৰাষ্ট্ৰীয় কৰ্তব্য বুলি নাভাবোঁ। নিজৰ পক্ষৰ কথাটো সম্পূৰ্ণ পাহৰি আছো বুলিয়েই সিপক্ষৰ কথা লৈ ইমান অতিপাতকৈ আলোচনা কৰোহঁক। তাত শক্তিহ্ৰাস হয়। স্বৰাজ হাতত পালে যে আমি স্বৰাজৰ কাম চলাব পাৰিম, তাৰ চিনাকি স্বৰাজ পোৱাৰ আগতেই দিয়া উচিত। সেই চিনাকিৰ ক্ষেত্ৰ বহুল। দেশৰ সেৱাৰ মাজত দেশৰ প্ৰতি প্ৰীতিৰ প্ৰকাশে কোনো বাহ্যিক অৱস্থাৰ পৰি-

বৰ্ত্তনলৈ বাট চাই নাথাকে, সি নিৰ্ভৰ কৰে একমাত্র আন্তৰিক সত্যৰ ওপৰত। আজি যদি দেখো সেই শক্তি অলস, উদাসীন তেন্তে বাহিৰৰ অনুগ্রহত বাহ্য স্বৰাজ পালেই অন্তৰৰ সেই জড়তা আঁতৰিব এই কথা মই বিশ্বাস নকৰো। আগেয়ে আমাৰ বাহিৰৰ বাধাবিলাক আঁতৰিব, তাৰ পিছত আমাৰ দেশপ্রীতি অন্তৰৰ বাধা ভেদ কৰি পৰিপূৰ্ণ শক্তিৰে দেশৰ সেৱাত নিযুক্ত হ'ব, এনেকুৱা নিজকে ফাঁকি দিয়া কথা যেন আমি নকওঁ। যি মানুহে কয়—আগতে ফাউণ্টেন-পেন পাম, তাৰ পিছত মহাকাব্য লিখিম, বুজিব লাগিব তাৰ লোভ ফাউণ্টেন পেনৰ প্রতিহে, মহাকাব্যৰ প্রতি নহয়। যি দেশাত্মবোধীয়ে কয় যে, আগেয়ে স্বৰাজ পালে তাৰ পিছত স্বদেশৰ কাম কৰিম তাৰ লোভ নিচান উৰুৱাতে, উদিপিস্কা স্বৰাজৰ ৰং ঘহা সজাটোৰ ওপৰতে। এজন আৰ্টিষ্টক চিনি পাওঁ, তেওঁ বহুত দিনৰপৰাই কৈ আছিল মোৰ কামৰ উপযোগী এটা ষ্টুডিঅ' নেপালে মই হাতৰ কাম দেখুৱাব নোৱাৰিম। ষ্টুডিঅ' তেঁও পালে, কিন্তু তেওঁৰ হাতৰ কাম এতিয়া আগ নাবাঢ়ে। যিমান দিন ষ্টুডিঅ' নাছিল, সিমান দিন ভাগ্য আৰু আন সকলোকে কৃপণ বুলি দোষ দিয়াৰ সুযোগ তেওঁৰ আছিল, ষ্টুডিঅ' পোৱাৰ পিছত তেওঁৰ হাতো নচলে, মুখো নচলে। স্বৰাজ আগতে আহিব, স্বদেশৰ সাধনা তাৰ পিছত, এনেকুৱা কথাও তেনেকৈয়ে সত্যহীন, আৰু ভিত্তিহীন এনেকুৱা স্বৰাজ।

# উপসংহাৰ

ছোভিয়েট শাসনৰ প্ৰথম পৰিচয়ে মোৰ মনক যে বিশেষভাৱে আকৰ্ষণ কৰিছে সেই কথা আগতেই কৈছো। তাৰ কেইটামান বিশেষ কাৰণ আছে। সেই কেইটা আলোচনা কৰিব লগীয়া।

সেই ঠাইৰ যিটো চিত্ৰ মোৰ মানস পটত ভাহিছে তাৰ পিছত ঘূৰিবলৈ ধৰিছে ভাৰতবৰ্ষৰ দুৰ্গতিৰ ক'লা বৰণৰ পটভূমিকা। এই দুৰ্গতিৰ মূলত থকা ইতিহাসৰ পৰা এটা তত্ত্ব পোৱা যায়। সেই তত্ত্বটো চিন্তা কৰি চালে আলোচ্য প্ৰসংগত মোৰ মনৰ ভাব বুজা সহজ হ'ব।

ভাৰতবৰ্ষত মুছলমান শাসন বিস্তাৰৰ অন্তৰ্নিহিত মানসটো আছিল ৰাজ-মহিমা লাভ। সেই সময়ত ৰাজ্য লৈ সদায় টনা-আঁজোৰা চলিছিল। ইয়াৰ গুৰিতে আছিল এই ইচ্ছা। গ্ৰীচৰ চেকেন্দাৰ শ্বাহে কেৱল নিজৰ প্ৰতাপ বিস্তাৰ কৰিবৰ কাৰণে সামৰিক বাহিনী লৈ ধূমকেতুৰ অনলোজ্জ্বল পুচ্ছৰ যিচিনা বিদেশৰ আকাশ আগুৰি পেলাইছিল। ৰোমবাসীসকলৰো একে প্ৰবৃত্তি দেখা যায়. ফিনিছীয়সকলে সমুদ্ৰৰ পাৰে পাৰে বেপাৰ কৰি ফুৰিছে। কিন্তু তেওঁলোকে ৰাজ্য লৈ কঢ়া-কঢ়ি কৰা নাই।

এদিনাখন ইউৰোপৰ পৰা বেপাৰীসকলৰ নাও যেতিয়া প্ৰাচ্য মহাদেশৰ ঘাটে ঘাটে ৰ'লহি তেতিয়াৰ পৰাই পৃথিবীত মানুহৰ ইতিহাসৰ এক নতুন পৰ্ব ক্ৰমশঃ অভিব্যক্ত হৈ উঠিল। ক্ষত্ৰিয় যুগ আঁতৰি গ'ল, বৈশ্য যুগৰ আবিৰ্ভাব হ'ল। এই যুগত বেপাৰীসকল দলে দলে বিদেশলৈ আহি তেওঁ-লোকৰ বেপাৰৰ বস্তু লৈ সেই সেই দেশৰ সৈতে সম্বন্ধ পাতিবলৈ ধৰিলে। প্ৰধানকৈ তেওঁলোকে লাভৰ অংশ বৃদ্ধিৰ বাবেহে চকু দিছিল; বীৰ হিচাপে সন্মান লাভ কৰা তেওঁলোকৰ লক্ষ্য নাছিল। এই কামত তেওঁলোকে নানা কুটিল পন্থা অৱলম্বন কৰিবলৈও কুণ্ঠিত হোৱা নাই। কাৰণ তেওঁলোকে কীৰ্ত্তি বিচৰা নাছিল, বিচাৰিছিল সিদ্ধি।

এই সময়ত ভাৰতবৰ্ষ বিপুল ঐশ্বৰ্য্যৰ কাৰণে জগত বিখ্যাত আছিল। সমসাময়িক বিদেশী ইতিহাসকাৰসকলে সেই কথা বাৰে বাৰে ঘোষণা কৰি গৈছে। আনকি স্বয়ং ক্লাইবে কৈছে: "ভাৰতবৰ্ষৰ বিপুল ধনৰাশিৰ কথা

যেতিয়া চিন্তা কৰি চাওঁ তেতিয়া তাৰ অপহৰণ ক্ষেত্ৰত নিজৰ সংযম দেখি নিজেই বিস্মিত হওঁ।” এই প্ৰভূত ধন এনেয়ে অহা নাই। ভাৰতে নিজে ইয়াক উৎপন্ন কৰিছিল। সেই সময়ত বিদেশৰ পৰা যিসকল আহি ইয়াৰ ৰাজ-সিংহাসনত বহিছিল, তেওঁলোকে এই ধন ভোগ কৰিছিল, নষ্ট হলে কৰা নাছিল। অৰ্থাৎ তেওঁলোক আছিল ভোগী, বেপাৰী নহয়। তাৰ পিছত বাণিজ্যৰ পথ সুগম কৰিবলৈ বিদেশী বেপাৰীসকলে বেপাৰৰ গাদীৰ ওপৰত ৰাজসিংহাসনখন পাৰি ললে। সময়ো আছিল অনুকূল। সেই সময়ত মোগল ৰাজত্বৰ অৱনতি হবলৈ ধৰিছে। মৰাঠী আৰু শিখসকল সাম্ৰাজ্যৰ গাঁঠিবোৰ শিথিল কৰাত প্ৰবৃত্ত হৈছে, ইংৰাজৰ হাতত সি ছিন্ন-ভিন্ন হৈ ধ্বংসৰ পথত বিলীন হ'ল।

প্ৰাচীন কালৰ ৰাজগৌৰবেৰে গৌৰবান্বিত লোকসকলে এই দেশত ৰাজত্ব কৰা সময়ত দেশত অত্যাচাৰ, অবিচাৰ, অব্যৱস্থা আদি যে নাছিল সেই কথা কব নোৱাৰি। কিন্তু তেওঁলোক এই দেশৰ অংগীভূত। তেওঁলোকৰ আঁচোৰত দেশৰ গাত যি ঘা লাগিছিল সি ছালৰ ওপৰতে সীমাবদ্ধ আছিল, ৰক্তপাত বহুত হৈছিল, কিন্তু অস্থিবন্ধনীবোৰ সোলোক-ঢোলোক হোৱা নাছিল। ধন উৎপাদনৰ নানা তৰহৰ কাম অব্যাহতৰূপে চলিছিল, আনকি নবাব-বাদশ্বাহৰ পৰাও সেই কামবোৰে প্ৰশ্ৰয় পাইছিল। সেইটো নহলে এই দেশত বিদেশী সকলৰ ইমান ভিড় হোৱাৰো কোনো কাৰণ নেথাকিলহেঁতেন—মৰুভূমিত শস্যনাশকাৰী পোক-পৰুৱাবোৰ গোট যোগায় নৈগে।

তাৰ পিছত ভাৰতবৰ্ষত বাণিজ্য আৰু সাম্ৰাজ্যৰ অশুভ সংগমকালত বণিক ৰজাই দেশৰ ধন-কল্পতৰুৰ শিপাবোৰ কেনেদৰে কাটিবলৈ ধৰিলে তাৰ ইতিহাস শতবাৰ উক্ত হৈছে আৰু সি অত্যন্ত শ্ৰুতিকটু। পুৰণি হলেও সেই কথাক পাহৰণিৰ বুকুত মাৰ নিয়াবলৈ চেষ্টা কৰিব নেলাগে। এই দেশৰ বৰ্ত্তমান দুৰ্বহ দাৰিদ্ৰ্যৰ উপক্ৰমণিকা তাতেই। ভাৰতৰ ধন-মহিমা আছিল। কিন্তু সেইটো কোন বাহনৰ যোগেদি দ্বীপান্তৰিত হ'ল সেই কথা যদি আমি পাহৰি যাঁও, তেনেহলে পৃথিবীৰ আধুনিক ইতিহাসৰ এটা তত্ত্ব বাদ দিয়া হব। আধুনিক ৰাষ্ট্ৰনীতিৰ প্ৰেৰণা শক্তি বীৰ্য্যাভিমান নহয়, সি হৈছে ধনৰ লোভ। এই তত্ত্বটো মনত ৰখা উচিত। ৰাজগৌৰবৰ লগত প্ৰজাবোৰৰ এটা মানসিক সম্বন্ধ থাকে। ধনলোভৰ লগত সেইটো থাকিবই নোৱাৰে। ধন নিৰ্ম্মম,

নৈৰ্ব্যক্তিক। সোণৰ কণী পৰা কুকুৰাটোৰ কণীৰ ওপৰতেই অকল লোভৰ দৃষ্টি নেথাকে, সি এদিনাখন কুকুৰাটোকেই মাৰি পেলায়।

বণিক ৰাজত্বৰ লোভে ভাৰতৰ ধন উৎপাদনৰ বিচিত্ৰ শক্তি পঙ্গু কৰি তুলিছে। বাকী আছে কেৱল কৃষি। নহলে কেঁচা মালৰ যোগান বন্ধ হয় আৰু বিদেশী বস্ত্ৰ কিনাৰ ক্ষমতা একেবাৰে লোপ পায়। ভাৰতৰ বৰ্তমান জীৱিকা এই অতি ক্ষীণ বেটুটোৰ ওপৰত নিৰ্ভৰ কৰি আছে।

প্ৰাচীন কালত যি নৈপুণ্য আৰু যিবোৰ উপায়েৰে হাতৰ কাম কৰি শিল্পীসকলে খাই-বই অলপ ৰাহিও কৰিছিল, যন্ত্ৰৰ প্ৰতিযোগিতাত তেওঁলোক নিজেই নিষ্ক্ৰিয় হৈ পৰিছে। গতিকে প্ৰজাবোৰ জীয়াই থকাৰ কাৰণে সকলো প্ৰকাৰে সিহঁতক যন্ত্ৰকুশল কৰি তোলাটো নিতান্ত আৱশ্যক আছিল। পেটৰ দায়ত বৰ্তমান সময়ত সকলো দেশতে এই উদ্যম প্ৰবল হৈ উঠিছে। জাপানে অলপ সময়ৰ ভিতৰতে ধন উৎপাদনৰ যন্ত্ৰ আয়ত্ত কৰিছে। সেইটো নহলে যন্ত্ৰী ইউৰোওৰ ষড়যন্ত্ৰত সিহঁত ধনে-প্ৰাণে মৰিলহেঁতেন। আমাৰ ভাগ্যত সেই সুযোগ নঘটিল; কাৰণ লোভ হৈছে ঈৰ্ষাপৰায়ণ। এই লোভৰ প্ৰকোপত পৰি আমাৰ ধন-প্ৰাণ সকলো বিপন্ন হ'ল। কিন্তু ৰজাসকলে আমাক সান্ত্বনা দি কলে, "এতিয়াও ধন-প্ৰাণৰ যিখিনি বাকী আছে তাক ৰক্ষা কৰিবলৈ আইন আৰু চৌকিদাৰৰ ব্যৱস্থাৰ ভাৰ আমাৰ হাতত থাকিল।" আমাৰ অন্ন-বস্ত্ৰ, ৰিদ্যা-বুদ্ধি বন্ধক থৈ কণ্ঠাগত প্ৰাণেৰে আমি চৌকিদাৰৰ টুপীৰ খৰচ যোগাইছো। এই সাংঘাতিক ঔদাসীন্যৰ মূলত আছে লোভ। সকলো প্ৰকাৰ জ্ঞান আৰু কৰ্মশক্তিৰ পীঠস্থানৰ বহুত তলত থিয় দি আমি মুখ মেলি ওপৰলৈ চাই আছো আৰু সেই উৰ্দ্ধলোকৰ পৰা এনে আশ্বাসবাণী শুনি আছো, "তোমালোকৰ শক্তি নাশ হয় যদিও ভয় নাই, আমাৰ শক্তি আছে, আমি তোমালোকক ৰক্ষা কৰিম।"

লোভৰ সম্পৰ্ক থকা মানুহৰ পৰা মানুহে কেৱল নিজৰ প্ৰয়োজনহে সিদ্ধি কৰায়; কেতিয়াও তেওঁক সম্মান নকৰে। যাক সন্মান কৰিব নোৱাৰি তেওঁৰ দাবীক মানুহে যিমান পাৰে তল পেলাই ৰাখে। অৱশেষত সি ইমান সস্তা হৈ পৰে যে তেওঁৰ ভাঙৰ অভাৱত সামান্য খৰচ কৰিবলৈও গা বেজ-বেজায়। আমাৰ প্ৰাণ ৰক্ষা আৰু মনুষ্যত্বৰ লজ্জা ৰক্ষাৰ কাৰণে যে কিমান কম টকা খৰচৰ ঘৰত ধৰা হয় সেই কথা সকলোৱে জানে। আমাৰ ভাত নাই, বিদ্যা

নাই, বৈদ্য নাই ; খোৱা পানী পোৱা যায় বোকা ছেকি। আনহাতে আমাৰ চৌকিদাৰৰ অভাৱ নাই। তাৰ লগত আছে মোটা মোটা দৰ্মহাৰ কৰ্মচাৰী-সকল। সিহঁতৰ আটাইখিনি দৰ্মহা ব্ৰিটিশ দ্বীপৰ শৈত্য নিবাৰণৰ কাৰণে গালফ্ ষ্ট্ৰীমৰ নিচিনাকৈ গুচি যায়। সিহঁতৰ পেনচন যোগোৱা হয় আমাৰ অন্ত্যেষ্টিক্ৰিয়াৰ খৰচৰ অংশৰ পৰা। ইয়াৰ একমাত্ৰ কাৰণ হৈছে লোভ অন্ধ, লোভ নিষ্ঠুৰ, ভাৰতবৰ্ষ ভাৰতেশ্বৰসকলৰ লোভৰ সামগ্ৰী।

এনে দুখজনক অৱস্থাৰ মাজতো ইংৰাজসকলৰ স্বভাৱত যে ঔদাৰ্য্য আছে এই কথা কেতিয়াও অস্বীকাৰ কৰিব নোৱাৰি। বিদেশী শাসন কাৰ্য্যত ইউ-ৰোপৰ আন জাতিৰ ব্যৱহাৰ ইৰাজসকলতকৈও নিষ্ঠুৰ আৰু মন্দ। ইংৰাজ জাতি আৰু তেওঁলোকৰ শাসন নীতি সম্বন্ধে কথাই-বতৰাই আৰু কামে-কাজে আমি যি ধৰণে বিবোধিতা প্ৰকাশ কৰোঁ আন কোনো জাতিৰ শাসনকৰ্ত্তা সকলৰ ক্ষেত্ৰত সেইটো সম্ভৱপৰ নহলহেঁতেন। ইউৰোপ আনকি আমে-ৰিকাতো তাৰ প্ৰমাণ যথেষ্ট আছে। প্ৰকাশ্যভাৱে বিদ্ৰোহ ঘোষণা কৰা সময়ত শাসকসকলৰ দ্বাৰা পীড়িত হৈ আমি তেওঁলোকৰ ওচৰত অভিযোগ দাঙি ধৰিলে এয়ে প্ৰমাণিত হয় যে মাৰ খাই থাকিলেও ইংৰাজ জাতিৰ প্ৰতি আমাৰ নিগূঢ় শ্ৰদ্ধা লোপ পাবলৈ নিবিচাৰে। আমাৰ স্বদেশী ৰজা আৰু জমিদাৰ-সকলৰ পৰা আমাৰ প্ৰত্যাশা তাতকৈও বহুত কম।

ইংলণ্ডত থকা সময়ত এটা কথা লক্ষ্য কৰিছো। ভাৰতত দণ্ডবিধান বিষয়ত ঘটা গ্লানিজনক ঘটনা ইংৰাজী খবৰৰ কাগজত প্ৰায় একেবাৰেই ছপা নহয়। ইউৰোপ বা আমেৰিকাই তেওঁলোকক নিন্দা কৰিব এই ভয়ত যে তেওঁলোকে সেইবোৰ নছপায় এনে নহয়। আচলতে কঠোৰ ইংৰাজ শাসকে ইংৰাজসকলৰ শুভ বুদ্ধিকেই ভয় কৰে। জোৰ-জবৰদস্তিৰ আৱশ্যক আছিল, সেইবাবে যথেষ্ট কৰিছো, খুব ভাল হৈছে ; এই বুলি বুকু ফিন্দাই কথা কোৱা ইংৰাজ সকলৰ পক্ষে সহজ নহয়। তাৰ কাৰণ হৈছে ইংৰাজসকল ডাঙৰ মনৰ অধিকাৰী। ভাৰতৰ আচল কথাবোৰ ইংৰাজসকলে বৰ কম জানে। সেইবাবে নিজক নিজে ধিক্কাৰ দিয়াৰ সুযোগ নোলায়। অৱশ্যে এইটোও সত্য যে যিসকলে বহুদিন ধৰি ভাৰতৰ লোণ খাইছে তেওঁলোকৰ ইংৰাজী যকৃৎ আৰু অন্তৰ কলুষিত হৈ গৈছে ; অথচ ভাগ্যক্ৰমে তেওঁলোকেই হ'ল আমাৰ কৰ্তৃপক্ষ।

ভাৰতৰ বৰ্ত্তমান বিপ্লৱ-সংক্রান্ত বিষয়ত দণ্ডবিধান ব্যৱস্থা লওঁতে কর্তৃপক্ষই তেওঁলোকৰ অত্যাচাৰৰ মাত্ৰা নিচেই কম হোৱা বুলি কৈছে। এই কথা আমি মানিব নোখোজোঁ। কিন্তু অতীত আৰু বৰ্তমানৰ প্ৰচলিত শাসননীতিৰ সৈতে ৰিজাই চালে কথাটো অত্যুক্তি বুলি কৰ নোৱাৰি। আমি মাৰ খাইছো আৰু আটাইতকৈ কলংকৰ কথা হৈছে যে গুপ্তভাৱেও মাৰ-ধৰৰ অভাৱ হোৱা নাছিল। এইটোও কব লাগিব যে বহু ক্ষেত্ৰত যিসকলে মাৰ খাইছে তেওঁলোকৰেই মাহাত্ম্য প্ৰকাশ পাইছে। যিসকলে মাৰিছে তেওঁলোকে নিজৰ মান নিজে হেৰুৱাইছে। কিন্তু সাধাৰণ ৰাষ্ট্ৰশাসননীতিৰ আদৰ্শৰ পৰা চালে আমাৰ ওপৰত হোৱা অত্যাচাৰ কমেই হৈছে বুলিব লাগে। বিশেষকৈ আমাৰ আৰু তেওঁলোকৰ মাজত বিশেষ সম্বন্ধ একো নাই। তদুপৰি বাহুবলৰ পিনৰ পৰা চালে গোটেই ভাৰতবৰ্ষকে তেওঁলোকে জালিয়ানৱালাবাগত পৰিণত কৰাটো একো অসম্ভৱ কথা নাছিল। আমেৰিকাৰ সমগ্ৰ নিগ্ৰো জাতিয়ে যুক্তৰাজ্যৰ সৈতে নিজৰ যোগাযোগ বিচ্ছিন্ন কৰিবলৈ যদি স্পৰ্ধাপূৰ্বক অধ্যৱসায় চলালেহেঁতেন, তেনেহলে কি যে বীভৎস ৰক্তপ্লাৱন হ'লহেঁতেন, বৰ্তমান শান্তিৰ সময়তো তাক অনুমান কৰিবলৈ বেছি কল্পনাশক্তিৰ প্ৰয়োজন নকৰে। তাৰ বাহিৰেও ইটালি প্ৰভৃতি দেশত যিবোৰ ঘটনা ঘটিছে সেইবোৰৰ আলোচনা কৰা বাহুল্য মাথোন।

কিন্তু ইয়াতেই আমি সান্তনা পোৱা নাই। লাঠীৰ মাৰ দুদিনীয়া। তাৰ কাৰণে লাহে লাহে লাজ লগাও অসম্ভৱ নহয়। কিন্তু অন্তৰৰ আঘাতে অকল কেইজনমান মানুহৰ মূৰ ফালি খেলঘৰৰ ব্ৰিজ পাৰ্টিৰ অন্তৰালত অন্তৰ্ধান নহয়। গোটেই জাতিটোকে সি ভিতৰে ভিতৰে নিঃস্ব কৰি তোলে। শতাব্দীৰ পিছত শতাব্দী ধৰি অবিৰামভাৱে সি চলি থাকিব। খণ্ডৰ আঘাতৰ শেষ আছে, লোভৰ আঘাতৰ অন্ত পোৱা নাযায়।

টাইমছ কাগজত মেকি নামৰ এজন লিখকে কৈছে যে ভাৰতত দাৰিদ্ৰ্যৰ মূল কাৰণ হৈছে নিৰ্বিচাৰ বিবাহৰ ফলত হোৱা অতিপ্ৰজনন। ইয়াৰ ভিতৰুৱা অৰ্থ এয়ে যে ভাৰতত যদি কম মানুহে কম আহাৰকে কেৱলহী চুচি খালেহেঁতেন, তেনেহলে বাহিৰৰ পৰা চলা শোষণ দুঃসহ হৈ নুঠিলহেঁতেন। শুনিবলৈ পোৱা যায় যে ইংলণ্ডত ১৮৭১ চনৰ পৰা ১৯২১ চনলৈকে শতকৰা ৬৬ জন হাৰত প্ৰজাবৃদ্ধি হৈছে। ভাৰতত পঞ্চাছ বছৰৰ প্ৰজাবৃদ্ধিৰ

হাৰ হৈছে শতকৰা ৩৩ জন। গতিকে দেখা গ'ল, দাৰিদ্ৰ্যৰ মূল কাৰণ প্ৰজা-বৃদ্ধি নহয়, অন্নসংস্থানৰহে অভাৱ। তাৰ মূল বাবত ক'ত?

যি সকলে দেশ শাসন কৰিছে আৰু যি সকল প্ৰজা শাসিত হৈছে, তেওঁ-লোকৰ ভাগ্য একে কক্ষবৰ্ত্তী হলে অন্ততঃ পেটৰ ভাত মুঠিলৈ একো অভিযোগ কৰিব লগা নহয়। অৰ্থাৎ সুভিক্ষ আৰু দুৰ্ভিক্ষ দুয়ো ক্ষেত্ৰতে দুয়ো পক্ষৰ ভাগ প্ৰায় সমান সমান হৈ থাকে। কিন্তু য'ত কৃষ্ণপক্ষ আৰু শুক্লপক্ষৰ মাজত মহালোভ আৰু মহা সমুদ্ৰৰ ব্যৱধান তাত অমাবস্যাৰ পিনে বিদ্যা, স্বাস্থ্য, সম্মান, সম্পদ আদি সোমাবলৈ নিবিচাৰে। এই কথাৰ হিচাপ কৰিবলৈ সংখ্যা-বিজ্ঞানৰ বৰ বেছি খুঁতি-নাতি যুক্ত হিচাপৰ দৰকাৰ নাই। আজি এশ যাঠি বছৰ জুৰি ভাৰতৰ কাৰণে সকলো বিষয়তে দাৰিদ্ৰ্য আৰু ব্ৰিটেনৰ পক্ষে সকলো বিষয়ে ঐশ্বৰ্য্য পিঠিয়া পিঠিকৈ সংযুক্ত হৈ আছে। ইয়াৰ সম্পূৰ্ণ চিত্ৰটো চাবলৈ হলে বংগদেশত যিসকল খেতিয়কে মৰাপাট উৎপন্ন কৰে আৰু সুদূৰ দাণ্ডিত যিসকলে তাৰ লাভ খায় উভয়ৰে জীৱন নিৰ্বাহৰ দৃশ্য একেলগে দাণ্ডি ধৰি চাব লাগে। উভয় পক্ষৰ ভিতৰত মিলন হৈছে লোভৰ আৰু বিচ্ছেদ হৈছে ভোগৰ। এই বিভেদ ডেৰ শ বছৰে বাঢ়িলহে, নকমিল।

যেতিয়াৰ পৰা যান্ত্ৰিক উপায়েৰে অৰ্থলাভৰ মাত্ৰা বহুগুণে বঢ়াব পৰা হ'ল, তেতিয়াৰ পৰা মধ্যযুগৰ বীৰ-ধৰ্ম (চিভল্ৰি) বণিক-ধৰ্মত দীক্ষিত হ'ল। সমুদ্ৰযানৰ সহায়ত পৃথিবী আবিষ্কাৰৰ লগে লগে এই নিদাৰুণ বৈশ্য যুগৰ প্ৰথম সূচনা হয়। বৈশ্য যুগৰ আদিম ভূমিকা হৈছে দস্যুবৃত্তি। দাসহৰণ আৰু ধনহৰণৰ বীভৎসতাত ধৰিত্ৰীয়ে সিদিনাখন কান্দি পেলাইছিল। এই নিষ্ঠুৰ ব্যৱসায় বিশেষভাৱে আন দেশত চলিছিল। সিদিনাখন স্পেনে মেক্সিকোত অকল ধন গোটোৱাই নাই, সেই ঠাইৰ সভ্যতাক তেজেৰে মচি পেলাইছে। পশ্চিমৰ পৰা বলা ধুমুহাত সেই ৰঙা মেঘৰ ভিন ভিন টুকুৰাবোৰ ভাৰততো আহি পৰিল। তাৰ ইতিহাস আলোচনা কৰা অনাৱশ্যক। তাৰ ফলত ধন আৰু সম্পদৰ সোঁত পুব পিনৰ পৰা পশ্চিমলৈ ববলৈ ধৰিলে।

তেতিয়াৰ পৰাই পৃথিৱীত কুবেৰৰ সিংহাসন দৃঢ় হ'ল। বিজ্ঞানে ঘোষণা কৰিলে, যন্ত্ৰৰ নিয়মেই বিশ্বৰ নিয়ম। বাহ্য সিদ্ধিলাভৰ বাহিৰে কোনো নিত্য সত্য নাই। প্ৰতিযোগিতাৰ উগ্ৰতা সৰ্বব্যাপী হৈ উঠিল। দস্যুবৃত্তিয়ে ভদ্ৰ বেশ ধাৰণ কৰি সম্মান লাভ কৰিলে। লোভৰ দেখা আৰু নেদেখা বাটেৰে

কাৰখানা, খনি আৰু নগৰ-উপনগৰত দাসবৃত্তি, মিথ্যাচাৰ আৰু নিৰ্দয়তাই ছদ্মবেশ লৈ কেনে হিংস্ৰ হৈ উঠিছে তাৰ লোমহৰ্ষক বৰ্ণনা ইউৰোপীয় সাহিত্যত বিস্তৰ পোৱা যায়। পাশ্চাত্য দেশত যিবোৰে টকা গোটাইছে আৰু যিবোৰে তাৰ যোগান ধৰিছে তেওঁলোকৰ মাজত বহুদিন হতাহতি হৈছে। মানুহৰ আটাইতকৈ ডাঙৰ ধৰ্ম হৈছে সমাজ ধৰ্ম্ম। ইয়াৰ আটাইতকৈ ডাঙৰ ঘাতক হৈছে লোভ ৰিপু। এই যুগত সেই ৰিপুৱে মানুহৰ সমাজক আলোড়িত কৰি মানুহৰ সম্বন্ধৰ আঁহবোৰ শিথিল আৰু বিচ্ছিন্ন কৰি দিছে।

এখন দেশত একে জাতিৰ ভিতৰতে এই নিৰ্ম্মম ধনোপাৰ্জ্জন বিষয়ক এনে বিভাগৰ সৃষ্টি হ'লে দুখৰ মাজতো সুযোগৰ ক্ষেত্ৰ মুকলি হৈ থাকে। তাত শক্তিৰ বৈষম্য থাকিলেও অধিকাৰত বাধা নেথাকে। তাত যি আজি পেষ্য কাইলৈ সি পেষণ শ্ৰেণীত ভৰ্তি হব পাৰে। অকল সেয়ে নহয়। ধনীৰ সঞ্চিত ধনৰ নানা ৰূপে দেশৰ ভিতৰ অলপ নহয় অলপ ভাগ বিতৰণ আপোনা আপুনি হয়। ব্যক্তিগত সম্পদে জাতীয় সম্পদৰ দায়িত্বভাৰ কিছু পৰিমাণে বহন নকৰাকৈ থাকিব নোৱাৰে। লোকশিক্ষা, লোকস্বাস্থ্য, লোকৰঞ্জন আদি সৰ্ব-সাধাৰণৰ বাবে নানাবিধ হিতানুষ্ঠান যথেষ্ট ব্যয়সাধ্য। দেশৰ এনে ধৰণৰ নানা দাবী ইচ্ছাতেই হওক বা অনিচ্ছাতেই হওক, প্ৰত্যক্ষ আৰু পৰোক্ষভাৱে ধনী সকলে পূৰণ কৰে।

কিন্তু ভাৰতৰ ধনেৰে যিসকল বিদেশী বেপাৰী নাইবা ৰাজকৰ্মচাৰী ধনী হৈছে, সেই ধনৰ ন্যূনতম আৰু উৎচ্ছিষ্ট অংশহে ভাৰতৰ ভাগত পৰে। মৰাপাটৰ খেতিয়কসকলৰ শিক্ষা আৰু স্বাস্থ্যৰ সুগভীৰ অভাববোধ অনাবৃষ্টিৰ সময়ৰ খাল-বিলৰ নিচিনাকৈ ভেবা লাগি চাই থাকিল। বিদেশগামী মুনাফাৰ পৰা সিহঁতৰ পিনে একোৱে উভতি নাহিল। যিনিনি গ'ল সি নিঃশেষ হৈ গ'ল। এই লাভৰ অংশ বঢ়োৱাত গাৱঁৰ খাল-বিল দূষিত হ'ল। পানীৰ কষ্ট নিবাৰণৰ উদ্দেশ্যে বিদেশী মহাজনসকলৰ ভৰা টোপোলাৰ পৰা এটা ফুটা কড়িও সৰকি নপৰিল। খোৱা পানীৰ ব্যৱস্থা কৰিব লাগিলে তাৰ বাবে বহুৱা টেক্সৰ গোটেই তানটো এই নিঃস্ব, নিৰন্নসকলৰ ৰক্তস্ৰোতৰ ওপৰত পৰে। জনসাধাৰণৰ শিক্ষাৰ কাৰণে ৰাজ ভঁৰালত টকা নাই। কিয় নাই? তাৰ প্ৰধান কাৰণ হ'ল ভাৰতৰ প্ৰভূত পৰিমাণৰ টকা ভাৰতৰ পৰা একেবাৰে গুচি যায়। এই টকা লোভৰ টকা, নিজৰ টকাৰ ঘোল অনাই পৰৰ হৈ যায়।

অৰ্থাৎ ইপাৰৰ খাল-বিলৰ পানী শুকাই গৈ সিপাৰৰ দেশত মেঘ হৈ বৰষে। সেই দেশৰ হাসপাতাল আৰু বিদ্যালয়ত এই হতভাগ্য, অশিক্ষিত, অসুস্থ, মুমূৰ্ষু ভাৰতবৰ্ষই সুদীৰ্ঘ কাল জুৰি অপ্ৰত্যক্ষভাৱে ৰচদ যোগাই আহিছে।

দেশৰ মানুহৰ দৈহিক আৰু মানসিক দুখৰ চৰম অৱস্থাৰ দৃশ্য বহুদিন ধৰি স্বচক্ষে দেখি আহিছো। দাৰিদ্ৰ্যত মানুহ যে অকল মৰেহে এনে নহয়, ই মানুহক অবজ্ঞাৰ যোগ্য কৰি তোলে। সেয়েহে চাৰজন চাইমনে কৈছে: আমাৰ মতে ভাৰতবৰ্ষ যিবোৰ ভয়ানক দুখ-কণ্টক দ্বাৰা পীড়িত হৈছে তাৰ গুৰি হৈছে বহুদিনৰ পৰা চলি অহা তেওঁলোকৰ সামাজিক আৰু অৰ্থ-নৈতিক ৰীতি-নীতিবোৰ। সেইবোৰৰ প্ৰতিকাৰ ভাৰতীয়সকলে নিজেহে কৰিব পাৰে।

ইয়াৰ নাম অবজ্ঞা। ভাৰতৰ প্ৰয়োজনক তেওঁ যি আদৰ্শৰে চাইছে সেইটো তেওঁলোকৰ নিজৰ দেশৰ আদৰ্শ নহয়। প্ৰচুৰ ধন উৎপাদনৰ বাবে তেওঁলোকৰ শিক্ষা, সুযোগ আৰু স্বাধীনতা এই আটাইবোৰ সুবিধা থকা কাৰণে তেওঁলোকৰ জীৱনযাত্ৰাৰ আদৰ্শ, জ্ঞান, কৰ্ম, ভোগ সকলো পিনৰ পৰা যথেষ্ট ৰূপে পৰিপুষ্ট হব পাৰিছে। জীৰ্ণ বস্ত্ৰ, শীৰ্ণ তনু, ৰোগক্লান্ত, শিক্ষাৰ পৰা বঞ্চিত ভাৰতৰ ক্ষেত্ৰত সেই আদৰ্শ তেওঁলোকে কল্পনা কৰিও চোৱা নাই। আমি লোক-বৃদ্ধি নিবাৰণ কৰি, খৰচ-পত্ৰ কমাই কোনো মতে দিন কটাম আৰু তেওঁলোকে আমাৰ জীৱিকা খৰ্ব কৰি জীৱনযাত্ৰাৰ আদৰ্শ চিৰদিন বাহাল ৰাখিব। ইয়াতকৈ বেছি তেওঁলোকৰ ভাবিবলৈ নাই। গতিকে 'ৰিমেডি'ৰ দায়িত্ব সম্পূৰ্ণৰূপে আমাৰ হাততে। যিসকলে ৰিমেডি দুঃসাধ্য কৰি তুলিছে তেওঁলোকৰ বিশেষ একো কৰিব লগীয়া নাই।

মানুহ আৰু বিধাতাৰ বিৰুদ্ধে এইবোৰ অভিযোগ থাপি-থুপি ৰাখি আন্তৰিক পিনৰ পৰা আমাৰ নিজীৱ গাওঁবোৰৰ মাজত প্ৰাণ সঞ্চাৰ কৰিবলৈ মোৰ অতি ক্ষুদ্ৰ শক্তি কিছুদিনৰ পৰা প্ৰয়োগ কৰিছো। এই কামত চৰকাৰৰ সহযোগিতা উপেক্ষা কৰা নাই, বৰং কামনাহে কৰা হৈছে। কিন্তু তাৰ ফল হলে পোৱা নাই। তাৰ কাৰণ হৈছে তেওঁলোকৰ আমাৰ প্ৰতি একো তান নাই। সেইটো সম্ভবো নহয়। আমাৰ অক্ষমতা আৰু আমাৰ সকলো প্ৰকাৰৰ দুৰ্দশাই আমাৰ দাবীক দুৰ্বল কৰি তুলিছে। অৱশেষত ইয়াকে স্থিৰ কৰিছো। যে দেশৰ কোনো যথাৰ্থ কামত চৰকাৰৰ সৈতে আমাৰ কৰ্মীসকলৰ উপযুক্ত

যোগাযোগ অসম্ভৱ। গতিকে চৌকিদাৰৰ টুপীৰ খৰচ যোগোৱাৰ পিছত যিকেইটা টকা ৰাহি হয় তাৰ পৰাই যিখিনিন সম্ভৱ কৰা হব।

ৰাজকীয় লোভ আৰু তাৰ পৰা উদ্ভৱ হোৱা উদাসীনতাৰ ছবিয়ে যেতিয়া মনটোক নৈৰাশ্যৰ আন্ধাৰে আবৰি ধৰিছিল, এনে সময়তে ৰুছ দেশলৈ গৈছিল। ইউৰোপৰ অন্যান্য দেশত ঐশ্বৰ্য্যৰ আড়ম্বৰ যথেষ্ট দেখিছো। সি ইমান উত্তুংগ যে দৰিদ্ৰ দেশৰ ঈৰ্ষায়ো তাৰ উচ্চ চূড়া চুকি নেপায় গৈ। ৰুছ দেশত ভোগৰ তেনে সমাৰোহ নাই। বোধকৰোঁ সেই কাৰণে সেই দেশৰ ভিতৰুৱা ৰূপ এটা দেখা সহজ হৈছিল। ভাৰতবৰ্ষ যিহৰ পৰা একেবাৰে বঞ্চিত তাৰে আয়োজনক সৰ্বব্যাপী কৰাৰ প্ৰবল প্ৰচেষ্টা ইয়াত দেখা পালো। অৱশ্যে মই বহুদিনৰ পৰা এই দেশ চাবলৈ বাঞ্ছা কৰিছিলো। সেই দৃষ্টিকোণৰ পিনৰ পৰাহে সকলোখিনি দেখিছো। পশ্চিম মহাদেশৰ আন কোনো স্বাধীন লোকৰ চকুত দৃশ্যটো কেনেভাৱে দেখা দিয়ে সেইটো ভালকৈ কোৱা সম্ভৱ নহয়। অতীতত ভাৰতৰ ধন ব্ৰিটিশ দ্বীপপুঞ্জলৈ কিমান চালান হৈছে আৰু বৰ্ত-মানতো কি পৰিমাণত বছৰে বছৰে ধনে সেইপিনে গতি কৰিছে তাৰ সংখ্যা লৈ তৰ্ক-বিতৰ্ক কৰিবলৈ নিবিচাৰোঁ। কিন্তু অতি স্পষ্টভাৱে দেখিবলৈ পাইছো আৰু বহুত ইংৰাজ লেখকেও স্বীকাৰ কৰিছে যে আমাৰ দেশৰ ৰক্তহীন দেহত মনৰ উদ্যম নাই, জীৱনৰ আনন্দ নাই, ভিতৰ আৰু বাহিৰ দুয়ো পিনৰ পৰা আমি মৃত। ইয়াৰ মূলত যে ভাৰতবাসীসকল নিজেই, কোনো গবৰ্ণমেণ্ট ইয়াৰ প্ৰতিকাৰ কৰিবলৈ অতিশয় অক্ষম এই অপবাদ আমি কোনো মতে স্বীকাৰ নকৰোঁ।

চিৰদিন এই কথাটোৱে মোৰ মনত খেলাইছে যে ভাৰতৰ লগত বিদেশী শাসনকৰ্তাৰ যি সম্বন্ধ তাত স্বাৰ্থৰ মাত্ৰাই বেছি, সহানুভূতিৰ মাত্ৰা নাই। সেই চৰকাৰ নিজৰ গৰজত আইন আৰু শৃংখলা ৰক্ষা কৰিবলৈ উৎসাহপৰায়ণ। যিবোৰ বিষয়ত কেৱল আমাৰেই গৰজ সেইবোৰত আমাৰ দেশক আমিয়ে ধনে, মনে, প্ৰাণে জীয়াই তুলিব লাগিব। সেইবোৰত বৰ্তমান চৰকাৰে যথোচিত শক্তি প্ৰয়োগ কৰিবলৈ অনিচ্ছুক। অৰ্থাৎ এইবোৰ বিষয়ত তেওঁলোকৰ নিজৰ দেশৰ শাসনকৰ্তাসকল যিদৰে সচেষ্ট হ'লহেঁতেন নাইবা তেওঁলোকৰ যিমানখিনি বেদনাবোধ থাকিলহেঁতেন, আমাৰ দেশৰ প্ৰতি তাৰ কিছু অংশও সম্ভৱ নহয়। অথচ আমাৰ ধন আৰু প্ৰাণ তেওঁলোকৰ হাতৰ মুঠিত। যি

উপায়ে আৰু যি উপাদানেৰে আমি ধ্বংসৰ পৰা ৰক্ষা পাব পাৰোঁ সেই উপায় আৰু উপাদান আমাৰ হাতত নাই।

সমাজবিধি সম্বন্ধে অজ্ঞতাবশতঃ আমি মৃত্যুৰ মুখত পৰাটোৰে যদি সঁচা হয় তেনেহলে সেই অজ্ঞতা বা মূঢ়তা যি শিক্ষা আৰু উৎসাহৰ দ্বাৰা দূৰীভূত হয় সিও সেই বিদেশী চৰকাৰৰ ধন ভঁৰাল আৰু বিদেশী চৰকাৰৰ মৰ্জীৰ ওপৰত নিৰ্ভৰশীল। দেশ জুৰি অশিক্ষাজনিত বিপদ দূৰ কৰাৰ উপায় কেৱল আয়োগৰ পৰামৰ্শৰ দ্বাৰা লাভ নহয়। সেই সম্বন্ধে গৱৰ্ণমেণ্টে নিজৰ দেশত তেনে সমস্যা উপস্থিত হলে যি তৎপৰতাৰে কাম হাতত ললে-হেঁতেন, তেনেকুৱা তৎপৰ হোৱা উচিত। যদি ভাৰতৰ অজ্ঞতা আৰু অশিক্ষাৰ মাজতে মৃত্যু-শেল সোমাই ভাৰতৰ ৰক্তপাত কৰা কথাটো সঁচা হয়, তেনেহলে আজি এশ ষাঠি বছৰৰ ইংৰাজ শাসনত তাৰ অলপো হ্ৰাস নহ'ল কিয় এই প্ৰশ্নটো চাইমন কমিছনকে সুধিব খোঁজো। পুলিচৰ লাঠী সংগ্ৰহত ব্ৰিটিশে যিমান খৰচ কৰে তাৰ তুলনাত দেশক শিক্ষিত কৰিবলৈ এই সুদীৰ্ঘ কালছোৱাত কিমান টকা খৰচ হৈছে কমিছনে পৰিসংখ্যান তথ্যৰ জৰিয়তে তাক চাইছেনে? দূৰদেশনিবাসী ধনী শাসকসকলৰ পুলিচৰ লাঠী নহলে নচলে, কিন্তু যিসকলৰ মূৰৰ ওপৰত সেই লাঠী পৰিব সিহঁতৰ শিক্ষাৰ বাবে কৰা খৰচ বহু শতাব্দী-লৈকে পেলাই থলেও কাম চলি যায়।

ৰুছ দেশত ভৰি দিয়ে প্ৰথমে দেখিলো যে তাৰ খেতিয়ক আৰু বনুৱাসকল আজি আঠ বছৰ আগত ভাৰতীয় জনসাধাৰণৰ নিচিনাই নিঃসহায়, নিৰন্ন, নিৰ্য্যাতিত আৰু নিৰক্ষৰ আছিল। বহুতো ক্ষেত্ৰত তেওঁলোকৰ দুঃখৰ বোজা আমাতকৈ বেছিহে আছিল, কম নাছিল। তেওঁলোকৰ মাজত শিক্ষা বিস্তাৰ এই অলপ কেইদিনৰ ভিতৰতে যিমানখিনি হৈছে আজি ডেৰশ বছৰৰ ভিতৰত আমাৰ দেশৰ উচ্চ শ্ৰেণীৰ মানুহৰ মাজতো সিমানখিনি হোৱা নাই। আমাৰ দেশৰ শিক্ষা সম্বন্ধে দুৰাশাৰ যিটো ছবি মৰীচিকা বুলি ভাবিবলৈও সাহস নহয়, এই দেশত তাৰ প্ৰত্যক্ষ ৰূপ দিগন্তৰ পৰা দিগন্তলৈ বিস্তৃত হোৱা দেখা পালো।

এনে আশ্চৰ্য্যকৰ ঘটনা কেনেকৈ সম্ভৱ হ'ল সেই প্ৰশ্নটো বাৰে বাৰে নিজকে সুধিছো। মনতে তাৰ উত্তৰো ইয়াকে পাইছো যে ইয়াত লোভে কোনো ঠাইতে প্ৰতিবন্ধকতা জন্মোৱা নাই। শিক্ষাৰ দ্বাৰায় সকলো মানুহ

যথোচিত সক্ষম হৈ উঠিব এনে বিশ্বাসত অলপো দ্বিধা বোধ জন্মা নাই। সুদূৰ তুৰ্কমেনিস্থানবাসী প্ৰজাসকলকো শিক্ষা দিবলৈ এওঁলোকৰ মনত অলপো সংশয়ৰ সৃষ্টি হোৱা নাই। বৰং প্ৰবল আগ্ৰহহে পৰিলক্ষিত হৈছে। তুৰ্কমেনিস্থানৰ ৰীতিগত মূঢ়তাই সেই ঠাইৰ মানুহৰ দুখৰ কাৰণ, এই কথাষাৰ অকল ৰিপোৰ্টত উল্লেখ কৰি উদাসীন হৈ এওঁলোক বহি থকা নাই। কোচিন-চীনত শিক্ষা বিস্তাৰ সম্বন্ধে কোনোবা ফৰাছী পণ্ডিত ব্যৱসায়ীয়ে হেনো কৈছে যে ভাৰতত ইংৰাজসকলে সেই দেশৰ মানুহক শিক্ষা দিবলৈ গৈ যি ভুল কৰিছে ফ্ৰান্সে যেন সেই ভুল নকৰে। ইংৰাজসকলৰ চৰিত্ৰত এটা যে মহত্ত্ব আছে সেইটো মানিব লাগিব। সেইবাবে বিদেশী শাসন নীতিত তেওঁলোকে সময়ে সময়ে ভুল কৰে। নহলে আমাৰ মুখৰ মাত ওলাওঁতে হয়তো আৰু এক শতাব্দী পলম হ'লহেঁতেন।

শিক্ষাৰ অভাৱত অশক্তি অটলৰূপে থাকে। এই কথাষাৰ অস্বীকাৰ কৰিব নোৱাৰি। গতিকে অশিক্ষা পুলিচৰ লাঠীতকৈ কম বলবান নহয়। লৰ্ড কাৰ্জনে বোধকৰোঁ সেই কথাটো অনুভৱ কৰিছিল। শিক্ষাদান সম্বন্ধে ফৰাছী পণ্ডিত ব্যৱসায়ীসকলে স্বদেশৰ প্ৰয়োজনক যিটো আদৰ্শৰ দৃষ্টিৰে চায় পৰাধীন দেশৰ প্ৰয়োজনক সেই আদৰ্শৰে নেচায়। ইয়াৰ একমাত্ৰ কাৰণ হৈছে লোভ। যিসকল লোভৰ বাহন তেওঁলোকৰ মনুষ্যত্বৰ বাস্তৱতা লুব্ধসকলে স্পষ্টভাৱে দেখা না পায়। তেওঁলোকৰ দাবী সদায় খৰ্ব কৰা হয়। ভাৰতৰ শাসনভাৰ যিসকলৰ হাতত তেওঁলোকৰ ওচৰত ভাৰত আজি ডেৰশ বছৰে খৰ্বিত। আমি কি আহাৰ খাওঁ, কেনে পানীৰে আমাৰ পিহাহ গুচাওঁ, শিক্ষাৰ অভাৱত আমাৰ মন কেনে অন্ধকাৰে আবৰা ; সেই-বোৰ কথা আজিলৈকে ভালদৰে তেওঁলোকৰ চকুত নপৰিল। কাৰণ আমি হৈছো তেওঁলোকৰ কাৰণে দৰকাৰী, আমাৰো যে কিবা দৰকাৰ থাকিব পাৰে সেইটো বিশেষ ভাঙৰ কথা নহয়। তদুপৰি আমি ইমানেই অকিঞ্চিৎকৰ হৈ আছো যে আমাৰ প্ৰয়োজনক সম্মান দেখুৱাও সম্ভৱ নহয়।

ভাৰতত যি সমস্যাৰ ফলত ইমান দিন আমি ধনে, মনে আৰু প্ৰাণে মৰিছো, পাশ্চাত্য দেশত এই সমস্যা ক'তো নাই। সমস্যাটো হৈছে এয়ে যে ভাৰতৰ সমস্ত স্বত্ব দ্বিধাকৃত আৰু তাৰ মূলত আছে লোভ। সেই কাৰণে ৰুছ দেশলৈ আহি এই লোভ তিৰস্কৃত হোৱা কথাটোৱে মোক যিমান আনন্দিত

কৰি তুলিলে, সেই আনন্দ হয়তো আনে নেপাব পাৰে। তথাপি মনৰ পৰা মূল কথাটো আঁতৰাব পৰা নাই। সেইটো এয়ে যে আজি অকল ভাৰততে নহয় সমস্ত পৃথিবীতে যি কোনো বিপদৰ গুৰি হৈছে লোভ। সকলো ভয় আৰু সংশয় এই লোভৰ লগত সংশ্লিষ্ট। এই লোভৰ অন্তৰালত সকলো অস্ত্র-সজ্জা, সকলো নিষ্ঠুৰ ৰাষ্ট্রনীতি। ৰাষ্ট্রৰ ক্ষেত্রত নায়কতন্ত্র আন এটা তৰ্কৰ বিষয়। মই নিজে কোনো বিষয়তে নায়কত্ব মনোবৃত্তি পছন্দ নকৰো। ক্ষতি বা শাস্তিৰ ভয় দেখুৱাই নিজৰ নিজৰ মত প্রচাৰৰ বাটটো সম্পূৰ্ণৰূপে সমতল কৰাৰ লেশমাত্র চেষ্টা মই কোনো দিনে নিজ কৰ্মক্ষেত্রত কৰিব পৰা নাই। একনায়কত্বৰ বিপদ যে বহুতো তাত সন্দেহ নাই। ইয়াৰ কাৰ্যৰ নিশ্চয়তা নেথাকে। চালক আৰু চালিতৰ মাজত ইচ্ছাৰ অসম্পূৰ্ণ সংযোগ স্থাপন হোৱা কাৰণে বিপ্লব হোৱাৰ ভয় সদায় থাকে। দুই এটা কথাত যথেষ্টৰূপে ফল পোৱা যায় যদিও ভিতৰে ভিতৰে তাৰ অনিষ্টহে ঘটে। তদুপৰি আনৰ বলৰ দ্বাৰা চালিত হোৱা অভ্যাসে মন আৰু চৰিত্রক দুৰ্বল কৰি তোলে।

জনগণৰ ভাগ্য যদি তেওঁলোকৰ সম্মিলিত ইচ্ছাৰ দ্বাৰা সৃষ্ট আৰু পালিত নহয়, তেনেহলে সেই ঠাই পিজঁৰাত পৰিণত হয়, খোৱা-লোৱা তাত ভাল হবও পাৰে, কিন্তু তাক নিজৰ ঘৰ বুলিব নোৱাৰি। তাত থাকোঁতে থাকোঁতে পাখী আড়ষ্ট হয়। এই নায়কত্ব শাস্ত্র, গুৰু আৰু ৰাষ্ট্রনেতা য'তেই নেথাকক মনুষ্যত্ব হানিৰ কাৰণে ইয়াতকৈ ডাঙৰ উপদ্রব আন একোৱে নাই।

আমাৰ সমাজত বহু যুগৰ পৰা এই ক্লীবত্ব সৃষ্টি হৈ আহিছে। তাৰ পৰিণাম প্রতিদিনে দেখি আহিছো। মহাত্মাই যেতিয়া বিদেশী কাপোৰ অশুচি বুলি কৈছিল মই তাৰ প্রতিবাদ কৰিছিলো। মই কৈছিলো যে সেইটো আৰ্থিক পিনৰ পৰা ক্ষতিজনক হব পাৰে, কিন্তু অশুচি নহয়। কিন্তু আমাৰ শাস্ত্র-চালিত অন্ধ মন ভুলাব লাগিব ; নহলে কাম নহয়। মনুষ্যত্বৰ ইয়াতকৈ চিৰস্থায়ী অবজ্ঞা আৰু কি হব পাৰে? নায়ক-চালিত দেশ এনেদৰে মোহাচ্ছন্ন হয়। এজন যাদুকৰ গুচি গ'লে আন এজনে আহি আন মন্ত্র ৰচনা কৰে।

একনায়কত্ব এটা ডাঙৰ আপদ। এই কথাটো মই স্বীকাৰ কৰো। এই আপদৰ বহু অত্যাচাৰ আজি যে ৰুছ দেশত হবলৈ ধৰিছে সেইটোও বিশ্বাস

কৰোঁ। ইয়াৰ নঙৰ্থক ফালটো জোৰ-জবৰদস্তিৰ ফাল, সেইটো পাপ। কিন্তু সদৰ্থক ফাল এটাও আছে। সেইটো হ'ল শিক্ষা, জবৰদস্তিৰ ওলোটা।

জনসাধাৰণৰ মনৰ সম্মিলনত দেশৰ সৌভাগ্য নিৰ্ণয় হলে তাৰ কামবোৰ সজীৱ আৰু স্থায়ী হয়। যিসকলে একনায়কত্ব ভাল পায় তেওঁলোকে নিজৰ মনৰ বাহিৰে আনৰ মনক অশিক্ষাৰে আবৰি ৰখাই তেওঁলোকৰ অভিপ্ৰায় সিদ্ধিৰ একমাত্ৰ উপায় বুলি ভাবে। জাৰৰ ৰাজত্বত শিক্ষাৰ অভাৱত জনগণ মোহাভিভূত আছিল। তাৰ উপৰিও সৰ্বব্যাপী এটা ধৰ্ম-মূঢ়তাই অজগৰ সাপৰ নিচিনা জনসাধাৰণৰ মনক শত মেৰেৰে মেৰিয়াই আগুৰি আছিল। সম্ৰাটে অতি সহজে এই মূঢ়তাক নিজৰ কামত খটুৱাব পাৰিছিল। সেই সময়ত ধৰ্মৰ দোহাই দি ইহুদি আৰু খৃষ্টান, মুছলমান আৰু আৰ্মানিৰ মাজত নানা বীভৎস কাণ্ড অনায়াসে ঘটোৱাৰ সুযোগ ওলাইছিল। তেতিয়া জ্ঞান আৰু মোহৰ দ্বাৰা আত্মশক্তিহাৰা শ্লথগ্ৰন্থি বিভক্ত দেশ বাহিৰৰ শক্তিৰ ওচৰত সহজে অভিভূত আছিল। একনায়কত্বৰ চিৰাধিপত্যৰ কাৰণে এনে অনুকূল অৱস্থা আন একোৱে হব নোৱাৰে।

পুৰণি ৰুছৰ নিচিনা আমাৰ দেশত এনে অৱস্থা বহু দিনৰ পৰা বৰ্তমান। আজি আমাৰ দেশ মহাত্মাৰ ইংগিতত বশীভূত হৈছে। কাইলৈ তেওঁ নেথাকিব। তেতিয়া ধৰ্মত অভিভূতসকলৰ মাজত য'তে ত'তে নতুন অৱতাৰ আৰু ধৰ্ম গুৰুৰ সৃষ্টি হোৱাৰ নিচিনা চালকসকলৰো অকস্মাৎ আবিৰ্ভাব হব। চীন দেশত আজি নায়কত্ব লৈ কেইজনমান ক্ষমতালোভী অত্যাচাৰীৰ মাজত নেৰানেপাৰা সংঘৰ্ষ চলিব ধৰিছে। কাৰণ জনসাধাৰণ নিজৰ সম্মিলিত ইচ্ছাৰে দেশৰ ভাগ্য নিয়ন্ত্ৰণ কৰিব পৰা শিক্ষাৰ পৰা বঞ্চিত। তাত সেইদেখি আজি গোটেই দেশ ক্ষতবিক্ষত হৈ পৰিছে। আমাৰ দেশত নায়ক পদৰ কাৰণে কটাকটি, খোঁচাখুঁচি যে নহব কব নোৱাৰি। সেই অৱস্থাত জনসাধাৰণ দলিতবিদলিত হৈ মৰিব। কাৰণ সিহঁত উলু বন, বনস্পতি নহয়।

সম্প্ৰতি ৰুছ দেশতো নায়কৰ প্ৰবল শাসন চলিছে। কিন্তু এই শাসনে নিছক চিৰস্থায়ী কৰিবলৈ বিচৰা নাই। জাৰৰ ৰাজত্বত এদিনাখন অশিক্ষা আৰু ধৰ্ম-মোহৰ দ্বাৰা জনসাধাৰণৰ মনক অভিভূত আৰু পৌৰুষক সৌকাঁৰ আঘাতেৰে জীৰ্ণ কৰি সেই পন্থা গ্ৰহণ কৰা হৈছিল। বৰ্তমান আমোলত ৰুছিয়াৰ শাসনদণ্ড একে ধৰণে আছে বুলি নেভাবোঁ, কিন্তু শিক্ষা প্ৰচাৰৰ

প্ৰবলতা অসাধাৰণ ৰূপে দেখা গৈছে। তাৰ কাৰণ হ'ল ব্যক্তিগত বা দলগত ক্ষমতালিপ্সা বা অৰ্থলোভৰ অভাৱ। এটা বিশেষ অৰ্থনৈতিক মতত সৰ্ব-সাধাৰণক দীক্ষিত কৰি জাতি, বৰ্ণ আৰু শ্ৰেণী নিৰ্বিশেষে সকলোকে মানুহ কৰি তোলাৰ এটা দুৰ্নিবাৰ ইচ্ছা প্ৰকট হৈছে। সেইটো নহলে শিক্ষা দিয়া যে এটা ডাঙৰ ভুল ফৰাছী পণ্ডিতসকলৰ এই কথা মানিব লগীয়া হ'ল-হেঁতেন।

অৰ্থনৈতিক মতটো সম্পূৰ্ণ গ্ৰাহ্য হয়নে নহয় সেই কথা কোৱাৰ সময় এতিয়াও অহা নাই। ইমান দিনে এই মতটো প্ৰধানকৈ কিতাপৰ মাজতে আবদ্ধ আছিল। এনে এখন বৃহৎ ক্ষেত্ৰত ইমান সাহসেৰে খটোৱা এয়ে প্ৰথম। এই মতৰ মাৰাত্মক বাধা হৈছে লোভ। সেই লোভক তেওঁলোকে আঁতৰাই দিছে। পৰীক্ষাৰ মাজেৰে পৰিৱৰ্তন হৈ হৈ এই মতৰ কিমানখিনি গৈ ক'ত পৰিণত হয় তাক আজিয়ে নিশ্চয়কৈ কোনেও কব নোৱাৰে। এই কথাটো হলে নিশ্চিতৰূপে কব পাৰি যে ৰুছিয়াৰ জনসাধাৰণে ইমান বছৰ পিছত বাধাহীন-ভাবে প্ৰচুৰ পৰিমাণে যে শিক্ষা পাইছে তাৰ জৰিয়তে তেওঁলোকৰ মনুষ্যত্ব স্থায়ীভাবে উৎকৰ্ষিত আৰু সম্মানিত হব।

ৰুছিয়াৰ বৰ্তমান নিষ্ঠুৰ শাসন সম্পৰ্কীয় উৰা বাতৰি প্ৰায়ে শুনা যায়। সি মিছা নহবও পাৰে। নিষ্ঠুৰ শাসন সেই দেশত চিৰদিনেই চলি আহিছে। হঠাৎ নাইকিয়া নোহোৱাটোৱে সম্ভৱ। কিন্তু চিত্ৰ আৰু কথাছবিৰ সহায়েৰে ইতিহাস ব্যাখ্যা কৰি আগৰ নিদাৰুণ শাসনবিধি আৰু অত্যাচাৰক ছোভিয়েট চৰকাৰে প্ৰত্যক্ষৰূপে দেখুৱাইছে। বৰ্তমান চৰকাৰে নিজে যদি সেই নিষ্ঠুৰ পথ অৱলম্বন কৰে তেনেহলে নিষ্ঠুৰ ব্যৱহাৰৰ প্ৰতি প্ৰবল ঘৃণা উৎপাদন কৰা কামটো আন নহলেও মাৰাত্মক ভুল হোৱা বুলি কব লাগিব। চিৰাজুদ্দৌলাই অন্ধকূপ হত্যাৰ দৃশ্য এপিনে চিনেমা প্ৰভৃতিৰ জৰিয়তে সকলো ঠাইত দেখুৱাই লাঞ্ছিত কৰি তাৰ লগে লগে জালিয়ানৱালাবাগৰ হত্যাকাণ্ড কৰাটো অন্ততঃ মূৰ্খতা বুলি অভিহিত কৰিলে দোষ নহ'লহেঁতেন। এনে ক্ষেত্ৰত অস্ত্ৰ মাৰোঁতা সকলৰ মুখতেই অস্ত্ৰ ঘূৰি আহি পৰিলহেঁতেন।

' ছোভিয়েট ৰুছিয়াত মাৰ্ক্সীয় অৰ্থনীতি সম্বন্ধে জনসাধাৰণৰ বিচাৰবুদ্ধিক এটা সাঁচত গঢ়াৰ এটা প্ৰবল চেষ্টা চকুত পৰে। সেই সম্বন্ধে মুক্ত আলোচনাৰ পথ বন্ধ কৰি দিয়া অপবাদক মই সত্য বুলি বিশ্বাস কৰোঁ। তাহানিখনৰ

ইউৰোপীয় যুদ্ধৰ সময়তো এনেদৰে মুখ বন্ধ কৰা আৰু চৰকাৰৰ নীতিৰ বিৰুদ্ধবাদীৰ মত প্ৰকাশৰ স্বাধীনতাক কাৰাগাৰ নাইবা ফাঁচিকাঠত বিলুপ্ত কৰাৰ চেষ্টা দেখা গৈছিল।

য'তে কম সময়ত বেছি ফল লাভ কৰাৰ হেঁপাহ অতি প্ৰবল হৈ উঠে তাতে ৰাষ্ট্ৰনায়কসকলে মানুহৰ স্বাধীন মত প্ৰকাশৰ অধিকাৰ মানিবলৈ নিবিচাৰে। তেওঁলোকে কয়, সেইবোৰ কথা পিছত হব, বৰ্তমান আমাক কাম লাগে। ৰুছিয়াৰ অৱস্থা যুদ্ধ যুগৰ অৱস্থা; বাহিৰে ভিতৰে শত্ৰু। তাৰ সমস্ত পৰীক্ষা মাটি কৰিবলৈ চাৰিও পিনে নানা ষড়যন্ত্ৰ চলিছে। সেইবাবে তেওঁলোকৰ নিৰ্মাণ কাৰ্য্যৰ ভেঁটি শীঘ্ৰে দৃঢ় কৰাত বল প্ৰয়োগ কৰিবলৈও দ্বিধাবোধ কৰা নাই। কিন্তু উদ্দেশ্য যিমানেই জৰুৰী নহওক, বল বস্তুটো এক ধৰণৰ। ই ধ্বংসহে কৰে, সৃষ্টি নকৰে। সৃষ্টি কাৰ্য্যত দুটা কথা মন কৰিবলগীয়া। উপাদানৰ ওপৰত মাৰধৰ নচলাই তাৰ নিয়ম স্বীকাৰ কৰি নিজৰ পক্ষে অনা উচিত।

ৰুছিয়া যুগান্তৰৰ বাট মুকলি কৰা কাৰ্য্যত ব্ৰতী হৈছে। তেওঁলোকে প্ৰাচীন নীতি-নিয়মৰ শিপা উভালি চিৰকালৰ পৰা অভ্যস্ত আৰাম দূৰ কৰিবলৈ বিচাৰিছে। এনে বিনাশী কাৰ্য্যৰ উৎসাহৰ ফলত যি একোটা আৱৰ্তৰ সৃষ্টি হয়, তাৰ মাজত পৰিলে মানুহে থাউনি নেপায়; স্পৰ্দ্ধা বাঢ়ি যায়। মানব প্ৰকৃতিক সাধনাৰ জৰিয়তে লাহে লাহে বশ কৰিব যে পাৰি সেই কথা পাহৰি যোৱা হয়। মনে ভাবে যে তাক তাৰ আশ্ৰয়ৰ পৰা কাঢ়ি নি সীতা হৰণৰ নিচিনা এটা ঘটনা ঘটাই শীঘ্ৰে পোৱা যাব পাৰে; তাৰ পিছত লংকাত জুই লাগে যদিও লাগক। উপযুক্ত সময় দি স্বভাৱৰ সৈতে খাপ খুওৱাৰ কথা যিসকলে ভাবিব নোৱাৰে তেওঁলোকে উৎপাতৰ ওপৰত বিশ্বাস কৰে। অৱশেষত লাঠীৰে কোবাই-ধোবাই ৰাতিৰ ভিতৰতে যিখিনি গঢ়ি তোলে তাৰ ওপৰত ভৰসা ৰখা মস্কিল হৈ পৰে। সি দীৰ্ঘ কালৰ ভৰ সহিব নোৱাৰে।

য'ত এটা মতবাদ মাত্ৰ গঢ়ি উঠিছে, তাক পালন কৰোঁতা মানুহ ওলোৱা নাই, তেনে ক্ষেত্ৰত সেই মতবাদ প্ৰয়োগ কৰিবলৈ নায়কে দণ্ড ধাৰণ কৰি একো লাভ নাই। কোনো মতবাদক আগতে সম্পূৰ্ণৰূপে বিশ্বাস কৰা সুবুদ্ধিৰ পৰিচয় নহয়, সেই মতটো কাৰ্য্যত খটুৱালেহে তাৰ সত্যাসত্যৰ পৰিচয় ধৰা পৰে। ইপিনে যিসকল জননায়কে শাস্ত্ৰ-বাক্য নেমানে তেওঁলোকেই দেখোন

অৰ্থতন্ত্ৰৰ ক্ষেত্ৰত শাস্ত্ৰ মানি অটলভাৱে বহি আছে। তেওঁলোকে সেই শাস্ত্ৰৰ লগত আনক টানি-টুনি খাপ খুৱাবলৈ বিচাৰিছে। তেওঁলোকে এইটো নুবুজে যে জোৰ কৰি হেঁচি-ঠেলি কোনো প্ৰকাৰে খাপ খুৱালে সত্যৰ প্ৰমাণ নহয়। আচলতে যিমানেই জোৰ প্ৰয়োগ কৰা হয় সিমানে সত্যৰ অপ্ৰমাণ।

ইউৰোপত যেতিয়া খৃষ্টানসকলৰ তেওঁলোকৰ শাস্ত্ৰৰ কথাত ঘোৰ বিশ্বাস জন্মিছিল তেতিয়া মানুহৰ হাড় ভাঙি, মানুহক পুৰি, বিন্ধাই নানাভাৱে ধৰ্মৰ সত্যতা প্ৰমাণৰ চেষ্টা দেখা গৈছিল। বলশেভিক মতবাদ সম্বন্ধেও আজি তাৰ সপক্ষ আৰু বিপক্ষৰ লোকে তেনেদৰে গাৰ জোৰেৰে যুক্তি প্ৰয়োগ কৰা দেখা গৈছে। দুয়ো পক্ষই পৰস্পৰে মানুহৰ মত প্ৰকাশৰ স্বাধীনতাৰ অধিকাৰত বাধা দিয়া হৈছে বুলি অভিযোগ তুলিছে। মাজতে পশ্চিম মহাদেশত আজি মানব প্ৰকৃতিয়ে দুয়ো পিনৰ পৰা শিলগুটি খাই মৰিবলৈ ধৰিছে। এনে সময়ত আমাৰ বাউলৰ গান এটা মনলৈ আহিছে :

নিঠুৰ গৰজী,
তুই কি মানস মুকুল ভাজবি আগুনে
তুই ফুল ফুটাবি, বাস ছুটাবি সবুৰ বিহুনে।
দেখ্না আমাৰ পৰম গুৰু সাঁই
সে যুগ যুগান্তে ফুটায় মুকুল তাড়া-হুড়া নাই
তোৰ লোভ প্ৰচণ্ড, তাই ভৰসা দণ্ড
এৰ আছে কোন উপায়।
কয় সে মদন, দিস নে বেদন, শোন নিবেদন
সেই শ্ৰী গুৰুৰ মনে,
সহজ ধাৰা আপন হাৰা তাঁৰ বাণী শোনে,
ৰে গৰজী॥

ছোভিয়েট ৰুছিয়াত লোক-শিক্ষা সম্বন্ধে মোৰ কবলগীয়াখিনি মই আগতেই কৈছো। সেই দেশৰ ৰাষ্ট্ৰনীতি লোভৰ দ্বাৰা চালিত নহয় বুলিয়ে ৰুছিয়াৰ নানাবিধ প্ৰজাই জাতি বৰ্ণ নিৰ্বিশেষে সমান অধিকাৰ আৰু প্ৰকৃষ্ট শিক্ষাৰ সুযোগ পাই যে সন্মানিত হৈছে তাৰো আলোচনা কৰিছো। ইংৰাজ-শাসিত ভাৰতৰ প্ৰজা হিচাপে এই দুয়োটা কথাই মোক গভীৰভাৱে আনন্দ দিছে।

শেষত এটা প্ৰশ্নৰ উত্তৰ মই দিব লাগিব বুলি বিবেচনা কৰিছো। বল-শেভিক অৰ্থনীতি সম্বন্ধে মোৰ কি মত, এই বিষয়ে বহুতে মোক প্ৰশ্ন কৰে। এই বিষয়ে কবলৈ মোৰ অলপ ভয় হয়। কাৰণ আমাৰ দেশখন হৈছে শাস্ত্ৰ-শাসিত আৰু পাণ্ডা-চালিত দেশ। বিদেশৰ পৰা অহা নতুন কথাক বেদবাক্য বুলি মানিবলৈ আমাৰ মন ধাবিত হয়। গুৰু মন্ত্ৰৰ মোহৰ পৰা নিজকে অলপ আঁতৰাই মই কবলৈ বিচাৰোঁ যে প্ৰয়োগৰ দ্বাৰাহে মতবাদৰ প্ৰকৃত বিচাৰ হব পাৰে, পৰীক্ষা এতিয়াও শেষ হোৱা নাই। যি কোনো মতবাদ মানুহক লৈ গঢ়ি উঠে। মানব প্ৰকৃতি ইয়াৰ প্ৰধান অংগ। মানব প্ৰকৃতিৰ লৈতে তাৰ কিমান পৰিমাণে সামঞ্জস্য ঘটিব সেইটোৰ সিদ্ধান্ত দিবলৈ সময় লাগে। কোনো তত্ত্বক সম্পূৰ্ণৰূপে গ্ৰহণ কৰাৰ আগতে অপেক্ষা কৰা আৱশ্যক। তথাপিও সেই বিষয়ে আলোচনা কৰিব পাৰি। সেই আলোচনা ন্যায়শাস্ত্ৰৰ আশ্ৰয় লৈ বা অংকৰ যোগ-বিয়োগ কৰি নহয়, মানব প্ৰকৃতিক সন্মুখত ৰাখি কৰিব লাগে।

মানুহৰ দুটা ফাল আছে। এপিনৰ পৰা মানুহ স্বতন্ত্ৰ আৰু আন পিনৰ পৰা মানুহ সকলোৰে লৈতে সংযুক্ত। ইয়াৰ এটাক বাদ দিলে যিটো বাকী থাকে সি অবাস্তৱ। যেতিয়া কোনো কাৰণত মানুহ এপিনে ধাবিত হয় আৰু ভৰৰ সাম্য হেৰুৱাই নানাপ্ৰকাৰ বিপদ ঘটায়, তেতিয়া পৰামৰ্শদাতাসকল আহি সংকট অৱস্থাটো সংক্ষিপ্ত কৰিবলৈ বিচাৰে আৰু অন্য ফালটো একেবাৰে এৰি দিবলৈ কয়। ব্যক্তিস্বাতন্ত্ৰ্যই উৎকট স্বাৰ্থপৰতাত পৰিণত হৈ সমাজত যেতিয়া নানাভাবে উৎপাত চলাবলৈ ধৰে, তেতিয়াও উপদেষ্টাসকলে কয়, স্বাৰ্থৰ পৰা স্বটো একেবাৰে উৰাই দিয়া, সকলো ঠিক হৈ যাব। তেতিয়া হয়তো উৎপাত কমিব পাৰে, কিন্তু তেনেকৈ গতি বন্ধ হোৱাও একো অসম্ভৱ নহয়। লেকাম ছিগা ঘোঁৰাই গাৰীখন খালত পেলাবলৈ বিচাৰে। ঘোঁৰাটোক গুলি কৰি মাৰি পেলালেই গাৰীখন সুস্থভাবে চলিব বুলি নেভাবি লেকাম-ডালৰ কথা ভবাটো দৰকাৰী হৈ পৰে।

এজন মানুহ আন এজনৰ লৈতে নিমিলে কাৰণে মানুহে কচা-কচি, গোঁচা-খুঁচি কৰে। কিন্তু সকলো মানুহক এডাল জৰীৰে বান্ধি গোটেই পৃথিবীক এটা বিপুল কলেবৰত পৰিণত কৰাৰ প্ৰস্তাব কোনোবা বলগৰ্বী অৰ্থতাত্ত্বিক জাৰৰ মুখতহে শোভা পায়। বিধাতাৰ নিয়মক একেবাৰে মূলতঃ অস্বীকাৰ কৰা চেষ্টাত সাহসতকৈ অধিক পৰিমাণে মূৰ্খতাৰহে আৱশ্যক।

এদিনাখন ভাৰতীয় সমাজখন প্ৰধানকৈ গ্ৰাম্য সমাজ আছিল। তেতিয়া মানুহৰ মাজত ঘনিষ্ঠ সম্পৰ্ক আছিল। ব্যক্তিগত সম্পত্তিৰ সমাজগত সম্পত্তিৰ লগত সামঞ্জস্য আছিল। জনমতৰ প্ৰভাৱ ইমান আছিল যে ধনীয়ে নিজৰ ধন সম্পূৰ্ণ ভোগত খটাবলৈ অগৌৰৱ বোধ কৰিছিল। সমাজে তেওঁৰ পৰা আনুকূল্য স্বীকাৰ কৰি তেওঁক কৃতাৰ্থ কৰিছিল। অৰ্থাৎ ইংৰাজীত যাক চেৰিটি বোলা হয়, সেই চেৰিটিৰ ভাব তাত নাছিল। ধন নথকা ঠাইতহে ধনীৰ স্থান আছিল। সেই সমাজত নিজৰ মৰ্য্যাদা ৰক্ষা কৰিবলৈ ধনীয়ে পৰোক্ষভাবে বহুজন সংখ্যাৰ খাজনা দিব লগা হৈছিল। গাৱঁত বিশুদ্ধ পানী, পণ্ডিত, দেৱালয়, যাত্ৰা-অভিনয়, বাট-পথ সকলো গাৱঁৰ ব্যক্তিগত ধনৰ সমাজমুখী প্ৰবাহৰ পৰা ৰক্ষিত হৈছিল, ৰাজকৰৰ পৰা নহয়। ইয়াতে ব্যক্তিগত আৰু সামাজিক ইচ্ছাৰ মিলন ঘটিছিল। এই আদান-প্ৰদান ৰাষ্ট্ৰীয় যন্ত্ৰৰ যোগেৰে নহৈ মানুহৰ ইচ্ছাৰ যোগত হোৱাত আইনৰ জোৰেৰে পোৱা বাহিৰৰ ফলেই অকল পোৱা নহৈছিল, অন্তৰৰ ফালৰ পৰা ব্যক্তিগত উৎকৰ্ষ সাধন হৈছিল। এই ব্যক্তিগত উৎকৰ্ষই মানব সমাজৰ স্থায়ী কল্যাণময় প্ৰাণবান আশ্ৰয়।

যি বণিক সম্প্ৰদায়ে ধন খটুৱাই লাভকৰাটোকে মুখ্য ব্যৱসায় বুলি ভাবে, তেওঁলোক সমাজত পতিতৰূপে পৰিগণিত হৈছিল। তেতিয়া ধনৰ বিশেষ সম্মান নাছিল। সেই কাৰণে তেতিয়া ধন থকা আৰু নথকাৰ মাজত ডাঙৰ বিভেদ সৃষ্টি হোৱা নাছিল। ধনে বৃহৎ সঞ্চয়ৰ দ্বাৰা নহয়, মহৎ দায়িত্ব পূৰণ কৰিহে সমাজত মৰ্য্যাদা লাভ কৰিছিল। নহলে কেবল ধনোপাৰ্জন লাজৰ কথা আছিল। অৰ্থাৎ ধৰ্মৰ সম্মান আছিল, ধনৰ কোনো সম্মান নাছিল। এই সম্মান সমৰ্পণ কৰিবলৈ যাওঁতে কাৰো আত্মসম্মানৰ হানি নহৈছিল। এতিয়া সেইদিন নাই কাৰণে সামাজিক দায়িত্বহীন ধনৰ প্ৰতি এটা অসহিষ্ণুতাৰ লক্ষণ নানাভাৱে দেখা গৈছে। কাৰণ ধনে আজিকালি মানুহক অৰ্ঘ্য দান নকৰে, অপমানিত কৰে।

ইউৰোপীয় সভ্যতা আৰম্ভণিৰ পৰা নগৰত প্ৰতিষ্ঠিত হোৱাৰ বাটেৰে আগ বাঢ়িছে। নগৰত মানুহৰ সুযোগ বাঢ়ে, মানুহৰ মানুহৰ সৈতে সম্বন্ধ কমে। নগৰবোৰ আকাৰত বৰ ডাঙৰ। তাৰ মানুহবোৰ সেই কাৰণে বিক্ষিপ্ত হৈ পৰে, ব্যক্তিস্বাতন্ত্ৰ্য একান্ত হয় আৰু তাত প্ৰতিযোগিতাৰ মন্থনে প্ৰবল ৰূপ ধাৰণ কৰে। ধনে তাত ধনী আৰু দুখীয়াৰ মাজত পাৰ্থক্য বঢ়াই

তোলে। চেৰিটিৰ দ্বাৰা যিখিনি সংযোগ ঘটে তাত সান্তনা পোৱা নেযায় আৰু সন্মানো নেথাকে। তাত যিসকল ধনৰ অধিকাৰী আৰু যিসকল ধনৰ বাহন-স্বৰূপ তেওঁলোকৰ ভিতৰত এটা আৰ্থিক যোগাযোগ থাকে যদিও সামাজিক সম্বন্ধ বিকৃত আৰু বিচ্ছিন্ন হয়।

এনে অৱস্থাতে যন্ত্ৰৰ যুগ উপস্থিত হ'ল। ফলত লাভৰ অংক অসম্ভৱ ধৰণে বৃদ্ধি পালে। এই লাভৰ মহামাৰী পৃথিবী বিয়পি পৰাত দূৰ দেশস্থ, অনাত্মীয়, ধনহীন সকলৰ আন কোনো উপায় নোহোৱা হ'ল। চীনে কানি খাব লগাত পৰিল, ভাৰতে নিজস্ব হেৰুৱাবলগীয়া হ'ল, চিৰদিনৰ পীড়িত আফ্ৰিকাৰ কষ্ট বাঢ়িবলৈ ধৰিলে। এইখিনি বাহিৰৰ কথা। পশ্চিম মহা-দেশৰ ভিতৰতো ধনী-দুখীয়াৰ বিভাগে আজি অত্যন্ত কঠোৰ ৰূপ লৈছে। জীৱনযাত্ৰাৰ আদৰ্শ উপকৰণ বহুল আৰু বহু মূল্যযুক্ত হোৱা বাবে দুয়ো পক্ষৰ পাৰ্থক্যটো আৰু বেছি চকুত লগা হৈ উঠিছে। আগৰ যুগত অন্তত: আমাৰ দেশত সামাজিক দান আৰু সামাজিক কামত ধন-সম্পত্তি খৰচৰ ধুমধাম দেখা গৈছিল। আজিকালি ব্যক্তিগত ভোগতহে দেখা যায়। ইয়ে বিস্মৃত কৰি তোলে, আনন্দিত নকৰে; ঈৰ্ষা সজাগ কৰে, প্ৰশংসাৰ ভাব মনলৈ নানে। প্ৰধান কথা হৈছে তেতিয়া সমাজত ধনৰ ব্যৱহাৰ দাতাৰ নিজ ইচ্ছাৰ ওপৰত নিৰ্ভৰশীল নাছিল। তাৰ ওপৰত সামাজিক ইচ্ছাৰ প্ৰবল প্ৰভাব পৰিছিল। গতিকে দাতাই নম্ৰভাবে দান কৰিব লাগিছিল; শ্ৰদ্ধয়া দেয়ম্, এই কথাটো খাটিছিল।

মুঠৰ ওপৰত আধুনিক যুগত ব্যক্তিগত ধন সঞ্চয়ে ধনীক যিভাবে প্ৰবল শক্তিৰ অধিকাৰী কৰিছে তাত সৰ্বসাধাৰণৰ সন্মান আৰু আনন্দই ঠাই নেপায়। এনে ক্ষেত্ৰত এপিনে অসীম লোভ আনপিনে গভীৰ ঈৰ্ষা আৰু মাজত দুস্তৰ পাৰ্থক্য। সমাজত সহযোগিতাতকৈ প্ৰতিযোগিতা অসম্ভৱ ধৰণে বাঢ়ি গ'ল। এই প্ৰতিযোগিতা হৈছে নিজৰ দেশৰ এক শ্ৰেণী মানুহৰ সৈতে আন শ্ৰেণীৰ আৰু বাহিৰৰ এখন দেশৰ সৈতে আন এখন দেশৰ মাজত চলা প্ৰতিযোগিতা। ফলত চাৰিওপিনে সংশয় বিয়পি পৰিছে আৰু হিংস্ৰ অস্ত্ৰ-সজ্জা চলিবলৈ ধৰিছে। কোনো উপায়ে তাৰ পৰিমাণ কোনোৱে কমাব পৰা নাই। এই ভোগৰূপী ৰাক্ষসৰ ভোক গুচাবলৈ নিযুক্ত হোৱা দূৰ দেশত বাস কৰা তেজহীনসকলৰ কৃশতা যুগে যুগে ক্ৰমান্বয়ে বাঢ়িহে গৈছে। যিসকলে

বলদৰ্পে এই বহু বিস্তৃত কৃশতাৰ মাজত পৃথিবীৰ অশান্তিয়ে বাস লব নোৱাৰে বুলি কল্পনা কৰে, তেওঁলোকে নিজৰ অন্ধতাৰ পৰিচয় দিয়ে। যিসকলে চিৰদিন দুখ সহি আছে, সেই দুৰ্ভগীয়াসকলেই বিধাতাৰ প্ৰেৰিত দূতসকলৰ প্ৰধান সহায়; তেওঁলোকৰ উপবাসৰ মাজত প্ৰলয়ৰ অগনি সঞ্চিত হৈছে।

বৰ্তমান সভ্যতাৰ এনে অমানবীয় অৱস্থাত বলশ্বেভিক নীতিৰ অভ্যুদয় হৈছে। বায়ুমণ্ডলৰ কোনো এক অংশৰ কৃশতাৰ ফলত বিজুলী ঢেৰেকনিৰে ধুমুহাই যিদৰে মাৰুক মূৰ্তি ধাৰণ কৰি খেদি আহে, ইয়ো তেনেকুৱা কথাই। মানব সমাজত সামঞ্জস্য নোহোৱা হৈছে কাৰণে এনে এটা অপ্ৰাকৃতিক বিপ্লৱৰ প্ৰাদুৰ্ভাব হৈছে। সমষ্টিৰ কাৰণে ব্যষ্টিৰ উপেক্ষা বঢ়া হেতুকে আজি সমষ্টিৰ দোহাই দি ব্যষ্টিক বলি দিয়া প্ৰস্তাৱ উত্থাপিত হৈছে। পাৰত লগা পাহাৰৰ জুইৰ উৎপাতত সমুদ্ৰক একমাত্ৰ বন্ধু বুলি এনে ঘোষণা কৰা হৈছে। অপাৰ সমুদ্ৰৰ প্ৰকৃত পৰিচয় পালে পাৰত উঠিবলৈ আকৌ খপজপ লগাব লাগিব। ব্যষ্টি বৰ্জ্জিত সমষ্টি অবান্তৰ। চিৰদিনলৈ মানুহে কেতিয়াও ইয়াক সহ্য নকৰিব। সমাজৰ পৰা লোভৰ দুৰ্গ জয় কৰি নিজৰ আয়ত্বাধীন কৰি লব লাগিব, নহলে ব্যক্তিক বৈতৰণী পাৰ কৰি দি সমাজ ৰক্ষা কোনে কৰিব। এই ৰুগ্ন যুগত বলশ্বেভিক নীতিয়েই হয়তো এবিধ চিকিৎসা। কিন্তু কোনো এটা চিকিৎসা চিৰদিনৰ কাৰণে কাৰ্য্যকৰী হব নোৱাৰে। আচল কথা ডাক্তৰৰ শাসন যিদিনাখন হব ৰোগীসকলৰ সিদিনাখনেই শুভ দিন উপস্থিত হব।

আমাৰ দেশত গাৱেঁ-গাৱেঁ ধন উৎপাদন আৰু পৰিচালনাৰ কাম সমবায় নীতিৰে সুসম্পন্ন হোৱাটোকে মই কামনা কৰোঁ। কাৰণ এই নীতিৰ অন্তৰ্গত সহযোগিতাই সহযোগীসকলৰ চিন্তাক অস্বীকাৰ নকৰে আৰু মানব প্ৰকৃতিক স্বীকাৰ কৰে। এই প্ৰকৃতিৰ বিৰুদ্ধাচৰণ কৰি জোৰ খটাবলৈ গ'লে নহব। ইয়াৰ লগতে এষাৰ কথা বিশেষভাবে কোৱা দৰ্কাৰ। আমাৰ দেশত গাওঁবোৰ সজীৱ হৈ উঠক। এই ইচ্ছাই গাওঁবোৰলৈ গ্ৰাম্যতা ফিৰাই আনক ইয়াকে ইচ্ছা কৰা নুবুজায়। গাৱঁৰ সীমাৰ বাহিৰৰ সৈতে যোগাযোগ নথকা সংস্কাৰ, বিদ্যা, বুদ্ধি, বিশ্বাস আৰু কৰ্মক গ্ৰাম্যতা বোলা হয়। বৰ্তমান যুগৰ বিদ্যা আৰু বুদ্ধিৰ ভূমিকা বিশ্বব্যাপী হৈ পৰিছে। সেই অনুপাতে অৱশ্যে হৃদয়ৰ অনুবেদনা সম্পূৰ্ণৰূপে ব্যাপক হৈ উঠা নাই। যি প্ৰাণৰ উপাদান

তুচ্ছ বা সংকীর্ণ নহয়, যি প্ৰাণে মানব প্ৰকৃতিক কোনো পিনৰ পৰা খৰ্ব নকৰে। নাইবা এন্ধাৰেৰে ঢাকি নথয়, তেনে প্ৰাণৰ সঞ্চাৰ গাৱঁৰ মাজত কৰাব লাগিব।

ইংলণ্ডত এদিনাখন এখন গাঁৱৰ এজন খেতিয়কৰ ঘৰত আছিলো। তাত দেখিলো, ঘৰৰ ছোৱালীবোৰৰ মন লণ্ডনলৈ যাবলৈ ব্যগ্ৰ। চহৰৰ নানাবিধ ঐশ্বৰ্য্যৰ তুলনাত গাঁৱৰ সম্বল ইমান কম যে গাৱঁলীয়া মন স্বাভাবিকতে চহৰৰ পিনে আকৰ্ষিত হয়। দেশৰ মাজ ভাগত অৱস্থিত হোৱা সত্বেও গাঁওবোৰ যেন নিৰ্বাসনৰ ঠাই। ৰুছিয়াত গাঁও আৰু চহৰৰ পাৰ্থক্য নোহোৱা কৰাৰ চেষ্টা চলা দেখিছো। এই চেষ্টা ভালদৰে সফল হলে চহৰৰ অস্বাভাবিক অতিবৃদ্ধি নাইকিয়া হব। দেশৰ প্ৰাণ আৰু চিন্তাশক্তি দেশৰ সকলো ঠাইতে ব্যাপ্ত হৈ নিজৰ নিজৰ কাম সম্পাদন কৰিব পাৰিব।

আমাৰ দেশৰ গাঁওবোৰেও চহৰৰ উৎচ্ছিষ্ট আৰু উদ্‌বৃত্তভোজী নহৈ মনুষ্যত্বৰ পূৰ্ণ সম্মান আৰু সম্পদ ভোগ কৰক এয়ে কামনা কৰোঁ। মোৰ বিশ্বাস একমাত্ৰ সমবায় প্ৰণালীৰ দ্বাৰা নিজৰ সৰ্বাংগীণ শক্তিক ডুব যোৱা অৱস্থাৰ পৰা উদ্ধাৰ কৰিব পৰা হব। দুখৰ বিষয় আজিলৈকে বংগদেশত সমবায় প্ৰণালী কেৱল টকা ধাৰলৈ দিয়া কামতে লিপ্ত আছে, সম্মিলিত চেষ্টাৰ দ্বাৰা জীৱিকা উপাৰ্জ্জন আৰু ভোগৰ কামত লগা নাই। তাৰ প্ৰধান কাৰণ হৈছে যি শাসনতন্ত্ৰক আশ্ৰয় কৰি আমোলা বাহিনীযুক্ত সমবায় নীতি আমাৰ দেশত আবিৰ্ভাব হ'ল, সেই যন্ত্ৰ অন্ধ, বধিৰ আৰু উদাসীন। সেইটো বাদ দিও লাজেৰে সৈতে এইটো স্বীকাৰ কৰিব লাগিব যে মানুহৰ চৰিত্ৰত যি গুণ থাকিলে সমবেত হোৱা সহজ, আমাৰ সেই গুণ নাই। দুৰ্বলসকলৰ পৰস্পৰৰ প্ৰতি বিশ্বাসো দুৰ্বল। নিজৰ প্ৰতি অশ্ৰদ্ধাই আনৰ প্ৰতি অশ্ৰদ্ধাৰ ভেঁটি। দীৰ্ঘকাল পৰাধীন লোকৰ আত্মসম্মান হেৰাই এনে দুৰ্গতি হয়। প্ৰভু শ্ৰেণীৰ মানুহৰ শাসন তেওঁলোকে নতশিৰে মানিব পাৰে, কিন্তু স্বশ্ৰেণীৰ পৰিচালনা সহিব নোৱাৰে। স্বশ্ৰেণীৰ লোকক বঞ্চনা কৰা আৰু তেওঁলোকক নিষ্ঠুৰ ব্যৱহাৰ কৰা তেওঁলোকৰ পক্ষে সহজসাধ্য।

ৰুছ দেশৰ কাহিনীৰ কিতাপ পঢ়ি জনা যায় যে তাত বহুকাল জুৰি নিৰ্যাতন-পীড়িত খেতিয়কসকলৰো এই দশা। পৰস্পৰৰ শক্তি আৰু মনক সম্মিলিত কৰাৰ উপলক্ষ সৃষ্টি কৰি মানব প্ৰকৃতিক শোধন কৰা কাম যিমানেই

দুঃসাধ্য নহওক লাগে, তাৰ বাহিৰে আন কোনো উপায় নাই। সমবায় প্ৰণালীৰে অকল ধাৰলৈ দিয়া কামকে নকৰি, এক গোট হৈ কাম কৰি গাঁওবাসী-সকলৰ মনক ঐক্যপ্ৰৱণ কৰি তুলিব পাৰিলেহে আমি গাঁওবোৰ ৰক্ষা কৰিব পাৰিম।

# গাঁৱৰ প্ৰকৃতি

মৌমাখিয়ে মৌবিচনা সাজোতে তাৰ গুৰিৰ কথাটো হ'ল সিহঁতৰ অন্নৰ ব্যৱস্থা। ফুলে ফুলে অকণ অকণ মৌ ; কোনবাটো ঋতু উদাৰ, কোনবাটো ঋতু কৃপণ, যি মৌমাখিয়ে দলবান্ধি সংগ্ৰহ আৰু দলবান্ধি সঞ্চয় কৰিব পাৰিলে, মৌচাকতে আৰম্ভ হ'ল সিহঁতৰ লোকালয়। লোকালয় বোলোতে কেৱলমাত্ৰ বহুতে একে ঠাইতে গোটখোৱাৰ গণিতৰূপ নহয়, ব্যবহাৰ-নীতিৰ দ্বাৰা এই একে ঠাইতে গোট খোৱাৰ এটা কল্যাণ ৰূপ।

বহুতে ভোগ কৰাৰ পৰা যিটো আৰম্ভ হ'ল বহুতে ত্যাগ কৰাৰ ফালে সেইটোৱে লৈ গ'ল। নিজৰ কাৰণে কাম কৰাতকৈ সকলোৰে কাৰণে কাম কৰাটো হৈ উঠিল—ডাঙৰ, সকলোৰে প্ৰাণৰ মাজতে নিজৰ প্ৰাণৰ সাৰ্থকতা-বোধ জন্মিল—ইয়াৰ পৰাই বৰ্তমান কালক এৰি অনাগত কালক সত্য বুলি উপলব্ধি কৰা সম্ভব হ'ল ; যি দান নিজৰ আয়ুসকালৰ ভিতৰত নিজৰ ওচৰ নাপায়হি, সেই দানতো কৃপণতা নাথাকিল ; লোকালয় বোলোতে এনে এটা আশ্ৰয় বুজালে য'ত নিজৰ সৈতে লোকৰ, বৰ্তমানৰ সৈতে ভৱিষ্যতৰ অবিচ্ছিন্ন সম্বন্ধ প্ৰসাৰিত। এয়ে হ'ল অন্ন-ব্ৰহ্মৰ তত্ত্ব, অৰ্থাৎ অন্ন যেতিয়াই বৃহৎ হ'ল তেতিয়াই সি স্থূলভাৱে অন্নক পাৰহৈ এনে এটা সত্যক প্ৰকাশ কৰিছে যিটো মহান। আদিমকালত পশুচিকাৰ কৰি মানুহে জীৱিকা নিৰ্বাহ কৰিছিল, সেইটো ফলত লোকালয় গঢ়ি উঠিব নোৱাৰিলে। অনিশ্চিত অন্ন আহৰণৰ চেষ্টাত সকলোৱে অকলে অকলে ঘূৰি ফুৰিছিল। তেতিয়া তেওঁলোকৰ স্বভাব আছিল হিংস্ৰ, দস্যুবৃত্তি আছিল ব্যবসায়, ব্যৱহাৰ আছিল অসামাজিক।

মানুহৰ অন্ন ব্যবস্থা সুনিশ্চিত আৰু প্ৰচুৰ হ'ব পাৰিছে ডাঙৰ ডাঙৰ নদীৰ পাৰত—যেনে নীলনদী, ইয়াংসিকিয়াং, অক্সাস, ইউফ্ৰেটিস, গংগা, যমুনা—তাতেই জন্মিছে ডাঙৰ ডাঙৰ সভ্যতা, অৰ্থাৎ লোকালয় গঢ়াৰ সুব্যৱস্থা। পলসুৱা মাটিত হাল বাই মানুহে যেতিয়া একেঠাইতে বছৰে বছৰে প্ৰচুৰ শস্য গজাই তুলিলে তেতিয়াই বহুত মানুহে একে ঠাইতে বাসস্থান গঢ়ি তুলিব পাৰিলে—তেতিয়াই পৰস্পৰক বঞ্চিত কৰাতকৈ পৰস্পৰক সহায় কৰাতে

মানুহে সফলতা দেখিবলৈ পালে। একে ঠাইতে গোট খোৱাৰ যি সামাজিক মনোবৃত্তি ভিতৰে ভিতৰে মানুহৰ কাৰণে স্বাভাবিক, অন্নসংস্থানৰ সুযোগৰ দ্বাৰা সেইটোৱে জোৰ পাই উঠিল। মানুহে ভূমি মাতৃৰ নিমন্ত্ৰণ পালে, একে ঠাইতে সকলোৱে পাত পাৰি-বহিল, তেতিয়া পৰস্পৰৰ ভ্ৰাতৃত্বৰ সন্ধান ওলাল, বহুপ্ৰাণে এক অন্নৰ দ্বাৰা এক প্ৰাণৰ সম্বন্ধ স্বীকাৰ কৰিলে।

তেতিয়া দেখিবলৈ পালে যে পৰস্পৰৰ যোগ কেৱলমাত্ৰ সুযোগ নহয়, তাত আনন্দও। এই আনন্দত ব্যক্তিগতভাবে ক্ষতি স্বীকাৰ, আনকি, মৃত্যু স্বীকাৰো সম্ভৱপৰ হয়।

পৃথিৱীয়ে আমাক যি অন্ন দিথাকে সি কেৱল পেট ভৰাবৰ কাৰণেই নহয়, তাক দেখি আমাৰ চকুৱেও শান্তি পায়, আমাৰ মন ভোল যায়। আকাশৰ পৰা আকাশলৈ সূৰ্য্য কিৰণৰ যি স্বৰ্ণৰাগ, দিগন্তৰ পৰা দিগন্তলৈ পকা শস্যৰ খেতিত তাৰেই সৈতে সুৰ মিলায় এনে সোনৰ ৰাগিণীয়ে। সেই ৰূপ দেখি মানুহে কেৱল ভোজনাৰ কক্ষাকে নাভাৱে; তেওঁ উৎসৱৰ আয়োজন কৰে, তেওঁ দেখিবলৈ পায় লক্ষীক সি একে সময়তে সুন্দৰী আৰু কল্যাণী। ধৰণীৰ অন্ন ভাণ্ডাৰত কেৱল যে আমাৰ ক্ষুধা নিবৃত্তিৰে আশা আছে এনে নহয়, তাত আছে সৌন্দৰ্যৰ অমৃত। গছৰ ফলে আমাকমাতে, কেৱল পুষ্টিকৰ শস্য পিণ্ডৰেই নহয়, ৰূপ ৰস বৰ্ণ আৰু গন্ধৰেও। কাঢ়ি লোৱাৰ হিংস্ৰতাৰ ক্ষত ইয়াত নাই; ইয়াত আছে একে ঠাইলৈ নিমন্ত্ৰণ কৰাৰ সৌহাৰ্দৰ আহ্বান। পৃথিৱীৰ অন্ন যিমান সুন্দৰ মানুহৰ সৌহাৰ্দ্যত সিমান সুন্দৰ। অকলে যি খাওঁ তাত আছে পেট ভৰোৱাটো, পাঁচজনে মিলি যি অন্ন খাওঁ তাত আছে আত্মীয়তা। এই আত্মীয়তাৰ যজ্ঞক্ষেত্ৰত অন্নৰ কাঁহী হয় সুন্দৰ; পৰিবেশণ হয় সুশোভন; পৰিবেশ হয় সুপৰিচ্ছন্ন।

দৈন্যই মানুহৰ দাক্ষিণ্য সংকুচিত কৰে; অথচ দাক্ষিণ্যতে সমাজৰ প্ৰতিষ্ঠা। সেই কাৰণে পৃথিৱীৰ অন্ন ভাণ্ডাৰৰ প্ৰাংগণতে মানুহৰ গাঁও গঢ়া হৈছে। মানুহৰ মাজত যি অমৃত তাৰ প্ৰকাশ হ'ল এই মিলনৰ পৰাই—তাৰ ধৰ্মনীতি সাহিত্য, সংগীত, শিল্পকলা, তাৰ বিচিত্ৰ পূৰ্ণ অনুষ্ঠান। এই মিলনৰ পৰাই মানুহে গভীৰভাৱে আত্মপৰিচয় পালে, নিজৰ পৰিপূৰ্ণতাৰ ৰূপ তেওঁৰ ওচৰত দেখা দিলে।

গাঁৱৰ লগে লগে নগৰৰো উদ্ভৱ। তাত ৰাষ্ট্ৰশাসনৰ শক্তি পুঞ্জীভূত,

তাত. সৈনিকৰ দুৰ্গ, বণিকৰ পণ্যশালা, বিদ্যাদান আৰু বিদ্যা অৰ্জনৰ উদ্দেশ্যে বহু ঠাইৰ পৰা আহি একে ঠাইত শিক্ষক আৰু ছাত্ৰৰ সমাবেশ, দূৰৰ পৃথিৱীৰ সৈতে জনা-শুনা আৰু লেন-দেনৰ যোগ। তাত মাটিৰ বুকৰ ওপৰত বিৰাট পাথৰ, জীৱিকা তাত কঠিন, শক্তিৰ সৈতে শক্তিৰ প্ৰতিযোগিতা। তাত সকলো মানুহকে হৰুৱাই অকল মানুহে ডাঙৰ হ'বলৈ বিচাৰিছে। অত্যধিক নইলে তাৰো ফল বেয়া নহয়। ব্যক্তিস্বাতন্ত্ৰ্যই যদি খুব বেছিকৈ চেপা খাই থাকে তেতিয়া হ'লে ব্যক্তিশক্তিৰ উৎকৰ্ষ নঘটে। সমান ওখ জোপোহা গছ বিলাকৰ হেঁচাত বনস্পতিও চাপৰ হৈ থাকে।

ব্যক্তিস্বাতন্ত্ৰ্যৰ অত্যাকাংক্ষাই অগ্নিবাষ্পৰ ঠেলাত জনসংঘৰ সাধাৰণ আশ্ৰয়ভূমিক ওপৰৰ ফালে উৎক্ষিপ্ত কৰে, উৎকৰ্ষৰ আদৰ্শ বাঢ়ি উঠে, পৰস্পৰৰ অনুকৰণ আৰু ঈৰ্ষাত মানুহৰ শক্তিৰ চৰ্চা অত্যন্ত সচেষ্ট হবলৈ ধৰে, জ্ঞানৰ আৰু কৰ্মৰ ক্ষেত্ৰত—নৱনৱোন্মেষ সম্ভৱপৰ হয়, নানা দেশৰ নানা জাতিৰ চিত্ত সমবায়ত বিদ্যাৰ আয়তন প্ৰশস্ত হৈ উঠে। নগৰত, য'ত সমাজৰ প্ৰভাৱ অতি ঘনিষ্ঠ নহয়, তাত ব্যক্তিস্বাতন্ত্ৰ্যই সুযোগ পায়, মানসশক্তিয়ে এটা সাধাৰণ আদৰ্শৰ অনুচ্চ সমতলতা পাৰহৈ উঠিবলৈ ধৰে। সেই কাৰণে বুদ্ধিৰ জড়তা আৰু সংকীৰ্ণতা সকলো দেশতেই সকলো কালতেই গ্ৰাম্যতাৰ নামান্তৰ হৈ আহিছে।

নগৰত মানুহে নিজৰ কৰ্মোদ্যমক কেন্দ্ৰীভূত কৰে, তাৰ প্ৰয়োজন আছে। আমাৰ দেহত প্ৰাণশক্তি যেনেকৈ এপিনে ব্যাপ্ত তেনেকৈ আকৌ একো একো ঠাইত সি বিশেষ আৰু বিচিত্ৰভাৱে সংহত। নিম্ন শ্ৰেণীৰ জীৱদেহত এই মৰ্ম-স্থান বিলাক সংহত হৈ উঠা নাই। দেহ বিকাশৰ উৎকৰ্ষৰ লগে লগে মগজু হাওঁফাওঁ হৃৎপিণ্ড পাকযন্ত্ৰ বেলেগ বেলেগ দেহ ক্ৰিয়াৰ স্বতন্ত্ৰ যন্ত্ৰ হৈ উঠিল। সেই বিলাকক নগৰৰ সৈতে তুলনা কৰা যায়।

নগৰ বিলাক লোকালয়ৰ বিশেষ বিশেষ প্ৰয়োজন সাধনাৰ কেন্দ্ৰ, মানুহৰ উদ্যমে একো একো ঠাইত বিশেষ লক্ষ্যলৈ সংহত হৈ সেই বিলাকৰ সৃষ্টি কৰিছে। পুৰণি কালত ধনসৃষ্টি প্ৰভৃতিৰ প্ৰয়োজন সাধনত যন্ত্ৰৰ নিচেই সামান্যহে আছিল। তেতিয়াৰ যন্ত্ৰ বিলাকৰ সৈতে মানুহৰ শৰীৰ মনৰ সম্বন্ধ সদায়ে ওচৰ আছিল। সেই কাৰণেই তাৰ পৰা যি উৎপন্ন হব পাৰিছিল সি আছিল পৰিমিত আৰু তাৰ লাভো বিৰাট ডাঙৰ নাছিল। গতিকে

তেতিয়া পণ্য উৎপন্নত কৰ্মশক্তিৰ আনন্দটোৱেই আছিল প্ৰধান, কৰ্মফলৰ লোভটো তাতকৈ খুব ডাঙৰ হৈ উঠা নাছিল। সেই কাৰণে তেতিয়াৰ নগৰ বিলাকে মানুহৰ কীৰ্তিৰ আনন্দৰূপ পাব পাৰিছিল।

আন আন সকলো ৰিপুৰদৰেই লোভটোও সমাজ-বিৰোধী প্ৰবৃত্তি। সেই কাৰণেই মানুহে তাক ৰিপু বুলিছে। বাহিৰৰ পৰা ডকাইত যেনেকৈ লোকালয়ৰ ৰিপু, ভিতৰৰ পৰা লোভটোও তেনে। যেতিয়ালৈকে সেই ৰিপু পৰিমিত হৈ থাকে তেতিয়ালৈকে ইয়াৰ দ্বাৰা ব্যক্তিস্বাতন্ত্ৰ্যৰ কৰ্মোদ্যম বাঢ়ে অথচ সমাজনীতিক সি তল নেপেলায়। কিন্তু লোভৰ কাৰণটো যদি অত্যন্ত প্ৰবল আৰু চৰিতাৰ্থতাৰ উপায় অত্যন্ত বিপুল শক্তিশালী হৈ উঠে, তেতিয়া সমাজ নীতিয়ে আৰু তাক সহজে ধৰি ৰাখিব নোৱাৰি।

আধুনিক কালত যন্ত্ৰৰ সহযোগত কৰ্মৰ শক্তি যেনেকৈ বহুগুণে বাঢ়িছে, তেনেকৈ তাৰ লাভো বহু অংকৰ হৈছে, আৰু তাৰ লগে লগে তাৰ লোভো। এইদৰেই ব্যক্তিস্বাৰ্থৰ লগে লগেই সমাজ স্বাৰ্থৰ সামঞ্জস্য বিচলিত হৈ পৰিছে। চাওঁতে চাওঁতে চাৰিওফালে কেৱল যুদ্ধই ব্যাপি পেলাইছে। এনে অৱস্থাত গাঁৱৰ সৈতে নগৰৰ একান্নবৰ্তিতা নাইকীয়া হয়, নগৰে গাঁৱক কেৱল শোষণ কৰে, একো ঘূৰাই নিদিয়ে।

আজি গাঁৱৰ চাকি নুমাল। নগৰত কৃত্ৰিম চাকি জ্বলিল—এই চাকিত সূৰ্য, চন্দ্ৰ, নক্ষত্ৰৰ সংগীত নাই। প্ৰতি সূৰ্যোদয়ত যি প্ৰণতি আছিল, সূৰ্যাস্তত যি আৰতিৰ প্ৰদীপ জ্বলিছিল, সি আজি লুপ্ত, ম্লান। অকল যে সৰোবৰত পানী শুকাল তেনে নহয়, হৃদয়ো শুকাল। জীৱনৰ আনন্দত, বনৰীয়া ফুলৰ দৰে যিবিলাক নৃত্যগীত নিজেই জাগি উঠিছিল সিহঁত জীৰ্ণ হৈ ধূলিত মিলি গ'ল। প্ৰাণৰ ঔদাৰ্যই ইমান দিনে নিজেই নিজৰ সহজ আনন্দৰ সুন্দৰ উপকৰণ সৃষ্টি কৰিছিল—আজি সি বোবা হৈ গ'ল, আজি সি কলত গঢ়া আমোদৰ আশ্ৰয় লবলগীয়া হৈছে—যিমানেই লৈছে সিমানে নিজৰ সৃষ্টিশক্তি আৰু অসাৰ হৈ পৰিছে।

বেছিদিনৰ কথা নহয়, নবাবৰ শাসনকালত দেখা গৈছিল যে তেতিয়াৰ ডাঙৰ ডাঙৰ যি বিলাক আমোলা ৰাজদৰবাৰত ৰাজধানীত পুষ্ট হৈছিল, ওপজা গাঁৱৰ সমাজবন্ধনক তেওঁলোকে অনুৰাগৰ সৈতে স্বীকাৰ কৰিছিল। তেওঁলোকে আৰ্জি ছিল নগৰত, খৰছ কৰিছিল গাঁৱত। মাটিৰ পৰা পানী

এবাৰ আকাশলৈ গৈ আকৌ মাটিলৈকে ঘূৰি আহে—নহ'লে মাটি বন্ধ্যা সৰু হৈ গ'লহেঁতেন। আজিকালিৰ দিনত গাঁৱৰ পৰা যি প্ৰাণৰ ধাৰা নগৰলৈ বৈ গৈছে, গাঁৱৰ সৈতে তাৰ আৰু লেন-দেনৰ যোগাযোগ বাকী থকা নাই।

আজি ধূমকেতু উৰাই কলৰ শিংগা বাজিল, মানুহক দলে দলে তাৰ স্নিগ্ধ সমাজস্থিতিৰ পৰা লোভ দেখুৱাই বাহিৰ কৰি নিলে। মানুহ আকৌ উভটি গ'ল তাৰ প্ৰথম আৰম্ভৰ অৱস্থালৈ সেই অৰণ্যক যুগৰ বৰ্বৰ ব্যক্তিস্বাতন্ত্ৰ্যই প্ৰবল দেহ লৈ আজিও দেখা দিলে; নিজৰ নিজৰ স্বতন্ত্ৰ ভোগৰ দুৰ্গ বান্ধি মানুহে অন্যক শোষণ আৰু নিজক পোষণ কৰিবলৈ ধৰিলে, সেইকালৰ দস্যুবৃত্তিয়ে দেহান্তৰ ধাৰণ কৰিলে। গাঁৱত এদিন বহুত মানুহ গোট খাইছিল, সকলোৱে গোট খায় সংগ্ৰহ সঞ্চয় আৰু ভোগ কৰিবৰ কাৰণে। এতিয়া সংখ্যাত তাতকৈ বহুত বেছি মানুহ একে ঠাইতে গোট খালে, কিন্তু প্ৰত্যেকৰে নিজৰ ভোগৰ কেন্দ্ৰ নিজেই। সেই কাৰণেই সমাজৰ সহজ বিধানতকৈ পুলিচৰ পহৰা কঠোৰ হৈ উঠিল—আত্মীয়তাৰ ঠাইত আইনৰ জটিলতাই বাহিৰৰ শিকলি পকা কৰি তুলিলে। যত প্ৰত্যেকেই নিজ নিজে ভোগৰ কেন্দ্ৰ, তাত হয় আমি পৰৰ দাসত্ব কৰোঁ নহয় নিজৰে, কিন্তু দুইটাই দাসত্ব। এই কৰ্মপাশবদ্ধ মানুহৰ সংখ্যা আজি ক্ৰমে বাঢ়ি যাবলৈ ধৰিছে। প্ৰয়োজনৰ ক্ষেত্ৰত যিবিলাক মিলিত হ'ল, অন্তৰৰ ক্ষেত্ৰত সিহঁতৰ মিল নাই কাৰণেই এই পৰদান আৰু আত্মদান বিলাকৰ মনত ঈৰ্ষা বিদ্বেষ প্ৰবল, প্ৰতিযোগিতাৰ মন্থন দণ্ডত মিছা আৰু হিংসাক ইহঁতে নানা আকাৰে কেৱল মথিত কৰি তুলিছে। ধনী আৰু দৰিদ্ৰৰ ভিতৰত অন্ততঃ আমাৰ দেশত ভেদ খুব বেছি নাছিল—তাৰ এটা কাৰণ, ধনৰ সম্মান অন্য সকলো সম্মানৰ তলত আছিল, আৰু এটা কাৰণ, ধনীয়ে নিজৰ ধনৰ দায়িত্ব স্বীকাৰ কৰিছিল। অৰ্থাৎ, ধন তেতিয়া অসামাজিক নাছিল, তেতিয়া প্ৰত্যেকৰ ধনেৰে গোটেই সমাজ ধনী হৈ উঠিছিল। তেতিয়া মান অপমান আৰু ভোগৰ তাৰতম্যই ধনক আশ্ৰয় কৰি স্পৰ্ধিত আত্মম্ভৰিতাৰ সৈতে মানুহৰ পৰাম্পৰৰ সম্বন্ধৰ পথ ৰুদ্ধ কৰা নাছিল। আজিকালি অন্নব্ৰহ্ম লোভৰ অন্ন হে সবুহৈ খোৱা কাৰণেই এদিন যি সমাজ বান্ধিছিল আজি সিয়ে সমাজ ভাঙিছে—তেজত উটাই দিছে পৃথিৱী, দাসত্বৰে জীৰ্ণ কৰিছে মানুহৰ মন। আজি সেই কাৰণে ধন অধনৰ উৎকট অসামঞ্জস্য দূৰ কৰিবৰ বাবে চাৰিও পিনেই উত্তেজনা।

এতিয়াৰ দিনৰ সাধনা লোকালয়ক আকৌ সমগ্ৰ কৰি তোলা। বিশিষ্টকে সাধাৰণকে, শক্তিকে সৌহাৰ্দ্যকে, নগৰকে গাঁৱকে মিলাই সম্পূৰ্ণ কৰা। বিপ্লৱৰ দ্বাৰা এই পূৰ্ণতা নঘটে। বিপ্লৱক যি বিলাকে বাহন কৰে তেওঁলোকে এটা অসামঞ্জস্যৰ পৰা আন এটা অসামঞ্জস্যলৈ জাপ মাৰি যায়, তেওঁলোকে সত্যক কাটি সহজ কৰিবলৈ বিচাৰে। তেওঁলোকে ভোগক ৰাখে যদি ত্যাগক খেদি পঠায়, ত্যাগক ৰাখে যদি ভোগক দেশান্তৰ কৰে—মানৱ প্ৰকৃতিক পংগু কৰি তাৰ পিছতহে তাক শাসনলৈ আনিবলৈ বিচাৰে। আমি এই কথা কওঁ যে সত্যক সমগ্ৰভাৱে লব নোৱাৰিলে মানৱ স্বভাৱক বঞ্চিত কৰা হয়—বঞ্চিত কৰিলেই তাৰ পৰা ৰোগ, তাৰ পৰা অশান্তি। আনকি সেই যে কলৰ কথা কৈছিলো—তাৰ দ্বাৰা আমি বিস্তৰ অকাৰ্য্য কৰিছো বুলিয়ে যে তাক বাদ দিব পাৰি সেই কথা ক'ব নোৱাৰি। এই যন্ত্ৰও আমাৰ প্ৰাণশক্তিৰ অংগ। ই একেবাৰে মানুহৰ বস্তু। হাতেৰে ডকাইতি কৰিলো বুলিয়েই যে তাক কাটি পেলালেই যে মংগল হ'ব তেনে নহয়, সেই হাতেৰেই প্ৰায়শ্চিত্ত কৰাব লাগিব। নিজকে পংগু কৰি ভাল হবলৈ কৰা সাধনা কাপুৰুষতাৰ সাধনা। মানুহৰ শক্তিয়ে নানা ফালে বিকাশ বিচাৰে, তাৰ কোনোটোকে অৱজ্ঞা কৰিবৰ অধিকাৰ আমাৰ নাই।

আদিমকালৰ পৰাই মানুহে যন্ত্ৰ তৈয়াৰ কৰিবলৈ চেষ্টা কৰিছে। প্ৰকৃতিৰ কোনো এটা শক্তি ৰহস্য যেতিয়াই তেওঁ আবিষ্কাৰ কৰে তেতিয়াই যন্ত্ৰেৰে তাক বন্দী কৰি তাক নিজৰ ব্যৱহাৰৰ বস্তু কৰি লয়। ইয়াৰ পৰাই তেওঁৰ সভ্যতাত একো একোটা নতুন পৰ্যায়ৰ আৰম্ভ। প্ৰথমে যিদিনা তেওঁ নাঙল সাজি মাটিৰ উৰ্বৰতা শক্তিক কৰ্ষণ কৰিব পাৰিলে, সেইদিনাই তেওঁৰ জীৱন-যাত্ৰাৰ ইতিহাসও কিমান বিৰাট যবনিকা উটি গ'ল। সেই উন্মীলিত আৱৰণে কেৱল যে তেওঁৰ অন্নশালাকে বৃহৎ কৰি অবাৰিত কৰিলে তেনে নহয়—ইমান দিনে তেওঁৰ মনৰ যি বহুত কক্ষ অন্ধকাৰ আছিল, তাৰ মাজলৈ পোহৰ আনি পেলালে। এই সুযোগত তেওঁ নানা ফালেই ডাঙৰ হৈ উঠিল। এদিন পশু-চৰ্মই আছিল মানুহৰ দেহৰ আচ্ছাদন,—যিদিনা যঁতৰত তাঁতত তেওঁ প্ৰথম কাপোৰ ব'লে সেইদিনা কেৱল যে তেওঁ সহজে দেহ ঢাকিব পাৰিলে তেনে নহয়, ইয়াৰ দ্বাৰা তেওঁৰ শক্তিক ডাঙৰকৈ উদ্বোধিত কৰাৰ ক্ষেত্ৰত বহুদূৰ পৰ্যন্ত তাৰ প্ৰভাৱ বিস্তৃত হ'ল। সেই কাৰণে অকল মানুহৰ দেহ নহয়,

আজিৰ দিনত মানুহৰ মনো হৈছে কাপোৰ পিন্ধা মন—মানুহে যি মানৱলোক সৃষ্টি কৰিছে কাপোৰটো তাৰ এটা ডাঙৰ উপাদান। আজিৰ দিনত আমাৰ দেশত আমি নেশনেল কাপোৰখনক সম্বু কৰিছো, কিন্তু সিপিনে নেশনেল পতাকাখন বাঢ়ি গৈছে। তাৰ মানে কাপোৰখন কেৱল এটা আচ্ছাদন নহয়, সি এটা ভাষাও। অৰ্থাৎ কাপোৰতে মানুহৰ মনে নিজকে প্ৰকাশ কৰিবৰ এটা নতুন উপাদান পালে। সেই কথা সকলোৱে জানে, পাথৰৰ যুগৰ পৰা মানুহ যেতিয়া লোহাৰ যুগলৈ আহিল তেতিয়া কেৱল যে তাৰ বাহ্যশক্তিৰে বৃদ্ধি হ'ল তেনে নহয়, তাৰ আন্তৰিক শক্তিয়েও প্ৰসাৰ পালে। পশুৰ চাৰিঠেঙৰ অৱস্থাৰ পৰা যিদিনা মানুহ দুই হাত দুইভৰিৰ অৱস্থালৈ আহিল তেতিয়াই ইয়াৰ আৰম্ভ হ'ল। দুই হাত থকাৰ কাৰণে পৃথিৱীৰ সৈতে ব্যৱহাৰৰ ক্ষমতা মানুহৰ বাঢ়ি গৈছে—এই তেওঁৰ দেহশক্তিৰ বিশেষত্বৰ পৰাই তেওঁৰ মনৰ শক্তিয়ে বিশেষত্ব পালে। সেইদিনাৰ পৰাই হাতৰ সহায়তে মানুহে হাঁঠিয়াৰ তৈয়াৰ কৰি হাতকে বহু গুণিত কৰি পেলাইছে। তাৰ দ্বাৰায়ে বিশ্বৰ সৈতে তাৰ ব্যৱহাৰ কেবল বাঢ়ি উঠিছে, তাৰ পৰাই তাৰ মনৰ বন্ধ দ্বাৰ নানা ফালে খোল খাই গৈছে। কোনো সন্ন্যাসীয়ে যদি কয় যে, বিশ্বৰ সৈতে ব্যৱহাৰৰ শক্তিক সংকুচিত কৰিব লাগিব, তেতিয়া হ'লে পোনতে মানুহৰ হাত দুটাকে অপৰাধী কৰিব লাগিব। ঘোৰতৰ সন্ন্যাসী সিমান দূৰ পৰ্যন্তই যায়। তেওঁ উৰ্ধ্বাহু হৈ থাকে, কয় "সংসাৰৰ সৈতে মোৰ কোনো ব্যৱহাৰেই নাই, মই মুক্ত।" হাতৰ শক্তিক অলপদূৰ পৰ্যন্তহে আগ বাঢ়িবলৈ দিম; তাৰ বেছি আগ বাঢ়িবলৈ নিদিওঁ—এইটো হৈছে কম বেছি পৰিমাণে সেই উৰ্ধ্ব-বাহুত্বৰ বিধান। ইমান ডাঙৰ শাসনৰ অধিকাৰ পৃথিৱীত কাৰ আছে? বিশ্বকৰ্মাই মানুহক যিমান দূৰ পৰ্যন্ত আগবাঢ়ি আহিবৰ বাবে আহ্বান কৰে তেওঁক সিমান দূৰ পৰ্যন্ত আগবাঢ়িবলৈ নিদিওঁ—বিধাতাই দিয়া শক্তিক পঙ্গু কৰিবৰ বাবে এনে স্পৰ্ধা কোন সমাজ বিধাতাৰ মুখত শোভা পায়। শক্তিৰ ব্যৱহাৰৰ পন্থাকে আমি সমাজ কল্যাণৰ অনুগত কৰি নিয়মিত কৰিব পাৰোঁ, কিন্তু শক্তিৰ প্ৰকাশৰ পন্থাক আমি অবৰুদ্ধ কৰিব নোৱাৰোঁ।

মানুহে যেনেকৈ এদিন হাল নাঙলক, যঁতৰ তাঁতক, তীৰ-ধনুক চক্ৰবাণ, যানবাহনক গ্ৰহণ কৰি তাক নিজৰ জীৱনযাত্ৰাৰ অনুগত কৰিছিল, আধুনিক যন্ত্ৰকো আমি তেনেদৰেই কৰিব লাগিব। যন্ত্ৰত যি বিলাকে পিছপৰি আছে

যন্ত্ৰত আগবঢ়া বিলাকৰ সৈতে তেওঁলোকে কোনো মতেই সমান হ'ব নোৱাৰিব। যি কাৰণে চাৰিঠেঙীয়া জীৱই দুঠেঙীয়া জীৱৰ সৈতে পৰা নাই, ইও সেই একেই কাৰণ।

আজিৰ দিনত যন্ত্ৰৰ সহায়ত এজন মানুহ ধনী আৰু হাজাৰজন তেওঁৰ ভৃত্য, ইয়াৰ পৰাই এইটো প্ৰমাণ হয় যে, যন্ত্ৰৰ দ্বাৰা এজন মানুহ হাজাৰজন মানুহতকৈয়ো শক্তিশালী হয়। তাত যদি দোষ আছে তেনেহ'লে বিদ্যা অৰ্জনতো দোষ আছে। বিদ্যাৰ সহায়ত বিদ্বান অবিদ্বানতকৈ বহুত বেছি শক্তিশালী হয়। এই স্থলত আমি এই কথাই ক'ব লাগিব যে যন্ত্ৰ আৰু তাৰ মূলীভূত বিদ্যাত যি প্ৰভূত শক্তি উৎপন্ন হয় সেইটো ব্যক্তি বা দল বিশেষত সংহত নহৈ যেন সৰ্বসাধাৰণত ব্যাপ্ত হয়। শক্ত ব্যক্তি বিশেষত একচেতীয়া হৈ উঠি মানুহক যেন বিচ্ছিন্ন নকৰে—শক্তিয়ে যেন সদায় নিজৰ সামাজিক দায়িত্ব স্বীকাৰ কৰিব পাৰে।

প্ৰকৃতিৰ দান আৰু মানুহৰ জ্ঞান এই দুইটা মিলিয়েই মানুহৰ সভ্যতা নানা মহলত ডাঙৰ হৈছে—আজিও এই দুটাকেই সহযোগীৰূপে বিচাৰোঁ। মানুহৰ জ্ঞানে য'ত কোনো পুৰণি অভ্যস্ত ৰীতিৰ মাজত নিজ সম্পদক ভাণ্ডাৰত থৈ শুই পৰে তাত কল্যাণ নাই। কিয়নো সেই জমা সদায়েই ক্ষয় হৈছে, সেই কাৰণে এক যুগৰ মূলধন ভাঙি ভাঙি আমি বহুযুগ ধৰি দিন চলাব নোৱাৰোঁ। আজিকালি আমাৰ দিন চলাও নাই।

বিজ্ঞানে মানুহক মহাশক্তি দিছে। সেই শক্তিয়ে যেতিয়া সমগ্ৰ সমাজৰ হৈ কাম কৰিব তেতিয়াই সত্যযুগ আহিব। আজি সেই পৰম যুগৰ আহ্বান আহিছে। আজি মানুহে ক'ব লাগিব "তোমাৰ এই শক্তি অক্ষয় হক; কৰ্মৰ ক্ষেত্ৰত, ধৰ্মৰ ক্ষেত্ৰত জয়ী হক।" মানুহৰ শক্তি দৈৱ শক্তি, তাৰ বিৰুদ্ধে বিদ্ৰোহ কৰা নাস্তিকতা।

মানুহৰ শক্তিৰ এই নতুনতম বিকাশক গাঁৱে গাঁৱে অনা উচিত। এই শক্তিক তেওঁ আবাহন কৰি আনিব নোৱাৰে কাৰণেই গাঁৱৰ পুখুৰীত আজি পানী নাই, মেলেৰিয়াৰ প্ৰকোপত দুঃখ, শোক, পাপ, তাপে বিনাশ মূৰ্তি ধৰিছে, কাপুৰুষতা পুঞ্জীভূত হৈছে। চাৰিওপিনে যি দেখিছো এইটো তো পৰাভৱৰে দৃশ্য। পৰাভৱৰ অৱসাদত মানুহ লৰিব পৰা নাই, সেই কাৰণেই ইমান কালে তেওঁৰ ইমান অভাৱ। মানুহে কৈছে 'নোৱাৰিলো'। শুকান

পুখুৰীৰ পৰা নিষ্ফল ক্ষেত্ৰৰ পৰা, শ্মশানভূমিত যি চিতা নুমাব খোজা নাই তাৰ শিখাৰ পৰা কান্দোন উঠিছে, "নোৱাৰিলো, হাৰ মানিছো"। এই যুগৰ শক্তিক যদি গ্ৰহণ কৰিব পাৰোঁ তেনে হ'লেই জিকিম, তেনেহ'লেই বাচিম।

এইটোৱেই আমাৰ শ্ৰীনিকেতনৰ বাণী। আমাৰ শাকনি বাৰীত অলপ বিলাহী আৰু অলপ আলু কৰিছো, বহুত দিন তাঁত চলাই কেইখন মান লতৰাঙ্কি বৈছো—আমাৰ বাচিবৰ কাৰণে এয়ে যথেষ্ট নহয়। বিৰাট শক্তিক আমাৰ দলভুক্ত কৰিব পৰা নাই সেইটোৱেই আমাৰ কাৰণে দানৱ শক্তি; আজিৰ দিনত যি অলপমান সংগ্ৰহ আমাৰ আগত আছে সেই দানৱৰ সৈতে যুদ্ধ কৰিবৰ কাৰণে সিয়ে যথোচিত উপকৰণ নহয়।

পুৰাণত পঢ়িছো, এদিন দৈত্য বিলাকৰ সৈতে যুদ্ধত দেৱতা বিলাক হাৰি গৈছিল। তেতিয়া তেওঁলোকে নিজৰ গুৰু-পুত্ৰক দৈত্যগুৰুৰ ওচৰলৈ পঠাইছিল। যাৰ দ্বাৰা মৃত্যুৰ হাতৰ পৰা ৰক্ষা পোৱা যায়, সেই বিদ্যা দেৱলোকৰ পৰা অনাটোৱেই আছিল তেওঁলোকৰ সংকল্প। তেওঁলোকে অবজ্ঞা কৰি কোৱা নাই যে "দানৱী বিদ্যাক আমি নিবিচাৰো"। দানৱ বিলাকৰ পৰা বিদ্যালৈ তেওঁলোকে দানৱপুৰী সাজিবলৈ ইচ্ছা কৰা নাই, সেই বিদ্যালৈ তেওঁলোকে স্বৰ্গকে ৰক্ষা কৰিবলৈ বিচাৰিছিল। দানবৰ ব্যৱহাৰ স্বৰ্গত নহ'ব পাৰে, কিন্তু যি বিদ্যাই দানবক শক্তি দিছে সেই বিদ্যাই দেৱতাকো শক্তি দিয়ে—বিদ্যাৰ মাজত জাতিভেদ নাই।

আজিকালি আমাৰ দেশত সদায়ে শুনিবলৈ পাওঁ, ইউৰোপৰ বিদ্যা আমাক নালাগে, এই বিদ্যাত চয়তানি আছে। এনে কথা আমি নকওঁ। আমি নকওঁ যে শক্তিয়ে আমাক মাৰিছে, সেই কাৰণে অশক্তিয়েই আমাৰ কাৰণে শ্ৰেয়। শক্তিৰ মাৰ নিবাৰণ কৰিবলৈ গ'লে শক্তিক গ্ৰহণ কৰিব লাগে, তাক ত্যাগ কৰিলে মাৰ বাঢ়েহে কিন্তু নকমে। সত্যক অস্বীকাৰ কৰিলেই সত্যই আমাক বিনাশ কৰে, তেতিয়া তাৰ প্ৰতি অভিমান কৰি কোৱাটো মূঢ়তা যে "সত্যক আমি নিবিচাৰোঁ"।

উপনিষদে কয়, যিজন এক তেওঁ "বৰ্ণাননেকান্ নিহিতাৰ্থো দধাতি"—নানা জাতিৰ লোকক তেওঁলোকৰ নিহিতাৰ্থ দান কৰে। নিহিতাৰ্থ অৰ্থাৎ প্ৰজাই যি বিচাৰে প্ৰজাপতিয়ে সেইটো তেওঁলোকৰ অন্তৰতে প্ৰচ্ছন্ন কৰি ৰাখিছে। মানুহে সেইটো আৱিষ্কাৰ কৰি লব লাগে, তেনেহলেই দানৱ

বস্তু তেওঁৰ নিজৰ বস্তু হৈ পৰে। যুগে যুগে এই নিহিতাৰ্থ প্ৰকাশ পাইছে। এই যে নিহিতাৰ্থ তেওঁ দিছে, ই "বহুধা শক্তিযোগাৎ"—বহুধা শক্তিৰ যোগত। নিহিতাৰ্থৰ লগে লগে সেই বহুদিক্‌গামী শক্তিক পাওঁ। আজিৰ যুগৰ ইউৰোপীয় সাধক বিলাকে মানুহৰ সেই নিহিতাৰ্থৰ এটা বিশেষ সন্ধান পাইছে—তাৰেই যোগত বিশেষ শক্তিক পাইছে। সেই শক্তিয়ে আজি বহুধা হৈ বিশ্বক নতুনকৈ জয় কৰিবলৈ ওলাইছে। কিন্তু এই শক্তি এই অৰ্থ যাৰ, তেওঁ সকলো বৰ্ণৰ লোকৰ কাৰণেই এক-একোঽবৰ্ণঃ। সেই শক্তিৰ অৰ্থ যিকোনো বিশেষ কালত বিশেষ জাতিৰ ওচৰত ব্যক্ত নহক লাগিলে, সি সকলো কালৰ সকলো জাতিৰ কাৰণে একে। বিজ্ঞানৰ সত্যক যি পণ্ডিতে যেতিয়াই আবিষ্কাৰ কৰক, জাতিনিৰ্বিশেষে সি এক। সেই কাৰণে এই শক্তি আবিষ্কাৰে আমাৰ সকলোকে এক কৰাত সহায়তা কৰে যেন। বিজ্ঞান য'ত সত্য তাত দৰাচলতেই সি সকলো জাতিৰ মানুহক ঐক্যদান কৰিছে। কিন্তু তাৰ শক্তিৰ ভাগলৈ মানুহে মৰামৰি কৰে; সেই বিৰোধ সত্যৰ বা শক্তিৰ মাজত নহয়, আমাৰ চৰিত্ৰত যি অসত্য, যি অশক্তি তাৰেই মাজত। সেইবাবে এই শ্লোকৰে শেষত আছে—স নো বুদ্ধ্যা শুভয়া সংযুনক্তু। তেওঁ আমাৰ সকলোকে, সকলোৰে শক্তিকে, শুভবুদ্ধিৰ দ্বাৰা যোগযুক্ত কৰক।

# কালান্তৰ

চণ্ডীমণ্ডপত আমাৰ আখৰা হয়; ওচৰচুবুৰীয়া লোকক গোট খুৱাই কথা বতৰাত মগ্ন হওঁহঁক। আলোচনাৰ বিষয় বস্তুৱে গাঁৱৰ চাৰিচাপৰ সীমা চেৰাই নেযায়। পৰম্পৰৰ খং বিষ, কথা বতৰা, তাছপাশা আৰু তাৰ লগতে তিনি চাৰি ঘণ্টা জুৰি এঘুমটি শুই দিনটো পাৰ কৰি দিয়া হয়। তাৰ বাহিৰেও মাগে সময়ে চিত্তৰ আখৰাৰ যি আয়োজন কৰা হয়—তাৰ ভিতৰত থাকে যাত্ৰা, সংকীৰ্ত্তন, কথনমথন, ৰামায়ণ পাঠ, পাঁচালি, কবিগান। পুৰণি কাহিনীৰ ভঁৰালত তাৰ বিষয়বস্তু চিৰসঞ্চিত হৈ আছিল। যিখন জগতত বাস কৰা হয়, সেইখন হল ঠেক আৰু নিচেই চিনাকি। ইয়াৰ সকলো তথ্য আৰু ৰসধাৰাই বংশানুক্ৰমে চকৰিৰ দৰে বছৰি একেটা পথেদি সমুলি সালসলনি নোহোৱাকৈ বাৰে বাৰে পাক ঘূৰণি খাই আছে। সেইবোৰকে খামুচি ধৰি আমাৰ জীৱনযাত্ৰাৰ সংস্কাৰে লিপিত খাই কৰাল মাৰি ধৰিছে; তেনেবোৰ কঠিন সংস্কাৰৰ গাঁথনিৰেই আমাৰ বিশেষ সংসাৰৰ নিৰ্ম্মাণ কাৰ্য্য শেষ হৈ গল। এই সংসাৰৰ বাহিৰত মানৱ ব্ৰহ্মাণ্ডৰ দিক্‌দিগন্তত বিৰাট বুৰঞ্জীৰ অভিব্যক্তি সদায় হব লাগিছে; তাৰ নীহাৰিকা তেনেই সনাতন প্ৰথাত বা শাস্ত্ৰ-বচনৰ ভেটিত চিৰকালৰ বাবে স্থাৱৰ হৈ যোৱা নাই; তাৰ মাজৰে এটা ভাগৰ লগত আন এটা ভাগৰ ঘাতসংঘাত হৈ নতুন সমস্যাৰ সৃষ্টি হৈছে, ক্ৰমে সেইবোৰৰ মাজৰ সীমা বঢ়া টুটা হোৱাৰ মূৰত বুৰঞ্জীৰ চেহেৰা সলনি হব লাগিছে—এই কথালৈ আমি মন কৰা নাছিলো।

বাহিৰৰ পৰা প্ৰথম বিৰুদ্ধ আঘাত পোৱা হ'ল—মুছলমানৰ। কিন্তু সেই মুছলমানো প্ৰাচীন প্ৰাচ্য, আধুনিক নহয়। তেৱোঁ নিজৰ অতীত শতাব্দীৰ মাজত সাঙোৰ খাই আছে। নিজ বাহুবলেৰে তেওঁ ৰাজ্য গঢ়ি তুলিছে, কিন্তু তেওঁৰ চিত্তৰ মাজত সৃষ্টি-বৈচিত্ৰ্য নাছিল। সেইকাৰণে তেওঁ যেতিয়া আমাৰ দিগন্তৰ মাজত নিগাজীভাৱে বাসস্থান পাতি ললে, তেতিয়া তেওঁৰে সৈতে আমাৰ সংঘৰ্ষ ঘটিবলৈ ধৰিলে—কিন্তু সেয়া আছিল বাহিৰৰ সংঘৰ্ষ, এটা চিৰকলীয়া প্ৰথাৰ লগত আন এটা চিৰকলীয়া প্ৰথাৰ, এটা ধৰাবন্ধা মতৰ লগত আন এটা ধৰাবন্ধা মতৰ সংঘৰ্ষ। ৰাষ্ট্ৰপ্ৰণালীৰ মাজত মুছলমানৰ

প্ৰভাৱ নোমাইছে, চিত্তৰ মাজত তাৰ ক্ৰিয়া সকলো কালে প্ৰবল হোৱা নাই, তাৰেই প্ৰমাণ দেখিবলৈ পোৱা যায় সাহিত্যত। তেতিয়াৰ দিনত ভদ্ৰ-সমাজত সকলোতে পাৰ্ছি প্ৰচলিত হৈছিল ; তথাপি বঙালী কাব্যৰ প্ৰকৃতিও এই পাৰ্ছি বিদ্যাৰ আচোঁৰ নাছিল—মাথোন ভাৰতচন্দ্ৰৰ বিদ্যাসুন্দৰত মাৰ্জিত ভাষাত আৰু স্খলনহীন ছন্দত যি নাগৰিকতা প্ৰকাশ পাইছে তাতেই পাৰ্ছি পঢ়া, খেমেলীয়া কথাৰে মিচিকীয়া হাঁহি তুলিব পৰা পণ্ডিতালীৰ চিন পোৱা যায়। তেতিয়াৰ দিনত বঙলা সাহিত্যৰ ঘাইকৈ দুটা ভাগ আছিল ; এটা হল মংগলকাব্য আৰু আনটো বৈষ্ণৱপদাৱলী। মংগলকাব্যৰ ঠায়ে ঠায়ে মুছলমান ৰাজ্যশাসনৰ বিবৰণ আছে, কিন্তু ইয়াৰ বিষয়বস্তু বা মনস্তত্ত্বত মুছলমান সাহিত্যৰ একো সাঁচ বহা দেখা নাই ; বৈষ্ণৱ গীতিকাব্যৰ বেলিকাতো কথাই নাই। অথচ বঙলা ভাষাত বহুতো পাৰ্ছি শব্দ গোট খাইছেহি, তাৰ বাহিৰেও তেতিয়াৰ দিনত পাৰ্ছি আচাৰ-ব্যৱহাৰৰ যথেষ্ট প্ৰাদুৰ্ভাৱ আছিল। তেতিয়াৰ দিনত সনাতন চকোৱাত আবুৰৰে ৰখা সভ্যতাই ভাৰতবৰ্ষত ওচৰাওচৰিকৈ থিয় দিছিলহি—পৰস্পৰলৈ পিঠি দি। দুয়োৰে মাজত একো ক্ৰিয়া-প্ৰতিক্ৰিয়া যে হোৱা নাছিল সেইটো নহয় ; কিন্তু সেয়ে নিচেই তাকৰীয়া আছিল। বাহুবলৰ কিল দেশৰ ওপৰত বাৰুকৈয়ে পৰিছিল ; কিন্তু কোনো নতুন চিন্তাৰাজ্যৰ কোনো নতুন সৃষ্টিৰ উছাহে মন ছেঙেলীয়া কৰি তোলা নাছিল। তাৰ বাহিৰেও আৰু এটা কথা আছে। বাহিৰৰ পৰা আহি মুছলমানে হিন্দুস্থানত নিগাজীহৈ ঘৰ সাজিছে, কিন্তু আমাৰ দৃষ্টিক বাহিৰৰ পিনে বহলাই দিয়া নাই। তেওঁলোকে ঘৰলৈ আহি ঘৰ দখল কৰি ললে, বাহিৰৰ ফালৰ দুৱাৰখনো জপাই থলে। মাজে সময়ে সেই দুৱাৰ ভঙাভঙিও হৈছিল ; কিন্তু বাহিৰৰ পৃথিৱীখনত আমাৰ চিনাকী সদৰী কৰি দিব পৰাকৈ তেনে কোনো ঘটনা ঘটা নাছিল। সেই দেখি গাঁৱৰ চণ্ডীমণ্ডপতে আমাৰ ঘাইমেল বহি থাকিল।

তাৰ পিছত আহিল ইংৰাজ—অকল মানুহ ৰূপেই নহয়, নতুন ইউৰোপৰ চিত্ত প্ৰতীক ৰূপেও। মানুহে ঠাই জুৰি থাকে—চিত্তই জুৰি থাকে মন। আজি আমি মুছলমানৰ সংখ্যাৰ ৰূপত দেখা পাইছো। তেওঁলোকে এতিয়া আমাৰ ৰাষ্ট্ৰিক বিষয়ত যোগবিয়োগৰ অডিল লগাইছে। অৰ্থাৎ এই সংখ্যাই আমাৰ কাৰণে গুণৰ ফল নুলিয়াই ভাগৰ ফলহে উলিয়াইছে। এওঁলোক

দেশতে আছে ; অথচ ৰাষ্ট্ৰজাতিতে হিছাপৰ মাজত এওঁলোক নথকাতকৈও বিষম। সেই দেখি ভাৰতবৰ্ষৰ লোকসংখ্যা তালিকাত ইয়াৰ অতিবহুলত কথা-টোৱেই আটাইতকৈ শোকৰ বিষয় হললৈ।

ইংৰাজ অহাটো ভাৰতবৰ্ষৰ বুৰঞ্জীৰ এটা বিচিত্ৰ কথা। মানুহ হিছাপে তেওঁলোক আমাৰ কাৰৰ পৰা মুছলমান সকলতকৈয়ো বহুত বেছি নিলগত থাকিল। কিন্তু ইউৰোপৰ চিত্তদূতৰূপে যিমান ব্যাপক আৰু গভীৰভাৱে আমাৰ কাৰ চাপি আহিল আন কোনো বিদেশী জাতি কোনো কালে সেইদৰে আহিব পৰা নাছিল। নিলগৰ আকাশৰ পৰা নামি আহি বৰষুণে যেনেকৈ মাটিত খুন্দা মাৰে, তেনেকৈ ইউৰোপৰ চিত্তৰ চলন শক্তিয়ে আমাৰ স্থাৱৰ মনত খুন্দিয়ালেহি। মাটিৰ তলৰ নিসাৰ হৈ থকা অন্তৰৰ মাজলৈ সৰকি লৈ প্ৰাণৰ চেষ্টা সঞ্চাৰিত কৰি দিয়ে বৰষুণে ; নানা তৰহৰ গজালি উলিয়াই সেই চেষ্টা বিকশিত হৈ উঠে। এই চেষ্টা যি মাটিত এবাৰো নহয়, সেয়ে হল মৰুভূমি। ইয়াৰ তেনেই আওকনীয়া ভাবটো মৃত্যুৰ ধৰ্ম মাথোন। আমি ইউৰোপৰ কাৰপৰা কিথিনি পাইছো, কিমান পাইছো, সেই বিষয়ে নিচেই সূক্ষ্ম বিচাৰৰে চালি গাৰি বহুতখিনি কল্পনা আৰু গলপ গৱেষণা বিস্তাৰ কৰি আজিকালি কোনো কেনো সমালোচকে আধুনিক লেখকৰ প্ৰতি কলম টোঁৱাই নিপুণ চাঁচেৰে হান মাৰে। একালত ৰেনেছাঁছৰ হেন্দোলনিয়ে ইটালীৰ পৰা উথলি উঠি গোটেই ইউৰোপৰ মনত যেতিয়া ঠেকা খাইছিল, তেতিয়া ইংলণ্ডৰ সাহিত্য স্ৰষ্টা সকলৰ মনত যেনেকৈ নানাধৰণে তাৰ প্ৰভাৱ প্ৰকাশ পাইছিল, সেই কথাত আচৰিত হব লগীয়া একো নাই ; সেয়ে নোহোৱা হলে সেই নিচলা অৱস্থাক বৰ্বৰতা বুলি কব পৰা হলহেঁতেন। সচল মনৰ প্ৰভাৱ সজীৱ মনে নলৈ নোৱাৰে—যত চিত্ত জীয়াই আছে, যত চিত্ত উত্তাপৰে আছে, তাতেই এইদৰে লোৱা দিয়াৰ সোঁত বলি আছে।

বৰ্তমান যুগত চিত্তৰ জেউতিয়ে পশ্চিম দিগন্তৰ পৰা ৰেঙণি বিলাই মানৱবুৰঞ্জীৰ গোটেই আকাশখনকে পোহৰাই পেলাইছে ; ইয়াৰ স্বৰূপটোনো কি, তাকে চোৱা যাওক। এটা প্ৰবল উদ্যমৰ হেচাঁত ইউৰোপৰ মন গোটেই পৃথিৱীতে গোটেই জগততে বিয়পি পৰিছে। যতেই খোজ পেলাইছে, সেই ঠাইকে ই অধিকাৰ কৰি লৈছে। কিহৰ বলত ? সত্য সন্ধানৰ সততাৰ বলত। বুধিৰ সোৱাপালি, কল্পনাৰ ভেলেকি বাজি দেখাত মিল থকা বাবেই পতিয়ন

যোৱা পূৰ্বনিকলীয়া পাণ্ডিত্যৰ অন্ধলা পাকঘূৰনিৰে ই নিজক কুহেলিয়াৰ খোজা নাই; কোনো কথাত পতিয়ন লৈ সেই বিষয়ে নিশ্চিন্ত হোৱাৰ হকে মানুহৰ সচাৰচৰ যি বাঞ্ছা জন্মে, তাৰ লোভকোই নিৰ্মমভাৱে দমন কৰিছে। নিজৰ সহজ ইচ্ছাৰ লগত খাজ খুৱাই ই সত্যৰ মোল বুজিব খোজা নাই। জ্ঞানৰ জগতক ই নিতৌ জয় কৰিছে; কিয়নো ইয়াৰ বুধিৰ সাধনাত ভাঁজ নাই, ব্যক্তিগত মোহৰপৰাও ই মুক্ত।

আমাৰ চৌপাশে ঘেৰি থকা পঞ্জিকাৰ প্ৰাচীৰে আজিও মুকলি পোহৰৰ প্ৰতি সন্দেহ ওপজাই আছে, যদিও তাৰেই সুৰঙাই দি সৰকি ইউৰোপৰ চিত্ত আমাৰ চোতাল পাইছেহি; জ্ঞানৰ বিশ্বৰূপ আমাৰ আগত অভি ধৰিছে; মানুহৰ বুধিৰ এনে এটা সৰ্বব্যপী থাউতি আমাৰ আগত প্ৰকাশ কৰিছে যে সি হেপাঁহৰে ওচৰ, নিলগ, সৰু অন্তৰ, লাগতিয়াল-অলাগতিয়াল সকলোৰে সন্ধান লবলৈ সকলোকে অধিকাৰ কৰিবলৈ বিচাৰিছে। ইয়েই দেখুৱাই দিছে যে জ্ঞানৰ ৰাজ্যত কেনিও ফাঁট নাই; পৰম্পৰৰ মাজৰ এৰাব নোৱাৰা বান্ধোনত সকলো তথ্য সাঙোৰ খাই আছে, চতুৰানন বা পঞ্চাননৰ এবাৰ কথাই বিশ্বৰ নিচেই ক্ষুদ্ৰ সাক্ষীৰ বিৰুদ্ধেও নিজৰ নিভাঁজ প্ৰমণিকতাৰ দাবী তুলিব নোৱাৰে।

বিশ্বতত্ত্বত কথা যেনেকুৱা, চৰিত্ৰনীতিৰ কথাও তেনেকুৱাই। নতুন শাসনৰ যি আইন হল, তাৰ মাজত এষাৰ বাণী আছে। সেয়ে হল এয়ে যে মানুহ ভেদে অপৰাধৰ বাছবিচাৰ নহয়। ব্ৰাহ্মণেই শূদ্ৰক বধ কৰক বা শূদ্ৰই ব্ৰাহ্মণক বধ কৰক, হত্যা অপৰাধৰ ধাৰা একেই। আৰু তাৰ শাসনো সমান। কোনো ঋষি-মুনিৰ অনুশাসনে ন্যায়-অন্যায়ৰ কোনো বিশেষ দৃষ্টি থাপনা কৰিব নোৱাৰে। সমাজত উচিত-অনুচিতৰ তুলাচনীৰে, শ্ৰেণীগত অধিকাৰৰ সদায় নিজৰ আদৰ্শৰ হীন-ডেটি ঘটাব নোৱাৰে। এই কথাটো এতিয়াও আমি সকলোতে যে অন্তৰেৰে মানি লব পাৰিছো, সেইটো নহয়; তথাপি আমাৰ চিন্তা আৰু ব্যৱহাৰৰ বেলিকা ইয়াৰ ফলত বিপ্লৱ ঘটা বিষয়ে সন্দেহৰ থল নাই। সমাজে যি সকলক অস্পৃশ্য শ্ৰেণীৰ ভিতৰুৱা বুলি ধৰিছে, তেওঁলোককো আজিকালি মন্দিৰত সোমাবলৈ বাধা দিয়া উচিত নহয়—এই বিষয়ৰ আলোচনাটো তাৰে প্ৰমাণ। যদিও এদল লোকে নিত্য ধৰ্মনীতিৰ ওপৰত ভৰ নিদিয়াকৈ ইয়াৰ সপক্ষে শাস্ত্ৰৰ বচন ওলাইছে তথাপি সেই হিত

বচনৰ ওকালতিয়ে সম্পূৰ্ণ বল পোৱা নাই। আচলতে দেশৰ জনসাধাৰণৰ মনত গাজিলে এই কথাটোহে সে যিটো কথা অন্যায়, প্ৰথা, শাস্ত্ৰ বা ব্যক্তিৰ গাৰ বলেৰে সেইটো কথাক মহৎ কৰি তুলিব নোৱাৰি—শঙ্কৰাচাৰ্য্য উপাধি-ধাৰীৰ স্বৰচিত বুলি ছাপ মৰা থাকিলেও সি শ্ৰদ্ধেয় নহয়।

মুছলমান আমোলৰ বঙলা সাহিত্যৰ প্ৰতি মন কৰিলে দেখিবলৈ পোৱা যাব যে অবাধে অন্যায় কৰিব পৰা অধিকাৰেই যে ঐশ্বৰ্য্যৰ লক্ষণ এই বিশ্বাসে সেইকালৰ দেৱচৰিত্ৰ কল্পনাক কলুষিত কৰিছে। তেতিয়াৰ দিনত যিমান অত্যাচাৰ কৰি প্ৰবল ব্যক্তিয়ে নিজৰ শাসনৰ পক তুলিছিল, তেনেকৈ অন্যায়ৰ বিভীষিকাৰে দেৱদেৱীৰ প্ৰতিপত্তি থাপনা কৰাৰ কথা আমি কল্পনা কৰিবলৈ লওঁ। সেই নিষ্ঠুৰ বলৰ হৰা বিচাৰ পৰাই তেওঁলোকৰ শ্ৰেষ্ঠতা-অশ্ৰেষ্ঠতাৰ প্ৰমাণ হৈছিল। সাধাৰণ মানুহে ধৰ্ম্মৰ নিয়ম পালন কৰিব, সেই নিয়ম লংঘন কৰাৰ অধিকাৰ থাকিব অসাধাৰণ লোকৰ হাতত। সত্যৰক্ষা আৰু লোকস্থিতিৰ হকে সন্ধিপত্ৰৰ চৰ্ত অনুসৰি নিজক সংযত কৰা আৱশ্যক, কিন্তু প্ৰতাপৰ ভেসত তাকে পেলনীয়া কাকতৰ লেথিয়াকৈ ছিৰাছিৰকৈ ফলাৰ সাহো আছে। নীতি বন্ধন—অসহিষ্ণু অধৰ্ম সাহসিকতাৰ মতপালিকে এ সময়ত ঈশ্বৰত্বৰ লক্ষণ বুলি মানুহে স্বীকাৰ কৰিছিল। তেতিয়াৰ দিনত প্ৰচলিত থকা 'দিল্লীশ্বৰো বা জগদীশ্বৰো বা' এই কথাষাৰৰ অৰ্থ এয়ে যে জগদীশ্বৰৰ ভেঁটিব নোৱাৰা শক্তিয়েই তেওঁৰ জগদীশ্বৰতাৰ প্ৰমাণ—ন্যায়ৰ বিধানৰ মাজত তাৰ প্ৰমাণ নাই; সেইদৰেই দিল্লীশ্বৰো জগদীশ্বৰৰ দৰে খ্যাতিৰ অধিকাৰী। তেতিয়াৰ দিনত ব্ৰাহ্মণক ভূদেৱ বুলিছিল, তেওঁৰ দেৱত্বত মহত্ত্বৰ অপৰিহাৰ্য দায়িত্ব নাই, অনাহক শ্ৰেষ্ঠতাৰ নিৰৰ্থক দাবীহে আছে। এই অনাহক শ্ৰেষ্ঠতা ন্যায়-অন্যায়ৰ ওপৰত; তাৰ প্ৰমাণ দেখিবলৈ পোৱা যায় স্মৃতিশাস্ত্ৰত—শূদ্ৰৰ প্ৰতি অধৰ্মচৰণ কৰিবৰ বাবে পোৱা অবাধ অধিকাৰৰ মাজত। ইংৰাজ-সাম্ৰাজ্য মোগল সাম্ৰাজ্যতকৈ প্ৰবল আৰু ব্যাপক, সেই বিষয়ে সন্দেহৰ থল নাই; কিন্তু 'উইলিংডনো বা জগদীশ্বৰো বা'—এনেকুৱা এষাৰ কথা কোনো মুৰ্খৰ মুখৰ পৰা ওলাব নোৱাৰে। তাৰ কাৰণ হল—আকাশৰ পৰা বোমাবৰ্ষণ কৰি শত্ৰুৰ নগৰ ধ্বংশ কৰিব পৰা নিৰ্ম্মম শক্তিৰ দ্বাৰা ঈশ্বৰত্বৰ আদৰ্শৰ বিজনি আজি কোনেও নিদিয়ে। আজি আমি মৰিব লগীয়া হলেও ন্যায়-অন্যায়ৰ

আদৰ্শৰ ভেটিত ইংৰাজ শাসনৰ বিচাৰ কৰিব পাৰো ; কোনো দোহাই দি শক্তিমত্তক অসংযত শক্তি সামৰি থবলৈ কলে নিশকতীয়াই মৰসাহ দেখুওৱা হয় বুলি আমি নেভাবোঁ, দৰাচলতে সকলোতে ন্যায় আদৰ্শক স্বীকাৰ কৰি ইংৰাজৰাজৰ অপাৰ শক্তিয়ে এটাইত নিজক নিশকতীয়াবে সৈতে একে সাৰীতে থিয় কৰাইছে।

যেতিয়া প্ৰথমে ইংৰাজী সাহিত্যৰ সৈতে আমাৰ চিনাকী হল তেতিয়া অকল যে তাৰ পৰা আমি নতুন ৰস আহৰণ কৰিছিলো এনে নহয়, আমি পাইছিলো—মানুহৰ প্ৰতি মানুহৰ অন্যায় দূৰ কৰাৰ আগ্ৰহ ; শুনিবলৈ পাইছিলো—ৰাষ্ট্ৰনীতিত মানুহৰ শৃংখল মোচন কৰাৰ ঘোষণা ; বেপাৰৰ বেলিকা মানুহক পণ্য হিছাপে ধৰাৰ বিৰুদ্ধেও চেষ্টা চলা দেখিবলৈ পাইছিলো। এইটো মানি লবই লাগিব যে আমাৰ বাবে এই মনোভাৱটো নতুন কথা। তাৰ আগতে আমি মানিলৈছিলো যে জন্মগত বিধান আৰু পূৰ্বজন্মৰ অৰ্জিত কৰ্মফল মতে বিশেষ জাতৰ মানুহ নিজৰ অধিকাৰৰ খৰ্বতা আৰু নিজৰ অসম্মান মূৰ পাতি লবলৈ বাধ্য ; সকল দৈবক্ৰমে জন্ম পৰিবৰ্তন হলে তেওঁৰ হীনতাৰ লাঞ্ছনা আঁতৰিব পাৰে। আজিও আমাৰ দেশৰ শিক্ষিত লোকসকলৰ মাজৰে বহুতে ৰাষ্ট্ৰীয় অগৌৰৱ আঁতৰাবৰ বাবে নিজৰ বৰীয়াকৈ চেষ্টা কৰাৰ কথা কয়, অথচ সমাজবিধিৰ দ্বাৰা নিচ সাৰীত থকা লোকসকলক ধৰ্মৰ দোহাই দি হাতসাৱটি থাকি নিজৰ লঘুলাঞ্ছনা মানি লবলৈ কয়। ভাগ্যৰ বিধান বুলি চকুমুদি মানি লোৱা মনোবৃত্তিটোৱেই যে ৰাষ্ট্ৰীয় পৰাধীনতাৰ শিকলিডাল হাতে ভৰিয়ে বান্ধি থোৱাৰ বেলিকা আটাইতকৈ প্ৰবল শক্তি যোগায় সেই কথা পাহৰি যায়। ইউৰোপৰ লগত ঘটা আমাৰ সংস্ৰৱে একালেদি আমাৰ আগত দাঙি ধৰিলে—বিশ্বপ্ৰকৃতিত কাৰ্য-কাৰণ বিধিৰ সাৰ্বভৌমিকতা আনপিনে দাঙি ধৰিলে ন্যায়-অন্যায়ৰ নিভাঁজ আদৰ্শ এটা ; কোনো শাস্ত্ৰবাক্যৰ নিৰ্দেশত, কোনো চিৰকলীয়া প্ৰথাৰে সীমা বান্ধি দি কোনো বিশেষ শ্ৰেণীৰ বিধিৰ যোগেদি এই আদৰ্শক ভাগ ভাগ কৰিব নোৱাৰি। আজি আমি সকলো দুৰ্বলতা থকা সত্ত্বেও আমাৰ ৰাষ্ট্ৰীয় অৱস্থাৰ পৰিবৰ্তনৰ বাবে চেষ্টা কৰিছো, এই তত্ত্বৰ ভেটিত থিয় দিয়েই।

অকো যিবোৰ দাবী আমি কোনো কালে মোগল সম্ৰাটৰ আগত দণ্ডি

ধৰাৰ কল্পনাও কৰিব পৰা নাছিলো সেই দাবী তুলি প্ৰবল ৰাজ্যশাসনেৰে সৈতে উচ্চকণ্ঠে বিৰোধ কৰিছো, এই তত্ত্বৰ বলতে। সেই তত্ত্বৰ বিষয়ে কবিৰ ভাষাত প্ৰকাশ পাইছে এই বুলি : A man is a man for a that.

এতিয়া মোৰ বয়স সত্তৰ বছৰ পাৰ হৈ গৈছে। বৰ্তমান যুগত—অৰ্থাৎ ইয়াক ইউৰোপীয় যুগ বুলিয়েই কব লাগিব—যেতিয়া পোনতে প্ৰবেশ কৰিলো, তেতিয়া ওঠৰশ খৃষ্টাব্দৰ মাজ ভাগ। ইয়াকে ভিক্টোৰিয়া যুগ বুলি কৈ এতিয়াৰ ডেকাসকলে ধাৰ তোলে। ইউৰোপৰ যি অংশৰ লগত আমাৰ পোনপৰীয়া সম্বন্ধ আছে, সেই ইংলণ্ড তেতিয়া ঐশ্বৰ্য্য আৰু ৰাষ্ট্ৰীয় প্ৰতাপৰ উচ্চতম শিখৰত আছিল। অনন্ত কালত কোনো সুৰুঙাই দি তাৰ অন্নভাণ্ডাৰত যে অলক্ষী সোমাব্ব পাৰে, এই কথা কোনেও সেইদিনা ভবাই নাছিল। প্ৰাচীন বুৰঞ্জীত যিয়েই নঘটক, আধুনিক বুৰঞ্জীত যিসকল পাশ্চাত্য সভ্যতাৰ গুৰিয়াল হৈ আছে তেওঁলোকৰ সৌভাগ্য যে কেতিয়াবা পিছহুহঁকি বাব পাৰে, বতাহৰ গতি ওলোটামুৰা হব পাৰে তাৰ কোনো আশংকা আৰু লক্ষণ কেনিও নাছিল। ৰিফৰ্মেশ্যন যুগত, ফ্ৰেঞ্চ-ৰিভলুশ্যন যুগত ইউৰোপে যি মত-স্বাতন্ত্ৰ্যৰ কাৰণে, ব্যক্তি-স্বাতন্ত্ৰ্যৰ কাৰণে খুঁজিছিল, তেতিয়া সেই আদৰ্শৰ ওপৰত ইউৰোপৰ বিশ্বাস টুটা নাছিল। সেইদিনত আমেৰিকাৰ যুক্তৰাষ্ট্ৰত দাস-প্ৰথাৰ বিৰুদ্ধে ভয়ে ভয়ে খুঁজিছিল। মাৎছিনি গাৰিবাল্ডিৰ বাণী আৰু কীৰ্ত্তিয়ে সেই যুগক গৌৰৱান্বিত কৰিছিল, তেতিয়া তুৰ্কীৰ চুলতানৰ অত্যাচাৰৰ বিষয়ে নিন্দা কৰি গ্লেড্‌ষ্টনৰ বজ্ৰস্বৰ মুখৰিত হৈ পৰিছিল। আমি তেতিয়া ভাৰতৰ স্বাধীনতাৰ আশা মনত স্পষ্টভাৱে ঠাই দিবলৈ আৰম্ভ কৰিছো। সেই আশাৰ মাজত একালে যেনেকৈ ইংৰাজৰ প্ৰতি বিৰুদ্ধতাৰ ভাৱ আছিল, আনহাতে আছিল ইংৰাজ চৰিত্ৰৰ প্ৰতি অসাধাৰণ আস্থা। অকল মনুষ্যত্বৰ দোহাই দি ভাৰতৰ শাসন কৰ্তৃত্বত ইংৰাজৰ অংশীদাৰ হবও পাৰি বুলি ভবাটো যে সম্ভৱপৰ হৈছিল, সেই বল আমি কৰপৰা পাইছিলো? কোন যুগৰ পৰা হঠাৎ কোন যুগান্তৰ পাইছেহি? মানুহৰ মূল্য, মানুহৰ শ্ৰদ্ধাই হঠাৎ এনে আচৰিত ধৰণে ডাঙৰ ৰূপ লৈ দেখা দিলে কি শিক্ষাৰ বলত? অথচ মানুহৰ ব্যক্তিগত স্বাতন্ত্ৰ্য বা সম্মানৰ দাবী, শ্ৰেণীৰ বাচবিচাৰ নকৰাকৈ ন্যায়সংগত ব্যৱহাৰৰ সমান অধিকাৰ তত্ত্বই আমাৰ নিজৰ পৰিয়াল, চুবুৰী আৰু সমাজৰ বেলিকা আমাৰ চৰিত্ৰৰ মাজত এতিয়াও সম্পূৰ্ণৰূপে সোমাব

পৰা নাই। পিছে নেয়ে হলেও, আচৰণৰ বেলিকা খোজে খোজে প্ৰতিবাদ হোৱা সত্ত্বেও ইউৰোপৰ প্ৰভাৱে লাহে লাহে আমাৰ মন জিনি লৈছে। বৈজ্ঞানিক বুদ্ধি সমন্ধেও ঠিক সেই একে কথা। পঢ়াশালিৰ বাটেদি বিজ্ঞান আহি আমাৰ দুৱাৰ দলিত থিয় হৈছে। কিন্তু ঘৰৰ ভিতৰত পুঁজি-পাজিয়ে এতিয়াও নিজৰ সম্পূৰ্ণ দখল এৰি দিয়া নাই। তথাপি প্ৰতিবাদৰ মাজেদি আগুৱাই ইউৰোপৰ বিদ্যাই আমাৰ মনত সম্মান লাভ কৰিছে।

সেই দেখি ভাবিশুনি চালে দেখিবলৈ পোৱা যাব যে এই যুগটো ইউৰোপৰ লগত আমাৰ গভীৰ সহযোগীতাৰই যুগ। দবালিতে মতে ইয়াৰ লগত আমাৰ চিত্তৰ, আমাৰ শিক্ষাৰ অসহযোগ হৈছে, তাতেই আমাৰ পৰাজয়। যদি আমাৰ শ্ৰদ্ধাত টাঙোন নপৰে, তেতিয়া হলে এই সহযোগ সহজ হয়। আগতেই কৈ আহিছো, ইউৰোপৰ চৰিত্ৰৰ ওপৰত ভৰসা ৰাখিয়েই আমাৰ নৱযুগ আৰম্ভ হৈছিল; দেখিবলৈ পাইছিলো—জ্ঞানৰ ক্ষেত্ৰত মানুহৰ মোহমুক্ত বুদ্ধিক ইউৰোপে শ্ৰদ্ধা কৰিছে আৰু ব্যৱহাৰৰ বেলিকা ইয়াৰ ন্যায়সংগত অধিকাৰক স্বীকাৰ কৰি লৈছে। ইয়াৰ ফলত সকলো ধৰণৰ অভাৱ-ত্ৰুটি থকা সত্ত্বেও আমাৰ আত্মসম্মানৰ বাট মুকলি হৈছে। এই আত্মসম্মান গৌৰববোধ লৈয়েই আজিলৈকে আমি স্বজাতি সমন্ধে দুঃসাধ্য মানি কৰিবলৈ আশা কৰিছো। আৰু প্ৰবল পক্ষক বিচাৰ কৰিবলৈ সাহ কৰিছো—সেই প্ৰবল পক্ষৰে বিচাৰৰ আদৰ্শ লৈ। এই কথা কবই লাগিব যে আমাৰ পূৰ্বনিকলীয়া ৰাজচৰ্কাত এই চিত্তগত, চৰিত্ৰগত সহযোগ নাছিল। তেতিয়া কৰ্তৃপক্ষৰ লগত আমাৰ এনে এটা মূলগত দূৰত্ব আছিল—যত আমি আকস্মিক শুভদৃষ্টিৰ সহত শক্তি-শালীৰ পৰা কেতিয়াবা অনুগ্ৰহ পাবও পাৰো, কিন্তু তাকে পাব পাৰো শক্তিশালীৰ নিজগুণৰ বলত। আমি তেতিয়া সাৰ্বজনীন ন্যায়ধৰ্ম মতে মানুহ হিচাপেই মানুহৰ ওপৰত আনুকূল্যৰ দাবী ৰজাব পৰি তুলি কব নোৱাৰিলোহেতেন।

ইতিমধ্যে বুৰঞ্জী আগুৱাই গৈছে। বহুতদিন শুই থকা এছিয়াৰ মাজত দেখা দিলে জাগৰণৰ উদ্যমে। পাশ্চাত্যৰ সংঘাত আৰু সংস্ৰৱৰ ফলত নিয়েই কমদিনৰ ভিতৰতে জাপানে বিশ্বজাতিসংঘৰ মাজত নিজৰ সম্মানৰ অধিকাৰ আদায় কৰি নিলে। অৰ্থাৎ জাপান যে বৰ্তমান কালৰ মাজতে আছে; অতীতৰ ছাঁৰ মাজত নোমাই থকা নাই—সেই কথা ভালকৈ প্ৰমাণ কৰি দিলে।

প্ৰাচ্যৰ জাতিসমূহ নৱযুগৰ পিনে যাবলৈ ধৰিছে, সেইকথা দেখিবলৈ পালো। বহুতদিনৰ পৰা আশা কৰিছিলো যে বিশ্বৰ বুৰঞ্জীৰ লগত আমাৰো সামঞ্জস্য হব, আমাৰো ৰাষ্ট্ৰীয় ৰথ সমুখৰ পিনে চলিবলৈ ধৰিব ; আৰু এই বুলিও মনতে ভাবিছিলো যে স্বয়ং ইংৰাজেও এই পথত বল যোগাব। বহুত দিনৰ লাগি চোৱাৰ মূৰত দেখিলো, চকা নচলা হল। এতিয়া ইংৰাজ শাসনৰ প্ৰধান গৰ্ব—ল আৰু অৰ্ডাৰ, বিধি আৰু ব্যৱস্থা লৈ। এই সুবৃহৎ দেশখনত শিক্ষা আৰু স্বাস্থ্যৰ বিধান নিচেই তাকৰীয়া। দেশৰ লোকৰ দ্বাৰা নতুন নতুন বাটেৰে ধন উৎপাদনৰ সুযোগ সাধন একেবাৰেই নাই। অদূৰ ভবিষ্যতত তাৰ কিবা সম্ভৱনা থকাও দেখিবলৈ পোৱা নাই ; কিয়নো ল আৰু অৰ্ডাৰৰ ঢোল পেটৰ মাজতে দেশৰ সকলো সম্বলৰ তলি উদং হৈ গল। ইউৰোপৰ নৱযুগৰ শ্ৰেষ্ঠ দানৰ পৰা ইউৰোপৰ সংস্ৰৱেই ভাৰতবৰ্ষক বঞ্চিত কৰে। নৱযুগৰ সূৰ্য্যমণ্ডলৰ মাজত কলংকৰ লেখিয়াকৈ ৰৈ থাকিল ভাৰতবৰ্ষ।

আজি ইংলণ্ড, ফ্ৰান্স, জাৰ্ম্মানী আমেৰিকাৰ ওচৰত ধৰুৱা ধাৰ বৰ বুজন পৰিমাণৰে। কিন্তু ইয়াৰ দুগুণ বেছি হোৱা হলেও গোটেইখিনি ধাৰ মৰাটো অসাধ্য নহলহেতেন—যদি ধৰুৱা দেশত অকল ল আৰু অৰ্ডাৰ অটুট ৰাখি আন সকলো বিষয়তে বঞ্চিত ৰাখিবলৈ আপত্তি নেথাকিলহেতেন, যদি দেশৰ ভাত মুঠিৰ দিহা আধাপেটীয়া পৰিমাণৰ হলহেতেন—খাব পৰা পানীৰ ভাগ গোটেই দেশৰ পিয়াহতকৈ বহুত গুণে কম হলহেতেন ; যদি দেশৰ শতকৰা পাঁচ বা সাতজন মানুহৰ কাৰণে শিক্ষাৰ ব্যৱস্থা থাকিলেও হলহেতেন ; যদি চিৰস্থায়ী ৰোগত জন্মানুক্ৰমে দেশৰ হাড়ে হিমজুৰে দুৰ্বলতাই ছাটি ধৰা স্বত্বেও তাৰ আৰোগ্য বিধান কৰাৰ বেলিকা চেষ্টাৰ একো সাৰমূৰ নেথাকিলহেতেঁন। কিন্তু জীৱনযাত্ৰাৰ সত্য আদৰ্শ অটুট ৰাখিবৰ বেলিকা এইবোৰ অভাৱ বৰ মাৰাত্মক হোৱা হেতুকে পাওনাদাৰক এইবুলি কোৱা শুনিবলৈ পালো যে, "আমি ধাৰ নেমাৰোঁ। সভ্যতাৰ দোহাই দি ভাৰতবৰ্ষয়ো জানো এইবুলি কব নোৱাৰে যে লাওলোৱা অৱস্থাত পেলোৱা তোমালোকৰ এই দুৰ্মূল্য শাসনতন্ত্ৰৰ এনে অসহ্য ভৰনিৰ ভাৰ আমি বব নোৱাৰোঁ, ই বাটৰ অৱস্থাৰ বিয়াসোম শিলচটাৰে চিৰদিনৰ কাৰণে দেশৰ বুকুৰ ওপৰত হেঁচি ধৰি ৰাখিব।" বৰ্তমান যুগত ইউৰোপে যি সভ্যতাৰ আদৰ্শ পোহৰাই তুলিছে, তাৰ দাবীক ইউৰোপেই নিজ হাতোৰ ভূ-মণ্ডলৰ পশ্চিম সীমাতে

আবদ্ধ কৰি ৰাখিব়নে? সৰ্বজনৰ সৰ্বকালৰ ওচৰত সেই সভ্যতাৰ মহৎ দায়িত্ব জানো ইউৰোপৰ নাই।

লাহে লাহে দেখা গ'ল—ইউৰোপৰ বাহিৰৰ অনাত্মীয়মণ্ডলত পোহৰ বিলাবৰ বাবে ইউৰোপীয় সভ্যতাৰ জোৰ জ্বলি থকা নাই, জুই লগাই দিবৰ বাবেহে। সেই দেখি এদিন হিলৈৰ গুলী আৰু কানিৰ বড়ি চীনৰ মৰ্ম-স্থানৰ ওপৰত একেলগে বৰষিবলৈ ধৰিলে। বুৰঞ্জীত এনে সৰ্বনাশ আগতে কেতিয়াও ক'তো হোৱা নাছিল—মাথোন এবাৰ হৈছিল, যেতিয়া নতুনকৈ আৱিষ্কাৰ কৰা আমেৰিকাৰ সোনৰ লদা কেইজেখবৰ লোভত পৰি ইউৰোপীয় সভ্য জাতিয়ে ছলে বলে 'মায়া' জাতিৰ অপূৰ্ব সভ্যতাক তেনেই উৎখাত কৰিলে। মধ্যযুগত অসভ্য তাতাৰ বিলাকে বিজিত দেশত মানুহৰ মূৰেৰে ওখ টিপ বান্ধিছিল; অলপদিনৰ মূৰতে তাৰ হৃথ নোহোৱা হ'ল। সভ্য ইউৰোপে চীনৰ দৰে ইমান ডাঙৰ দেশ এখনক বলেৰে সি বিহ কঁটিয়াই দিছে, তাৰ ফলত চিৰকালৰ বাবে সেই দেশ মজ্জালৈকে জৰ্জৰিত হ'ল। এদিন ইৰাণী ডেকা এদলে বহুতদিনীয়া অসাৰতাৰ জালখনৰ পৰা পাৰশ্যক উদ্ধাৰ কৰিবৰ বাবে যেতিয়া জীৱন পণ কৰি থিয় দিলে, সভ্য ইউৰোপে তেতিয়া কেনেকৈ দুয়ো হাতেৰে নেলু চেপি ধৰিছিল, সেই অমাৰ্জনীয় শোকৰ ঘটনাৰ কথা জানিব পাৰি পাৰশ্যৰ তেতিয়াৰ আমেৰিকান ৰাজস্ব সচিব শুষ্টাৰৰ **Strangling of Persia** নামৰ কিতাপখন পঢ়িলে। ইপিনে আফ্ৰিকাৰ কংগো প্ৰদেশত ইউৰোপীয় শাসন গৈ কেনে অকথ্য বিভীষিকাত পৰিণত হৈছিল সেই কথা সকলোৱেই জানে। আজিও আমেৰিকাৰ যুক্তৰাষ্ট্ৰত নিগ্ৰোজাতি সামাজিক অসম্মানেৰে লাঞ্ছিত হৈছে, আৰু সেই জাতীয় কোনো দুৰ্কপলীয়াক যেতিয়া জীয়াই জীয়াই পোৰে, তেতিয়া বগা ছালৰ নৰনাৰীয়ে সেই পাশৱিক দৃশ্য উপভোগ কৰিবলৈ জুম বান্ধেহি।

তাৰ পাছত মহাযুদ্ধই আহি অকস্মাৎ পাশ্চাত্য বুৰঞ্জীৰ এখন পৰ্দা দাঙি ধৰিলে। যেনিবা মদপীৰ আবৰহে ভাগিল। ইমানবোৰ মিছা কথা আৰু ইমানবোৰ বীভৎস হিংসতাই যুপবান্ধি তাহানিখনৰ অন্ধযুগত অলপ সময়ৰ বাবে হয়তো মাজে সময়ে উৎপাত কৰিছে, কিন্তু এনে ভয়ানক উদণ্ডমূৰ্তি ধৰি নিজক প্ৰকাশ কৰা নাই। সেইবোৰে আহি দেখা দিছিল কলীয়া এন্ধাৰৰ দৰে ধূলিৰে লেটি লৈ; কিন্তু ই আহিছে আগ্নেয়গিৰিৰ আগ্নেয়স্ৰাৱৰ দৰে,

হৈছিল ৰখা পাজৰ বাধা ভাঙি দিয়া উৎসৰ খলকনিৰে দিগদিগন্তক পোহৰাই তুলি, পৃথিৱীৰ শ্যামলতাক এফালৰ পৰা দেই পুৰি নি। তাৰ পিছৰ পৰা দেখিবলৈ পাইছো ইউৰোপৰ শুভবুদ্ধি হেৰাই গল, নিজৰ ওপৰত থকা বিশ্বাসো হেৰাল ; স্পৰ্ধা দেখুৱাই কল্যাণৰ আদৰ্শক ভেঙুচালি কৰিবলৈকো আজি ইউৰোপ আগ বাঢ়িছে। আজি লাজৰ বান্ধ নাই। একালত ইংৰাজৰ সংশ্ৰৱৰ যোগেদি আমি যি ইউৰোপক চিনি পাইছিলো, কুৎসিতৰ সম্পৰ্কত তাৰ এটা সংকোচ ভাব আছিল ; আজি সেই সংকোচ ভাবকেই ই লাজত পেলাইছে। আজি কালি দেখিবলৈ পাইছো, নিজক ভদ্ৰ বুলি প্ৰমাণ কৰিবৰ বাবে সভ্যতাৰ দায়িত্ববোধ নাই। অমানৱীয় নিষ্ঠুৰতাই বুকুফিন্দাই দেখা দিছে। সভ্য ইউৰোপৰ পালিবৰ্দাৰ জাপানক দেখা পালো কোৰিয়াত, চীনতো দেখিলো। নিষ্ঠুৰভাৱে আৰু বলেৰে অধিকাৰ লংঘন কৰা বাবে গৰিহনা দিলে জাপানে ঢেক্‌ঢেক্‌কৈ হাঁহি ইউৰোপৰ বুৰঞ্জীৰ পাতি মেলি উদাহৰণ উলিয়াই দেখুৱায়। আয়লণ্ডত ৰক্ত পিপ্দলৰ যি উন্নত বৰ্বৰতা দেখা গল, অলপদিনৰ আগলৈকে আমি সেইবোৰ কথা কল্পনাও কৰিব নোৱাৰিলোহেঁতেন। তাৰ পিছত চকুৰ আগতে দেখিবলৈ পালো জালিয়ান-ৱালাবাগৰ বিভীষিকা। যি ইউৰোপে এদিন সেই সময়ৰ তুৰ্কীক অমানুহ বুলি গৰিহনা দিছিল, সেই ইউৰোপৰে মুকলি বাকৰিত প্ৰকাশ পালে— কেচিজিমৰ বাছ-বিচাৰ নোহোৱা নিদাৰুণতা। আত্মপ্ৰকাশৰ স্বাধীনতা ইউৰোপৰ এটা শ্ৰেষ্ঠ সাধনা বুলিয়েই এদিন জানিছিলো ; আজি দেখিছো ইউৰোপ আৰু আমেৰিকাত সেই স্বাধীনতাৰ নেলু চেপি ধৰাটো নিতৌ প্ৰবল হৈ উঠিছে। কম বয়সীয়া হৈ থকা কালতে আমি ব্যক্তিগত সত্তাবুদ্ধিক শ্ৰদ্ধা কৰাৰ কথা ইউৰোপৰ পৰাই শুনিবলৈ পাইছিলো। কিন্তু আজি তাতেই যি সকলে খৃষ্টৰ উপদেশক সত্য বুলি বিশ্বাস কৰে, যি সকলে শত্ৰুকো হিংসা কৰাটো অধৰ্ম বুলি ভাবে—তেওঁলোকৰ কি দশা হৈছে তাৰে দৃষ্টান্ত এটাৰপৰা অলপ তুলি দিলো।

যুদ্ধবিৰোধী ফৰাচী যুৱক ৰেনে ৰেইমঁই লিখিছে—**So after the war, I was sent to Guiana···condemned to fifteen years Penal Servitude I have denied to the dregs the cup of bitterness, but the term of Penal Servitude being completed, there remains always**

**the accessory punishment—banishment for life. One arrives in Guiana sound in health, young, vigorous, one leaves ( if one leaves) weakly, old, ill…one arrives in Guiana honest—a few months later one is corrupted…They (the transportess) are an easy prey to all the maladies of this land—fever, dysentery, tuberculosis and most terrible of all, leprosy.**

ৰাজনৈতিক মতভেদৰ কাৰণে ইটালীয়ে যি দ্বীপান্তৰ বাসৰ বিধান ৰাখিছে, সি কেনে দুঃসহ নৰকবাস সেইকথা সকলোৱেই জানে। ইউৰোপীয় সভ্যতাৰ পোহৰে যিবোৰ দেশক পোহৰাই তুলিছে সেইবোৰৰ ভিতৰত প্ৰধান ঠাই দিব পাৰি জাৰ্মানীক। কিন্তু আজি তাতেই সভ্যতাৰ সকলো আদৰ্শ টুকুৰা টুকুৰা কৰি ইমান আচম্বিতে, ইমান সহজে উন্মত্ত দানৱিকতাই গোটেই দেশখনকে অধিকাৰ কৰি পেলালে ; ইয়ো একো অসম্ভৱ কথা নহল। যুদ্ধৰ পাছৰ কালৰ ইউৰোপৰ বৰ্বৰ নিৰ্দয়তাই এনে নিলৰ্জ্জভাৱে আজি চাৰিও পিনে প্ৰকাশ পাবলৈ ধৰা দেখি ক্ষণে পতি মনত এটা কথাই ভুমুকিয়াই যায়—যত মানুহৰ শেষ আবেদন জনাব পাৰি, মানুহৰ সেই দৰবাৰ আজি কলৈ গল? মনুষ্যত্বৰ ওপৰত থকা বিশ্বাস মোহাৰি পেলাব লাগিবলে কি? বৰ্বৰতাৰেই চিৰদিন বৰ্বৰতাক বাট ভেটি ৰাখিব লাগিবলে? কিন্তু সেই নৈৰাশ্যৰ মাজতে এটা কথাই ভুমুকি মাৰেহি—দুৰ্গতি যিমানেই উদণ্ডভাৱে ভয়ংকৰ হৈ নুঠক, তথাপি মুৰ নোদোঁৱাকৈ তাৰ বিচাৰ কৰিব পাৰি, 'তুমি অশ্ৰদ্ধেয়' বুলি ফুটাই কব পাৰি, 'ৰসাতলে যা' বুলি শাত দিব পাৰি, তাকে কবৰ বাবে জীৱন পণ কৰিব পৰা মানুহো দুৰ্দিনৰ বেলিমা ওলায়—এই কথাকে একো দুখ আৰু ভয়ে ঢুকি নেপায়গৈ। আজি পিয়াদাৰ পীড়নত হাড় ঠেতেলা থাব পাৰে, তথাপি আগৰ দিনৰ দৰে 'দিল্লীশ্বৰো বা জগদীশ্বৰো বা' বুলি হাত যোৰ কৰি কব নোৱাৰি। তাৰ সলনি মুক্তকণ্ঠে কব পাৰি—তেওঁৱেই দায়িত্ব বোঁছ ডাঙৰ, তেওঁৰ আদৰ্শৰ বিচাৰত তেওঁৰেই অপৰাধ আটাইতকৈ নিন্দনীয়। যিজন দুখী, অৱমানিত, তেওঁ যিদিনা অত্যাচাৰৰ সিংহ গৰ্জনকৈ ওজৰত ন্যায়ৰ দোহাইক ঠাই দি আত্মবিস্মৃত প্ৰবলক গৰিনো দিয়াৰ ভৰসা আৰু অধিকাৰ সম্পূৰ্ণভাৱে হেৰুৱাই পেলাব, সেইদিনাই এই যুগটো নিজৰ শ্ৰেষ্ঠ সম্পদৰ শেষ কড়া-

ক্ৰান্তিলৈকে উবুৰিয়াই দি লাগুলোৱা হ'ল বুলি বুজিব লাগিব। তাৰ পিছত আহক কল্পান্ত।

# সমস্যা

যিসকল ছাত্রই বিশ্ববিদ্যালয়ৰ প্ৰৱেশিকা পৰীক্ষা দিবলৈ বহে তেওঁলোকৰ সংখ্যা দহ-বিশ হেজাৰ হয়গৈ—কিন্তু তেওঁলোকৰ সকলোৰে কাৰণে একে চিয়াহীৰ একে ছপা আখৰৰ প্ৰশ্নও হ'ল একেখন। সেই প্ৰশ্নৰ সত্য উত্তৰ দিব পাৰিলে ছাত্ৰসকলে বিশ্ববিদ্যালয়ৰ পৰীক্ষাত উত্তীৰ্ণ হৈ পদবী পায়। সেই কাৰণে কাযতে বহা পৰীক্ষাৰ্থীৰপৰা উত্তৰ চুৰ কৰিও কায চলাব পাৰি। কিন্তু বিধাতাৰ পৰীক্ষাৰ নিয়ম ইমান সহজ নহয়। একোটা জাতিৰ কাৰণে তেওঁ এটি সুকীয়া সমস্যা দিছে। সেই সমস্যাৰ সত্য মীমাংসা নিজে উদ্ভাৱণ কৰিলেহে তেওঁলোকে জীৱনৰ বিশ্ববিদ্যালয়ত স্থান পাব আৰু মান পাব। ভাৰতবৰ্ষকো বিধাতাই এটা বিশেষ সমস্যা দিছে। যিমানদিনলৈ এই সমস্যাৰ মীমাংসা নহয় সিমানদিনলৈ ভাৰতবৰ্ষত দুখৰ উপশম নহয়। আমি চতুৰালি কৰি ইউৰোপৰ পৰীক্ষাৰ বহীৰপৰা উত্তৰ চুৰ কৰিছো হক। এদিন অক্ষৰদৰে মাখিমৰা নকল কৰিছিলোঁ—আজি বুদ্ধিমানৰ দৰে কৰিছোঁ কিছু ভাবাৰ সালসলনি। পৰীক্ষকে বাৰে বাৰে সেই বহীৰ কাষে কাষে যি ঘূৰনীয়া চিন দিগৈছে সেই সকলোবোৰ একেলগে যোগ কৰিলেও বিয়োগান্ত হৈহে উঠিব।

বায়ুমণ্ডলত যি ধুমুহা বলে তাক আমি দুৰ্যোগ বুলিয়েই জানোঁ। সেই ধুমুহা খঙাল আকাশখনৰ কিল, চৰ, লাথি ঘোছাৰ আকাৰে আহিবলৈ ধৰে। এই প্ৰহাৰ হ'ল মাত্ৰ এটা লক্ষণহে। কিহৰ লক্ষণ বাৰে? আচল কথা যি বায়ুস্তৰবোৰ ওচৰা উচৰিকৈ থাকে, যি প্ৰতিবেশীসকল মিলিজুলি থকা উচিত সেইসকলৰ মাজত ভেদ ঘটে। একাংশৰ বৰ বেছি গৌৰৱ, একাংশৰ বৰ বেছি লাঘৱ হয়। এইটো অসহ্য কথা, সেয়ে ইন্দ্ৰদেৱৰ বজ্ৰই গুৰ্‌গুৰ্‌কৈ উঠে, পবন দেৱতাৰ পেপাই হুৰহুৰ কৰি হুংকাৰ দি উঠে। যেতিয়ালৈকে প্ৰতিবেশীসকলৰ মাজত সাম্যসাধন নহয় তেতিয়ালৈকে বায়ুসাগৰৰ শ্ৰেণীভেদ আঁতৰি নেযায়, তেতিয়ালৈকে শান্তি নহয় আৰু তেতিয়ালৈকে দেৱতাৰ খং নকমে। যিসকলৰ মাজত পৰস্পৰ মিলিজুলি থকা সম্বন্ধ, তেওঁলোকৰ মাজত ভেদ ঘটিলে তুমুল কাণ্ড হৈ পৰে। তেতিয়া সেই অৰণ্যৰ গাম্ভীৰ্য্য নষ্ট হৈ যায়, সেই সমুদ্ৰখন অশান্ত হৈ উঠে। তেতিয়া সেইবোৰৰ দোষ দিলে বা সেইবোৰৰ

ওচৰত শান্তিশতক গালে কোনো লাভ নাই। কান পাতি শুনা—"স্বৰ্গ মৰ্ত্যত একেটি ৰব উঠিছে—"ভেদ ঘটিছে, ভেদ ঘটিছে"।"

মানুহৰ মাজতো আজি সেই বতাহেই বলিছে। বাহিৰে দেখাত যিসকল ওচৰা উচৰিকৈ আছে, ভিতৰত যদি তেওঁলোকৰ ভেদ ঘটিল—তেন্তে সেই ভেদটোৱেই হ'ল মূল বিপদ। যেতিয়ালৈকে এই ভেদ আছে তেতিয়ালৈকে ইন্দ্ৰদেৱৰ বজ্ৰক আৰু উনপঞ্চাশ পৱনৰ প্ৰহাৰক বৈধ বা অবৈধ আন্দোলনৰ দ্বাৰা দমন কৰিবলৈ চেষ্টা কৰিলে এই ধুমুহা শাম নেকাটে।

স্বাধীনতা বিচৰা সময়ত আমি ভাৰি চোৱা উচিত—আমি কিবিচাৰিছো। য'ত মানুহ সম্পূৰ্ণ অকলশৰীয়া তাতেই সি সম্পূৰ্ণ স্বাধীন। তাত তাৰ ফালে লগত কোনো সম্বন্ধ নাই, কাৰো বাবে একো দায়িত্ব নাই। কোনো মানুহৰ ওপৰত সি নিৰ্ভৰ নকৰে—তাত তাৰ স্বাধীনতাত লেশমাত্ৰও হস্তক্ষেপ কৰাৰ কাৰো উপায় নাই। কিন্তু মানুহে এই স্বাধীনতা নিবিচাৰে। সেয়ে অকন নহয়, পালেও বিষম দুখ অনুভৱ কৰে। ৰবিনচন ক্ৰুচো জনহীন দ্বীপত যেতিয়া অকলশৰে আছিল তেতিয়া তেওঁ আছিল সম্পূৰ্ণ স্বাধীন। যেতিয়াই ফ্ৰাইডে আহিল তেতিয়াই তেওঁৰ একান্ত স্বাধীনতা বিলোপ হ'ল। তেওৰ ফ্ৰাইডেৰ লগত এটা সম্বন্ধ ঘটি গ'ল। সম্বন্ধ মাত্ৰই অধীনতা। আন কি প্ৰভু-ভৃত্যৰ সম্বন্ধতো প্ৰভু ভৃত্যৰ অধীন। কিন্তু ৰবিনচন ক্ৰুচোই ফ্ৰাইডেৰ লগত পৰস্পৰ দায়িত্বত বন্ধ হৈও স্বাধীনতা-বিনাশৰ দুখ কিয় অনুভৱ কৰা নাছিল, কাৰণ তেওঁলোক দুয়োৰো মাজত ভেদৰ বাধা নাছিল। সম্বন্ধৰ মাজত ভেদ আহে কেতিয়া? যেতিয়া অবিশ্বাস আহে, যেতিয়া ভয় আহে, যেতিয়া উভয়ে উভয়ক বগাই জয়ী হ'বলৈ বিচাৰে, যেতিয়া উভয়ৰ ব্যৱহাৰ উভয়ৰ প্ৰতি সহজ হৈ নাথাকে। ফ্ৰাইডে হিংসুক, বৰ্বৰ, অবিশ্বাসী, হোৱাহেঁতেন ৰবিনচন ক্ৰুচোৰ স্বাধীনতা নষ্ট হ'লহেঁতেন। যাৰ লগত আমাৰ সম্বন্ধৰ পূৰ্ণতা নাই, অৰ্থাৎ যাৰ প্ৰতি আমি উদাসীন, সি আমাক টানি নাৰাখে। কিন্তু সেই বুলিয়েই যে আমি সেই সম্বন্ধত স্বাধীনতাৰ যথাৰ্থ আনন্দ ভোগ কৰোঁ সেইটো নহয়। যাৰ লগত আমাৰ সম্বন্ধৰ পূৰ্ণতা আছে, যি আমাৰ পৰম বন্ধু অৰ্থাৎ যিসকলে আমাক বান্ধি ৰাখে সেই সকলৰ সম্বন্ধতহে আমাৰ চিত্তই স্বাধীনতা পায়। সেই সম্বন্ধৰ মাজত কোনো বাধা নাথাকে। সম্বন্ধহীনতাই যি স্বাধীনতা আনি দিয়ে সি নেতিসূচক, সেই

শূন্যতামূলক স্বাধীনতাই মানুহক কষ্ট দিয়ে। ইয়াৰ কাৰণ হ'ল সম্বন্ধহীন মানুহ সত্য নহয়। আনৰ লগত, সকলোৰে লগত সম্বন্ধৰ ভিতৰেদিয়েই মানুহে সত্যতা উপলব্ধি কৰে। এই সত্যতা উপলব্ধিৰ ভেদ অৰ্থাৎ সম্বন্ধৰ ভেদ অসম্পূৰ্ণতা আৰু বিকৃতিয়ে হ'ল স্বাধীনতাৰ বাধা। কাৰণ ইতিসূচক স্বাধীনতাই মানুহৰ যথাৰ্থ স্বাধীনতা। মানুহৰ পৰিয়ালৰ ভিতৰত বা ৰাজ্যৰ ভিতৰত বিপ্লৱ হয় যেতিয়া পৰস্পৰৰ মাজত সহজ সম্বন্ধৰ বিপৰ্য়য় ঘটে। ভাই ককাইৰ মাজত সন্দেহ, ঈৰ্ষা বা লোভ আহি পৰাৰ লগে লগে তেওঁলোকৰ মাজত পৰস্পৰে বাধা পাবলৈ ধৰে—বাৰে বাৰে খুন্দা খাই তেওঁলোকৰ জীৱন-যাত্ৰা পদেপদে প্ৰতিহত হয়, আৰু ক্ষুব্ধ হৈ উঠে। তেতিয়াই পৰিয়ালত বিপ্লৱ ঘটে। ৰাষ্ট্ৰবিপ্লৱো সম্বন্ধ ভেদৰ বিপ্লৱ, কাৰণ সম্বন্ধভেদেই অশান্তি, সেই অশান্তিতেই স্বাধীনতাৰ ক্ষতি। আমাৰ ধৰ্ম সাধনাত কেনে ধৰণৰ ধৰ্ম—মুক্তিক মুক্তি বুলি কোৱা হয়? যি মুক্তিৰ ভিতৰেদি অহংকাৰ দূৰ হৈ যায়, যি মুক্তিৰ ভিতৰেদি বিশ্বৰ লগত চিত্তৰ পূৰ্ণ সংযোগ সাধন হয়, তাৰ কাৰণ বিশ্বৰ লগত যোগ হ'ব পৰাটোতে মানুহ সত্য। সেই কাৰণে এই সত্যৰ ভিতৰেদি মানুহে যথাৰ্থ স্বাধীনতা পায়। আমি একান্ত স্বাধীনতাৰ শূন্যতাক বিচৰা নাই। আমি বিচাৰিছোঁ ভেদ দূৰ কৰি সম্বন্ধৰ পৰিপূৰ্ণতাক—ইয়াকে আমি কৈছো মুক্তি বুলি। দেশৰ স্বাধীনতা বিচাৰিছো মানে নেতিসূচক স্বাধীনতা বিচৰা নাই। বিচাৰিছো দেশৰ সকলো লোকৰ লগতে ঘটা সম্বন্ধক সত্য আৰু বাধামুক্ত কৰিবলৈহে। সেইটো সম্ভৱ হয় ভেদৰ কাৰণ দূৰ কৰি দিলে কিন্তু সেই কাৰণ ভিতৰতো থাকিব পাৰে, বাহিৰতো থাকিব পাৰে। আমি পশ্চিমৰ ইতিহাসত পঢ়িছো যে তাৰ মানুহে স্বাধীনতা বিচাৰি মাজে মাজে প্ৰায়ে কোলাহল কৰে। আমিও সেই কোলাহল অনুকৰণ কৰি কওঁ যে আমাক স্বাধীনতা লাগে। আমি এই কথাটো স্পষ্টকৈ বুজি পাব লাগিব যে ইউৰোপে যেতিয়া স্বাধীনতা দাবী কৰিছিল—তেতিয়া বিশেষ অৱস্থাৰ বিশেষ কাৰণে সেই সমাজদেহৰ মাজত বিভেদ ঘটিছিল—সেই সমাজবৰ্তী লোকৰ মাজত এটা নহয় এটা বিষয়ত কোনোবা আকাৰত সম্বন্ধৰ বিচ্ছেদ বা বিকৃতি ঘটিছিল। সেই ভেদ দূৰ কৰি তেওঁলোকে মুক্তি লাভ কৰিছে। আমিও যি মুহূৰ্তত কওঁ আমাক স্বাধীনতা লাগে, সেই মুহূৰ্ততে আমি ভাবি চাব লাগিব কোন ভেদটো আমাৰ দুখৰ, অকল্যাণৰ কাৰণ নহলে স্বাধীনতা

শব্দটো ইতিহাসৰ ভাষাৰূপে ব্যৱহাৰ কৰি একো ফল নধৰে। যিসকলে ভেদক নিজৰ মাজত পোষণ কৰে সেই সকলেৰ স্বাধীনতা বিচৰাৰ কোনো অৰ্থ নাই। সেইটো কথা এনে লাগে যেন মাজ গৰাকী বোৱাৰীয়ে যেনিবা কৈছে—তেওঁ তেওঁৰ স্বামীৰ মুখ চাবলৈ ইচ্ছা নকৰে, সন্তানক দূৰত ৰাখিবলৈ বিচাৰে, ওচৰ চুবুৰীয়াৰ লগত মিলিবলৈ ইচ্ছা নকৰে কিন্তু আনফালে তেওঁ ডাঙৰ গৰাকীৰপৰা সংসাৰৰ ভাৰ নিজৰ হাতলৈ আনিব খোজে।

ইউৰোপৰ কোনো কোনো দেশত দেখিছো ৰাষ্ট্ৰবিপ্লৱৰ পৰা ৰাষ্ট্ৰব্যৱস্থাৰ উদ্ভাৱন হয়। গুৰিৰ কথাটো হ'ল এয়ে তেওঁলোকৰ মাজত শাসিত আৰু শাসক এই দুই দলৰ মাজত ভেদ ঘটিছিল। সেই ভেদ জাতিগত ভেদ নহয়—ই শ্ৰেণীগত ভেদ। এফালে ৰজা আৰু ৰাজঘৰীয়াসকল, আনফালে প্ৰজা—যদিও একে জাতৰ মানুহ তথাপি তেওঁলোকৰ মাজত অধিকাৰৰ ভেদ অত্যন্ত বেছি হৈ উঠিছিল। সেই কাৰণে তেওঁলোকৰ বিপ্লৱৰ এটা কাম হ'ল—এই শ্ৰেণীগত ভেদটা ৰাষ্ট্ৰনৈতিক কাপোৰ সীয়াকলত ভালকৈ সী দূৰ কৰি দিয়া। আজি আকৌ দেখিছোঁ তাত আন এটা বিপ্লৱৰ বতাহ বলিছে। খবৰ কৰি জানিব পৰা গৈছে বাণিজ্য ক্ষেত্ৰত যিসকলে টকা খটুৱাইছে আৰু যি-সকলে মজুৰ খাটিছে সেইসকলৰ মাজত অধিকাৰ ভেদ অত্যন্ত বেছি হৈ উঠিছে। এই ভেদ কষ্টৰ কাৰণ—কষ্টতেই বিপ্লৱ ঘটে। ধনীসকল ভয়াতুৰ হৈ কৰ্মীসকলে যাতে ভাল বাসস্থান পায়, যাতে তেওঁলোকৰ লৰাছোৱালীয়ে লিখাপঢ়া কৰিব পাৰে আৰু কিছুমান বিষয়ত তেওঁলোকে যাতে আৰামত থাকিব পাৰে সেই বিষয়ে যেন দয়া কৰি মাজে মাজে চেষ্টা কৰিছে। কিন্তু তথাপিও ভেদ দূৰ নহ'ল। ধনীয়ে ছটিয়াই দিয়া অনুগ্ৰহত সেই ভেদ নুগুচে সেয়ে আপদো নকমে।

বহুকালৰ আগতে এদল ইংৰাজে আমেৰিকাত গৈ বসবাস কৰিছিলগৈ। ইংলণ্ডৰ ইংৰাজসকলে সমুদ্ৰপাৰৰপৰা আমেৰিকাত থকা ইংৰাজসকলৰ ওপৰত শাসন বিস্তাৰ কৰিছিল। কিন্তু সমুদ্ৰৰ দুই পাৰৰ ভেদ এই শাসনৰ দ্বাৰা নকমিল। প্ৰাণত টানতকৈ শাসনৰ টান বেছি হোৱাত বন্ধন শৃঙ্খল জোৰ কৰি ছিঙি দিব লগা হৈছিল। অথচ এই দুয়োটা পক্ষ হ'ল সহোদৰ।

এদিন ইটালিত ৰাষ্ট্ৰৰ মূৰত আছিল অষ্ট্ৰিয়ানসকল আৰু ইটালিয়ান

সকল আছিল নেজত। অথচ মূৰ আৰু নেজৰ মাজত প্ৰাণৰ যোগ নথকাত এই প্ৰাণহীন বন্ধনে তেওঁলোকৰ মাজৰ ভেদকেই দুঃসহ ৰূপে প্ৰকাশ কৰিলে। ইটালিয়ে সেই দুখৰপৰা মুক্তিলাভ কৰি সমস্যাৰ সমাধান কৰিলে।

তেনেহলে এই ভেদৰ দুখৰপৰা, ভেদৰ অকল্যাণৰপৰা মুক্তিয়েই হ'ল প্ৰকৃত মুক্তি। আন কি আমাৰ দেশৰ ধৰ্মসাধনাৰ মূল কথাটোও সেয়ে। আমাৰ ধৰ্মমতে ভেদ বুদ্ধি হ'ল অসত্য। সেই ভেদবুদ্ধি দূৰ কৰি দিলে সত্যৰ মাজত আমাৰ পৰিত্ৰাণ হয়।

কিন্তু আগতে কোৱা হৈছে বিধাতাৰ পৰীক্ষাশালত সকলোৰে কাৰণে একে প্ৰশ্ন নহয়। তখন ভৰিত খৰম আৰু এখন ভৰিত বুট সি একৰকমৰ ভেদ, হাড় ভাঙি ভৰিৰ এক অংশ আন অংশৰপৰা পৃথক হৈ গৈছে সিও আৰু একৰকমৰ ভেদ—এই সকলোধৰণৰ ভেদেই স্বাধীন শক্তিৰে ফুৰাকো কৰোঁতে বাধা দিয়ে। কিন্তু বিভিন্ন ধৰণৰ ভেদৰ প্ৰতিকাৰো বিভিন্ন ধৰণৰ। খৰম পিন্ধোতা জনৰপৰা প্ৰশ্নৰ উত্তৰ চুৰ কৰি ভৰি ভাঙোতাজনে কাম চলাবলৈ গ'লে বিপদ আৰু বাঢ়ি উঠিবহে পাৰে।

আগতে কৈছো এদিন ইংৰাজ জাতিৰ মাজত ভেদৰ যি ছিদ্ৰ ওলাইছিল তাক ৰাষ্ট্ৰনৈতিক কাপোৰ সীয়াকলত মজপুতকৈ যোৰা দিয়া হৈছে। কিন্তু য'ত কাপোৰখনেই তৈয়াৰী হোৱা নাই, সুতাবোৰ আউল লাগি আছে তাত ৰাষ্ট্ৰনৈতিক কাপোৰ সীয়াকলৰ কথা ভাবিব নোৱাৰি। সেই ক্ষেত্ৰত আৰু তলিলৈ যাব লাগিব। আগতে সমাজনৈতিক তাঁতশালতহে সুতাৰ কাপোৰ এখন বৈ উলিয়াব লাগিব। বিলম্ব হ'ব—সেই যুলি কাপোৰ সীয়াকলৰ দ্বাৰা সেই বিলম্বৰ হাত সাৰিব নোৱাৰি।

মহাদেৱৰ তিনিজনী স্ত্ৰীৰ বিষয়ে এটি লোকগীতি আছে—

এজনীয়ে ৰান্ধে বাঢে এজনীয়ে খায়
এজনীয়ে ঠেকু পাতি বোপাই-ঘৰলৈ যায়।

এই তিনি গৰাকীৰে আহাৰৰ সমান প্ৰয়োজন আছিল—দ্বিতীয় গৰাকীয়ে যি সহজ উপায়ে আহাৰ পাইছিল, তৃতীয় গৰাকীৰ সিমান সহজ নাছিল। সেয়ে ডোক আৰু আহাৰ সমস্যাৰ সমাধান-উপায় তেওঁ পলমকৈ কৰিব লগা হৈছিল। মাকৰ ঘৰকৈ শেষত খোজ লৈছিল। প্ৰথম গৰাকীৰ ক্ষুধা নিবৃত্তিৰ সম্বন্ধে পুৰাবৃত্তৰ বিবৰণটো অস্পষ্ট। আমাৰ বিশ্বাস তেওঁমাত্ৰ আয়োজন

হে কৰিছিল আৰু মাজু গৰাকীয়ে তাৰ ফল ভোগ কৰি পৰিতৃপ্ত হৈছিল। ইতিহাসত এনে উদাহৰণ বিৰল নহয়।

আমাৰ এই জন্মভূমিখন যে মহাদেৱৰ মধ্যমা প্ৰেয়সী গৰাকী নহয় ধৰি ল'ব পাৰি। বহু শতাব্দী ধৰি বাৰে বাৰে তাৰ পৰিচয় পোৱা গৈছে। সেয়ে লক্ষ্যসিদ্ধিৰ কাৰণে সেই মাজু গৰাকীৰ পথ আমাৰ দেশৰ পথ হ'ব নোৱাৰে। হয় তেওঁ ৰন্ধা নাই ভোজনৰ দাবী কৰিছে, শেষত সদাশিৱৰ ধমকনি খাই মাকৰ ঘৰলৈ যাওঁতে যাওঁতে বেলা ভাটি দিলে নাইবা ৰান্ধিছে বাঢ়িছে কিন্তু খাবৰ সময়ত আন এজনে পাত উদং কৰি পেলালে। সেয়ে সমস্যা হ'ল—যি কাৰণে এনে ঘটনা ঘটে আৰু যি কাৰণে সদাশিৱৰ কথাই কথাই এনেদৰে খং উঠে, সেই কাৰণ সকলোতকৈ আগেয়ে দূৰ কৰা। জেদ কৰি ক'লেই নহ'ব যে মাজু গৰাকীয়ে যেনেকৈ খাইছে ময়ো তেনেকৈ খাম।

আমি সদায় ভাবোঁ যে আমাৰ ৰজা বিদেশী—সেই দুখৰ অৱসান ঘটিলেই আমাৰ সকলো দুখৰ অৱসান ঘটিব। বিদেশী ৰজা আমি ভাল নাপাওঁ—পেটত বাঢ়ি অহা প্লীহাও আমি ভাল নাপাওঁ। কিন্তু বহুদিনৰ পৰা প্লীহাটোৱে মোৰ সম্মতি নোলোৱাকৈয়ে পেটত যিতাপি লৈছেহি। বহুযত্নে তাক পেটৰ ভিতৰত পালন কৰাও বিপদ আৰু আনফালে খঙৰ কোৰত তাক ভুকুৱাই ফালি দিলেও ফল তাৰ সাংঘাতিক হ'ব। অভিজ্ঞসকলে কয়—তোমালোকৰ চাৰিওফালে মেলেৰিয়াৰ বীজাণুবাহী খাল-ডোবৰবোৰ যে আছে, সেইবোৰ নাশ নকৰিলে তোমালোকৰ পেটৰ প্লীহাও নাশ নহয়। কিন্তু এতিয়া কথা হল—প্লীহাৰ ওপৰত আমাৰ যিমান খং খাল-ডোবৰবোৰৰ ওপৰত সিমান খং নাই। সেইবোৰ কৌটিকলীয়া খাল-ডোব্ৰ, সেইবোৰ লুপ্ত হ'লে অতীত পদচিহ্নৰ গভীৰতাই লোপ পাব। সেই গভীৰতা আমাৰ অবিৰল চকুৰ পানীৰে পূৰ্ণ হ'লেও হওক তথাপি আমাৰ পৃথিবী যেন সেই খাল-ডোবৰবোৰৰ দ্বাৰা শতধা হৈ থাকে।

পাঠকে হয়তো অধৈৰ্য্য হৈ কৈ উঠিব—আৰু ভূমিকা নালাগে আচল কথাটো কৈ পেলালেইতো হয়। ক'বলৈ সংকোচ হৈছে, কাৰণ কথাটো অত্যন্ত সহজ। শুনিলে সকলোৱে অশ্ৰদ্ধাসহ ক'ব সেইটো দেখোঁ সকলোৱে জনা কথা। সেই কাৰণেইতো ৰোগ নিৰ্ণয় কৰি ডাক্তৰে যদি ৰোগক অনিদ্ৰা বুলি ন কৈ ইনচমনিয়া বুলি কয়, তেতিয়া মনতে ভাবোঁ ডাক্তৰক দিয়া ষোল টকা

মাছ্‌লৰ ষোল অনা সাৰ্থক হৈছে। আচলতে আমি এক নহয়—আমাৰ নিজৰ মাজত ভেদৰ অন্ত নাই। প্ৰথমতে কৈছো ভেদটোৱেই দুখ আৰু ভেদেই পাপ। সেই ভেদ বিদেশীৰ লগতে হওক বা স্বদেশীৰ লগতে হওক। সমাজখনক কেতিয়া বাৰু আমি ভেদবিহীন এটা বৃহৎ দেহ বুলি ভাবিব পাৰোঁ? যেতিয়া তাৰ সমস্ত বোধশক্তি আৰু কৰ্মশক্তিৰ প্ৰাণগত যোগ থাকে। যেতিয়া তাৰ ভৰিয়ে কাম কৰিলে হাতে ফল পায়, হাতে কৰিলে ভৰিয়ে ফল পায়। কল্পনা কৰা যাওক সৃষ্টিকৰ্তাৰ এক অদ্ভুত ভুলৰ কাৰণে দেহ আকৃতিধাৰী এনে এটা অপদাৰ্থৰ সৃষ্টি হ'ল তাৰ সৰ্ব শৰীৰত অংগপ্ৰত্যংগৰ মাজত কোনো যোগ সূত্ৰ নাই। যাৰ সোঁ চকু আৰু বাঁও চকু, সোঁহাত আৰু বাঁও হাতৰ মাজত জেবাল আৰু ভাই বোৱাৰীৰ সম্বন্ধ, যাৰ ভৰিৰ শিৰাৰ ৰক্ত বুকুৰ ওচৰলৈ গৈ ঘূৰি আহে যাৰ তৰ্জনী আৰু কেঞা আঙুলিয়ে একে শাৰীৰে কাম কৰিবলৈ গলে প্ৰায়শ্চিত্ত হ'ব লগা হয়, যাৰ ভৰিত তেল পানি দিয়াৰ প্ৰয়োজন হ'লে সোঁ হাতখনে হৰতাল কৰে। এই অপদাৰ্থ পদাৰ্থটোৱে আন চুবুৰীৰ দেহা এটাৰ দৰে সুযোগ-সুবিধা লাভ কৰিব নোৱাৰে। সি দেখে আন দেহটোৱে জোতাচোলা পিন্ধি হাতত ছাতি আৰু লাঠি লৈ বাটে ঘাটে বুকু ফিন্দাই ফুৰিছে। সি ভাব যে সেই দেহটোৰ দৰে জোতা, চোলা, লাঠি আৰু ছাতি পালেই তাৰ সকলো দুখ শেষ হৈ যাব। কিন্তু সৃষ্টিকৰ্তাৰ ভুলৰ ওপৰত নিজৰ ভুল যোগ কৰি দি সংশোধন হ'ব নোৱাৰে। জোতা খালে তাৰ জোতা খাই পৰিব। ছাতি পালেও বতাহত ছাতি উৰি যাব। সি মনৰ জোখাই লাঠি এডাল কোনোমতে যোগাৰ কৰিব পাৰিলেও আন চুবুৰীৰপৰা দেহটো আহি তাৰ হাতৰপৰা সেই লাঠি কাঢ়ি লৈ তাৰ সোলোক-চোলোক জীৱলীলাৰ প্ৰহসনটোক ট্ৰেজেডিত সমাপ্ত কৰি দিব পাৰে। ইয়াত জোতা, চোলা, ছাতি লাঠিৰ অভাৱটো সমস্যা নহয়—প্ৰাণগত ঐক্যৰ অভাৱটোহে সমস্যা। কিন্তু বিধাতাৰ উক্ত দেহৰূপী বিদ্ৰূপটিয়ে হয়তো ক'ব—অংগপ্ৰত্যংগৰ অনৈক্যৰ কথাটো এতিয়া তল পৰি যাওক। বৰ্তমান কোনোৰকমে যদি চোলা এটা যোগাৰ কৰি সৰ্ব্বাংগ ঢাকিব পৰা যায় তেতিয়া সেই চোলাৰ তলত অংগপ্ৰত্যংগৰ ঐক্যসাধন আপোনা আপুনি হৈ উঠিব। আপোনা আপুনি ঐক্য সাধন হ'ব বুলি কোৱাটো হ'ল নিজকে ফাকি দিয়া। এই ফাকি সৰ্ব্বনাশৰ কাৰণ। কাৰণ

নিজৰ ফাকিক মানুহে ভাল পায়—সেই ফাকি পৰীক্ষা কৰি চাবলৈকো মানুহৰ প্ৰবৃত্তি নহয়।

মোৰ মনত পৰে কুমলীয়া বয়সতে মই দুটা বিৰোধী পক্ষৰ মাজত প্ৰায়ে এটা বিষয়ে তৰ্ক শুনিছিলো। তৰ্কৰ বিষয় আছিল আমি নেশ্বন হওঁ নে নহওঁ। কথাটো যে সম্পূৰ্ণ বুজি পাইছিলো তাক ক'ব নোৱাৰি ; কিন্তু যিসকলে আমাক নেশ্বন নহয় বুলি কলেহেঁতেন সেই সকলক মই ৰজা হোৱা হলে ফাটেকত দিলো হেঁতেন। সমাজপতি হোৱা হলে তেওঁলোকৰ ধোবা নাপিত বন্ধ কৰিলো হেঁতেন। তেওঁলোকৰ প্ৰতি অহিংসা ভাব ৰক্ষা কৰা মোৰ পক্ষে টান হ'ল হেঁতেন। সেইকালত এই বিষয়ে এটা ধৰাবন্ধা তৰ্ক আছিল যে চুইজাৰলেণ্ডত তিনিটা ভিন্ন জাতিয়ে ওচৰা উচৰিকৈ বাস কৰে তথাপি তেওঁলোক এটা নেশ্বন। তেনেহলে আৰু কি ? শুনি ভাবিছিলো যাওক তেন্তে ভয় নাই। কিন্তু মুখত ভয় নাই বুলি কলেও আচলতে ভয় ওচা নাছিল। ফাঁচীৰ আচামীক মোক্তাৰে যেতিয়া কয় "ভয় কি, দুৰ্গা দুৰ্গা বুলি ফাঁচীৰ জৰীত ওলমি পৰা" তেনেকৈ কলেই আচামীয়ে সান্তনা পাব নোৱাৰে —কাৰণ দুৰ্গা বোলাত একো আপত্তি নাই। কিন্তু ফাঁচীৰ জৰীত ওলমি পৰাটোতে আপত্তি। চুইজাৰলেণ্ডবাসী নেশ্বন আৰু আমিও নেশ্বন—এই কথা তৰ্কত সাব্যস্ত কৰি কি সান্তনা পোৱা যাব ? ফলত আমি ওলমি পৰিছোঁ— তেওঁলোক মাটিৰ ওপৰত থিয় হৈ আছে। ৰাধিকাই চালনীত পানী লৈ আহি কলংক ভঞ্জন কৰিছিল। যি হতভাগিনী নাৰী ৰাধিকা নহয় তেওঁৰো চালনী আছে কিন্তু তেওঁৰ কলংক ভঞ্জন নহয়—বিপৰীত হে হয়। মূলগত প্ৰভেদ থকাত ফলৰো প্ৰভেদ। সেই কথাটোৰেই চিন্তাৰ বিষয়। চুইজাৰলেণ্ডত ভেদ যিমানবিলাকেই নাথাকক ভেদবুদ্ধিতো নাই। তাত পৰস্পৰৰ মাজত ৰক্ত সংমিশ্ৰণৰ ক্ষেত্ৰত ধৰ্ম, আচাৰ, বা সংস্কাৰগত কোনো বাধা নাই। আমাৰ দেশত সেই বাধা ইমান প্ৰচণ্ড যে অসবৰ্ণ বিবাহৰ আইনগত বাধা দূৰ কৰাৰ প্ৰস্তাৱ হোৱামাত্ৰকে হিন্দু সমাজপতিসকল ইমান উদ্বিগ্ন হৈ উঠিল যে তেওঁলোকে ঘামিজামি হৰতাল কৰাৰ ভয় দেখুৱাইছিল। সবাতোকৈ গভীৰ আত্মীয়তাৰ ধাৰা মানুহৰ প্ৰাণত বয়, মুখৰ কথাত নবয়। যিসকলে নিজকে এটা মহা-জাতি বুলি কল্পনা কৰে, তেওঁলোকৰ মাজত প্ৰাণৰ মিলনৰ পথ যদি ধৰ্ম-শাসনে চিৰদিনৰ কাৰণে অবৰুদ্ধ কৰি ৰাখে, তেতিয়া হলে তেওঁলোকৰ

মিলন কেতিয়াও প্ৰাণৰ মিলন হব নোৱাৰে, সেয়ে তেওঁলোকৰ পক্ষে সকলোৱে এক হৈ প্ৰাণ দিয়া সহজ নহয়। তেওঁলোকৰ প্ৰাণ যে এক প্ৰাণ নহয়। মোৰ এজন বন্ধু ভাৰতৰ সীমান্ত বিভাগত আছিল—সেই ঠাইত পাঠান দস্যুসকলে মাজে মাজে হিন্দুসকলৰ বসতি-স্থানত সোমাই স্ত্ৰীহৰণ কৰে। এবাৰ এনে ঘটনা ঘটাত মোৰ বন্ধুজনে এজন স্থানীয় হিন্দুক সুধিছিল—"তোমালোকে সমাজৰ ওপৰত এনে ধৰ্ষণৰ অত্যাচাৰ সহ্য কৰা কিয়?" তেওঁ নিতান্ত উপেক্ষাত কৈছিল "উয়ো তো বেনিয়াকী লড়কী"। "বেনিয়াকী লড়কী" হিন্দু আৰু যি ব্যক্তি এই স্ত্ৰীহৰণৰ প্ৰতি উদাসীন তেৰোঁ হিন্দু। উভয়ৰ মাজত শাস্ত্ৰগত যোগ আছে কিন্তু প্ৰাণগত যোগ নাই। সেই কাৰণে এজনৰ আঘাত গৈ আনজনৰ মৰ্মস্থলীত নালাগে। জাতীয় ঐক্যৰ আদিম অৰ্থ হৈছে জন্মগত ঐক্য—এয়ে তাৰ চৰম অৰ্থ।

যিটো অবাস্তৱ তাৰ ওপৰত কোনোমতে ভিত্তি স্থাপন কৰিব নোৱাৰি। গৰজ থাকিলে মানুহে নিজকে ফাকি দি নিজৰপৰা কাম উদ্ধাৰ কৰিবলৈ বিচাৰে। বিভ্ৰান্ত হৈ মনতে ভাবে নিজকে বাঁও হাতে ফাকি দি সোঁ হাতে লাভ কৰিবও পাৰি। আমাৰ ৰাষ্ট্ৰীয় ঐক্য সাধনৰ গুৰিত এটা ডাঙৰ জাতীয় অবাস্তৱতা আছে। সেই কথা আমি ভিতৰে ভিতৰে সকলোৱে জানো। সেই কাৰণে সেইফালটো অগোচৰে ৰাখি তাৰ ওপৰত আমি স্বজাত্যৰ যি জয়স্তম্ভ গঢ়ি তুলিবলৈ বিচাৰোঁ তাৰ আৰম্বৰটোৱেই বেছিকৈ দেখুৱাবলৈ বিচাৰিছো। কেচা ভেটিৰ ওপৰত মালমচলাৰ বাহুল্য কৰি ওপৰৰপৰা হেঁচা দিলেই সি পকা হৈ নুঠে। বৰং এদিন সেই বাহুল্যৰ গুৰু ভাৰৰ কাৰণে ভিতৰৰ দুৰ্বলতা ভীষণৰূপে সপ্ৰমাণ হৈ উঠে। খিলাফত্ আন্দোলনৰ যোৰাতাপলি মৰা সন্ধিবন্ধনৰ পিছত আজিৰ হিন্দুমুছলমানৰ বিৰোধ তাৰ এটা উজ্জ্বল দৃষ্টান্ত। গুৰিত ভুল থাকিলে কোনো উপায়েই স্থূলৰ সংশোধন হব নোৱাৰে। এইবোৰ কথা শুনিলে অধৈৰ্য্য হৈ কোনোৱে কোনোৱে কৈ উঠে—আমাৰ চাৰিওফালে যি বিদেশী তৃতীয় পক্ষ শত্ৰুৰূপে আছে তেঁওলোকেই আমাৰ মাজুত ভেদ ঘটাই দিছে, সেয়ে দোষ আমাৰ নহয়, দোষ তেওঁলোকৰহে। আগতে আমি হিন্দুমুছলমান ওচৰা উচৰিকৈ আছিলো। আমাৰ মাজত বিৰোধ নাছিল—ইত্যাদি ইত্যাদি। শাস্ত্ৰত আছে কলি, শনি, ব্যাধিয়ে মানুহৰ ছিদ্ৰ বিচাৰি ফুৰে। পাপৰ ছিদ্ৰ পালেই সেইবোৰৰ ভিতৰত প্ৰৱেশ কৰি

মানুহৰ সৰ্বনাশ আৰম্ভ কৰি দিয়ে। বিপদ বাহিৰৰপৰা আহিছে আৰু পালটো হ'ল আমাৰ নিজৰ—সেই কাৰণে বিপদৰ প্ৰতি ক্ৰোধ আৰু পাপৰ প্ৰতি মমতা কৰাই হ'ল সকলো বিপদৰ লক্ষণ।

জাহাজৰ খোলাৰ মাজত ফাট আছিল—বতাহ বৰষুণ নহালৈকে সেই জাহাজ চলি আছিল। মাজে মাজে অৱশ্যে জাহাজৰ ফাটেদি সোনোৱা পানী সিঁচি পেলাব লগাতো পৰিছিল। কিন্তু সেই দুঃখ ইমান মনত ৰাখিব লগীয়া নহয়। যিদিনা সাগৰৰ বুকুত ধুমুহা বলে সেইদিনা জাহাজৰ বিন্ধা বহল হৈ জাহাজ বুৰাৰ অৱস্থা প্ৰায়। কেপ্তেইনে যদি সেই সময়ত কয়—যত মানে দোষ এই ধুমুহাটোৰ, সেয়ে সকলোৰে মিলি উচ্চ-স্বৰে সেই ধুমুহাটোকেই গালি সবানি পাৰোঁ আহাঁ—আৰু বিন্ধাটো যেনেকৈ আছিল তেনেকৈ থাওক। তেনেস্থলত সেই কেপ্তেইনৰ দৰে নেতাজনে আমাক পাৰলৈ নিব নোৱাৰে, তেওঁ আমাক পানীৰ তললৈহে নিব। তৃতীয় পক্ষ যদি আমাৰ শত্ৰুপক্ষই হয় তেন্তে এই কথাটো মনত ৰাখিব লাগিব—তেওঁলোকে তুফান ৰূপে আমাৰ জাহাজৰ বিন্ধা মাৰিবলৈ অহা নাই। তেওঁলোকে ভয়ংকৰ বেগে চকুত আঙুলি দি দেখুৱাই দিব ক'ত আমাৰ তলিটো কেচা। দুৰ্বলী লোকক দুয়োফালে থপৰিয়াই বাস্তৱৰ কথাটো মনত পেলাই দিব। বুজাই দিব সোঁ-ফালৰ লগত বাওঁফালৰ যাৰ মিল নাই তেওঁলোকৰ কাৰণে ৰসাতললৈ যোৱাৰ বাহিৰে আন সকলো বাট বন্ধ। এক কথাত তেওঁলোক শিৰীষ আঠা নহয়, তেওঁলোক নিমখ পানী হে। যিখিনি সময় তেওঁলোকৰ ওপৰত মিছাকৈয়ে খঙাখঙি কৰি স্বভাৱ বেয়া কৰা হয় সেইখিনি পৰ যথাসৰ্ব্বস্ব দি জাহাজৰ বিন্ধা মৰা কামত লগালে পৰিত্ৰাণৰ আশা থাকে। বিধাতাই যদি আমাৰ লগত কৌতুক কৰিব খোজে বৰ্তমান তৃতীয় পক্ষৰ তুফানটো কমাই দিবও পাৰে। কিন্তু তুফানৰ সম্পূৰ্ণ বংশ লোপ কৰি সমুদ্ৰক বিল কৰি পেলাব—আমাৰ দৰে ধৰ্মপ্ৰাণ হিন্দুৰো ইমান ডাঙৰ 'আবদাৰ' বিধাতাই নুশুনে। সেয়ে তেওঁলোকক অনুনয় কৰিছো যাতে ধুমুহাৰ গৰ্জনৰ লগত কণ্ঠস্বৰ মিলাবলৈ গৈ ফাট মেৰামতি কৰা কামটো বন্ধ কৰি নাৰাখে।

কেপ্তেইনসকলে কয় সেইফালে আমাৰ লক্ষ্য আছে। তাৰ এটা প্ৰমাণ হ'ল যে যদিও আমি সনাতন-পন্থী তথাপি আমি স্পৰ্শদোষ সম্বন্ধে দেশবাসীৰ সংস্কাৰ দূৰ কৰিবলৈ বিচাৰোঁ। আমি কওঁ যে ই হৈছে বাহ্যিক। স্পৰ্শ

দোষটো আমাৰ ভেদবুদ্ধিৰ এটা মাত্ৰ বাহ্যিক লক্ষণ। যি সনাতন ভেদবুদ্ধিৰ বনস্পতিয়ে আমাৰ পথ ৰোধ কৰি আছে তাৰপৰা এটা ঠাল ভাঙি নিলে পথ মুকলি নহয়।

মই আগতে আন ঠাইত কৈছো ধৰ্ম'ই যিসকলৰ মাজত বিভেদৰ সৃষ্টি কৰে তেওঁলোকৰ মিলনৰ দুৱাৰত ভিতৰৰপৰা শলখা দিয়েঁ। কথাটো পৰিষ্কাৰকৈ কৰলৈ চেষ্টা কৰোঁ। সকলোৱে কয় ধৰ্ম শব্দৰ মূল অৰ্থ হৈছে যি আমাক ধাৰণ কৰে। অৰ্থাৎ আমাৰ যিসকল আশ্ৰয় ধ্ৰুৱ সেই বিলাক হ'ল ধৰ্মৰ অধিকাৰভুক্ত। .তেওঁলোকৰ সম্বন্ধে তৰ্ক কৰিব নোৱাৰি। এই আশ্ৰয়ৰ কোনো পৰিৱৰ্তন নঘটে। এওঁলোকৰ লগত ব্যৱহাৰ কৰোঁতে যদি আমাৰ চঞ্চলতা প্ৰকাশ পায়, কথাই কথাই আমি মত আৰু পথ সালসলনি কৰি থাকোঁ তেনেহলে তিষ্ঠা টান।

কিন্তু সংসাৰত এনে এটা বিভাগ আছে য'ত পৰিৱৰ্তন চলিছে। য'ত আকস্মিক অহাযোৱাৰ অন্ত নাই। সেই স্থানত নতুন নতুন অৱস্থা সম্বন্ধে আমি বাৰে বাৰে নতুন ব্যৱস্থা কৰি নিনিলে অসুবিধা হয়। এই নিত্য পৰিৱৰ্তনৰ ক্ষেত্ৰত ধ্ৰুৱক অধ্ৰুৱৰ স্থানত আৰু অধ্ৰুৱক ধ্ৰুৱৰ স্থানত আসন দিলে বিপদ ঘটিবই। যি গাছ মাটিৰ মাজত শিপা মেলি থিৰ হৈ থাকে, সেই ধ্ৰুৱ মাটি শিপাৰ পক্ষে বৰ ভাল, কিন্তু সেইবুলি ডালপাতবোৰ মাটিৰ তলত জাপ গ'লে কল্যাণকৰ নহয়। পৃথিৱীয়ে নিতৌ মোক ধাৰণ কৰে, পৃথিৱী ধৰ্মত দৰে ধ্ৰুৱ হ'লেই মোৰ পক্ষে ভাল—পৃথিৱীয়ে লৰচৰ কৰিলে মোৰ কাৰণে সৰ্বনাশ। মোৰ গাড়ীখনেও মোক ধাৰণ কৰে, সেই ধাৰণটোক যদি মই ধ্ৰুৱ কৰি তোলোঁ, তেনেহলে গাড়ী মোৰ পক্ষে পৃথিৱী হ'ব নোৱাৰে, ই সজাহে হ'ব। অৱস্থা অনুসৰি মই গাড়ীখন বেচিব লাগিব, মেৰামত কৰিব লাগিব, নতুন গাড়ী কিনিব লাগিব বা ভাড়া কৰিব লাগিব, কেতিয়াবা গাড়ীত সোমাব লাগিব, কেতিয়াবা গাড়ীৰ পৰা বাহিৰ হ'ব লাগিব। আৰু কেতিয়া-বা গাড়ীখন কাতি হোৱা যেন দেখিলে তাৰপৰা জাপ মাৰি ওলাই আহিবলৈ অনুমতি লবলৈ ভাটপাড়ালৈ চহীচ পঠাব নালাগে। ধৰ্ম'ই যদি কয় মুছলমানৰ লগত মিত্ৰতা কৰাঁ, তেতিয়া কোনো তৰ্ক নকৰি সেই কথা শিৰোধাৰ্য্য কৰি লম। ধৰ্মৰ এই বাণী মোৰ ওচৰত মহাসমুদ্ৰৰ দৰে নিত্য। কিন্তু ধৰ্ম'ই যদি কয় মুছলমানে চোৱা অন্ন গ্ৰহণ নকৰিবা, তেতিয়া মই প্ৰশ্ন

কৰিবই লাগিব কিয় নকৰিম ? এই কথাটো মোৰ কাৰণে কলহৰ পানীৰ দৰে অনিত্য, সেই পানী পেলাম নে থৈ দিম—তাৰ বিচাৰ হ'ব যুক্তিৰ দ্বাৰা। যদি কোৱা হয় এইবিলাক কথা স্বাধীন বিচাৰৰ অতীত, তেতিয়া হলে শাস্ত্ৰৰ সমস্ত বিধানৰ সমুখত থিয় হৈ ক'ব লাগিব—বিচাৰযোগ্য বিষয়ক যিসকলে নিৰ্ব্বিচাৰে গ্ৰহণ কৰে তেওঁলোকৰ প্ৰতি দেৱতাৰ ধিক্কাৰ আছে—"ধিয়ো যো নঃ প্ৰচোদয়াত"। যি আমাৰ বুদ্ধি বৃত্তি প্ৰেৰণ কৰে, তেওঁলোকে পাণ্ডাক দেৱতাতকৈ বেছি ভয় কৰে আৰু শ্ৰদ্ধা কৰে। এনেদৰে তেওঁলোকে দেৱপূজাৰ অপমান কৰিবলৈ কুণ্ঠিত নহয়।

সংসাৰৰ যি ক্ষেত্ৰটো বুদ্ধিৰ ক্ষেত্ৰ তাত বুদ্ধিৰ যোগতে মানুহৰ মাজত সত্য মিলন সম্ভৱপৰ। সেই ক্ষেত্ৰত অবুদ্ধিৰ উৎপাত বিষম বাধা। সি যেন মানুহৰ বাসস্থানত ভূতৰ কাণ্ড। কি, কিয় এইবোৰ প্ৰশ্নৰ উত্তৰ ভূতে দিব লগা নহয়। ভূতে ঘৰ নাসাজে। ভাৰাও নিদিয়ে। আনফালে নিজৰ বাসস্থানো এৰি নেযায়। তাৰ ইমান জোৰ কিহৰ ? সি বাস্তৱ নহয় অথচ মোৰ ভীৰু মনে তাক বাস্তৱ বুলি মানি লৈছে। যি প্ৰকৃত বাস্তৱ সি বাস্তৱৰ নিয়মৰ দ্বাৰা সংযত। সি ঘৰ ভাৰা নিদিব পাৰে তথাপি চৰকাৰী টেক্স দিব লাগিব। অবাস্তৱক বাস্তৱ বুলি ধৰি ললে তাক জ্ঞানৰ কোনো নিয়মে পোৱা নেযায়। সেইকাৰণেই বুকু দুৰু দুৰু কৰে, গা ৰাইজাঁই কৰে আৰু বিনা বিচাৰে সেই অবাস্তৱক মানি যাব লাগিছোঁ। যদি কোনোৱে প্ৰশ্ন কৰে 'কিয়', উত্তৰ দিব নোৱাৰোঁ, কেৱল পিঠিফালে আঙুলিয়াই কওঁ "সৌটো"। তাৰ পিছতো যদি কয় "কতা ?", তেতিয়া তেওঁক নাস্তিক বুলি ভাবি খেদি যাওঁ। মনতে ভাবোঁ এই গোঁৱাৰটোৱে বিপদ ঘটালে—ভূতক অৱিশ্বাস কৰিলে যদি ডিঙিতে টেপা মাৰি ধৰে তেতিয়াও যদি প্ৰশ্ন উঠে "কিয়", উত্তৰত কম য'তে 'কিয়' নখটুৱাঁ, ইয়াত কিন্তু খটুৱাবলৈ নাহিবা। মানে মানে বিদায় হওক। মৃত্যুৰ পিছত তোমাক কোনে পূৰিব সেইকথা চিন্তা কৰি থোৱাঁ।

চিত্তৰাজ্যৰ য'ত আমি বুদ্ধিক মানি চলোঁ তাতেই আমাৰ স্বৰাজ। তাত আমি নিজকে মানি চলোঁ—অথচ সেই মানি চলাৰ ভিতৰেদি সৰ্ব্বদেশৰ আৰু চিৰকালৰ মানৱচিত্তক মানি চলিছো। অবুদ্ধিক য'ত মানো, তাত এনে এটা অদ্ভুত শাসনক মানো যে সি আমাৰ নিজৰ নহয়, সি সৰ্ব্বমানৱৰ। সেয়ে সেইটো হৈ পৰে এটা কাৰাগাৰ। আমাৰ দৰেই হাতভৰি বন্ধা একে বন্দীশালতে

অবৰুদ্ধ আৰু অকালতে জৰাগ্ৰস্ত হোৱাসকলৰ লগতে মিল আছে। বাহিৰৰ কোটি কোটি লোকৰ লগত এই ভেদ থকাটোৱেই হ'ল বন্ধন। কিয়নো পুৰে'ই কৈছোঁ ভেদটোৱেই হ'ল সকলো কালৰপৰা আমাৰ মূল বিপদ আৰু চৰম অমংগল। অবুদ্ধিয়েই হ'ল ভেদ বুদ্ধি, কিয়নো চিত্তৰাজ্যত সি আমাক সকলো মানৱৰপৰা পৃথক কৰি দিয়ে—আমি মাত্ৰ এটা অদ্ভুত মজাৰ ভিতৰত কেইটামান আনে শিকোৱা শব্দ উচ্চাৰণ কৰি দিন কটাওঁ।

জীৱনযাত্ৰাৰ পদে পদে অবুদ্ধিকেই মানি চলাৰ যাৰ অভ্যাস চিত্ৰগুপ্তৰ কোনো এটা হিছাপৰ ভুলত হঠাৎ সেইসকল স্বৰাজ-স্বৰ্গলৈ গলেও তেওঁ-লোকৰ ঢেকী-লীলাৰ শান্তি নহয়। সেয়ে আনৰ ভৰিৰ হেঁচাত তেঁওলোকে মূৰ খুন্দিয়াই মৰিব—মাত্ৰ মাজে মাজে পদযুগলৰ পৰিৱৰ্তন হ'ব—এইমাত্ৰ প্ৰভেদ।

যন্ত্ৰচালিত ডাঙৰ ডাঙৰ কাৰখানাবোৰত মানুহক পীড়িত কৰি যন্ত্ৰৰ দৰে কৰা কাৰণে আজিকালি আমি প্ৰায়ে সেই কাৰখানাবোৰক কটূক্তি কৰোঁ হক। আৰু এনেকৈয়ে পশ্চিমৰ সভ্যতাক গালি পাৰিছো বুলি জানি মনত বিশেষ সান্ত্বনা পাওঁ। কাৰখানাত মানুহৰ এনে পংগুতা ঘটে কিয়? যিহেতু কাৰখানাত মানুহৰ বুদ্ধিৰ, ইচ্ছাৰ, আৰু কৰ্মৰ এটা বিশেষ সংকীৰ্ণ সাঁচ দিয়া হয়, যাৰ ফলত সেই কাৰখানাবোৰত মানুহৰ পূৰ্ণ বিকাশ নহয়। কিন্তু লোহাৰ তৈয়াৰী কলৰ কাৰখানাই একমাত্ৰ কাৰখানা নহয়। বিচাৰহীন বিধান লোহাতকৈ বেছি শক্তিশালী, কলতকৈ বেছি সংকীৰ্ণ। যি বিপুল ব্যৱস্থা-তন্ত্ৰই অতি নিষ্ঠুৰ শাসনৰ বিভীষিকা সদায় উদ্যত ৰাখি বহু যুগ ধৰি বহুকোটি নৰনাৰীক যুক্তিহীন আৰু যুক্তিবিৰুদ্ধ আচাৰৰ পুনৰাবৃত্তি কৰিবলৈ নিয়ত প্ৰবৃত্ত কৰি আহিছে, দেশ জুৰি থকা মানুহৰ এই বোৰ জাঁত, কল বাৰু কল হিছাপে আনবোৰতকৈ কমনে? বুদ্ধিৰ স্বাধীনতাক অশ্ৰদ্ধা কৰি ইমান ডাঙৰ সুসম্পূৰ্ণ, সুবিস্তীৰ্ণ, চিত্তশূন্য বজ্ৰকঠোৰ বিধিনিষেধৰ কাৰখানা মানুহৰ ৰাজ্যত আৰু কোনোৱা দিনা কৰবাত উদ্ভাৱিত হৈছে বুলি আমি নাজানো। মৰা পাটৰ কলৰপৰা যি থৈলা তৈয়াৰী হৈ বাহিৰলৈ আহে জড়ভাৱে বোজা ব'ৰৰ কাৰণেই সেইবোৰৰ ব্যৱহাৰ। মানুহে চলোৱা কলৰপৰা যিবোৰ চোচামজা ভাল মানুহ পদাৰ্থৰ উৎপত্তি হয় সেইসকলেও বাহিৰৰ বোজা ব'বলৈকে আহে। এটা বোজাৰপৰা হাত মাৰিলে আন এটা বোজা আহি তেওঁলোকৰ কান্ধত পৰে।

প্ৰাচীন ভাৰতে এদিন বিধাতাৰ ওচৰত বৰ বিচাৰোঁতে কৈছিল "স নো বুদ্ধ্যা শুভয়া সংযুনক্ত"—"য একঃ অবৰ্ণঃ"—যি জনা এক যি জনা বৰ্ণভেদৰ অতীত তেওঁ আমাৰ শুভবুদ্ধিৰ দ্বাৰা সংযুক্ত কৰক। ভাৰতবৰ্ষই সেই সময়ত ঐক্য বিচাৰিছিল কিন্তু এই ঐক্য ৰাজনৈতিক বা সামাজিক কলত গঢ়া ঐক্যৰ বিৰম্বনা নহয়। "বুদ্ধ্যা শুভয়া"—শুভ বুদ্ধিৰ দ্বাৰায় মিলিবলৈ বিচাৰিছিল, অন্ধতাৰ দীঘল শিকলিৰ দ্বাৰা নহয়, বিচাৰহীন বিধানৰ কঠোৰ শাসনৰ দ্বাৰাও নহয়।

সংসাৰত আকস্মিকৰ ক্ষেত্ৰত মানুহৰ সদায় নতুনকৈ ভাবি চোৱাৰ প্ৰয়োজন। আমাৰ বুদ্ধিবৃত্তিৰ সেইটোৱে হ'ল সবাতোকৈ ডাঙৰ কাম। আমি বিশ্বসৃষ্টিও দেখিবলৈ পাওঁ—বিজ্ঞানে যাক **variation** বুলি কয় তেনে আকস্মিক হঠাতেই আহি পৰে। প্ৰথমতে এঘৰীয়া হৈ থাকি তাৰ পাছত বিশ্বনিয়মত সেই আকস্মিক বিশ্বছন্দৰ লগত মিলি সকলোৰে হৈ পৰে। অথচ সি এক নতুন বৈচিত্ৰ্যৰ প্ৰবৰ্তন কৰে। মানুহৰ ব্যক্তিগত জীৱনত, সমাজত আকস্মিক প্ৰায়ে অনাহূতভাৱে আহি পৰে। যি ধৰণৰ ব্যৱহাৰ কৰিলে এই নতুন আগন্তুকটি চাৰিওফালে সুসংগত হৈ উঠিব পাৰে অৰ্থাৎ আমাৰ বুদ্ধি, ৰুচি, চৰিত্ৰ আৰু কাণ্ডজ্ঞানক ই পীড়িত আৰু অৱমানিত নকৰে সতৰ্ক বুদ্ধিৰ দ্বাৰায় তেনে ব্যৱহাৰ কৰিব লাগে। ধৰি লোৱা যাওক এদিন এজন ফকিৰে বিশেষ প্ৰয়োজনত মাজ বাটতে খুঁটি এটা পুতি তেওঁৰ ছাগলি জনী বান্ধি থৈ হাটলৈ গৈছিল। হাটৰপৰা ফকিৰ ঘূৰি আহিল, ছাগলি জনীৰো এটা চৰম সদ্গতি হৈ গ'ল। উচিত আছিল মাজ বাটৰপৰা এই খুটিটো উঘালি পেলোৱা। কিন্তু উঘালিব কোনে? অবুদ্ধিয়ে নুঘালে, কাৰণ তাৰ কাম হৈছে যি আছে তাকেই চকু মুদি স্বীকাৰ কৰা। বুদ্ধিয়ে উঘালিব কাৰণ যি নতুন আহিছে তাৰ সম্বন্ধে বিচাৰ কৰি নতুন ব্যৱস্থা বুদ্ধিয়ে কৰিব পাৰে। যি দেশত যি আছিল তাকেই পুনৰ বাৰে বাৰে আবৃত্তি কৰা সনাতন পদ্ধতি। সেই দেশত খুটিটো শ, শ বছৰ ধৰি বাটৰ মাজতে থাকি গ'ল। অৱশেষত এদিন ক'ৰ পৰা অনৰ্থক এজন ভক্তিত গদগদ পুৰুষ আহি খুটিটোৰ গাত সেন্দুৰ লেপি তাৰ ওপৰত এটা মন্দিৰ সাজি দিলে। তাৰ পিছৰপৰা বছৰে বছৰে পঞ্জিকাত ঘোষণা দেখা গ'ল—কাতি মাহৰ শুক্লা সপ্তমীত যি ব্যক্তিয়ে খুটীশ্বৰীক এসেৰ

ছাগলি গাখীৰ আৰু তিনি তোলা ৰূপ দি পূজা কৰিব, সেই পূজা ত্ৰিকোটি কুলমুদ্ধৰেৎ। এনেদৰে অবুদ্ধিৰ ৰাজত্বত আকস্মিক খুটি সনাতন হৈ উঠে। মানুহৰ অহাযোৱা বাটত অহাযোৱাতকৈ বাধা পৰাটোহে সহজ হৈ উঠে। যি-সকল নিষ্ঠাবান তেওঁলোকে কয়—আমি বিধাতাৰ বিশেষ সৃষ্টি। অন্য কোনো জাতৰ লগত আমাৰ নিমিলে সেয়ে বাট বন্ধ হ'লেও আমাৰ চলিব কিন্তু খুটি নাথাকিলে আমাৰ ধৰ্ম নাথাকে। যিসকলে খুটীশ্বৰীক নামানে আন কি যিসকল বিদেশী ভাবুক, তেওঁলোকেও কয় ইয়াকেই তো কয় আধ্যাত্মিকতা—এওঁলোকে নিজৰ সকলো সুযোগ-সুবিধা মাটি কৰিবলৈ মান্তি হ'ব তথাপি খুটিক এক ইঞ্চিও মাটিৰপৰা তুলিবলৈ মান্তি নহয়। তাৰ লগতে ইয়াকো কয়—আমাৰ বিশেষত্ব অন্য ৰকমৰ, সেই কাৰণে আমি এওঁ-লোকক অনুকৰণ কৰিব নোখোজোঁ। কিন্তু এওঁলোকে যেন হাজাৰ খুটিৰ ধৰ্মৰ জালত বান্ধ খাই অত্যন্ত শান্ত সমাহিত হৈ থাকে। কাৰণ ইয়াক দূৰৰপৰা বৰ সুন্দৰ দেখি।

সৌন্দৰ্য্যৰ ক্ষেত্ৰত তৰ্ক নাখাটে। সেইটো ৰুচিৰ কথা। যেনেকৈ ধৰ্মৰ নিজৰ অধিকাৰত ধৰ্ম ডাঙৰ তেনেকৈ সুন্দৰৰ নিজৰ অধিকাৰত সুন্দৰ ডাঙৰ। আমাৰ দৰে অৰ্বাচীনসকলে বুদ্ধিৰ অধিকাৰৰ ফালৰপৰা প্ৰশ্ন কৰিব—এনে ধৰণৰ খুটিত কণ্টকিত পথেদি জানো স্বাতন্ত্ৰ্য সিদ্ধিৰ ৰথ আগুৱাব পাৰে? বুদ্ধিৰ অভিমানেৰে বুকু ভৰাই আধুনিকসকলে প্ৰশ্ন কৰে কিন্তু ৰাতি তেওঁলোকৰ টোপনি নাহে। যিহেতু গৃহিণীসকলে স্বস্ত্যয়নৰ আয়োজন কৰি কয়—"লৰাছোৱালী লৈ আছোঁ কেতিয়া জানো কোন খুটিয়ে কি দৃষ্টি দিয়ে।" তোমালোক মনে মনে থাকাঁচোন। কলিকালত খুটি লৰাবলৈ দুৰ্দান্ত লৰাৰ তো অভাৱ নহ'ব। শুনিলে আমাৰ দৰে সাধাৰণ আধুনিকসকলৰো বুকু ঢপঢপাবলৈ ধৰে। কাৰণ তেজৰ ভিতৰৰপৰাতো সংস্কাৰক ছাকি পেলাব পৰা নাই। সেই কাৰণে পিছদিনা ৰাতিপুৱাই এসেৰ ছাগলি গাখীৰ আৰু তিনি তোলাৰো বেছি ৰূপৰ খৰচ কৰি স্বস্তিৰ নিশ্বাস লোৱা হ'ল।

এয়ে হ'ল আমাৰ সকলোতকৈ প্ৰধান সমস্যা। য'ত মানুহে বুদ্ধি আৰু কৰ্মৰ বাটত পৰস্পৰে মিলি সমৃদ্ধিৰ পথেদি যাব পাৰে তাও খুটিয়ে গোজপুতি বাধা দিয়াৰ সমস্যা। যিসকলৰ মাজত সকলো সময়তে অহা-

যোৱাৰ বাট মুকলি কৰি থ'ব লাগিব তেওঁলোকৰ মাজত অসংখ্য খুটিয়ে বেৰা দি পৰস্পৰৰ মাজত ভেদক বহুধা আৰু স্থায়ী কৰা সমস্যা। বুদ্ধিৰ যোগেদি য'ত সকলোৰে লগত যুক্ত হ'ব লাগিব, অবুদ্ধিৰ অচল বাধাৰে কাৰণে সকলোৰে লগত চিৰবিচ্ছিন্ন হোৱাৰ সমস্যা। খুটি ৰূপিনী ভেদবুদ্ধিৰ ওচৰত ভক্তিৰে সৈতে বিচাৰ বুদ্ধিক বলিদান কৰাৰ সমস্যা। ভাবুকসকলে এই সমস্যাৰ সম্মুখীন হৈ ছলছলীয়া চকুৰে কয়—আহা, এইদেশত ভক্তিয়েই হ'ল ডাঙৰ আৰু সুন্দৰ কথা, খুটিমাত্র উপলক্ষ্য। আমাৰ দৰে আধুনিক-সকলে আকৌ কয়—এই ক্ষেত্রত বুদ্ধিয়েই হ'ল ডাঙৰ আৰু সুন্দৰ কথা। খুটিটো জঞ্জাল। ভক্তিও হ'ল জঞ্জাল। কিন্তু যাহা গৃহিণীয়ে যেতিয়া অশুভ আশংকাত হাতযোৰ কৰি গলবস্ত্র হৈ দেৱতাৰ ওচৰত নিজৰ সোঁহাত বান্ধি থৈ আছে—সেই দৃশ্যৰ কি অনিৰ্বচনীয় মাধুৰ্য্য! আধুনিকে কয় এই সোঁ হাত উচৰ্গা কৰা সাৰ্থক হৈছে য'ত অন্ধতা নাই, আছে মাত্র সাহস তাতেই মাধুৰ্য্য—কিন্তু য'ত অশুভ আশংকা, মূঢ়তাৰূপে দীনতাৰূপে কুশ্ৰী কবলত মাধুৰ্য্যক গিলি খাইছে, সুন্দৰ হয় তাত পৰাস্ত, কল্যাণ হয় পৰাহত।

আমাৰ আৰু এটা প্ৰধান সমস্যা আছে। এই সমস্যাৰ সমাধান বৰ দুঃসাধ্য, তাৰ কাৰণ দুই পক্ষই প্ৰধানকৈ নিজ নিজ ধৰ্ম্মৰ দ্বাৰা অচলভাৱে আপোন সীমা নিৰ্দেশ কৰিছে। সেই ধৰ্মই মানৱবিশ্বক বগা ক'লা দুডোখৰ খৈ মাটিৰে দুটা সুস্পষ্ট ভাগত বিভক্ত কৰিছে—আত্ম আৰু পৰ। সংসাৰৰ সকলো ঠাইতে আত্মপৰৰ মাজত কিছু পৰিমাণে স্বাভাৱিক ভেদ আছে। সেই ভেদৰ পৰিমাণ অতিমাত্রা হ'লেই অকল্যাণ হয়। বুছমেন জাতীয় লোকে আনক দেখামাত্ৰকে নিৰ্বিচাৰে বিষবাণ দি মাৰে। তাৰ ফল হ'ল যে আনৰ লগত সত্য মিলন যোগেদি মানুহৰ যি মনুষ্যত্ব পৰিস্ফুট হয়, বুছমেনৰ সেইটো হোৱা নাই। সিহঁত চূড়ান্ত বৰ্বৰতাৰ মাজত আবদ্ধ হৈ আছে। এই ভেদৰ মাত্রা যি জাতিৰ অন্তৰৰ ফালৰপৰা যিমানে কমি আহিছে সেই জাতি সিমানে উচ্চশ্ৰেণীৰ মনুষ্যত্বলৈ উত্তীৰ্ণ হ'ব পাৰিছে। সেই জাতিয়ে সকলোৰে লগত যোগ হৈ চিন্তাৰ, কৰ্মৰ, চৰিত্ৰৰ উৎকৰ্ষ সাধন কৰিব পাৰিছে।

হিন্দুৱে নিজকে ধৰ্মপ্ৰাণ বুলি পৰিচয় দিয়ে, মুছলমানেও তাকেই কৰে। অৰ্থাৎ ধৰ্মৰ বাহিৰত উভয়ৰে জীৱনৰ অতি কম অংশ অৱশিষ্ট থাকে। সেই

কাৰণে এওঁলোকে নিজ নিজ ধৰ্মৰ দ্বাৰা পৰস্পৰক আৰু জগতৰ আন সকলোকে যথাসম্ভৱ দূৰলৈ ঠেলি দিয়ে। এওঁলোকে নিজৰ চাৰিওফালে এই দূৰত্বৰ ভেদক ইমান মজবুতকৈ গাঁথি ৰাখিছে যে তাৰ ফলত সকলো মানুহৰ লগত সত্যযোগত গঢ়ি উঠা মনুষ্যত্বৰ প্ৰসাৰতা এওঁলোকৰ মাজত বাধাগ্ৰস্ত হৈ আছে। ধৰ্মগত ভেদবুদ্ধিয়ে সত্যৰ অসীম স্বৰূপৰপৰা এওঁলোকক সংকীৰ্ণভাৱে বিচ্ছিন্ন কৰি ৰাখিছে। সেই কাৰণেই মানুহৰ লগত ব্যৱহাৰ কৰোঁতে নিত্য সত্যতকৈ বাহ্যিক বিধান, কৃত্ৰিম প্ৰথা এওঁলোকৰ মাজত ইমান প্ৰবল হৈ উঠিছে।

আগতে কৈছোঁ—মানব জগৎ এই দুই সম্প্ৰদায়ৰ ধৰ্মৰ দ্বাৰা আত্ম আৰু পৰ এই দুটা অতিমাত্ৰা ভাগত বিভক্ত হৈছে। সেই পৰ চিৰকাল পৰ হৈ যাওক হিন্দুৰ হ'ল সেই ব্যৱস্থা, সেই পৰ, ম্লেচ্ছ বা অন্ত্যজ যাতে কোনো সুৰুঙাই দি আহি হিন্দুৰ মজিয়াত সোমাব নোৱাৰে সেয়ে তেওঁলোকৰ ইচ্ছা। মুছলমানৰ ক্ষেত্ৰত ইয়াৰ ওভোতাটো। ধৰ্ম গণ্ডীৰ বহিৰ্বৰ্তী পৰক তেওঁলোকে তীব্ৰভাৱেই পৰ বুলি জানে কিন্তু সেই পৰক, সেই কাফেৰক চিৰকালৰ কাৰণে ঘৰৰ ভিতৰলৈ টানি আনি বন্ধ কৰি ৰাখিব পাৰিলে তেওঁলোক তৃপ্ত হয়। এওঁলোকৰ শাস্ত্ৰৰ এটা খুঁত উলিওৱা শ্লোক কামত নালাগে। লোকব্যৱহাৰত এওঁলোকৰ এক পক্ষই শ শ বছৰ ধৰি ধৰ্মক নিজৰ দুৰ্গম দুৰ্গ কৰি পৰক দূৰলৈ ঠেলি দি আত্মগত হৈ আছে, আৰু আন পক্ষই ধৰ্মক নিজৰ ব্যূহ কৰি পৰক আক্ৰমণ কৰি আঁজুৰি লৈ আহিছে। এনেদৰে এওঁলোকৰ মানস প্ৰকৃতি দুই ধৰণৰ ভেদ বুদ্ধিত পকা হৈ উঠিছে। বিধিৰ বিধান অনুসৰি এই দুটা দলে ভাৰতবৰ্ষত ওচৰা উচৰিকৈ থাকি প্ৰধান স্থান অধিকাৰ কৰি লৈছে। আত্মীয়তাৰ ফালৰপৰা মুছলমানে হিন্দুক নিবিচাৰে, তেওঁলোকে হিন্দুক কাফেৰ বুলি আঁতৰাই ৰাখে—আত্মীয়তাৰ ফালৰপৰা হিন্দুৱেও মুছলমানক নিবিচাৰে, তেওঁলোকে মুছলমানক ম্লেচ্ছ বুলি আঁতৰাই ৰাখে।

এটা কাৰণত দুয়োপক্ষই ক্ষণে ক্ষণে মিলিবৰ চেষ্টা কৰিছে—সেইটো হৈছে তৃতীয় পক্ষৰ বিৰুদ্ধে। সদাশিৱৰ লোকগীতিটো যদি সম্পূৰ্ণকৈ পোৱা গ'লহেঁতেন, তেনেহলে দেখা গ'লহেঁতেন যে সেই প্ৰথমা গৰাকী—যি গৰাকীয়ে ৰান্ধে বাঢ়ে অথচ খাবলৈ নাপায়, আৰু তৃতীয় গৰাকী—যি গৰাকীয়ে ঠেহ

পাতি মাকৰ ঘৰলৈ গুচি যায়—এই দুগৰাকীৰ মাজত মাজু গৰাকীৰ বিপক্ষে এটা সন্ধি আছিল। কিন্তু যিদিনা মাজু গৰাকী মাকৰ ঘৰলৈ গুচি গ'লহেঁতেন সেইদিনা আন দুগৰাকী সতিনীৰ মাজত, এই দুই পলিটেকেল ally-ৰ মাজত চুলিয়াচুলি লাগি গ'লহেঁতেন। ধুমুহা বতাহৰ সময়ত পদ্মাৰ পলিত দেখিছোঁ —কাউৰী আৰু কলাখাটি উভয়ে পায়ৰ মাটিত ঠোঁট গুজি দি বৈ থাকিবৰ চেষ্টাত একেবাৰৰ গাতে গা লগাই পাখি জোকাতিবলৈ ধৰে। সিঁহতৰ এই মিলাপ্ৰীতি দেখি তৎক্ষণাতে মুগ্ধ হোৱাৰ কোনো প্ৰয়োজন নাই। ধুমুহাৰ সময়ত যিকন পৰ ইহঁতৰ সন্ধি স্থায়ী হৈছে তাতকৈ বহু দীৰ্ঘকাল ইহঁতে পৰস্পৰক আঘাত কৰি আহিছে। বংগদেশৰ স্বদেশী আন্দোলনত হিন্দুৰ লগত মুছলমান মিলা নাই। কিয়নো বংগৰ অখণ্ড অংগক ব্যংগ কৰাৰ দুঃখ তেওঁ-লোকৰ ওচৰত বাস্তৱ নহয়। আজি অসহযোগ আন্দোলনত হিন্দুৰ লগত মুছলমানে যোগ দিছে তাৰ কাৰণ ৰোম সাম্ৰাজ্যৰ অখণ্ড অংগক ব্যংগ কৰাৰ দুঃখ তেওঁলোকৰ কাৰণে বাস্তৱ। এনে ধৰণৰ মিলনৰ উপলক্ষটো কেতিয়াও চিৰস্থায়ী হ'ব নোৱাৰে। আমাৰ মিলন সঁচাকৈয়ে হোৱা নাই, আমাৰ এদলে পুবফালে আৰু আনদলে পশ্চিম ফালে মুখকৈ কিছুপৰ ওচৰা-উচৰিকৈ থাকি পাখি জোকাৰিছোঁ। আজি সেই পাখিৰ জোকাব বন্ধ হৈছে, এতিয়া উভয় পক্ষৰ ঠোঁটে এডোখৰ মাটিক কামুৰিনাথাকি পৰস্পৰৰ অভিমুখে সবেগে বিক্ষিপ্ত হৈছে। ৰাষ্ট্ৰনৈতিক অধিনেতাসকলে চিন্তা কৰিছে —আকৌ কেনেকৈ ইহঁতৰ ঠোঁট দুখনক আতৰাভাৰি ৰখা যায়। প্ৰকৃত ভুলটো আছে অস্থিত, মজ্জাত, সিহঁতক ভুৰুকিয়াই ৰাখি সেই ভুল ভাঙিব নোৱাৰি। কম্বলেৰে হেঁচা দি যিসকলে বৰফক গৰম কৰি তুলিছে বুলি ভাবে সেইসকলে এদিন দেখিব যে তেনেকৈ শৈত্যকহে স্থায়ী কৰা হ'ল।

হিন্দু আৰু মুছলমানৰ মাজত যে এই ধৰ্মগত ভেদেইহে আছে সেইটো নহয়— এই দুই সম্প্ৰদায়ৰ মাজত সামাজিক শক্তিৰ এটা অসমকক্ষতা ঘটিছে। মুছলমানৰ ধৰ্ম সমাজত চিৰকলীয়া নিয়মৰ ঐক্য বাঢ়ি গৈছে আৰু হিন্দুৰ ধৰ্ম-সমাজৰ সনাতন অনুশাসনৰ প্ৰভাৱত নিজৰ মাজত এটা অনৈক্য ব্যাপ্ত হৈ পৰিছে। ইয়াৰ ফল হ'ল যে কোনো বিশেষ প্ৰয়োজন নাথাকিলেও হিন্দুৱে নিজকেই মাৰে আৰু প্ৰয়োজন থাকিলেও আনক মাৰিব নোৱাৰে। আৰু মুছলমানে কোনো বিশেষ প্ৰয়োজন নাথাকিলেও নিজক দৃঢ়ভাৱে ৰক্ষা কৰে

আৰু প্ৰয়োজন হ'লে আনৰ ওপৰত ৰাম-টাঙোন বহুৱাব পাৰে। ইয়াৰ কাৰণ এই নহয় যে মুছলমানৰ গাত বল আছে আৰু হিন্দুৰ গাত নাই। তাৰ আচল কাৰণ তেওঁলোকৰ সমাজৰ জোৰ আছে, হিন্দুৰ নাই। এদল আভ্যন্তৰিক বলত বলী আৰু এদল আভ্যন্তৰিক দুৰ্বলতাত নিজীৰ্ব। এওঁলোকৰ মাজত সমকক্ষভাৱে মকামিলা হ'ব কেনেকৈ? অত্যন্ত দুৰ্যোগৰ সমুখত অলপ সময়ৰ কাৰণে পি সম্ভৱ হৈ উঠে কিন্তু যিদিনা অধিকাৰৰ ভাগ-গ্ৰহণৰ সময় উপস্থিত হয়হি সেইদিনা সিংহৰ ভাগটো অসম্ভৱ ধৰণে ডাঙৰ হৈ উঠে। ইয়াৰ কাৰণ হ'ল তাৰ শক্তি। যোৱা ইউৰোপীয় যুদ্ধত যেতিয়া সকলোবোৰ ইংৰাজৰ মুখ কেহঁৰজীয়া হৈ উঠিছিল তেতিয়া আমাৰ দৰে দুৰ্বল জাতিক তেওঁলোকে নিজক সহায় কৰিবলৈ আহ্বান জনাইছিল। অকল সেয়ে নহয়, ঘোৰ বিষয়ী মানুহৰো যেনেকৈ শ্মশান বৈৰাগ্যৰ যোগেদি কিছুসময়ৰ কাৰণে নিকাম বিশ্বপ্ৰেম জন্মে, তেনেকৈ যুদ্ধ শেষৰ কিছুসময়ৰ পিছতো ৰক্ত-আহুতি যজ্ঞত সহযোগী ভাৰতীয়সকলৰ প্ৰতি তেওঁলোকৰ মনত দাক্ষিণ্যৰ সঞ্চাৰ হৈছিল। যুদ্ধৰ ঠেলাটো আহিল লাহে লাহে, তাৰ পিছতে দেখা দিলে জালিৱানৱালাবাগৰ দানৱলীলা। তাৰ পিছতে আছিল সাম্ৰাজ্য সিংহদ্বাৰ কেনিয়াত ভাৰতীয়ৰ কাৰণে অৰ্ধচন্দ্ৰৰ ব্যৱস্থা। খং উঠে, কিন্তু সঁচাকৈয়ে সমকক্ষ হ'ব নোৱাৰিলে সমকক্ষৰ ব্যৱহাৰ পাব নোৱাৰি। সেই কাৰণেই মহাত্মা গান্ধীয়ে প্ৰজাপক্ষৰ শক্তিক জোকাৰ দি ৰাজপক্ষৰ অনুভৱযোগ্য কৰি তুলিবৰ চেষ্টা কৰিছিল। উভয়পক্ষৰ মাজত মকামিলা কৰাই তেওঁৰ লক্ষ্য আছিল। সবল-দুৰ্বলৰ মাজত একান্ত ভেদ থাকিলে এই মকামিলা হ'বই নোৱাৰে। আমি যদি ধৰ্মবলত ৰজাৰ সিংহাসনত ভূমিকম্প ঘটাব পাৰিলোহেঁতেন তেনেহলে ৰজাই বাহুবলৰ এটা সুনিষ্পত্তি কৰিবৰ কাৰণে আমাক নিজেই মাতিলে হেঁতেন। ভাৰতবৰ্ষত হিন্দুমুছলমানৰ মাজত পৰস্পৰ মকামিলাৰ কাৰণ সদায় ঘটিব। অসমকক্ষতা থাকিলে সেই নিষ্পত্তি মীমাংসাই সদায় বিপত্তিৰ আকাৰ ধাৰণ কৰিব। এদিন এটা বাঘ আৰু এটা ছাগলিয়ে জান এটাৰপৰা পানী খোৱা কথাত মকামিলা কৰিবলৈ কনফাৰেন্চ্ পাতিছিল। ঈছপৰ সাধুকথাত তাৰ ইতিহাস আছে। শেহান্তৰত বলী জন্তুটোৱে তৰ্কৰ বিষয়টো কেনেকৈ সহজ কৰি আনিছিল সেইকথা সকলোৱে জানে। ভাৰতবৰ্ষৰ কল্যাণ যদি আমি বিচাৰোঁ, হিন্দুমুছলমান কেৱল মিলিত হ'লেই নহব,

সমকক্ষও হ'ব লাগিব। সেই সমকক্ষতা ভালতচলা পালোৱানিৰ ব্যক্তিগত সমকক্ষতা নহয়—ই হৈছে উভয় পক্ষৰ সামাজিক শক্তিৰ সমকক্ষতা।

মালাবাৰত মোপলা আৰু হিন্দুসকলৰ মাজৰ কুৎসিৎ কাণ্ডটো ঘটিছিল খিলাপৎ সূত্রে হোৱা হিন্দু-মুছলমানৰ ঠিক পিছতেই। দুই বিৰোধী পক্ষই সুদীর্ঘ কাল ধর্ম ব্যৱহাৰক ধর্মনীতিৰ বিৰুদ্ধে ব্যৱহাৰ কৰি আহিছে। নাম্বুদ্রি ব্রাহ্মণৰ ধৰ্মই মুছলমানক ঘিন কৰিছিল আৰু মোপলা মুছলমানৰ ধৰ্মই নাম্বুদ্রি ব্রাহ্মণক অৱজ্ঞা কৰিছিল। আজি এই দুই পক্ষৰ কংগ্রেছ মঞ্চ-সাধিত ভাতৃভাৱৰ জীর্ণ সামগ্রীৰ দ্বাৰা লৰালৰিকৈ অতি অলপ সময়ৰ ভিতৰতে সুদৃঢ়কৈ পলিটিকেল সেতু বন্ধাৰ বৃথা চেষ্টা কৰা হৈছে। অথচ আমি সদায় কৈ আহিছো—আমাৰ সনাতন ধর্ম-যেনেই আছে তেনেই থাকক। আমি অবাস্তৱৰ দ্বাৰায় বাস্তৱ ফল লাভ কৰিম। তাৰপিছত ফল লাভ হলেই নিজে নিজেই সকলো দোষ সংশোধন হৈ যাব। আগতে 'বাজিমাৎ' হোৱাৰ কথা, পিছত 'চাল'ৰ কথা ভাবিম। আগত স্বাধীন হ'ম তাৰপাছত মানুহ হ'ম। মালাবাৰ উৎপাত সম্বন্ধে এই গ'ল প্রথম কথা। তাৰ পিছত দ্বিতীয় কথা হ'ল হিন্দু-মুছলমানৰ অসমকক্ষতা। ডক্তৰ মুঞ্জেই এই উপদ্রৱৰ বিৱৰণ আলোচনা কৰি দক্ষিণ ভাৰতৰ হিন্দু-সমাজগুৰু শংকৰাচাৰ্য্যলৈ এটা ৰিপোর্ট পঠাইছে। তাত লিখিছে—The Hindus of Malabar are generally speaking mild and docile and have come to entertain such a mortal fear of the Moplas that the moment any such trouble arises, the only way to escape the Hindus can think of is to run for life leaving their children and womenfolk behind, to take care of their selves as best as they could, thinking perhaps honestly that if the Moplas attack them without any previous molestation of God, the Almighty and the omniscient is there to teach them a lesson and even to take a revenge on their behalf.

ডক্তৰ মুঞ্জেৰ এই কথাখিনিৰ মানে হ'ল এয়ে যে হিন্দুৱে ঐহিকক ঐহিকৰ নিয়মত ব্যৱহাৰ কৰিবলৈ অভ্যাস কৰা নাই। হিন্দুৱে নিত্য অনিত্যৰ খিচিৰি বান্ধি বুদ্ধিক পানীত পেলাই দিছে। বুদ্ধিৰ স্থানত বিধি আৰু আত্মশক্তিৰ স্থানত ভগবানক থিয় কৰাই দিছে—আৰু এনেদৰে আত্ম-

অবমাননাৰ যোগেদি স্বয়ং ভগবানৰ অবমাননা কৰে কাৰণেই তেওঁলোকে দুঃখ পায়, সেইকথা মনৰ জড়ত্বৰ কাৰণে বুজি নেপায়।

ডক্তৰ মুঞ্জেৰ ৰিপোর্টৰ আৰু একাংশত তেওঁ কৈছিল যে আঠশ বছৰৰ আগতে মালাবাৰৰ হিন্দুৰজাই ব্ৰাহ্মণ মন্ত্ৰীসকলৰ পৰামর্শত তেওঁৰ ৰাজ্যত আৰবীসকলৰ বাসৰ কাৰণে বিশেষভাৱে সুবিধা কৰি দিছিল। আন কি হিন্দুক মুছলমান কৰাৰ কামতো তেওঁ আৰবীসকলক ইমান প্ৰশ্ৰয় দিছিল যে আইনমতে প্ৰত্যেক মাছমৰীয়া পৰিয়ালৰপৰা এজন হিন্দু মুছলমান হ'বই লাগিব। ইয়াৰ প্ৰধান কাৰণ ধৰ্মপ্ৰাণ ৰজা আৰু তেওঁৰ মন্ত্ৰী সকলে সমুদ্ৰ যাত্ৰা ধৰ্মবিৰুদ্ধ বুলি মানি লৈছিল। মালাবাৰৰ সমুদ্ৰপাৰৰ ৰাজ্য ৰক্ষাৰ ভাৰ সেই সকল মুছলমানৰ হাতত আছিল। সমুদ্ৰযাত্ৰাৰ বৈধতা সম্বন্ধে যিসকলে বুদ্ধিক মানি লৈছিল তেওঁলোকে মনুক নামানিছিল। বুদ্ধিক নামানি অবুদ্ধিক মানি চলাৰ যাৰ ধৰ্ম তেওঁলোক ৰাজ-আসনত বহিত স্বাধীন নহয়। তেওঁলোক কৰ্মৰ দিন দুপৰত নিদ্ৰাৰ নিজম নিশা কৰি তোলে। ঠিক দুপৰীয়াতে যেন ভূতে দলিয়াইছে।

মালাবাৰৰ ৰজাই এদিন নিজে ৰজাৰ মুখা পিন্ধি অবুদ্ধিক ৰাজ আসন এৰি দিছিল। সেই অবুদ্ধি মালাবাৰৰ হিন্দু সিংহাসনত এতিয়াও ৰজা হৈ আছে। সেয়ে হিন্দুৱে এতিয়াও মাৰ খাই ওপৰৰ ফালে চাই কয়—ভগবান আছে। সদৌ ভাৰতবৰ্ষ জুৰি আমি অবুদ্ধিক ৰজা পাতি দি তেওঁৰ ওচৰত হাতযোৰ কৰি আছোঁ। সেই অবুদ্ধিৰ ৰাজত্বক, সেই বিধাতাৰ বিধি-বিৰুদ্ধ ভয়ংকৰ অপূৰ্ণতাক কেতিয়াবা পাঠান, কেতিয়াবা মোগল, কেতিয়াবা ইংৰাজ আহি পূৰ্ণ কৰি দিছেহি। বাহিৰৰপৰা এওঁলোকৰ মাৰণটোকেই দেখিছো, কিন্তু এওঁলোক হ'ল মাত্ৰ উপলক্ষ্য। এওঁলোক এটা দলি মাত্ৰ। এওঁলোক ভূত নহয়। আমি দুপৰৰ পোহৰৰ মাজতে বুদ্ধিৰ চকুমুদি অবুদ্ধিৰ ভূতক মাতি আনিছো। সকলোবোৰ তাতেই কৰ্ম। সেয়ে ঠিক দুপৰীয়া পৰতে যেতিয়া জাগ্ৰত বিশ্বসংসাৰে চিন্তা কৰিছে, কাম কৰিছে তেতিয়া পিছফালৰপৰা আমাৰ পিঠিত দলি পৰিছে।

'আমাৰ যুদ্ধ ভূতৰ লগত, আমাৰ যুদ্ধ অবুদ্ধিৰ লগত, আমাৰ যুদ্ধ অবাস্তৱৰ লগত। যেই সকলে আমাৰ চাৰিওফালে ভেদ আনিছে সেই সকলে আমাৰ কান্ধৰ ওপৰত আনৰ বশবৰ্তিতাক উঠাই দিছে। সেই সকলে আমাক

এনেদৰে অন্ধ কৰি ৰাখিছে যে আমি চিঞৰি বাখৰি দলিক গালি পাতি মাত ভাঙিছো অথচ ভূতটোক পৰমাত্মীয় পৰম আৰাধ্য বুলি আমাৰ সকলো বয়বস্তু দেৱোত্তৰ কৰি দিছো। দলিৰ ফালে চালে আমাৰ পৰিত্ৰাণৰ আশা নাথাকে। কাৰণ জগতত দলি অসংখ্য, দলি বাটে পথে, এটা শেষ হলে হাজাৰটা পাব পাৰি। কিন্তু ভূত এটা, সেই ভূতক জাৰি জোকাৰ্ব পেলালে দলিবোৰ ভৰিত পৰি থাকিব, গাত নালাগিব। ভাৰতবৰ্ষৰ সেই পুৰণি প্ৰাৰ্থনা আজি আকৌ সম্পূৰ্ণ মনপ্ৰাণ দি উচ্চাৰণ কৰাৰ সময় আহিছে। কেবল মুখৰ কথাৰে নহয়, চিন্তাৰে, কৰ্মেৰে, পৰস্পৰৰ প্ৰতি ব্যৱহাৰৰ ভিতৰেদি।

"য একঃ অবৰ্ণঃ", যিজনা এক আৰু সকলো বৰ্ণভেদৰ অতীত, "স ন বুদ্ধ্যা শুভয়া সংযুনক্তু" তেওঁয়েই আমাক শুভবুদ্ধি দি পৰস্পৰ সংযুক্ত কৰক।

# নাৰী

মানুহৰ সৃষ্টিত নাৰী পুৰণি। নব সমাজত নাৰীশক্তিক আদ্যাশক্তি বুলি ক'ব পাৰি। নাৰী হ'ল সেই শক্তি যি শক্তিয়ে জীৱলোকত প্ৰাণক বহন কৰে, প্ৰাণক পোষণ কৰে।

পৃথিৱীখনক জীৱৰ বাসযোগ্য কৰিবৰ কাৰণে বহু যুগ পাৰ হৈ গ'ল মিস্ত্ৰিৰ 'ঢালাই' কৰা কামতে। সেই কাম শেষ হওঁ নহঁওতেই প্ৰকৃতিয়ে আৰম্ভ কৰিলে জীৱ সৃষ্টি। পৃথিৱীৰ বুকুলৈ আহিল বেদনা। প্ৰাণ সাধনাৰ সেই আদিম বেদনা প্ৰকৃতিয়ে ঢালি দিলে নাৰীৰ ৰক্ত বিন্দুত, নাৰীৰ হৃদয়ত। নাৰীৰ দেহ আৰু মনৰ প্ৰতি গাঁথনিত জীৱপালনৰ সমস্ত প্ৰবৃত্তি-জালক প্ৰৱল কৰি গাঁথি দিয়া হ'ল। নাৰীৰ চিত্তবৃত্তিতকৈ হৃদয়বৃত্তিতেই এই প্ৰবৃত্তিসমূহে স্থান পালে গভীৰ আৰু প্ৰশস্তভাৱে। এই প্ৰবৃত্তিসমূহেই নিজক আৰু আনক ধৰি ৰাখিবৰ কাৰণে নাৰীৰ মাজত প্ৰেম, স্নেহ, সকৰুণ ধৈৰ্য'ৰ বন্ধনজাল গাঁথি দিলে। মানৱসংসাৰক গঢ়ি তুলিবলৈ, বান্ধি ৰাখিবলৈ এয়ে হ'ল আদিম বান্ধোন। এয়ে সেই সংসাৰ যি সকলো সমাজৰ, সকলো সভ্যতাৰ মূল ভেঁটি। সংসাৰৰ এই প্ৰথম বান্ধোন নাথাকিলে মানুহ আকাৰ-প্ৰকাৰ হীন বাষ্পৰ দৰে সিঁচৰিত হৈ পৰিলহেঁতেন। সংহতভাৱে মানুহে ক'তো মিলন কেন্দ্ৰ স্থাপন কৰিব নোৱাৰিলেহেঁতেন। সমাজ বন্ধনৰ এই প্ৰথম কাৰ্যটোৰ ভাৰ পৰিল নাৰীৰ ওপৰত।

প্ৰকৃতিৰ সৃষ্টি-প্ৰক্ৰিয়া মাত্ৰেই গভীৰ আৰু গোপন—ই প্ৰকৃতিৰ স্বতঃ-প্ৰবৰ্তনা দ্বিধাবিহীন। সেই আদি প্ৰাণৰ সহজ প্ৰবৰ্তন আছে নাৰীৰ স্বভাৱৰ ভিতৰত। সেয়ে নাৰীৰ স্বভাৱক মানুহে ৰহস্যময় আখ্যা দিহে। সেয়ে বহু সময়ত হঠাতে নাৰীৰ জীৱনত যি সংবেগৰ উচ্ছ্বাস দেখিবলৈ পোৱা যায়, সি তৰ্কৰ অতীত। মানুহৰ প্ৰয়োজনাৰ্থে কোনো নিয়মত খন্দা পুখুৰীৰ লগত এই উচ্ছ্বাসৰ বিজনি নহয়, ইয়াক বিজাব পাৰি উৎসৰ লগতহে যাৰ উদ্দেশ্য অহেতুক ৰহস্যত নিহিত।

প্ৰেমৰ ৰহস্য, স্নেহৰ ৰহস্য অতি প্ৰাচীন আৰু ই দুৰ্গম। এই ৰহস্যই আপোন সাৰ্থকতাৰ কাৰণে তৰ্কৰ ওপৰত নিৰ্ভৰ নকৰে। সমস্যা উত্তৰ হোৱাৰ

লগে লগে দ্রুত সমাধান বিচাৰে। সেয়ে সংসাৰত যেতিয়াই নাৰী সোমাল, লগে লগে ক'ৰপৰা যে আৱিৰ্ভাৱ হ'ল গৃহিণীৰ, কোলালৈ শিশু আহিনতে 'মা' হৈ থাকিল প্ৰস্তুত। জীৱৰাজ্যলৈ পৰিণত বুদ্ধি আহিল বহু যুগৰ পাছত। বুদ্ধিৰ পথ হ'ল সন্ধানৰ পথ, যুদ্ধ কৰি ই নিজৰ স্থান বিচাৰি লয়। দ্বিধাৰ মাজেৰে আগুৱাই যাওঁতে ইয়াৰ সময় লাগে। এই দ্বিধাৰ লগে লগে থকা কঠোৰ দ্বন্দ্বৰ মাজত হে বুদ্ধিয়ে সবলতা আৰু সফলতা লাভ কৰে। এই দ্বিধা-তৰংগৰ উঠা-নামাৰ মাজত শতাব্দীৰ পাছত শতাব্দী পাৰ হৈ যায়। ভীষণৰূপে ভ্ৰমবোৰ পুঞ্জীভূত হৈ বাৰে বাৰে মানুহৰ ইতিহাসক পৰ্য্যন্ত কৰি দিয়ে। পুৰুষৰ সৃষ্টি ধ্বংসৰ কবলত পৰি যায়। আকৌ নতুনকৈ পাতিব লগা হয় পুৰুষ কীৰ্তিৰ ভূমিকা। পুনৰ পুনৰ পৰীক্ষাৰ ভিতৰেদি পুৰুষৰ কৰ্মই দেহ পৰিবৰ্তন কৰে। অভিজ্ঞতাৰ নিত্য পৰিক্ৰমণৰ দ্বাৰা আগ বাঢ়ি যাব পাৰিলে পুৰুষ তিষ্ঠি থাকিব পাৰে। কিন্তু এটি সংশোধনৰ অৱকাশ নাপালে পুৰুষৰ জীৱন নিৰ্বাহৰ ক্ষেত্ৰত ফাট মেলে। ক্ৰমে ডাঙৰ হৈ এই ফাটে পুৰুষক বিলুপ্তিৰ কবলৰ মাজলৈ টানি নিয়ে। পুৰুষৰচিত সভ্যতাৰ প্ৰথম কালছোৱাৰপৰা এনে ধৰণৰ ভঙা গঢ়া চলি আহিছে। কিন্তু আনফালে নাৰীৰ মাজত প্ৰেয়সীয়ে, নাৰীৰ মাজত জননীয়ে প্ৰকৃতিৰ ৰাজ্যত স্থিৰ হৈ আপোন কাম কৰি গৈছে। অৱশ্যে প্ৰৱল আবেগৰ সংঘৰ্ষত নিজ সংসাৰৰ ক্ষেত্ৰত নাৰীয়ে মাজে মাজে অগ্নিকাণ্ডও কৰি আহিছে। বিশ্বপ্ৰকৃতিৰ প্ৰলয়লীলাৰ দৰে, ধুমুহাৰদৰে, দাবানলৰ দৰে নাৰীৰ এই আবেগ আকস্মিক আৰু আত্মঘাতী।

পুৰুষ নিজৰ আপোন জগতত বাৰে বাৰে নতুন আগন্তুক। আজিলৈকে পুৰুষে কতবাৰ যে গঢ়ি তুলিছে নিজৰ বিধিবিধান। বিধাতাই তেওঁলোকৰ কাৰণে সহজ বাট বন্ধাই থোৱা নাই। কত দেশত কত সময়ত পুৰুষে নিজৰ পথ বান্ধি ল'ব লগা হ'ল। এসময়ৰ পথ আন এসময়ত বিপথ হৈ উঠিল—একালৰ ইতিহাস আন একালত পৰিবৰ্তন হৈ গ'ল। অন্তৰ্ধান হৈ গ'ল এই ইতিহাস।

নব নব সভ্যতাৰ সালসলনিৰ ভিতৰেদি নাৰীৰ মূলধাৰা চলি থাকিল এক প্ৰশস্ত পথেদি। প্ৰকৃতিয়ে নাৰীক যি হৃদয়সম্পদ দিলে, সেই সম্পদত নিত্য কৌতূহলপ্ৰৱণ বুদ্ধিৰ নতুন নতুন অধ্যৱসায়ৰ স্পৰ্শ লাগিবলৈ দিয়া হোৱা নাই। নাৰী পুৰণি।

পুৰুষে নানা ঠাইত, নানা অফিচত কামৰ আশাত ঘূৰি ফুৰিব লগা হয়। নিজৰ ইচ্ছাৰ আৰু ক্ষমতাৰ সহজ সম্মতি নথকা কামো পুৰুষে জীৱিকাৰ কাৰণে কৰিব লগা হয়। কঠোৰ পৰিশ্ৰম কৰি নানা ধৰণৰ শিক্ষা পুৰুষে ল'ব লগা হয়। তাৰে বাৰ অনা পুৰুষে যথোচিত সফলতা লাভ কৰিব নোৱাৰে। কিন্তু গৃহিণীৰূপে জননীৰূপে নাৰীৰ যি কাম সি নাৰীৰ নিজা কাম - সি নাৰীৰ স্বভাৱসংগত।

নানা বিঘিনি পাৰ হৈ প্ৰতিকূল অৱস্থাক নিজৰ তলতীয়া কৰি পুৰুষে মহত্ব লাভ কৰে। এই অসাধাৰণ সাৰ্থকতা লাভ কৰা পুৰুষৰ সংখ্যা তাকৰ। কিন্তু হৃদয়ৰ ৰসধাৰাৰে নিজৰ সংসাৰ শস্যশালী কৰি তুলিছে—এনে নাৰী ঘৰে ঘৰে দেখা যায়। প্ৰকৃতিৰপৰা নাৰীয়ে পাইছে অশিক্ষিত পটুত্ব। মাধুৰ্য্য ঐশ্বৰ্য্য তেওঁলোকে সহজে লাভ কৰে। যি নাৰীৰ স্বভাৱত দুৰ্ভাগ্য-ক্ৰমে এই সহজ ৰসটি নাথাকে, কোনো শিক্ষাৰ দ্বাৰা কোনো কৃত্ৰিম উপায়ে সংসাৰক্ষেত্ৰত তেওঁলোকে সাৰ্থকতা লাভ কৰিব নোৱাৰে।

যি সম্বল অনায়াসে পাব পাৰি তাৰপৰা বিপদ আছে। আনৰ লোভনীয় হোৱাটোও বিপদৰ এটা কাৰণ। সহজে ঐশ্বৰ্য্যবান হোৱা দেশক বলবানসকলে নিজৰ একান্ত প্ৰয়োজনাৰ্থে আত্মসাৎ কৰিবলৈ বিচাৰে। স্বাধীনতা অনুৰ্বৰ দেশৰ কাৰণে সহজ। যি পখীটিৰ পাখি সুন্দৰ আৰু কণ্ঠস্বৰ মধুৰ তাক মজাত বন্দী কৰি থৈ মানুহে গৰ্ব অনুভৱ কৰে। এই পখীৰ সৌন্দৰ্য্য যে সমগ্ৰ অৰণ্যভূমিৰ কাৰণে সেই কথা সম্পত্তিলোলুপ সকলে পাহৰি যায়। নাৰীৰ হৃদয়ৰ মাধুৰ্য্য আৰু সেৱা-নৈপুণ্যৰ ওপৰত বহু যুগ ধৰি পুৰুষে চোকা পহৰা দি আহিছে। নাৰীৰ নিজৰো বান্ধোন মনা স্বভাৱ—সেই কাৰণেই সকলো ঠাইতে নাৰীৰ বন্ধন ইমান সহজ।

প্ৰকৃততে জীৱপালনৰ কামটোৱেই হ'ল ব্যক্তিগত—ই নৈৰ্ব্যক্তিক তত্ত্বৰ ভিতৰত নপৰে—সেই কাৰণে জীৱপালনৰ আনন্দ বৃহৎ তত্ত্বৰ আনন্দ নহয়। আন কি নাৰীৰ নৈপুণ্যই যদিও বহন কৰিছে ৰসধাৰা তথাপি আজিও সৃষ্টিৰ ক্ষেত্ৰত ই সাৰ্থক হৈ উঠা নাই।

' নাৰীৰ বুদ্ধি, সংস্কাৰ, আচৰণ নিৰ্দিষ্ট সীমাবদ্ধতাৰ দ্বাৰা বহুযুগৰ পৰা প্ৰভাৱান্বিত হৈ আহিছে। নাৰীৰ শিক্ষা আৰু বিশ্বাসে বাহিৰৰ বৃহৎ অভিজ্ঞতাৰ মাজত সত্যতা লাভ কৰাৰ সম্পূৰ্ণ সুযোগ পোৱা নাই। সেই

কাৰণেই নিৰ্বিচাৰে সকলোবোৰ অপদেৱতাকেই নাৰীয়ে অমূলক ভয় আৰু অযোগ্য ভক্তিৰ অৰ্ঘ্য দি আহিছে। সমগ্ৰ দেশলৈ চাই পঠিয়ালে বুজি পোৱা যাব এই মোহমুগ্ধতাৰ ক্ষতি কিমান সৰ্বনশীয়া। ইয়াৰ বিপুল ভাৰ বহন কৰি উন্নতিৰ দুৰ্গম পথেদি আগুৱাই যোৱা কিমান দুঃসাধ্য। পঙ্কিল মনৰ মূঢ়মতি পুৰুষ যে দেশত কম আছে—সেইটো নহয়। এওঁলোকে শৈশৱ কালৰপৰা নাৰীৰ হাতেদিয়েই গঢ় লৈছে আৰু এওঁলোকেই নাৰীৰ প্ৰতি বেছি অত্যাচাৰী। চাওঁতে চাওঁতে দেশত যি পঙ্কিল মনৰ কেন্দ্ৰবোৰ চাৰিওফালে গঢ়ি উঠিছে সেইবোৰে নাৰীৰ অন্ধ বিচাৰ-বুদ্ধিৰ ওপৰতে নিভৰ্ৰ কৰে। এনেকৈয়ে দেশজুৰি চিন্তৰ বন্দীশাল বিয়পি পৰিছে। আৰু প্ৰতিদিনে এই বোৰৰ ভেটি দৃঢ় হৈ উঠিছে।

আনফালে পৃথিৱীৰ প্ৰায় সকলো দেশতেই নাৰীয়ে নিজৰ ব্যক্তিগত সংসাৰৰ দেওনা পাৰ হৈ গৈছে। আধুনিক এছিয়াতেই তাৰ লক্ষণ দেখিবলৈ পোৱা যায়। তাৰ প্ৰধান কাৰণ সকলো ঠাইতে প্ৰাচীৰ ভাঙি দিয়াৰ যুগ আহি পৰিছে। নিজ নিজ ভৌগোলিক আৰু ৰাষ্ট্ৰিক প্ৰাচীৰৰ মাজত একান্ত আৱদ্ধ থকা দেশবোৰক আজি আগৰদৰে প্ৰাচীৰবোৰে আগুৰি ৰাখিব পৰা নাই। দেশবোৰৰ পৰস্পৰে পৰস্পৰৰ ওচৰত প্ৰকাশিত হৈ পৰিছে। সঁচাকৈয়ে অভিজ্ঞতাৰ ক্ষেত্ৰ প্ৰশস্ত হৈছে। দৃষ্টিসীমা চিৰাভ্যস্ত দিগন্তৰেখা পাৰ হৈ গৈছে। বাহিৰ জগতৰ লগত যি সংঘাত চলিছে তাৰ ফলত অৱস্থাৰ পৰিৱৰ্তন ঘটিছে। নতুন নতুন প্ৰয়োজনৰ ভিতৰেদি আচাৰ-বিচাৰৰ পৰিৱৰ্তন অনিবাৰ্য্য হৈ উঠিছে।

আমাৰ বাল্যকালত ঘৰৰ বাহিৰত যাতায়াতৰ কাৰণে আছিল নাৰীৰ পাল্কীৰ যুগ। সম্মানী ঘৰৰ পাল্কীবোৰৰ ওপৰত আছিল আৰ এখন আঁৰ কাপোৰ। বেথুন স্কুলত পোন প্ৰথমে যিসকল ছোৱালী ভৰ্তি হৈছিল তাৰ ভিতৰত আমাৰ বৰ বাইদেউ আছিল অগ্ৰণী। তেওঁ দুৱাৰ মেলা পাল্কীত পঢ়াশালিলৈ গৈছিল—এই কথাটোৱেই সিদিনাৰ সম্ভ্ৰান্ত বংশৰ আদৰ্শক কম কষ্ট দিয়া নাছিল। সেই এক বস্ত্ৰৰ দিনত 'চেমিজ' পিন্ধাটো নিলৰ্জ্জতাৰ লক্ষণ আছিল। শালীনতাৰ প্ৰচলিত ৰীতি ৰক্ষা কৰি ৰেলগাড়ীত যাতায়াত কৰা সহজ কথা নাছিল।

আজি সেই আঁৰ কৰা পাল্কীৰ যুগ বহুদূৰলৈ আঁতৰি গৈছে—ধীৰে

ধীৰে যোৱা নাই। ক্ষিপ্ৰ গতিৰেই ই আঁতৰি গৈছে। বাহিৰৰ পৰিবৰ্তনৰ লগে লগে এই পৰিৱৰ্তন আপোনা আপুনি ঘটিছে—তাৰ কাৰণে কোনেও সভাসমিতি কৰিব লগা হোৱা নাই। ছোৱালীৰ বিয়াৰ বয়সো চাওঁতে চাওঁতে বাঢ়ি গ'ল—ইও হৈছে সহজে। প্ৰাকৃতিক কাৰণত নদীৰ পানীৰ পৰিমাণ বাঢ়ি গ'লে নদীৰ পাৰ আপোনা আপুনি আঁতৰলৈ গৈ থাকে। নাৰীৰ জীৱনতো আজি সকলো ক্ষেত্ৰতে পাৰৰ সীমা দূৰলৈ যাব লাগিছে। নদীয়ে লৈছে মহানদীৰ ৰূপ।

এই বাহ্যিক ব্যৱহাৰৰ যি পৰিৱৰ্তন ঘটিল ই বাহিৰতেই থাকি নগ'ল—অন্তৰ প্ৰকৃতিৰ মাজতো এই পৰিবৰ্তনে ক্ৰিয়া কৰিবলৈ ধৰিলে। বদ্ধসংসাৰৰ উপযোগী নাৰীৰ যি মনোভাৱ সি মুক্ত সংসাৰত অচল হৈ থাকিব নোৱাৰে। জীৱনৰ প্ৰশস্ত ভূমিকাত নাৰীয়ে মন উদাৰ কৰি চিন্তা আৰু বিচাৰ কৰিবলৈ আৰম্ভ কৰে। নিজৰ পুৰণি সংস্কাৰবোৰ পৰীক্ষা কৰাৰ কাম আপোনা আপুনি আৰম্ভ হবলৈ ধৰে। এই অৱস্থাত নাৰীয়ে ভুল কৰিব পাৰে। কিন্তু বিভিন্ন বাধাৰ মাজত ঠেকি ঠেকি সেই ভুল উত্তীৰ্ণ হ'ব লাগিব। সংকীৰ্ণ সীমাৰ মাজত পূৰ্বতে মন যি ধৰণৰ বিচাৰ কৰাত অভ্যস্ত হৈছিল, সেই অভ্যাসত আঁকোৰ গোজালি হৈ থাকিলে চাৰিওফালৰ পৰা পদে পদে অসামঞ্জস্য আহি পৰিব। এই অভ্যাস পৰিৱৰ্তনত দুখ আছে, বিপদো আছে কিন্তু তা লৈ ভয় কৰি প্ৰগতিৰ সোঁতক পিছত ফালে উভতি ববলৈ দিব নোৱাৰি।

গৃহস্থালিৰ ক্ষুদ্ৰ পৰিধিৰ মাজত নাৰীৰ জীৱন যেতিয়া আবদ্ধ আছিল তেতিয়া স্ত্ৰীসুলভ স্বাভাৱিক প্ৰবৃত্তি বোৰৰেই সহজে তেওঁলোকৰ কাম চলি গৈছিল। তাৰ কাৰণে নাৰীৰ শিক্ষাৰ বিশেষ প্ৰয়োজন নাছিল বুলিয়েই এদিন স্ত্ৰীশিক্ষাৰ বিপক্ষে ইমান বিৰুদ্ধতা আৰু প্ৰহসনৰ সৃষ্টি হৈছিল। সেইকালত পুৰুষে যিবোৰ সংস্কাৰ উপেক্ষা কৰিছিল, যিবোৰ মত বিশ্বাস নকৰিছিল, যিবোৰ আচৰণ পালন নকৰিছিল নাৰীৰ ক্ষেত্ৰত সেই সকলো-বোৰকে প্ৰশ্ৰয় দিয়া হৈছিল। ইয়াৰ গুৰিতে আছিল পুৰুষৰ একেশ্বৰ শাসন-কৰ্তাসকলোৰ মনোবৃত্তি। তেওঁলোকে জানে অজ্ঞানৰ আৰু অন্ধ সংস্কাৰৰ পাৰিপাৰ্শ্বিকতাত যথেচ্ছ শাসনৰ সুযোগ ৰচনা কৰিব পাৰি। মনুষ্যোচিত স্বাধিকাৰ বিসৰ্জন দি হ'লেও সন্তুষ্টচিত্তে থাকিবলৈ এই মুগ্ধ অৱস্থাই

অনুকূল অৱস্থা। আমাৰ দেশৰ বহু পুৰুষৰ মনত আজিও এই ভাব আছে। কিন্তু সময়ৰ লগত চলা সংগ্ৰামত তেওঁলোকে পৰাজয় স্বীকাৰ কৰিব লাগিব।

কালৰ প্ৰভাৱত নাৰীৰ জীৱনক্ষেত্ৰ যেতিয়া প্ৰসাৰিত হৈ পৰিল, মুক্ত সংসাৰলৈ নাৰী যেতিয়া নিজেই আহি পৰিল—তেতিয়া আত্মৰক্ষা আৰু আত্ম-সম্মানৰ কাৰণে নাৰীৰ বুদ্ধিৰ চৰ্চা আৰু বিদ্যাৰ চৰ্চা একান্ত আৱশ্যক হৈ উঠিল। সেয়ে চাওঁতে চাওঁতে এই ক্ষেত্ৰত নাৰীৰ বাধা দূৰ হৈ গ'ল। নিৰক্ষৰতাৰ লাজেই আজি ভদ্ৰমহিলা সকলৰ আতাইতকৈ ডাঙৰ লাজ। আগৰ দিনত তিৰোতাই ছতি লোৱা, জোতা পিন্ধাৰ লাজতকৈ এই লাজ বহু বেছি। ইয়াৰ তুলনাত মছলা বটিব নজনা, শাক পাচলি কুটিব নজনাৰ অখ্যাতি একোৱে নহয়। অৰ্থাৎ গাৰ্হস্থ্য—বজাৰ দৰেই যে নাৰীৰ মূল্য—এনে কথা আজি বিয়াৰ বজাৰতো খোল অনাই নাখাটে। যি বিদ্যাৰ মূল্য সাৰ্বভৌমিক, যি বিদ্যাই মানুহৰ আশু প্ৰয়োজনৰ ঐকান্তিক দাবীসমূহ চেৰাই যায় তেনে বিদ্যাৰহে পাত্ৰীৰ উপযুক্ততাৰ ক্ষেত্ৰত খবৰ লোৱা হয়।

এই প্ৰণালীৰেই আমাৰ দেশৰ আধুনিক নাৰীৰ মন আজি ঘৰুৱা সমাজৰ-পৰা প্ৰতিদিনে বিশ্ব সমাজলৈ উত্তীৰ্ণ হৈছে।

যুগৰ প্ৰথম ফালে এদিন পৃথিৱী নিজৰ তপত নিঃশ্বাসৰ কুঁৱলীৰে ঢাক খোৱা আছিল—তেতিয়া বিৰাট আকাশৰ গ্ৰহমণ্ডলীৰ মাজত নিজৰ স্থান পৃথিৱীয়ে উপলব্ধি কৰিব নোৱাৰিছিল। অৱশেষত এদিন পৃথিৱীৰ বুকুত প্ৰৱেশৰ পথ পালে সূৰ্য্যকিৰণে। এই মুক্তিৰ ভিতৰেদি আৰম্ভ হ'ল পৃথিৱীৰ গৌৰৱৰ যুগ। তেনেকৈয়ে এদিন জীপাল হৃদয়ালুতাৰে ঘন বাষ্পাবৰণে আমাৰ দেশৰ নাৰী চিত্তক অতি ঠেনুকা সংসাৰত আৱদ্ধ কৰি ৰাখিছিল। আজি সেই বাষ্পাবৰণ ভেদ কৰি যি আলোকৰশ্মি প্ৰৱেশ কৰিছে সি হৈছে মুক্ত আকাশৰ পোহৰ, সৰ্বলোকৰ পোহৰ। বহুদিনৰ পুঞ্জীভূত সংস্কাৰ জড়তাই নাৰীৰ চিত্ত আৱদ্ধ কৰি ৰাখিছিল। আজি সেই সকলোবোৰ জড়তা সম্পূৰ্ণভাৱে নহলেও বহুখিনিৰ অৱসান ঘটিছে। সেইখিনি যে কিমান তাক আমাৰ দৰে প্ৰৌঢ়সকলেহে বুজে।

আজি পৃথিৱীৰ সকলো ঠাইতে নাৰীয়ে আপোন সংসাৰৰ দুৱাৰডলি পাৰ হৈ বিশ্বৰ উন্মুক্ত প্ৰাংগণত থিয় হৈছেহি। এতিয়া এই বৃহৎ সংসাৰৰ দায়িত্ব

তেওঁলোকে স্বীকাৰ কৰিব লাগিব। নহলে তেওঁলোক লাজত পৰিব, তেওঁলোক অকৃতাৰ্থ্য হ'ব।

মোৰ মনে ধৰে পৃথিৱীলৈ নতুন যুগ আহিছে। বহুকাল ধৰি মানৱ সভ্যতাৰ ব্যৱস্থাভাৰ আছিল পুৰুষৰ হাতত। এই সভ্যতাৰ ৰাষ্ট্ৰতন্ত্ৰ, অৰ্থনীতি, সমাজ-শাসনতন্ত্ৰ গঢ়িছিল পুৰুষে। নাৰীয়ে পুৰুষৰ পিছত থাকি প্ৰকাশহীন অন্তৰালত কৰিছিল মাথোঁ ঘৰুৱা কাম। এই সভ্যতা একে নিয়মত চলিছিল। এই সভ্যতা কালত মানৱচিত্তৰ বহু সম্পদৰ অভাৱ ঘটিছে। সেই সম্পদ আছিল নাৰীৰ হৃদয় ভঁৰালত কৃপণৰ আধিপত্যত বন্ধ হৈ। আজি সেই ভঁৰালৰ দুৱাৰ মুকলি হৈছে।

মানুহহীন পৃথিৱীৰ প্ৰথম অৱস্থাত পংকস্তৰত যি বিস্তৃত অৰণ্যভূমি আছিল সেই অৰণ্যই বহু লাখ বছৰ ধৰি প্ৰতিদিন সূৰ্য্যতেজ নিজৰ বৃক্ষৰাজিৰ মাজত সঞ্চয় কৰি গৈছিল। সেইবোৰ অৰণ্য এদিন ভূগৰ্ভৰ তললৈ গৈ ৰূপান্তৰিত অৱস্থাত বহুযুগ লুকাই আছিল। এদিন আকৌ যেতিয়া সেই পাতালৰ দ্বাৰ উদঘাটিত হ'ল হঠাতে মানুহে লাভ কৰিলে শতশত বছৰ ধৰি অব্যৱহৃত সূৰ্য্যশক্তিক কয়লাৰ ৰূপত। মানুহে সেই কয়লা যেতিয়া নিজৰ কামত লগালে নতুন বল লৈ দেখা দিলে বিশ্ববিজয়ী আধুনিক যুগ।

এদিন যিদৰে এই ঘটনা ঘটিছিল সভ্যতাৰ বাহ্যিক সম্পদৰ ক্ষেত্ৰত আজি তেনেকৈয়ে অন্তৰৰ সম্পদৰ খনিয়েও নিজৰ সঞ্চয় বাহিৰত প্ৰকাশ কৰিলে। ঘৰৰ ভিতৰৰ নাৰীয়ে প্ৰতিদিনে বিশ্বৰ নাৰীৰূপে দেখা দিলে। মানুহৰ সৃষ্টিশীল চিত্তত এই নতুন চিত্তৰ সংযোগে সভ্যতাক শক্তিশালী কৰি তুলিছে। আজি ইয়াৰ ক্ৰিয়া প্ৰত্যক্ষ আৰু অপ্ৰত্যক্ষভাৱে চলিছে। অকল পুৰুষে গঢ়া সভ্যতাৰ ভাৰ সামঞ্জস্যৰ অভাৱে প্ৰলয় ঘটাব খোজে। আজি আশা কৰিব পাৰি যে এই সভ্যতা সাম্যৰ ফালে ঢাল খাইছে। প্ৰচণ্ড ভূমিকম্পই বাৰে বাৰে পুৰণি সভ্যতাৰ ভেঁটি জোকাৰি দিছেহি। এই সভ্যতাৰ বিপত্তিৰ কাৰণ বহুদিনৰপৰা পুঞ্জীভূত হৈ উঠিছিল। সেয়ে এই ভাঙন কোনেও বন্ধ কৰিব নোৱাৰে। এটি মাত্ৰ বৰ আশ্বাসৰ কথা এয়ে যে কল্পান্তৰৰ ভূমিকাত নতুন সভ্যতা গঢ়াৰ ক্ষেত্ৰত নাৰী আহি থিয় হৈছেহি। প্ৰস্তুত হৈছে নাৰী আজি পৃথিৱীৰ সকলো ঠাইতে। তেওঁলোকে মুখৰ ওৰনিয়েই যে পেলালে সেইটো নহয় যি ওৰনিৰ আবৰণৰ কাৰণে তেওঁলোকৰ অধিকাংশই জগতৰ

আঁত হৈ আছিল সেই মনৰ ওৰনিও খহি পৰিছে। যি মানৱসমাজত তেওঁলোক জন্মিছে সেই মানৱসমাজসকলো কালৰপৰা সকলো বিভাগতে সুস্পষ্ট হৈ উঠিছে তেওঁলোকৰ দৃষ্টিৰ সম্মুখত। এতিয়া আৰু অন্ধ সংস্কাৰৰ কাৰখানাত গঢ়া পুতলা লৈ ওমলা তেওঁলোকৰ নুশুৱায়। তেওঁলোকৰ স্বাভাৱিক জীৱপালিনী বুদ্ধি কেৱল ঘৰৰ মানুহকে নহয় সকলো লোককে ৰক্ষাৰ কাৰণে কায়মনে প্ৰবৃত্ত হ'ব।

আদিম কালৰপৰা সভ্যতাদুৰ্গৰ ইটাবোৰ পুৰুষে নৰবলিৰ ৰক্তেৰে তৈয়াৰ কৰি আহিছে। এটা সাধাৰণ নীতি প্ৰতিষ্ঠা কৰিবলৈ তেওঁলোকে নিৰ্মমভাৱে ব্যক্তিবিশেষক হত্যা কৰিছে। ধনিকৰ ধন উৎপন্ন হৈছে শ্ৰমিকৰ প্ৰাণ শোষণ কৰি। প্ৰতাপশালীৰ প্ৰতাপৰ জুই জ্বলোৱা হৈছে অসংখ্য দুৰ্বলীৰ ৰক্তৰ আহুতি দি। ৰাষ্ট্ৰ-স্বাৰ্থৰ ৰথ চলোৱা হৈছে প্ৰজাসকলক ৰুদ্ধ কৰি। ক্ষমতাৰ দ্বাৰা চালিত এই সভ্যতা—ইয়াত মমতাৰ স্থান ক'ত। চিকাৰীৰ আমোদক জয়যুক্ত কৰি এই সভ্যতাই বধ কৰিছে অসংখ্য নিৰুপায় প্ৰাণী। এই সভ্যতাই জীৱজগতত মানুহক মানুহৰ পক্ষে আৰু আন জীৱৰ কাৰণে সকলোতকৈ নিদাৰুণ কৰি তুলিছে। বাঘৰ ভয়ত বাঘ উদ্বিগ্ন নহয়—কিন্তু পৃথিৱী জুৰি এই সভ্যতাৰ যুগত মানুহ মানুহৰ ভয়ত কম্পমান। এই ধৰণৰ অস্বাভাৱিক অৱস্থাতেই সভ্যতাই নিজৰ মূষল নিজে প্ৰসৱ কৰে। আজি সেইটোৱে আৰম্ভ হৈছে। লগে লগে ভয়াতুৰ মানুহে শান্তিৰ কল তৈয়াৰ কৰাৰ চেষ্টাত প্ৰবৃত্ত হৈছে—কিন্তু অন্তৰত যিসকলৰ শান্তিৰ উপায় নাই কলৰ শান্তি সেইসকলৰ কামত নালাগিব। ব্যক্তিবিনাশকাৰী সভ্যতা তিষ্ঠি থাকিব নোৱাৰে।

সভ্যতা সৃষ্টিৰ নতুন কল্প আশা কৰা যাওক। যদি এই আশাই ৰূপ ধাৰণ কৰে তেন্তে এইবাৰৰ এই সৃষ্টিত নাৰীৰ কাম পূৰ্ণভাৱে নিযুক্ত হ'ব যে সন্দেহ নাই। নবযুগৰ এই আহ্বান যদি আমাৰ নাৰী সমাজে শুনিবলৈ পায় তেন্তে তেওঁলোকৰ যেন ৰক্ষণশীল মনে বহুযুগৰ অস্বাস্থ্যকৰ আবৰ্জনাক একান্ত আসক্তিৰে বুকুত চেপি নধৰে। তেওঁলোকে যেন মুক্ত কৰে হৃদয়ক, উজ্জ্বল কৰে বুদ্ধিক, নিষ্ঠা প্ৰয়োগ কৰে জ্ঞানৰ তপস্যাত। মনত যেন ৰাখে—নিৰ্বিচাৰ ৰক্ষণশীলতা সৃষ্টিশীলতাৰ বিৰোধী। সন্মুখত আজি নতুন যুগ। সেই যুগৰ অধিকাৰ লাভ কৰিব লাগিলে মোহমুক্ত মনক সৰ্বতোভাৱে শ্ৰদ্ধাৰ

যোগ্য কৰিব লাগিব। অজ্ঞান জড়তা আৰু সকলো প্ৰকাৰৰ কাল্পনিক আৰু বাস্তৱিক ভয়ত নিম্নগামী আকৰ্ষণৰপৰা টানি নিজক ওপৰলৈ তুলিব লাগিব। ফলাফলৰ কথা পিছত হ'ব। আন কি নহ'বও পাৰে কিন্তু যোগ্যতা লাভৰ কথাই পোনপ্ৰথমে প্ৰয়োজন।

# সভ্যতাৰ সঙ্কট

আজি মোৰ বয়স আশীবছৰ পূৰ হ'ল ; মোৰ জীৱন ক্ষেত্ৰৰ বিস্তীৰ্ণতা আজি মোৰ আগত মোকল খাই আছে। পূৰৱৰ দিগন্তত যি জীৱন আৰম্ভ হৈছিল তাৰে দৃশ্য যিটো প্ৰান্তৰ পৰা আসক্তিহীন চকুৰে দেখিবলৈ পাইছো আৰু অনুভৱ কৰিব পাৰিছো যে মোৰ জীৱনৰ আৰু গোটেই দেশখনৰ মনোবৃত্তিৰ পৰিণতি দুছোৱা হ'ল—সেইদৰে ভাগ ভাগ হোৱাৰ মাজত গভীৰ দুখৰ কাৰণ আছে।

মানুহৰ বৃহৎ পৃথিৱীখনেৰে সৈতে আমাৰ পোনপটীয়া চিনাকী আৰম্ভ হ'ল সেঁা সিদিনাৰ ইংৰাজ জাতিৰ বুৰঞ্জীত। ভাৰতৰ এই আগন্তুকৰ চৰিত্ৰ পৰিচয়ে এটা মহৎ সাহিত্যৰ উচ্চ শিখৰৰ পৰা আহি আমাৰ অভিজ্ঞতাৰ মাজত দেখা দিলে। তেতিয়া আমাৰ বিদ্যালাভৰ পথ্য পৰিবেশনত প্ৰাচুৰ্য্যও নাছিল, বৈচিত্ৰ্যও নাছিল। এতিয়াৰ সি বিদ্যাই জ্ঞানৰ নানা কেন্দ্ৰৰ পৰা বিশ্বপ্ৰকৃতিৰ চিনাকী আৰু তাৰ শক্তিৰ নতুন নতুন ৰহস্য দেখুৱাই আছে সেইবোৰৰ সৰহভাগেই তেতিয়া অগোচৰ আছিল। প্ৰকৃতি তত্ত্বৰ বিশেষণত সকলৰ সংখ্যা কম আছিল। তেতিয়া ইংৰাজী ভাষাৰ মাজেদি ইংৰাজী সাহিত্যক জনা আৰু উপভোগ কৰাটোৱেই আছিল মাৰ্জিত মনৰ বৈদগ্ধৰ চিনাকী। বাৰ্কৰ বাগ্মিতৰে, মেকলেৰ ভাষাপ্ৰবাহৰ চৌৰ খলকনিৰে দিনৰাতি মুখৰিত হৈছিল ; নিতৌ আলোচনা হয় ছেক্সপিয়াৰৰ নাটকৰ বিষয়ে, বায়ৰনৰ কাব্যৰ বিষয়ে আৰু তেতিয়াৰ দিনৰ ৰাজনীতিত সৰ্ব্বমানৱৰ বিজয় ঘোষণা হোৱা বিষয়ে। তেতিয়া আমি স্বজাতিৰ স্বাধীনতাৰ সাধনা আৰম্ভ কৰিছিলো, কিন্তু অন্তৰত বিশ্বাস আছিল ইংৰাজ জাতিৰ উদাৰতাৰ প্ৰতি। সেই বিশ্বাস ইমান গভীৰ আছিল যে বিজয়ী জাতিৰ দাক্ষিণ্যৰ দ্বাৰায় বিজিত জাতিৰ স্বাধীনতাৰ বাট মোকোলাবপৰা হব বুলি এসময়ত আমাৰ সাধক সকলে থিৰাং কৰিছিল। কিয়নো একালত অত্যাচাৰ প্ৰপীড়িত জাতিৰ কাৰণে ইংলণ্ডেই আশ্ৰয়স্থল আছিল। যিসকলে স্বজাতিৰ সম্মান ৰক্ষা কৰিবৰ বাবে জীৱনপণ কৰিছিল, তেওঁলোকৰ বাবে অকুণ্ঠিত ঠাই আছিল ইংলণ্ডত। ইংৰাজ চৰিত্ৰৰ মাজত মানৱমৈত্ৰীৰ নিভাঁজ চিনাকি

পাইছো। সেয়েহে আন্তৰিক শ্ৰদ্ধাৰে ইংৰাজক হৃদয়ৰ উচ্চ আসনত বহুৱাইছিলো। তেতিয়াও সাম্ৰাজ্য মদমত্ততাৰে তেওঁলোকৰ স্বভাৱৰ দাক্ষিণ্যত কালিমা পৰা নাছিল।

কম বয়সতে মই ইংলণ্ডলৈ গৈছিলো? সেইসময়ত পাৰ্লামেণ্ট আৰু তাৰ বাহিৰত কোনো সভাত জন ব্ৰাইটৰ যি বক্তৃতা শুনিছিলো, তাত ইংৰাজৰ চিৰদিনীয়া বাণীয়েই শুনিবলৈ পাইছিলো। সেই বক্তৃতাত হিয়াৰ বহলতাই জাতিগত সকলো ঠেক সীমা মৰকি যি প্ৰভাৱ বিস্তাৰ কৰিছিল সেই কথা আজিও মোৰ মনত আছে আৰু আজিৰ এই শ্ৰীভ্ৰষ্ট দিনতো মোৰ পুৰণি স্মৃতি-সাঁচি থৈছো। এই পৰনিৰ্ভৰশীলতা নিশ্চয় আমাৰ কাৰণে গৌৰৱৰ বিষয় নাছিল। কিন্তু ইয়াৰ মাজত এইকনেই প্ৰশংসাৰ বিষয় আছিল যে আমাৰ আবহমান কালৰ অনভিজ্ঞতাৰ মাজতো মনুষ্যত্বৰ যি মহৎ ৰূপ এটা তেতিয়া দেখা পালো, সেয়ে বিদেশৰ গাত ভেঁজা দি প্ৰকাশ পালেও শ্ৰদ্ধাৰে তাকে গ্ৰহণ কৰিবলৈ আমাৰ শক্তি আছিল আৰু একো কুণ্ঠাৰ ভাৱ আমাৰ মাজত নাছিল। কিয়নো মানুহৰ মাজত থকা যি কোনো শ্ৰেষ্ঠ বস্তু যি কোনো জাতিৰ ঠেক সীমাৰ মাজত আৱদ্ধহৈ থাকিব নোৱাৰে, ই কৃপণে লুকুৱাই থোৱা ভৰালৰ সম্পদ নহয়। সেই দেখি ইংৰাজৰ যি সাহিত্যত আমাৰ মনে পুষ্টিলাভ কৰিছিল, আজিও তাৰ বিজয়শংখই আমাৰ মন মুখৰিত কৰি থৈছে।

চিভিলিজেশ্যন—এই শব্দৰ আমি ভাঙনি কৰিছো সভ্যতা বুলি; তাৰ যথাৰ্থ প্ৰতিশব্দ আমাৰ ভাষাত পাবলৈ নাই। এই সভ্যতাৰ যিটো ৰূপ আমাৰ দেশত প্ৰচলিত আছিল, মনুৱে তাকেই সদাচাৰ বুলি কৈছিল। অৰ্থাৎ সেয়ে আছিল কেতবোৰ সামাজিক নিয়মৰ বন্ধন। সেই নিয়মবোৰৰ বিষয়ে প্ৰাচীন কালত যি ধাৰণা আছিল, সিয়ো এটা ঠেক ভূগোলখণ্ডৰ মাজত সীমাবদ্ধ। সৰস্বতী আৰু দৃশদ্‌ৱতী নদীৰ মাজৰ যিখন দেশ ব্ৰহ্মাৱৰ্ত্ত নামেৰে বিখ্যাত আছিল, সেই দেশত পৰম্পৰা অনুসৰি চলি অহা আচাৰকে সদাচাৰ বোলা হৈছিল। অৰ্থাৎ এই আচাৰৰ ভেটি পতা হৈছে প্ৰথাৰ ওপৰত—তেহেলৈ সেই প্ৰথাৰ মাজত যিমানেই নিষ্ঠুৰতা, যিমানেই অবিচাৰ নেথাকক। সেই দেখি প্ৰচলিত সংস্কাৰে আমাৰ আচাৰ ব্যৱহাৰক আগ ঠাই দি চিত্তৰ স্বাধীনতাক বিনা বিচাৰে চুৰ কৰি নিছিল। একালত মনুৱে ব্ৰহ্মাৱৰ্ত্তত সদাচাৰৰ যি

আদৰ্শ প্ৰতিষ্ঠিত হোৱা দেখিছিল, সেই আদৰ্শই লাহে লাহে লোকাচাৰৰ আশ্ৰয় ল'লে। মই জীৱনৰ পাতনি মেলা সময়ত ইংৰাজী শিক্ষাৰ প্ৰভাৱত বাহিৰৰ এই আচাৰৰ বিৰুদ্ধে দেশৰ শিক্ষিত মনত বিদ্ৰোহ বিয়পি পৰিছিল। ৰাজনাৰায়ণ ডাঙৰীয়াই দিয়া তেতিয়াৰ দিনৰ শিক্ষিত সম্প্ৰদায়ৰ ব্যৱহাৰৰ বিচৰণ পঢ়িলে সেই কথা স্পষ্টভাৱে বুজিব পাৰি। এই সদাচাৰৰ ঠাইত সভ্যতাৰ আদৰ্শক ইংৰাজ জাতিৰ চৰিত্ৰৰ লগত সাঙুৰি লৈ আমি গ্ৰহণ কৰিলো। আমাৰ পৰিয়ালত এই পৰিৱৰ্তন ধৰ্মমতৰ বেলিকাই হওক, মানুহৰ প্ৰতি ব্যৱহাৰ কৰাৰ বেলিকাই হওক নাইবা ন্যায় বুদ্ধিৰ অনুশাসনৰ বেলিকাই হওক—পূৰ্ণভাৱে গৃহীত হৈছিল। মই সেই ভাৱৰ মাজতেই জন্মগ্ৰহণ কৰিছিলো আৰু তাৰ লগতে আমাৰ স্বাভাৱিক সাহিত্যানুৰাগে ইংৰাজক ওখ আসনত বহুৱাই হৈছিল। সেয়া আছিল জীৱনৰ প্ৰথম ভাগ। তাৰ পিচৰ কালছোৱাৰ পৰা অতি দুখৰ দিন আৰম্ভ হ'ল। যি সকলে সভ্যতাক চৰিত্ৰৰ উঁহৰ পৰা নিজৰি ওলোৱা বুলি স্বীকাৰ কৰিছে, তেওঁলোকেই ৰিপুৰ আবৰণৰ বেলিকা তাকে কেনেকৈ হেলাৰঙে লংঘন কৰিব পাৰে—আমি নিতৌ ইয়াকে দেখিবলৈ পালো।

নিজানত সাহিত্যৰ ৰসভোগ কৰা উপকৰণৰ চাৰিচাপৰ মাজৰ পৰা মই এদিন বাহিৰ ওলাই আহিব লগীয়া হৈছিলো। তেতিয়া ভাৰতবৰ্ষৰ জনসাধাৰণৰ যি নিকৰুণ দাৰিদ্ৰ্যই মোৰ আগত দেখা দিলে, সি বৰ হৃদয়বিদাৰক আছিল। অন্ন, বস্ত্ৰ, পানীয়, শিক্ষা, আৰোগ্য আদি মানুহৰ শৰীৰমনৰ কাৰণে যিখিনি অত্যাৱশ্যকীয় বস্তু আছে, তাৰ এনে শোচনীয় অভাৱ বোধকৰো পৃথিবীৰ আধুনিক শাসন-চালিত কোনো দেশতে হোৱা নাছিল। অথচ এইখন দেশেই ইংৰাজক বহুত দিন ধৰি ঐশ্বৰ্য্যৰ যোগান ধৰি আহিছে। সভ্যজগতৰ মহিমাৰ চিন্তাত মনপুতি লাগি থকা সময়ত কেতিয়াও সভ্য নামধাৰী মানৱ আদৰ্শৰ ইমান নিষ্ঠুৰ বিকৃত ৰূপৰ কথা কল্পনাও কৰিব পৰা নাছিলো; মুৰকত দেখিবলৈ পালো যে এই বিচাৰৰ মাজতে অনেক কোটি জনসাধাৰণৰ প্ৰতি সভ্য জাতিয়ে অপৰিসীম অৱজ্ঞাৰ উদাসীনতা দেখুৱাই আহিছে।

যি যান্ত্ৰিকৰ সহায় লৈ ইংৰাজে নিজৰ বিশ্বকতৃ্ত্ব ৰক্ষা কৰি আহিছে, তাৰ যথোচিত চৰ্চাৰ পৰা এই অসহায় দেশ বঞ্চিত হৈ আছে; অথচ দেখিবলৈ পালো, যন্ত্ৰচালনাৰ সহায় লৈ চাঁওতে চাঁওতেই জাপান সকলো পিনে কেনেকৈ

সম্পদশালী হৈ উঠিল। সেই জাপানৰ সমৃদ্ধি মই নিজে চকুৰে দেখি আহিছো ; তাত স্বজাতিৰ মাজত চলা সভ্য শাসনৰ ৰূপো দেখা পালো। আৰু দেখিছো ৰাছিয়াৰ মস্কাও নগৰীত জনসাধাৰণৰ মাজত শিক্ষাবিস্তাৰ আৰু আৰোগ্য বিস্তাৰৰ বাবে কেনে অসামান্য, অকৃপণ অধ্যৱসায় চলিছে—সেই অধ্যৱসায়ৰ বলতে এখন বৃহৎ সাম্রাজ্যৰ মূৰ্খতা, দৈন্য আৰু আত্মৱমাননা দূৰ হৈ যাবলৈ ধৰিছে। এই সভ্যতাই জাতিবিচাৰৰ আঁহ ফলা নাই ; নিভাঁজ মানৱ সমন্ধৰ প্ৰভাৱ সকলোতে বিয়পাই দিছে। সেই দেশৰ খৰতকীয়া আৰু আচৰিত পৰিণতি দেখি একালে থিয়াল লাগিছে আৰু আনকালে ৰং পাইছো। মস্কাও চহৰলৈ যাঁওতে ৰাছিয়াৰ শাসনকাৰ্য্যৰ এটা অসাধাৰণতাই মোৰ হিয়া চুই গল—দেখিবলৈ পালো তাত মুছলমান সকলৰে সৈতে ৰাষ্ট্ৰ অধিকাৰৰ ভাগ বিলাওতে অমুছলমান সকলৰ একো বিৰোধ হোৱা নাছিল ; তেওঁলোকৰ উভয়কে যুটীয়া স্বাৰ্থৰ সমন্ধৰ মাজতে আছে শাসন ব্যৱস্থাৰ যথাৰ্থ সত্য ভূমিকা। বহুতো সংখ্যক ভিন ভিন জাতৰ লোকৰ ওপৰত প্ৰভাৱ খটোৱা এনে ৰাষ্ট্ৰশক্তি এতিয়া যাইকৈ দুটা জাতিৰ হাতত আছে—তাৰে এটা ইংৰাজ, আনটো ছোভিয়েট ৰাছিয়া। ইংৰাজ এই ভিন জাতীয় লোক সকলৰ পৌৰুষ দমন কৰি তেওঁলোকৰ চিৰকালৰ বাবে সাৰসুৰ নোহোৱা অৱস্থাত ৰাখিছে। বহুতো সংখ্যক মৰুভূমি নিবাসী মুছলমান জাতিৰ লগত ছোভিয়েট ৰাছিয়াৰ ৰাষ্ট্ৰিক সমন্ধ আছে—এই জাতিক সকলোপিনে শক্তিমান কৰি তুলিবৰ বাবে তেওঁলোকে সদায় যি অধ্যৱসায় দেখুৱাই আহিছে, তাৰ সাক্ষ্য মই নিজেই দিব পাৰিম। সকলোবিষয়তে তেওঁলোকক সহযোগী কৰি ৰাখিবৰ বাবে ছোভিয়েট চৰকাৰে কৰা চেষ্টাৰ প্ৰমাণ মই দেখিবলৈ পাইছো আৰু সেই বিষয়ে অলপ অচৰপ পঢ়িছো। চৰকাৰৰ এনে ধৰণৰ প্ৰভাৱ কোনো পিনে অসম্মানজনক নহয় আৰু তাৰ ফলত মনুষ্যত্বৰ হানি নহয়। সেই দেশৰ শাস[illegible] বিদেশী শক্তিৰ নিকৰুণ নিষ্পেষণী যন্ত্ৰৰ শাসন নহয়। এদিন পাৰশ্য দেশ[illegible] দুটা ইউৰোপীয় জাতিয়ে জাঁতত মাহ ডলাৰ দৰে যেতিয়া ডলিবলৈ ধৰিছিল সেই সময়ত সেই নিৰ্ম্ম ইউৰোপীয় আক্ৰমণৰ আঘাতৰপৰা নিজক মু[illegible] ৰাখি এই নবজাগ্ৰত জাতিটোৱে কেনেকৈ আত্মশক্তিৰ পূৰ্ণতা সাধিবলৈ মনজুৰি লাগিছিল তাকো দেখি আহিছো। লগতে দেখি আহিলো যে জ[illegible] থুছট্ৰিয়ান সকলৰে সৈতে মুছলমান সকলৰ একালত যি সাংঘাতিক প্ৰতি[illegible]

যোগিতা চলিছিল এতিয়া সভ্য শাসনৰ আমোলত সেইবোৰ তেনেই শাম কাটিছে। সেই দেশৰ সৌভাগ্যৰ প্ৰধান কাৰণ হল এয়ে যে সেইদেশে ইউৰোপীয় জাতিৰ চক্ৰান্তৰ জালৰ পৰা নিজক মোকোলাব পাৰিছিল। আজি মই অন্তৰেৰে এই পাৰশ্যৰ কল্যাণ কামনা কৰিছো। আমাৰ চুবুৰীয়া আফ্‌গানিস্থানত শিক্ষা আৰু সমাজনীতিৰ বেলিকা এতিয়াও তেনে সাৰ্বজনীন-ভাৱে উধাব পৰা নাই যদিও ইয়াৰ সম্ভাৱনা অটুট আছে ; তাৰ একমাত্ৰ কাৰণ হল এয়ে যে সভ্যতা গৰ্বিত কোনো ইউৰোপীয় জাতিয়ে সেই দেশক আজিও বশ মনাব পৰা নাই। চাওঁতে চাওঁতেই এওঁলোকে চাৰিও পিনে উন্নতিৰ বাটেদি, মুক্তিৰ বাটেদি আগুৱাই যাবলৈ ধৰিলে।

ইংৰাজৰ সভ্য শাসনৰ গধুৰ শিলচটা বুকুত লৈ ভাৰতবৰ্ষ নিৰুপায়ভাৱে অচল হৈ পৰি থাকিল। ইংৰাজ সকলে স্বজাতিৰ স্বাৰ্থ পুৰোবাৰ মনেৰে চীনা সকলৰ দৰে ইমান ডাঙৰ আৰু প্ৰাচীন সভ্যজাতি এটাক বলেৰে কাণি খুওৱাই জুৰুলা কৰিলে আৰু তাৰ সলনি চীনৰ এটা অংশ হাত কৰিলে। অতীতৰ এই কথা লহে লহে পাহৰি যাবলৈ ধৰোঁতেই দেখিবলৈ পালো যে জাপানে উত্তৰ-চীনক গিলি যব খুজিছে। কেনে অৱজ্ঞাপূৰ্ণ উদ্ধতালিৰে ইংলণ্ডৰ প্ৰধান ৰাষ্ট্ৰ-নীতিবিদসকলে এই দস্যুবৃত্তিক তুচ্ছ বুলি গণ্য কৰিছিল! পিচত ইংলণ্ডই কেনে দৰে কৌশলেৰে স্পেনৰ প্ৰজাতন্ত্ৰ-চৰকাৰৰ তলি ফুটুৱাই দিলে, তাকো দূৰৰপৰাই দেখিবলৈ পালো। সেইসময়তে এদল ইংৰাজে সেই বিপদগ্ৰস্ত স্পেনৰবাবে আত্মসমৰ্পণ কৰাও দেখিবলৈ পালো। যদিও ইংৰাজৰ এনে উদাৰতা প্ৰাচ্যৰ চীনৰ সংকটৰ বেলিকা যথোচিতভাৱে জাগি উঠা নাছিল, তথাপি ইউৰোপীয় জাতিৰ প্ৰজা-স্বাতন্ত্ৰ্য ৰক্ষা কৰিবৰ বাবে যেতিয়া তেওঁলোকৰ কোনো বীৰে প্ৰাণ বলি দিয়া দেখিলো তেতিয়া আকৌ মনত পৰিল—ইংৰাজক এসময়ত মানৱহিতৈষীৰূপে দেখা পাইছিলো আৰু কোন বিশ্বাসৰে ভক্তি কৰিছিলো। ইউৰোপীয় জাতিৰ স্বভাৱগত সভ্যতাৰ প্ৰতি থকা বিশ্বাস লহে লহে কেনেকৈ হেৰুৱালো তাৰেই শোচনীয় বুৰঞ্জীৰ কথা আজি মই জনাব লগীয়া হলো। সভ্য শাসন চলোৱাৰ বেলিকা ভাৰতবৰ্ষৰ বুকুত অজি সকলোতকৈ ডাঙৰ যিটো দুৰ্গতিয়ে মূৰ দাঙি থিয় দিছে, সেইটো অকল অন্ন, বস্ত্ৰ, শিক্ষা আৰু আৰোগ্যৰ শোকাবহ অভাৱেই নহয় ; ই হ'ল—ভাৰতবাসীৰ মাজত অতি নৃশংস আত্মবিচ্ছেদ ;

ভাৰতবৰ্ষৰ বাহিৰৰ মুছলমান স্বায়ত্তশাসন চালিত দেশত ইয়াৰ একো ৰিজণি পাবলৈ নাই। আমাৰ বিপদ হল এয়ে যে এই দুৰ্গতিৰ বাবে অকল আমাৰ সমাজকে জগৰীয়া কৰা হব। কিন্তু এই দুৰ্গতিয়ে যেনেকৈ নিতৌ লাহে লাহে বেছি উৎকট ৰূপ ধৰিছে, সেয়ে যদি ভাৰতৰ শাসনযন্ত্ৰৰ ওপৰ মহলৰ কোনো এটা গোপন কেন্দ্ৰৰ পৰা লাই পাই নি ধৰিব নুঠিলহেঁতেন, তেনেহলে ভাৰত বুৰঞ্জীৰ ইমান ডাঙৰ অপমানজনক, অসত্য পৰিণাম এটা কেতিয়াও নহলহেতেন। বুদ্ধি সামৰ্থ্যৰ কোনো ফালৰ পৰা ভাৰতবাসী জাপানতকৈ অযথাপৰ বুলি বিশ্বাস নহয়। প্ৰাচ্যৰ এই দুখন দেশৰ মাজত থকা আটাইতকৈ ডাঙৰ প্ৰভেদ হ'ল এয়ে যে ইংৰাজ শাসনে ভাৰতক সকলোপিনে আধিকাৰ কৰি বশ মনাই থৈছে আৰু জাপানে এনেকুৱা কোনো পাশ্চাত্য জাতিৰ ডেউকাৰ ছাঁৰ ঢাকনিৰ মাজত থকা নাই। এই বিদেশী সভ্যতাই—অৱশ্যে তাকেই যদি সভ্যতা বুলি কোৱা হয়—আমাৰ কিথিনি হৰি নিলে সেই কথা আমি জানো; তাৰ সলনি ই হাতত দণ্ডলৈ স্থাপন কৰা বিধি আৰু ব্যৱস্থা—যাক law and order বুলি কোৱা হৈছে—তেনেই বাহিৰা বস্তু এটা; ই মাত্ৰ চকীদাৰীহে। পাশ্চাত্য জাতিৰ সভ্যতা-অভিমানৰ প্ৰতি শ্ৰদ্ধা ৰাখাটো অসাধ্য হৈছেগৈ। ই নিজৰ শক্তিৰ ৰূপ আমাক দেখুৱাইছে, কিন্তু মুক্তিৰ ৰূপ দেখুৱাৰ পৰা নাই। অৰ্থাৎ মানুহৰ পৰস্পৰৰ মাজৰ যিটো সমন্ধ আটাইতকৈ মূল্যবান আৰু যাক আচলতে সভ্যতা বুলি কব পাৰি, তাৰেই কৃপনালিয়ে এই ভাৰতীয় সকলৰ উন্নতিৰ বাট তেনেই ভেটি থৈছে। অথচ মোৰ ব্যক্তিগত সৌভাগ্যক্ৰমে মাজে সময়ে ওখ মনৰ ইংৰাজৰে সৈতে মোৰ মিলন হৈছে। এনে মহত্ত্ব মই কোনো জাতিৰ কোনো সম্প্ৰদায়ৰ মাজত দেখিবলৈ পোৱা নাই। ইংৰাজ জাতিৰ প্ৰতি থকা মোৰ বিশ্বাসক এওঁলোকে আজিও গাঁথি থৈছে। উদাহৰণ হিছাপে এণ্ড্ৰুজৰ কথাকে উলিয়াব পাৰি; তেওঁৰ মাজত থকা যথাৰ্থ ইংৰাজ যথাৰ্থ খৃষ্টান আৰু যথাৰ্থ মানৱক বন্ধুৰূপে নিচেই কাষত দেখিবলৈ পোৱাৰ সৌভাগ্য মোৰ হৈছিল। আজি মৃত্যুৰ পটভূমিয়ে তেওঁৰ স্বাৰ্থ সম্পৰ্কহীন, নিভীৰ্ক মহত্ত্বক আৰু পোহৰাই তুলিছে। তেওঁৰ ওচৰত মই আৰু আমাৰ গোটেই জাতিটোৱে কৃতজ্ঞতা জনোৱাৰ নানান কাৰণ আছে; কিন্তু ব্যক্তিগতভাৱে এটা কাৰণত মই তেওঁৰ ওচৰত বিশেষ কৃতজ্ঞ। ডেকাবয়সত ইংৰাজী সাহিত্যৰ পৰিবেশৰ মাজত যি ইংৰাজ জাতিক মই এদিন

হিয়া উবুৰিয়াই নিৰ্ভাঁজ শ্ৰদ্ধা জনাইছিলো, তাৰেই জীৰ্ণতা আৰু কলংক গুচোৱাত তেওঁ মোৰ শেষ বয়সত সহায় কৰি থৈ গল। তেওঁৰ স্মৃতিৰে সৈতে এই জাতিৰ মৰ্মগত মাহাত্ম্যই মোৰ মনত অলব অচৰ হৈ থিতাপি লব। মই এওঁলোকক পৰম বন্ধু বুলি গণ্য কৰিছো। আৰু গোটেই মানৱ জাতিৰে বন্ধু বুলিও ভাবো। এওঁলোকৰ চিনাকী এটি বহুমূলীয়া সম্পদৰূপে মোৰ জীৱনত সঞ্চিত হৈ থাকিল। মোৰ মনেৰে ইংৰাজৰ মহত্বক এওঁলোকে অন্ধাই সাজৰত কক্‌বকাই থকাৰ পৰা উদ্ধাৰ কৰিব পাৰিব। এওঁলোকক দেখা নোপোৱা হলে আৰু চিনি নোপোৱা হলে পাশ্চাত্য জাতি সমন্ধে মোৰ নৈৰাশ্যই কেনিও কতো প্ৰতিবাদ নেপালেহেঁতেন।

এনে সময়তে দেখিবলৈ পোৱা গ'ল—গোটেই ইউৰোপতে বৰ্বৰতাই কেনে ধৰণে দাঁত নিকটাই বিভীষিকা বিয়পাবলৈ আগবাঢ়িছে। এনে মানৱ পীড়ণৰ মহামাৰীয়ে পাশ্চাত্য সভ্যতাৰ মজ্জাৰ ভিতৰৰ পৰা উকদি আজি মানৱত্মাৰ অপমানেৰে দিগদিগন্তলৈকে বা-বতাহ কলুষিত কৰি পেলাইছে। আমাৰ হতভগীয়া, অসহায়, ডাল দৰিদ্ৰ অৱস্থাৰ মাজত আমি জানো তাৰ একো আভাষ পোৱা নাই?

ভাগ্যৰ চকৰি ঘূৰাৰ লগে লগে এদিন নহয় এদিন ইংৰাজে ভাৰত সাম্ৰাজ্য এৰি থৈ যাব লাগিব। কিন্তু তেওঁলোকে কোনখন ভাৰতবৰ্ষক পেলাই থৈ যাব? লখিমীয়ে নেওকাদিয়া দীনতাৰ আবৰ্জনাখিনিক নেকি? একাধিক শতাব্দীৰ শাসনধাৰা যেতিয়া শুকাই যাব তেতিয়া জানো এই বোকাময় বহল শেতেলীয়ে মেটমৰা নিস্ফলতাৰ ভাৰ থৈ ফুৰিব? ইউৰোপৰ অন্তৰৰ সম্পদ এই সভ্যতাৰ দানক জীৱনৰ প্ৰথম আৰম্ভনিৰ সময়ত গোটেই মন উবুৰিয়াই দি বিশ্বাস কৰিছিলো আৰু আজি মোৰ বিদায়ৰ বেলিকা সেই বিশ্বাস তেনেই লাওলোৱা হ'ল। আজি ইয়াকে আশা কৰি আছো যে আমাৰ এই দৰিদ্ৰ-লাঞ্ছিত পঁজাৰ মাজলৈ ত্ৰাণকৰ্তাৰ জন্মদিন আহিব। বাট চাই থাকিম–তেওঁ সভ্যতাৰ দৈৱবাণী লৈ আহিব। এই পূব দিগন্তৰ পৰাই মানুহক শুনাবহি মানুহৰ চৰম আশ্বাসৰ কথা। এতিয়া পাৰৰ পিনে যাত্ৰা কৰিছো—এৰি থৈ অহা ঘাটত কি দেখি আহিলো, কি হৈ আহিলো? সভ্যতাৰ অভিমানেৰে ভৰা ভগ্নস্তূপেই জানো বুৰঞ্জীৰ এৰেহা মুঠি?

কিন্তু মানুহৰ ওপৰত থকা বিশ্বাস হেৰুওৱাটো পাপ; সেই বিশ্বাস যেনে

তেনে ৰক্ষা কৰিম। ইয়াকেই আশা কৰি থাকিম যে মহাপ্ৰলয়ৰ অন্তত বৈৰাগ্যৰ ফৰকাল আকাশত হয়তো বেলিয়ে ভুমুকি মৰা এই পূৰ্বাচলৰ দিগন্তৰ পৰাই বুৰঞ্জীৰ এটা নিৰ্মল অধ্যায়ে আত্মপ্ৰকাশ কৰিব। আকৌ এদিন অপৰাজিত মানুহে নিজৰ জয়যাত্ৰাৰ অভিযানত সকলো হেঙাৰ মৰকি আগুৱাই যাব— তেওঁৰ মহৎ মৰ্য্যাদা ঘূৰাই অনাৰ বাটেদি। মনুষ্যত্বৰ অন্তহীন, প্ৰতিকাৰহীন পৰাভৱক চৰম বুলি বিশ্বাস কৰাটো মোৰ মনেৰে এটা অপৰাধ।

আজি এই কথাকে কৈ যাম যে প্ৰবল প্ৰতাপশালীৰো ক্ষমতা, মদমত্ততা, আত্মম্ভৰিতা যে নিৰাপদ নহয়, তাৰেই প্ৰমাণ ওলোৱাৰ দিন এতিয়া সমুখত উপস্থিত হৈছেহি। নিশ্চিতভাৱে এই সত্য প্ৰমাণিত হব যে—

অধৰ্মে নৈধতে তাবৎ ততো ভদ্ৰানি পশ্যতি।
ততঃ সপত্নান্ জয়তি সমূলস্তু বিনশ্যতি॥